# গণৰাজ্য

প্লেটো

অনুবাদ

অজিতকুমাৰ শৰ্মা





সাহিত্য অকাদেমি

নতুন দিল্লী

GANARAJYA—Assamese Translation of Plato's *Republic* by
Prof. Ajit Kumar Sharma, Sahitya Akademi, New Delhi, 1982.
Price Rs. 30·00



ৰবীন্দ্ৰ ভৱন, ৩৫ ফিৰোজশ্বাহ ৰোড, নতুন দিল্লী, ১১০ ০০১

২১, এলডামস ৰোড, মাদ্ৰাজ ৬০০ ০১৮

১৭২, মাৰাঠা মুম্বাই গ্ৰন্থালয় মাৰ্গ, বোম্বাই ৪০০ ০১৪

ব্লক ৫বি ৰবীন্দ্ৰ সৰোবৰ ষ্টেডিয়াম, কলিকতা ৭০০ ০২৯

মূল্য: ৩০ টকা

অৰুণোদয় প্ৰেছ, ৩৪/১ বি. টি. ৰোড, কলিকতা ৭০০ ০০২ দ্বাৰা মুদ্ৰিত
আৰু সাহিত্য অকাদেমি নতুন দিল্লীৰপৰা প্ৰকাশিত

এথেন্সৰ অমৰ দাৰ্শনিক প্লেটোৱে ( খৃঃ পূঃ ৪৩০ ?—৩৪৭ ) নীতি-বিষয়ক ভালেমান মৌলিক সমস্যা উত্থাপন কৰি 'গণৰাজ্য' শীৰ্ষক কথোপকথনত চক্রেটীয় পদ্ধতিত বিশ্লেষণ কৰিছে। দুহেজাৰ বছৰৰো পূৰ্ব্বতে লিখা এই 'গণৰাজ্য' গ্রন্থৰপৰা অশান্ত মানব সমাজে এতিয়াও বহুত কথা শিকিব পৰা হৈ আছে। গ্রন্থখনত উত্থাপিত মূল বিষয়টো এতিয়াও জীৱন্ত। ব্যক্তিগত আৰু সামাজিক জীৱনত ন্যায়ধৰ্ম্মৰ সমস্যাসমূহ আলোচনা কৰোঁতে প্লেটোৱে ৰাজ্য, শিক্ষা, নাৰীসমাজ, শিশুসমাজ, সৌন্দৰ্য্য, সত্য, সৎত্ব আৰু সংশ্লিষ্ট অন্যান্য বিষয়ত তেওঁৰ মতামত দাঙি ধৰিছে। মানব চিন্তনৰ ইতিহাসত প্রথমে প্রথমে এই গ্রন্থতেই মানব কল্যাণৰ অনুকূলে ব্যক্তিজীৱনত সমন্বয় সাধনৰ কথা, 'কোনেও কাকো আমনি নিদিয়াকৈ মিলা-প্রীতিৰে থকা' আৰু 'ধৰ্ম্ম-আচৰণ নিজ গুণেই পুৰস্কাৰ' আদি ধাৰণা প্রকাশ পাইছে।

সাহিত্য অকাদেমিয়ে বিশ্বৰ উৎকৃষ্ট গ্রন্থসমূহ ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ কাম হাতত লৈছে ; আৰু সেই লানি গ্রন্থৰে এখন হ'ল প্র° অজিতকুমাৰ শৰ্মাই কৰা প্লেটোৰ 'ৰিপাব্লিক'ৰ এই অসমীয়া অনুবাদ।

# গণৰাজ্যৰ বিশ্লেষণ

[ প্ৰথম খণ্ড ]

থ্ৰেচৰপৰা ন-কৈ পাইৰেয়ুজলৈ অহা উৎসৱৰ[১] সেইবাৰেই প্ৰথম প্ৰথম আয়োজন হৈছে। তাকে চাবৰ অভিপ্ৰায়ে ছক্ৰেটিচ আৰু গ্লকন পাইৰেয়ুজলৈ গৈছিল। তাতে পলেমাৰ্কুচ, এডিমেণ্টুচ নিকাৰেটুচ আৰু আন কেইজনমান বন্ধুক তেওঁলোকে লগ পালেগৈ আৰু আটাইকেউজনে ধৰাত তুয়ো পলেমাৰ্কুচৰ বাপেক চেফালুচৰ ঘৰলৈ গ'ল।

বুঢ়া বয়স আৰু এই বয়সৰ আলৈ-আহুকালৰ বিষয়ে চেফালুচ আৰু ছক্ৰেটিচৰ মাজত হোৱা কথোপকথনৰ মাজতে এটা প্ৰশ্নৰ অৱতাৰণা হ'ল—ন্যায় নো কি বস্তু ? সেইখিনিতে, ছক্ৰেটিচৰ লগত আলোচনাত বহিবলৈ পলেমাৰ্কুচক এৰি দি চেফালুচ ভিতৰ সোমাল।

ছাইমনাডিছে দিয়া ন্যায়ৰ সংজ্ঞাকে উত্থাপন কৰি পলেমাৰ্কুচে আৰম্ভ কৰিলে। ছাইমনাইডিছৰ মতে যাৰ যি প্ৰাপ্য তাকে দিয়াটোৱেই হ'ল ন্যায়। পিচে, এতিয়া প্ৰশ্ন হ'ল, ছাইমনাইডিছে 'প্ৰাপ্য' মানে কি বুজাইছিল? এইটো ঠিক যে তেওঁ 'প্ৰাপ্য' মানে 'সমুচিতত'কৈ অলপ বেছি বুজাইছিল ; কিয়নো তেওঁৰ মতে ধাৰৰ প্ৰকৃতি নিৰ্ভৰ কৰে ধাৰ-লওঁতা আৰু ধাৰ-দিওঁতাৰ মাজত থকা সম্বন্ধ কেনে বিধৰ, তাৰ ওপৰতে। গতিকে, বাস্তৱ ক্ষেত্ৰত বন্ধুক সহায় কৰা আৰু শত্ৰুক অন্যায় কৰাটোকে তেওঁ ন্যায় বুলি কৈছে।

---

১। থ্ৰেচীয় দেৱী বেণ্ডিছৰ সম্মানাৰ্থে এই উৎসৱ পতা হৈছিল বুলি আমি থ্ৰেচিমাকুচৰ কথা এষাৰৰপৰা জানিব পাৰিছোঁ।

ছক্রেটিচে তেতিয়া পলেমাৰ্কচক 'বন্ধু' শব্দটো ব্যাখ্যা কৰিবলৈ ক'লে আৰু পলেমাৰ্কচে উত্তৰ দিলে, 'উত্তম আৰু সাধু পুৰুষ বুলি গণ্য কৰা সকলেই আমাৰ বন্ধুৰ লেখত পৰিব।' তেতিয়া ছক্রেটিচে পলেমাৰ্কচক এই বুলি ক'লে যে যেহেতু মানুহৰ চৰিত্র নির্ণয় কৰাত সততে ভুল হোৱাৰ সম্ভাৱনাই বেছি, গতিকে আমি হয় ধৰিব লাগিব যে সজ আত্মাক অপকাৰ কৰাটোৱেই ন্যায়, অর্থাৎ তাকে কৰি এক অসাধু মতবাদ দাঙি ধৰিব লাগিব, নহয়, আমি ক'ব লাগিব আমাৰ বন্ধুবর্গক অপকাৰ কৰাটোও কোনো কোনো ক্ষেত্রত ন্যায়ৰ ভিতৰত পৰিব, আৰু ইয়াকে কৈ আমি ছাইমনাইডিছৰ মতৰ সম্পূর্ণ বিৰুদ্ধে যাব লাগিব।

এনে এক উভয় সংকটৰপৰা ৰক্ষা পাবলৈ পলেমাৰ্কচে নতুন যুক্তি দাঙি ধৰি ছাইমনাইডিছৰ মত এইবুলি ব্যাখ্যা কৰিলে—যদিহে আমাৰ বন্ধুবর্গ সুপুৰুষ হয় তেন্তে তেওঁলোকক সহায় কৰা উচিত; সেইদৰেই, আমাৰ শত্রুবোৰ যদি কুপুৰুষ হয় তেন্তে সেইসকলক অনিষ্ট কৰা উচিত।

ইয়াৰ উত্তৰত ছক্রেটিচে উপমা এটাৰে প্ৰমাণ দি ক'লে, মানুহ এজনক অনিষ্ট কৰা মানেই হ'ল মানুহজনৰ সাধুতাৰ হ্ৰাস কৰা, অর্থাৎ তেওঁৰ ন্যায্যতা হ্ৰাস কৰা। কিন্তু ন্যায়বন্ত পুৰুষ এজনে ন্যায় পালন কৰিবলৈ যাওঁতে অইন এজনৰ ন্যায্যতা কেনেকৈ হ্ৰাস কৰিব পাৰে? এনেবিধ ধাৰণা কোনোমতেই সঙ্গত হ'ব নোৱাৰে। গতিকে পলেমাৰ্কচৰ সংশোধনীৰ ৰূপতো ছাইমনাইডিছৰ সংজ্ঞা অশুদ্ধ বুলি প্ৰমাণ হ'ল।

এনেতে থ্ৰেচিমাকুচে ঘপহ কৰে আহি মেলত সোমাল আৰু কিছু সময় ইতস্ততঃ কৰি থাকি ন্যায়ৰ সংজ্ঞা এটা দি ক'লে, "বলিষ্ঠ শ্ৰেণীৰ স্বাৰ্থ ৰক্ষাই হৈছে ন্যায়।" নিজৰ ব্যাখ্যাৰ সমর্থনত তেওঁ এইবুলি যুক্তি দাঙি ধৰিলে—আইন অমান্য কৰা কথাটো সকলো ৰাজ্যতে অন্যায় বোলা হয়। কিন্তু আইন প্ৰণয়ন কৰা হয় চৰকাৰৰ স্বাৰ্থত আৰু চৰকাৰ হ'ল প্ৰজাতকৈ শক্তিশালী; এতেকে সাৰ্ব্বজনীনভাৱে ন্যায়ৰ সংজ্ঞা হ'ল বলিষ্ঠ শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা। অর্থাৎ যাৰে বল তাৰে চল।

কিন্তু ছক্রেটিচে ক'লে, চৰকাৰে বহুত সময়ত ভুল কৰে আৰু এনেকুৱা আইনো প্ৰণয়ন কৰে যি আইনে চৰকাৰৰ নিজৰ স্বাৰ্থতেই আঘাত কৰে; আৰু, ইফালে, থ্ৰেচিমাকুচৰ মতে ন্যায় স্থাপন হ'বলৈ হ'লে সকলো সময়তে প্ৰজাসকলে দেশৰ আইন মানি চলিব লাগিব। এতেকে, চৰকাৰৰ স্বাৰ্থৰ ক্ষতি সাধন কৰাটো, অৰ্থাৎ যিটো কাম বলিষ্ঠ শ্ৰেণীৰ স্বাৰ্থত নহয় সেইটো কৰাটোও বহুত সময়ত প্ৰজাৰ পক্ষে ন্যায্য হ'ব। এইবাবেই ন্যায়ক বলিষ্ঠ শ্ৰেণীৰ স্বাৰ্থ আখ্যা দিব নোৱাৰি।

কিন্তু এনে সিদ্ধান্তত উপনীত হোৱাৰপৰা হাত সাৰিবলৈ থ্ৰেচিমাকুচে তেওঁৰ আগৰ যুক্তি সলাই কথাটো ভাঙি ক'লে বোলে আচলমতে ক'বলৈ গ'লে শাসনকৰ্ত্তা এজন যি পৰ্য্যন্ত শাসক হিচাপে থাকে সেই পৰ্য্যন্ত তেওঁক ভুল কৰা বুলি ক'ব নোৱাৰি; আৰু সেইবাবেই চৰকাৰে চৰকাৰ হিচাপে নিজৰ সুবিধাৰ অৰ্থে ইহে আইন প্ৰণয়ন কৰে। আনহাতে, সেই আইনকে প্ৰজাসাধাৰণে মানি চলাটো ন্যায়ে বিচাৰে।

ইয়াৰ উত্তৰত ছক্রেটিচে প্ৰমাণ দি বুজাই দিলে যে যি কোনো কলাই নিজৰ পাত্ৰ বা অধীনস্থসকলৰ স্বাৰ্থলৈ হে চকু ৰাখে, কলাবিদ বা উচ্চপদস্থৰ স্বাৰ্থলৈ নহয়। শাসনকাৰ্য্য হ'ল এবিধ কলা; এতেকে ইও প্ৰজা বা অধীনস্থসকলৰ স্বাৰ্থলৈহে চাব।

ভেৰাৰখীয়াই নিজৰ সুবিধাৰ কাৰণেহে ভেৰাপালটোক খুৱাই-বুৱাই নোদোকা কৰি ৰখাৰ দৰেই শাসনকৰ্ত্তা এজনেও তেওঁৰ প্ৰজাসকলক নিজৰ স্বাৰ্থতহে পালন কৰে আৰু আচলতে ব্যাপক পৰ্য্যায়ত অন্যায় আচৰণ কৰিবপৰাটোৱেই মানুহৰ বাবে অতি উত্তম আৰু অতি লাভজনক পথ—এইবুলি কৈ থেচিমাকুচে আলোচনাৰ ধাৰ একেবাৰেই সলাই দিলে।

ছক্রেটিচে ক'লে, ভেৰাৰখীয়াই নিজৰ সুবিধাৰ কাৰণেহে ভেৰাপালক খুৱাই-বুৰাই ৰাখে বুলি কৰা মন্তব্যষাৰ শুদ্ধ নহয়; কিয়নো, থ্ৰেচিমাকুচে নিজে বান্ধি দিয়া সূত্ৰমতেই ওলাই পৰিছে যে প্ৰকৃততে ক'বলৈ গ'লে ভেৰাৰখীয়া স্বৰূপে ভেৰাৰখীয়াটোৱে ভেৰাপালৰ হে চিন্তা কৰে। তদুপৰি, শাসনকৰ্ত্তাই শাসনকাৰ্য্য

কৰাৰ বাবে পাৰিশ্ৰমিক কিয় বিচাৰে ? —চৰকাৰৰ কাৰ্য্যৰপৰা পোৱা লাভ শাসনকৰ্ত্তালৈ নাযায়, প্ৰজাই হে যে পায়, এই বুলি ধৰি লোৱাৰ বাবেই নহয় জানো ? যথাৰ্থতে ক'বলৈ গ'লে কলাকাৰ এজনে পৰিশ্ৰমৰ ফল পৰোক্ষভাৱে নিজৰ শিল্পবিদ্যাৰপৰা পায়। আৰু অৱশ্যে, ছক্ৰেটিচে যিটোক "মজুৰিৰ কলা" বুলিছে তাৰপৰা প্ৰত্যক্ষভাৱেও পায়। এই মজুৰিৰ কলাও সাধাৰণতে বাকী অন্যান্য কলাৰ লগতে থাকে।

দ্বিতীয়তে, ছক্ৰেটিচে যেতিয়া পূৰ্ণ ন্যায়তকৈ সম্পূৰ্ণ অন্যায় অধিক লাভজনক বুলি যুক্তি দাঙি ধৰিলে, তেতিয়া থ্ৰেচিমাকুচে ক'লৈ বোলে যি স্থলত অন্যায় হ'ল অকৃত্ৰিম শুদ্ধ নীতি আৰু এতেকেই বিজ্ঞ, সৎ আৰু শক্তিমন্ত, তেনেস্থলত ন্যায় হ'ল মাত্ৰ সাধাৰণ সজ প্ৰকৃতি হে। কথাৰ পাকত পেলাই ছক্ৰেটিচে থ্ৰেচিমাকুচক স্বীকাৰ কৰিবলৈ বাধ্য কৰালে যে (১) অন্যায়ধৰ্ম্মীজনে ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মী উভয়কে অতিক্ৰম কৰিবলৈ বা চেৰ পেলাবলৈ চেষ্টা কৰে ; কিন্তু ন্যায়ধৰ্ম্মীজনে একমাত্ৰ অন্যায়-ধৰ্ম্মীজনকহে অতিক্ৰম কৰিবলৈ বিচাৰে ; (২) যিজনেই কোনোবা এটা শিল্পকলাত পটু হয়, সেইজনেই সেই পটুতাৰ বাবে তেওঁ বিজ্ঞ আৰু সৎ হয়। তেনেজনে পটুসকলক অতিক্ৰম কৰিবলৈ বা চেৰ পেলাবলৈ নগৈ অপটুসকলকহে চেৰ পেলাবলৈ যায় ; (৩) এতেকে সৎ আৰু বিজ্ঞসকলে তেওঁলোকৰ সদৃশ সকলক চেৰ পেলাবলৈ নগৈ যিসকল তেওঁলোকৰ সদৃশ নহয় সেইসকলক হে চেৰ পেলাবলৈ যায়। গতিকে এতিয়া ইয়াৰপৰা আমি সিদ্ধান্ত কৰিব পাৰোঁ যে ন্যায়বন্তজনেই হ'ল জ্ঞানী আৰু সৎ ; আৰু অন্যায়ধৰ্ম্মীজন অজ্ঞ আৰু অসৎ। তাৰ পিচত ছক্ৰেটিচে দেখুৱালে যে যি স্থলত ন্যায়ে মিলন আৰু ঐক্য স্থাপন কৰে, সেইস্থলত অন্যায়ে বিবাদ আৰু বিভাজনহে সৃষ্টি কৰে। ৰাজ্য আৰু ব্যক্তি উভয়ৰে ক্ষেত্ৰত সম্মিলিত প্ৰচেষ্টাৰ বাবে দৰ্কাৰ হোৱা সমস্ত শক্তি অন্যায়ে ধ্বংস কৰি পেলায় আৰু সেই গতিকেই অন্যায় হ'ল দুৰ্ব্বলতাৰ উপাদান, শক্তিৰ উপাদান নহয়।

শেহত, ছক্ৰেটিচে এইটো বুজাবলৈ চেষ্টা কৰিলে যে চকু,

কাণ আৰু অন্যান্য অঙ্গৰ দৰে আত্মাৰো কৰিবলগীয়া নিৰ্দ্দিষ্ট কৰ্তব্য বা কৃত্য আছে। আৰু, আত্মাৰ এনে এটা বৈশিষ্টা আছে যাৰ যহত আত্মাই নিৰ্দ্দিষ্ট কৰ্ত্তব্য সম্পাদন কৰিব পাৰে। আত্মাৰ এই বৈশিষ্ট্যই হ'ল ন্যায়। গতিকে ন্যায়ৰ অবিহনে আত্মাৰ কাৰ্য্য সুচাৰুৰূপে চলিব নোৱাৰে আৰু আত্মাৰ নিজৰো শান্তি হ'ব নোৱাৰে। অৱশ্যে ছক্রেটিচে স্বীকাৰ কৰিছে যে তেওঁৰ নিজৰ মনেও এই যুক্তিবোৰ চূড়ান্ত ভাৱে গ্ৰহণ কৰিবপৰা নাই; কিয়নো তেওঁ এতিয়ালৈকে ন্যায়ৰ আচল প্ৰকৃতিটো উলিয়াব পৰা নাই।

[ দ্বিতীয় খণ্ড ]

দ্বিতীয় খণ্ডৰ আৰম্ভনিতে, থ্ৰেচিমাকুচে যি যুক্তি এৰি পেলাইছিল তাতেই গ্লকন আৰু এডিমেণ্টুচে ধৰিলে। এওঁলোকে ক'লে যে অন্যায়ধৰ্ম্মীজনৰ জীৱনতকৈ যে ন্যায়ধৰ্ম্মীজনৰ জীৱন সঁচাকৈয়ে ভাল. সেই কথা তেওঁলোকেও নিশ্চয় মানি ল'ব; পিচে, ন্যায়ৰ গুণকীৰ্ত্তন কৰা সকলে ন্যায়ৰ অন্তৰ্নিহিত গুণৰাশিলৈ আওকাণ কৰি ন্যায়ৰপৰা কেনেবাকৈ পাবপৰা সুবিধাবোৰতহে অতি বেচি জোৰ দিয়া হৈছে, সেই কথা তেওঁলোকৰ চকুত নপৰাকৈ থকা নাই। আনে কৰা অন্যায়ৰ পৰা ভুগিব লগা নহয় বুলি খাটাংকৈ যদি জানিলেহেঁতেন, তেন্তে মানুহে অন্যায় কৰিবলৈ আগ নেবাঢ়িলহেঁতেন জানো? ন্যায় জানো সামাজিক জীৱনৰ বাধ্য-বাধকতাত পৰি কৰা এবিধ আপোচ নহয়? কবি সকলে ন্যায়ৰ গুণগান কৰোঁতে জানো ঠিক ন্যায় বুলিয়েই বা ন্যায়ৰ কাৰণেই কৰে? আৰু, দেৱতা সকল যদি আছে বুলিয়েই ধৰা যায়, তেন্তে সেই দেৱতা সকলে অন্যায়ধৰ্ম্মী আৰু ন্যায়ধৰ্ম্মী জনৰ ভিতৰত কোন জনক কেনে চকুৰে চায়? পূজা-পাতল-বলিদানৰ যোগেও যদি অন্যায়ধৰ্ম্মী জনে পাপৰ প্ৰতিকাৰ কৰিব নোৱৰা হয়, তেতিয়াও বাৰু অন্যায়ধৰ্ম্মীজন পৰজগতত ন্যায়ধৰ্ম্মীজনৰ সৈতে সমানেই সুখী হৈ নেথাকিব নে আৰু তেনে মানুহ ইহ জগততো ন্যায়ধৰ্ম্মী জনতকৈ অধিক সুখী হৈ থকা নাই নে?

প্ৰশ্নটো যে কঠিন সেইকথা স্বীকাৰ কৰি লৈ ছক্ৰেটিচে ন্যায় আৰু অন্যায়ৰ প্ৰকৃতি কি তাক বহল ক্ষেত্ৰত আৰু ব্যাপক ভাৱে বিচাৰ কৰিব খুজিছে। ন্যায়ৰ লৈতে জানো নিশ্চিত ভাৱে ৰাজ্য আৰু ব্যক্তিৰ সম্পৰ্ক নাই? আৰু যদি হে আছে তেন্তে ৰাজ্যৰ ক্ষেত্ৰত এই সম্পৰ্ক আৰু ভালকৈ পূৰ্ণবিকশিত আৰু স্পষ্ট নহ'ব জানো? এতিয়া ৰাজ্যৰ উৎপত্তি কেনেকৈ হ'ল চোৱা যাওক। তেতিয়াই ন্যায় আৰু অন্যায়ৰ উৎপত্তিও আমি উলিয়াব পাৰিম।

মানুহে মানুহৰপৰা আঁতৰি অকলশৰে থাকি পূৰ্ণতা লাভ কৰিব নোৱাৰে। সেই কাৰণেই সমাজৰ উৎপত্তি আৰু ৰাজ্যৰো উৎপত্তি। সমাজ বা ৰাজ্য স্থাপন কৰিবলৈ হ'লে অন্ততঃ চাৰি-পাঁচ জন গোট খাব লাগিব। তেওঁলোকেই শ্ৰমবিভাজনৰ প্ৰথম আৰম্ভণি কৰে। যিমানে সমাজৰ সদস্যৰ সংখ্যা বাঢ়ি যায় সিমানে শ্ৰমবিভাজনো সূক্ষ্ম হৈ পৰে। গতিকে, প্ৰথম সমাজ খন খেতিয়ক, ঘৰসজা মিস্ত্ৰী, তাঁতী, আৰু মুচিয়াৰক লৈয়েই গঠিত হৈছিল। তাৰ পিছতেই আহি লগ লাগেহি বাঢৈ, কমাৰ, সোণাৰি, মেষ-পাল আৰু গৰখীয়া। লাহে লাহে বৈদেশিক বেহা-বেপাৰো আৰম্ভ হ'ল; লগে লগেই আমদানি বস্তুৰ দাম দিবৰ বাবে ঘৰুৱা বস্তুৰ উৎপাদন বঢ়াব লগীয়াত পৰিল। উৎপাদনৰ ক্ষেত্ৰ যেতিয়া বহল হৈ গ'ল তেতিয়া এক শ্ৰেণী বিলনিয়াৰ লগা হ'ল আৰু দোকান-পোহাৰ আৰু মুদ্ৰা প্ৰচলনৰ দৰকাৰ হৈ পৰিল। তাৰ লগতে ৰাজ্যক লগা হ'ল সদাগৰ, নাবিক, দোকানী আৰু মজদুৰ।

এনে দৰে সংগঠিত হোৱা ৰাজ্যত জীৱন ধাৰণৰ বাবে লাগ-তিয়াল সকলো সামগ্ৰীৰ অভাব পূৰণ হ'ব—অৱশ্যে যদিহে সম্পদ অনুপাতে জনসংখ্যা অতিমাত্ৰাত বাঢ়ি নাযায়। কিন্তু যদিহে জীৱন-ধাৰণৰ আৱশ্যকীয় সামগ্ৰীৰ লগতে ৰাজ্যক বিলাসী সামগ্ৰীৰো যোগান ধৰিব লগা হয়, তেনেহ'লে ৰাজ্যৰ ভিতৰত চাংমাই, মিঠাইৱলা, নাপিত, ভাৱৰীয়া, নৰ্ত্তকী, কবি, বৈদ্য ইত্যাদিও লাগিব। গতিকেই ৰাজ্যক বহল এলেকাৰ দৰকাৰ হ'ল। আকৌ যুদ্ধ মানেই লাগিল ৰণুৱা। ৰণুৱা বোৰকো ভালমতে প্ৰশিক্ষণ দি যুদ্ধৰ বাবে উপযোগী কৰিব লগা হ'ল। গতিকেই ৰাজ্যক

লাগিল এক স্থায়ী সেনা-বাহিনী। আৰু দৰ্‌কাৰ হ'ল এক শ্ৰেণী ৰাজ্যপালকৰ।

এই ৰাজ্যপালক কেনেকৈ বছা হ'ব? তেওঁলোকৰ নো কি কি গুণ থাকিব?—তেওঁলোক হ'ব লাগিব বলী, বেগী আৰ নিৰ্ভীক; তেজস্বী কিন্তু নম্ৰ। দৰ্শনৰ প্ৰতিও তেওঁলোকৰ স্পৃহা থাকিব লাগিব।

[ তৃতীয় খণ্ড ]

কিন্তু, তেওঁলোকক কেনেকৈ শিক্ষা দিয়া যাব?—প্ৰথমতে শিশু অৱস্থাত তেওঁলোকক শুনোৱা উপাখ্যানৰ সাৰমৰ্ম্মৰ ওপৰত আমি বিশেষ চকু ৰাখিব লাগিব। দেৱতা সকলৰ সম্মান লাঘব কৰা কোনো কথা এই উপাখ্যানবোৰত থাকিব নোৱাৰিব। দেৱতা সকলে যে ইজনে সিজনৰ বিৰুদ্ধে যুদ্ধ কৰে বা সন্ধি ভঙ্গ কৰে নাইবা মানুহক তুৰ্দ্দশাত পেলায়, নাইবা তেওঁলোকে যে পৃথিবীত বিভিন্ন ৰূপত দেখা দিয়েহি বা মিছা কথা কৈ আমাক বিপথে পৰিচালিত কৰে—এনেবোৰ কথা ক'ব নেলাগে। আনহাতে, পৰকাল অন্ধকাৰময় বুলি কৈ সিহঁতক মৃত্যুলৈ ভয় কৰিবলৈও শিকাব নেলাগিব; সিহঁতৰ আগত মহৎ লোক সকলৰ চৰিত্ৰ দাঙি ধৰোঁতেও কেতিয়াও তুলুঙা বা হাস্যাস্পদ নাইবা কামাতুৰ ৰূপত ধৰিব নেলাগিব। বৰঞ্চ শিক্ষাৰ বাবে যিমানবোৰ উপাখ্যান কোৱা হ'ব সেই সকলোবোৰে সিহঁতৰ মনত সত্যনিষ্ঠা, নিৰ্ভীকতা আৰ আত্মসংযমৰ ভাব দ-কৈ সুমুৱাই দিব লাগিব।

দ্বিতীয়তে, এই উপাখ্যানবোৰ কেনে ধৰণে সজাই কোৱা হয় তাৰ ওপৰতেই সেইবোৰৰ প্ৰভাৱ বহুত দূৰ নিৰ্ভৰ কৰিব। নাটকৰ দৰেই কবিতাও, হয়, সম্পূৰ্ণ অনুকৰণজাতীয় হ'ব পাৰে, নহয়, দিথিৰেম্ব ( আবেগপূৰ্ণ গ্ৰীক গীতি কবিতা )ৰ দৰে সম্পূৰ্ণ বৰ্ণনামূলক নাইবা মহাকাব্যৰ দৰে এই তুইৰে সংমিশ্ৰণ হ'বও পাৰে। কিন্তু, এজেন মানুহে বহুত কাম কৃতকাৰ্য্যতাৰে কৰিব বা অনুকৰণ কৰিব নোৱাৰে। এতেকে, ৰাজ্যপালকসকলে যদি অনুকৰণ কৰিবলৈ শিকিবই লাগে তেন্তে তেওঁলোকক উচ্চ আৰু মহৎ

চৰিত্ৰৰ পুৰুষক অনুকৰণ কৰিবলৈ দিব লাগে। এনে মহৎ পুৰুষসকলৰ লিখা আৰু কোৱাৰ ধৰণ হ'ল সদায় সৰল আৰু কঠোৰ আৰু তাত কাচিৎহে অনুকৰণৰ সংমিশ্ৰণ থাকে। সেইবাবে ৰাজ্যপালক সকলকো একে ঠাঁচত হে ভাব প্ৰকাশ কৰিবলৈ দিব লাগিব; আৰু, তেওঁলোকৰ শিক্ষা ভদাৰক কৰা কবি সকলকো সেই ঠাঁচতেই লিখিবলৈ বাধ্য কৰিব লাগিব।

তদুপৰি, গান, সুৰ, তাল আৰু বাদ্যযন্ত্ৰৰ ক্ষেত্ৰত কঠোৰ নিয়ম থাকিব লাগিব। পূৰ্ণাঙ্গ ৰাজ্যত কেতিয়াও কোনো ৰকমৰ কোমল আৰু দুৰ্ব্বলতাজনক সঙ্গীতক প্ৰবেশ কৰিবলৈ দিব নেলাগে। বীণ, গিটাৰ আৰু বাঁহীৰ বাদে সকলো বাদ্যযন্ত্ৰ বাদ দিব লাগিব। সেইদৰে, সকলো প্ৰকাৰৰ জটিল সুৰ নিষিদ্ধ কৰি একমাত্ৰ সৰল সুৰ হে থাকিবলৈ দিয়া হ'ব। এই সকলোবোৰৰে উদ্দেশ্য হ'ল শিক্ষাৰ্থীসকলৰ মনত সৌন্দৰ্য্য, লয় আৰু অনুপাতৰ জ্ঞান দি সামূহিক চৰিত্ৰ গঠন কৰা আৰু সিহঁতৰ মাজত সকলো প্ৰকাৰৰ পাৰস্পৰিক সম্বন্ধ কেনে হ'ব লাগে শিকোৱা।

এইদৰে, গ্ৰীক অৰ্থত সঙ্গীতৰ বিষয়ে আলোচনা কৰি ছক্ৰেটিচে ইয়াৰ পাছত ব্যায়ামৰ আলোচনা মুকলি কৰিলে। ৰাজ্যপালক শ্ৰেণীৰ আহাৰ সাধাৰণ বিধৰ আৰু নিয়মীয়া অৰ্থাৎ স্বাস্থ্যকৰ হ'ব লাগিব। এনে আহাৰে তেওঁলোকক অসাধাৰণ পৰিস্থিতিৰ বাদে অইন সময়ত চিকিৎসকৰপৰা মুক্ত ৰাখিব। আমি এইখিনিতে অৱশ্যে মনত ৰখা উচিত যে সঙ্গীতৰ সৈতে মনৰ যি সম্পৰ্ক আছে, ব্যায়ামৰ সৈতে শৰীৰৰো সেই একে সম্পৰ্কই আছে বুলি ধৰিলে ভুল কৰা হ'ব। বৰঞ্চ এইটো ক'লেহে শুদ্ধ হ'ব যে ব্যায়ামে আমাৰ প্ৰকৃতিৰ তেজী উপাদানবোৰৰ বিকাশ সাধন কৰে, যেনেকৈ সঙ্গীতে বিকাশ কৰে দাৰ্শনিক উপাদানবোৰৰ। শিক্ষাৰ ঘাই উদ্দেশ্যই হ'ল এই দুই উপাদানক উচিত আৰু সুসংগত অনুপাতত একত্ৰিত কৰি সাম্য অৱস্থাত ৰখা।

এয়াই হ'ল ৰাজ্যপালক শ্ৰেণীৰ শিক্ষা আৰু অনুশাসন সম্বন্ধীয় কথা। এতিয়া ওলাই পৰিল যে ৰাজ্যৰ শাসনকৰ্ত্তা সকলক উচ্চ শ্ৰেণীৰ মাজৰপৰা হে বাছি উলিয়াব লাগিব। তেওঁলোক প্ৰকৃততে

হ'ব লাগিব সমাজৰ সদস্যসকলৰ ভিতৰত প্ৰধানতম, সকলোতকৈ সুবিবেচক, কৰ্ম্মদক্ষ আৰু সৰ্ব্বোপৰি একান্ত দেশপ্ৰেমিক আৰু নিঃস্বাৰ্থ। এনেসকলেই হ'ল ৰাজ্যৰ প্ৰকৃত শাসক। ইয়াৰ বাদ-বাকীখিনিক সহায়কাৰী বুলিব পাৰি। আৰু, এই ব্যৱস্থাৰ যুক্তিযুক্ততাত নাগৰিক সকলক পতিয়ন নিয়াবলৈ হ'লে আমি তেওঁ-লোকৰ আগত এনে এটা উপাখ্যান দাঙি ধৰিব লাগিব যাৰ মতে তেওঁলোক সকলোকেই গঢ় দিয়া হৈছিল পৃথিবীৰ গৰ্ভত। এই পৃথিবীয়েই হ'ল সকলোৰে মাতৃ। দেৱতাসকলে কৃপা কৰি তেওঁলোকৰ এভাগক সোণ, আন এভাগক ৰূপ আৰু বাকীখিনিক লো আৰু তাম মিহলাই গঢ় দিলে। এইসকলৰ প্ৰথম বিধেই হ'ব লাগিব ৰাজ্যপালক, দ্বিতীয় বিধ সহায়কাৰী আৰু তৃতীয় বিধ খেতিয়ক আৰু কাৰিকৰ। এই নিয়ম খুব সাৱধানে পালন কৰি স্থায়ী কৰিব লাগিব। নহ'লে, ৰাজ্য ধ্বংসৰ মুখত পৰিব।

শেহত, ৰাজ্যপালক আৰু সহায়কাৰীৰ দলটোৰ বাবে নগৰৰ ভিতৰত আমি এটা শিবিৰ বাছিব লাগিব, য'ত তেওঁলোকে কঠোৰ আৰু মিতব্যয়ী জীৱন যাপন কৰিব আৰু স্থায়ী ঘৰত নাথাকি তম্বু ঘৰত বাস কৰিব। তেওঁলোকৰ থকা-খোৱাৰ খৰচ বহন কৰিব বাকী নাগৰিক সকলে। সৰ্ব্বোপৰি, তেওঁলোকৰ নিজা বুলি কোনো সা-সম্পত্তি নাথাকিব। কিয়নো, এইদৰে নকৰিলে এই দলটো ৰক্ষক নহৈ ভক্ষক হে হৈ পৰিবগৈ।

[ চতুৰ্থ খণ্ড ]

এইখিনিতে এডিমেণ্টুচে আপত্তি তুলি ক'লে বোলে এই বাছকবনীয়া ৰাজ্যপালক দলটোৱে সকলো পাব হয়, কিন্তু দেখোন সিহঁত সুখী জীৱনৰপৰা একেবাৰেই বঞ্চিত হৈ পৰিব।

তাৰ উত্তৰত ছক্ৰেটিচে ক'লে, হয়তো তেনে হ'বও পাৰে। কিন্তু আচল প্ৰশ্ন সেইটো নহয়। প্ৰকৃত বিধায়কৰ লক্ষ্য হ'ল ৰাজ্যপালক, সহায়ক আৰু উৎপাদক এই তিনিও শ্ৰেণীকে ধৰি সমগ্ৰ ৰাজ্যখনকে সুখী কৰা। ইয়াকে সাধন কৰিবলৈ যাওঁতে ৰাজ্যপালক শ্ৰেণীৰ কৰ্ত্তব্যৰ কথা বিবেচনা কৰিবলগীয়া হৈছে।

প্ৰথমে প্ৰথমে ৰাজ্যপালক শ্ৰেণীয়ে চাব লাগিব যাতে ৰাজ্যৰ আনবোৰ সদস্যই অপৰিমিত ঐশ্বৰ্য্য বা অপৰিমিত দাৰিদ্ৰ্যৰ ফালে ঢাল ল'ব নোৱাৰে। দ্বিতীয়তে, ৰাজ্যৰ চাৰিসীমা অতি দ্ৰুতবেগে বৃদ্ধি কৰাৰ বিৰুদ্ধে তেওঁলোক সতৰ্ক থাকিব লাগিব। তৃতীয়তে সঙ্গীত আৰু ব্যায়ামৰ ক্ষেত্ৰত দৃঢ়তাৰে সকলো প্ৰকাৰৰ সংস্কাৰ ৰোধ কৰিব লাগিব। আন আন সৰুসুৰা নিয়ম-প্ৰণালীবোৰ বান্ধিবলৈ সন্তহতে বিচাৰকসকলৰ হাতত দিবপৰা হ'ব। পূজা-পাতল আৰু ধৰ্ম্ম সম্পৰ্কীয় আন উৎসৱাদিৰ সকলো কথা ডেলফীয় এপলোৰ নিৰ্দ্দেশত চলিব।

ৰাজ্যৰ উৎপত্তি কেনেকৈ হ'ল তাক ব্যাখ্যা কৰি ছক্ৰেটিচে এতিয়া ন্যায় কি আৰু ৰাজ্যৰ কোনটো অংশত আমি ন্যায়ৰ সন্ধান কৰিব লাগে সেই প্ৰশ্নলৈ আহিছে।

সংগঠন ঠিক মতে হ'লে ৰাজ্য এখন আদৰ্শ-ৰাজ্য নহৈ নোৱাৰে। আদৰ্শ-ৰাজ্য মাত্ৰেই বহুদৰ্শী, নিৰ্ভীক, সাম্য আৰু ন্যায়পৰায়ণ হ'বই। গতিকে ৰাজ্য-ধৰ্ম্ম মানে যদি বিচাৰ-শক্তি, সাহস, মিতাচাৰ আৰু ন্যায়ৰ এক নিৰ্দ্দিষ্ট সমষ্টিয়েই হয়, তেন্তে এই চাৰিটাৰ ভিতৰত যেই কোনো তিনিটা উলিয়াব পাৰিলেই একে প্ৰণালীতে চতুৰ্থটোৰ প্ৰকৃতিও উলিয়াবপৰা হ'ব।

ৰাজ্যৰ বিচাৰশক্তিৰ কেন্দ্ৰস্থল হ'ল ৰাজ্যপালক বা শাসকৰ সৰু শ্ৰেণীটোৱেই। সেইদৰে ৰাজ্যৰ সাহসী ধৰ্ম্মৰ অৱস্থান হ'ল সহায়ক দলত। কোনটো প্ৰকৃততে অতিক্ৰম কৰিবপৰা হ'ব বা কোনটো নহয়, তাক সকলো সময়তে ঠিক মতে নিৰূপণ কৰিব-পৰাটোৱেই হ'ল সাহস।

মিতাচাৰৰ মূল বস্তু হ'ল সংযম। শাসকবৰ্গই শাসিতবৰ্গৰপৰা আনুগত্য লাভ কৰিব আৰু শাসিতবৰ্গ শাসকবৰ্গৰ আজ্ঞাধীন হৈ থাকিব। শাসকবৰ্গৰ এই অধিকাৰ স্বীকাৰ কৰি লোৱাটোৱেই হ'ল ৰাজনৈতিক মিতাচাৰৰ সাৰবস্তু। বিচাৰশক্তি আৰু সাহস যেনেকৈ এটা বিশেষ শ্ৰেণীতহে পোৱা যায়, তেনেকৈ মিতাচাৰ বিশেষ শ্ৰেণী এটাতে আৱদ্ধ হৈ নাথাকে। আনুগত্য আৰু আজ্ঞাপালনৰ বিষয়ত সৰ্ব্বসম্মতি আৰু সমন্বয়ৰ ৰূপত মিতাচাৰ সমগ্ৰ

ৰাজ্যতে ব্যাপক হৈ থাকে। তেনেহ'লে, এতিয়া আমি তিনি বিধক পালোঁ। পিচে, চতুৰ্থ বিধ ক'ত ?

বিচাৰ-শক্তি, সাহস আৰু মিতাচাৰ এই তিনিওকো বাদ দিলে দেখা যাব যে এনে কিবা এটা বৈ গ'ল যিটো ন'হলে ৰাজ্যত এই তিনিওটা থিত ল'ব আৰু সুকলমে বৰ্ত্তি থাকিব নোৱাৰে। এই কিবাটোৱেই তেনেহ'লে ন্যায় হ'ব লাগিব। ন্যায়ৰ সংজ্ঞা এই বুলি দিব পাৰি যে লোকৰ কামত হাত দিবলৈ নগৈ নিজৰ কামত মন পুতি লাগি থাকিবলৈ যিহে সকলোকে শিকায় সিয়েই হ'ল ন্যায়—অৰ্থাৎ যিহে ৰাজ্যৰ তিনিও শ্ৰেণীক একত্ৰিত কৰে আৰু প্ৰত্যেককে নিজ নিজ স্থানত ৰাখি থয় সিয়েই হ'ল ন্যায়। বিপৰীত পক্ষে, ৰাজনৈতিক অন্যায়ৰ মুল কথা হ'ল তিনিও শ্ৰেণীতে ব্যাপি থকা অধৈৰ্য্য আৰু পৰৰ কামত হস্তক্ষেপ কৰাৰ মনোভাব—যাৰ ফলত এটা শ্ৰেণীয়ে বাকী দুই শ্ৰেণীৰ কৰ্ম্মস্থল, বিষয়-সম্পত্তি আৰু কাম-কাজত হস্তক্ষেপ কৰেগৈ।

বাৰু, এইখিনি কথাকে এতিয়া এজন ব্যক্তিৰ গাত প্ৰয়োগ কৰি চোৱা যাওকচোন।

ৰাজ্যৰ ভিতৰত যিবোৰ ধৰ্ম্ম পোৱা যায়, ব্যক্তিৰ গাতো সেইবোৰকে পাব লাগিব। ব্যক্তিগত সদস্যৰ যোগেদি নাহিলে এইবোৰ ধৰ্ম্ম ৰাজ্যৰ ভিতৰত কেনেকৈ সোমাব ? গতিকেই, ৰাজ্যত থকা শ্ৰেণী তিনটাৰ অনুৰূপে ব্যক্তিৰ ভিতৰতো তিনটা প্ৰবৃত্তি নিশ্চয় পোৱা যাব। সেই কেইটা আছে নে নাই এতিয়া চোৱা যাওক।

মনৰ ভিতৰত যদি দুটা বিপৰীতমুখী প্ৰবৃত্তি একেলগে থাকে, তেন্তে সেই দুটা একেটা উৎসৰ পৰাই আহিব নোৱাৰে। পিয়াহত আতুৰ হৈ থকা জনেও কেতিয়াবা পানী খাবলৈ অনিচ্ছুক হ'ব পাৰে। তেনে অৱস্থাত তেওঁৰ ভিতৰত দুটা প্ৰবৃত্তিয়ে কাম কৰিব লাগিব—এটাই পানী খাবলৈ কৈছে, আনটোৱে বাধা দিছে। আগৰটো আহিছে তৃষ্ণা বা ক্ষুতাহৰপৰা, পাছৰটো বিবেকৰপৰা। গতিকে আমাৰ আত্মাত অন্ততঃ দুটা নিৰ্দ্দিষ্ট উপাদান আছে—এটা বিবেক সম্পন্ন আৰু আনটো বিবেকহীন বা বুভুক্ষু নাইবা কামুক।

একেদৰেই আমি তৃতীয় উপাদান এটা ও বিচাৰিব লগা হ'ল।

আৰু সিয়েই হ'ল, ক্রোধ, তেজস্বিতা আৰু অসন্তোষৰ কেন্দ্রস্থল। তাকেই তেজীয়ান, আবেগী বা খিংখিঙীয়া উপাদান বুলিব পাৰি। যেতিয়া বিবেকসম্পন্ন প্রবৃত্তি আৰু বিবেকহীন প্রবৃত্তি দুয়োকো দুফালে পোৱা যায়, তেতিয়াই এই তৃতীয় প্রবৃত্তিয়ে সদায় প্রথম বিধ প্রবৃত্তিৰ লগলৈ যায়। এইদৰে আমি ব্যক্তিৰ গাত বিবেক-সম্পন্ন, তেজীয়ান আৰু আসক্তিমূলক উপাদান পাওঁহক, যেনেকৈ ৰাজ্যৰ ভিতৰত যথাক্রমে ৰাজ্যপালক, সহায়ক আৰু উৎপাদক শ্রেণী থাকে। অর্থাৎ ব্যক্তি এজন জ্ঞানী হয় বিবেকসম্পন্ন উপাদানৰ বিচাৰশক্তিৰ যহত আৰু সাহসী হয় তেজীয়ান উপাদানৰ গুণত। যেতিয়া বিবেকসম্পন্ন উপাদানে বাকী দুটা উপাদানৰ পূর্ণ সম্মতিক্রমে শাসন কৰে তেতিয়া সেই ব্যক্তি পৰিমিতাচাৰী হয়। যেতিয়া তিনিও বিধ উপাদানৰ প্রত্যেকেই কোনেও কাকো হস্তক্ষেপ নকৰাকৈ নিজ নিজ নির্দ্ধাৰিত কাম উচিত মতে কৰি যায় তেতিয়াই সেই ব্যক্তি ন্যায়পৰায়ণ হয়। যিবোৰ কার্য্যক সচৰাচৰ ন্যায়সঙ্গত বোলা হয়, সেইবোৰ সম্পাদন কৰা আৰু সকলো অন্যায় কার্য্যৰেপৰা সাৱধানে আঁতৰি থকাটোৱেই জানো মনৰ আন্তৰিক সমন্বয়ৰে বহিঃপ্রকাশ নহয় ?

আনহাতে, অন্যায়ে এই তিনিও উপাদানৰ কামত বাধা দিয়ে আৰু খেলি-মেলি লগাই দিয়ে। এইদৰে, সেইবোৰৰ মাজত থকা মিলন আৰু সমন্বয় ধ্বংস হোৱাৰ ফলত উপাদানবোৰ বিভিন্ন প্রকাৰৰ অপৰাধী কর্ম্মৰ যোগে প্রকাশ পায়। গতিকে, ন্যায় হ'ল এবিধ স্বাভাৱিক সমন্বয় আৰু মনৰ এক সুস্থ অৱস্থা ; আনহাতে, অন্যায় হ'ল এবিধ অস্বাভাৱিক বিৰোধ আৰু ৰোগ। আৰু যদি এইটোৱেই হয়, তেন্তে ন্যায় আৰু অন্যায়ৰ ভিতৰত কোন বিধৰ গৰাকী হোৱাটো হিতকৰ হ'ব সেই বিষয়ে অনুসন্ধান কৰাৰ আৱশ্যকেই নকৰে।

[ পঞ্চম খণ্ড ]

ইমানলৈকে আহি, ছক্রেটিচে মানসিক পৰিস্থিতি আৰু ৰাজনৈতিক সংগঠনৰ ঘাই ঘাই প্রকাৰৰ বর্ণনা দিবলৈ ধৰোঁতেই

পলেমাৰ্কচ আৰু এডিমেণ্টচে তেওঁক নাৰী আৰু শিশু সমাজৰ বিষয়ে বিতংকৈ ব্যাখ্যা কৰিবলৈ অনুৰোধ কৰিলে। এই বিষয়ত অৱশ্যে ছক্রেটিচে আগতেই এবাৰ চমুকৈ উল্লেখ কৰিছিল। গতিকে ক'বলৈ একেবাৰে ইচ্ছা নাছিল। তথাপি, ছক্রেটিচে তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰিলে।

ছক্রেটিচৰ মতে নাৰীক দিয়া শিক্ষা-প্রশিক্ষণ পুৰুষৰ সৈতে সম্পূর্ণ একেই হ'ব লাগে; কিয়নো, সঙ্গীত আৰু ব্যায়াম শিকিবলৈ পুৰুষৰ সৈতে নাৰীও সমানে উপযুক্ত। পুৰুষৰ দৰে নাৰীয়েও সকলো কামতে সমানে পাৰদর্শিতা দেখুৱাব পাৰে। নাৰী-পুৰুষৰ মাজত যি সামান্য পার্থক্য আছে সি কেৱল মাত্রা-ভেদৰ হে, প্রকাৰ-ভেদৰ নহয়। শাৰীৰিক শক্তিত নাৰী পুৰুষতকৈ দুৰ্ব্বল হোৱাৰ বাবেই এইকণ পার্থক্য। যি সকল নাৰীয়ে দর্শন বা যুদ্ধৰ প্রতি আগ্রহ থকাৰ প্রমাণ দিয়ে, তেওঁলোকক ৰাজ্যপালক বা সহায়কাৰীসকলৰ লগত একেলগে কাম কৰিবলৈ তথা কৰ্ত্তব্যৰ অংশীদাৰ হ'বলৈ আৰু তেওঁলোকৰ পত্নী হ'বলৈ দিব লাগে। এনে ধৰণে পতা সম্বন্ধ সম্পূর্ণৰূপে বিচাৰক শ্রেণীৰ নিয়ন্ত্রণত থাকিব আৰু ধৰ্ম্মমতে সম্পাদিত হ'ব লাগিব। কিন্তু সন্তান-সন্ততিবোৰক মাক-বাপেকৰপৰা আঁতৰাই ৰাখি সুকীয়াকৈ ৰাজ্যৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল কৰিব লাগিব। এই ধৰণে কৰিলেহে—আৰু, ইয়েইহে একমাত্র উপায়—ৰাজ্যপালক আৰু সহায়কাৰী শ্রেণীয়ে ব্যক্তিগত সম্পত্তিৰ সকলো মোহ এৰিব পাৰিব। আৰু, তেতিয়াহে উমৈহতীয়া স্বাৰ্থৰ ঐক্যবোধ সম্পূর্ণকৈ উপলব্ধি কৰিব পাৰিব! এনে উপলব্ধিয়েই হে এহাতে ৰাজ্যপালক আৰু সহায়কাৰী দলৰ পৰস্পৰৰ মাজত, আৰু আনহাতে, দুই ভাগৰ ব্যক্তিগত সদস্যসকলৰ মাজত যুগমীয়া মিলন স্থাপন কৰিব পাৰিব।

ইয়াৰ পাছতে ছক্রেটিচে শিশুসকলক সৰুতে কেনেকৈ যুদ্ধ-বিদ্যা শিকাব লাগে তাৰ নিয়ম-প্রণালী দাঙি ধৰিছে। লগতে, কাপুৰুষ আৰু সাহিয়ালক চিকিৎসা কৰাৰ আৰু যুদ্ধত মৰাসকলৰ গাৰ সম্পদ লুট কৰা আৰু বিজয়-স্তম্ভ নিৰ্ম্মাণ কৰাৰ নিয়ম-প্রণালীবো আভাস দিছে।

নাৰী আৰু শিশুৰ এনে এখন সমাজ কেবাফালৰপৰা বাঞ্ছনীয় হ'ব বুলি তেওঁ ও মানে বুলি এডিমেণ্টুচে এইখিনিতে ছক্রেটিচক ক'লে। কিন্তু এনে এখন সমাজ জানো সম্ভৱপৰ হ'ব আৰু, হ'লেও, কিমানদূৰ সম্ভৱ হ'ব এই কথা বুজাই দিবলৈ তেওঁ ছক্রেটিচক আহ্বান জনালে।

উত্তৰত ছক্রেটিচে এডিমেণ্টুচক সোঁৱৰাই দিলে যে আৰম্ভণিৰেপৰা তেওঁৰ উদ্দেশ্য হৈছে এখন আদর্শ-ৰাজ্যৰ ছবি দাঙি ধৰা। সেইটোকে কৰিব পাৰিলে ন্যায়ৰ স্বৰূপ বিচাৰ উলিয়াবপৰা যাব বুলি তেওঁৰ সম্পূর্ণ বিশ্বাস। এনে এখন ৰাজ্য বাস্তৱত স্থাপন কৰিবপৰা হ'ব নে নহয় সেইটো নিতান্তই গৌণ কথা; আদর্শ-ৰাজ্য সাধনৰ বাবে গ্রহণ কৰা পদ্ধতিৰ শুদ্ধতা বা ফলাফলৰ সত্যতাক সেই কথাই অপ্রমাণ কৰিব নোৱাৰে। অৱশ্যে কোনোৱে হয়তো তেওঁক সুধিব পাৰে, কেনেকৈনো বর্তমানে প্রচলিত ত্রুটিপূর্ণ ৰাজ্যবোৰক এতিয়া বর্ণনা কৰা আদর্শ-ৰাজ্যৰ নিচিনা কৰিবপৰা হ'ব।

এই মহৎ কাম সম্পাদন কৰিবলৈ হ'লে এক মৌলিক পৰিবর্তন আনিব লাগিব। মাথোন এটাই পৰিবর্তন। অর্থাৎ, যি কোনো প্রকাৰেই নহওক, উচ্চতম ৰাজনৈতিক ক্ষমতা দার্শনিকৰ হাতত সোধাব লাগিব। অসম্ভৱহেন এনে এটা ব্যৱস্থাৰ প্রতি যি বিৰোধিতা হোৱাৰ সম্ভাৱনা আছে সেই বিৰোধিতাৰ স্থল নাইকিয়া কৰিবলৈকে এতিয়া আমি আদর্শ-দার্শনিকৰ চৰিত্র দাঙি ধৰিব লাগিব।

এই ক্ষেত্রত প্রথম কথা হ'ল, যথার্থ দার্শনিকজন সদায় সম্পূর্ণ-জ্ঞানৰ প্রতি গভীৰভাৱে অনুৰক্ত হ'ব। এইখিনিতে আমি প্রকৃত জ্ঞানপিপাসু আৰু নকল জ্ঞানপিপাসুৰ মাজত থকা প্রভেদলৈ সাৱধানে চকু ৰাখিব লাগিব। দুইবিধৰ মাজত প্রভেদ এই-খিনিতেই যে পিছৰ বিধে আমাৰ চাৰিও দিশে থকা ভিন ভিন মনোৰম বস্তু অধ্যয়নতে নিজক সন্তুষ্ট ৰাখে; কিন্তু আগৰ বিধে প্রকৃত সৌন্দর্য্যৰ মৌ বিচাৰি নাপায় মানে ক্ষান্ত নহয়। নকল জ্ঞানপিপাসুৰ বৌদ্ধিক স্তৰকে অভিমত আখ্যা দিব পাৰি। আচল

জ্ঞানপিপাসুৰ বৌদ্ধিক স্তৰেই হ'ল প্ৰকৃত জ্ঞান বা বিজ্ঞান। এই ক্ষেত্ৰত আমি দুই মূৰে দুটা চৰম বিপৰীত সীমা দেখিবলৈ পাওঁহক —এমূৰে (১) যথাৰ্থ সত্তা বা অস্তিত্ব, যাক জ্ঞানে উপলব্ধি কৰিব পাৰে, আৰু আন মূৰে (২) সত্তা-অস্বীকাৰ বা অনস্তিত্ব। বিজ্ঞানৰ বাবে আচল সত্তা যেনে, অজ্ঞানতা বা জ্ঞানৰ অস্বীকাৰৰ বাবেও অনস্তিত্ব তেনে। যথাৰ্থ অস্তিত্ব আৰু অনস্তিত্বৰ মধ্যৱৰ্ত্তী অৱস্থাত ৰৈছে দৃশ্য-অস্তিত্ব। আনহাতে জ্ঞান আৰু অজ্ঞানতাৰ মধ্যৱৰ্ত্তী অৱস্থা হৈছে অভিমত। গতিকে ইয়াৰ পৰাই ঠাৱৰাব পাৰি যে অভিমতে দৃশ্য-অস্তিত্বৰ সন্ধেদ লয়। যি যথাৰ্থ সত্তাৰ অধ্যয়ন কৰে তেওঁক জ্ঞান-পিপাসু বা দাৰ্শনিক বুলিব লাগিব। যি দৃশ্য-অস্তিত্বৰ অধ্যয়ন হে কৰে তেওঁক কিন্তু মত-পিপাসু হে বুলিব লাগিব, দাৰ্শনিক বুলিব নোৱাৰি।

[ ষষ্ঠ খণ্ড ]

এইদৰে আচল দাৰ্শনিক আৰু নকল দাৰ্শনিকৰ মাজত থকা প্ৰভেদ বুজি পালোঁহক। এতেকে প্ৰথম বিধৰ কোনোবা থাকিলেহে শাসক বা ৰাজ্যপালক পাতিব লাগিব। এতিয়া প্ৰকৃত দাৰ্শনিকৰ লক্ষণ কি কি চোৱা যাওক। লক্ষণবোৰ হ'ল,—(১) সকলোবিধ আচল সত্তাৰ উপলব্ধিৰ বাবে তীব্ৰ হেপাহ; (২) অসত্যৰ প্ৰতি ঘৃণা আৰু সত্যৰ প্ৰতি একনিষ্ঠ প্ৰেম; (৩) দৈহিক সুখৰ প্ৰতি বিতৃষ্ণা; (৪) ধনৰ প্ৰতি উদাসীনতা; (৫) উচ্চ মানসিকতা আৰু উদাৰতা; (৬) ন্যায়নিষ্ঠা আৰু নম্ৰতা; (৭) তীক্ষ্ণ বুদ্ধি আৰু চোকা স্মৃতিশক্তি; (৮) সঙ্গীতপ্ৰিয়, নিয়মীয়া, মৃদু স্বভাব।

এইখিনিতে এডিমেণ্টচে আপত্তি দৰ্শাই ক'লে যে যদিও তেওঁ ছক্ৰেটিচৰ সবল যুক্তি অস্বীকাৰ কৰিবলৈ অপৰাগ, তত্ৰাচ তেওঁ কাৰ্য্যতঃ দেখিছে যে যিসকল দৰ্শনৰ অনুৰাগী ছাত্ৰ তেওঁলোক একেবাৰে ভ্ৰষ্ট নহ'লেও কিন্তু সদায় কিবা একাচেকা আৰু অপদাৰ্থ-বিধৰ হয়।

ছক্ৰেটিচে তেতিয়া ক'লে যে সেইটো কথা সঁচা হয়। কিন্তু এনে এটা পৰিস্থিতিৰ বাবে জগৰীয়া কৰিম কাক? দৰ্শনৰ গাত

আমি দোষ দিব নোৱাৰোঁ। ইয়াৰ বাবে দায়ী হ'ল প্ৰচলিত ৰাজনীতিৰ অধঃপতনৰ পৰিস্থিতি আৰু ৰাজনীতিবিদ সকল হে। বৰ্তমান পৰিস্থিতিত নানান্ প্ৰতিকূল প্ৰভাৱত পৰি দাৰ্শনিক স্বভাৱ কলুষিত হ'ব লগা হৈছে। যি সকল আচল দাৰ্শনিক হ'ব পাৰিলেহেঁতেন তেনে লোকক দৰ্শন-অধ্যয়নৰপৰা আঁতৰাই অনা হৈছে আৰু তেওঁলোকৰ ঠাই পূৰোৱা হৈছে এক শ্ৰেণী অযোগ্য, অপদাৰ্থ ছাত্ৰেৰে। এনেবিধ ছাত্ৰৰ কু-তৰ্ক আৰু অসংগত কথাই দৰ্শনৰ ব্যাপক বদনাম আনিছে। যি দুই-চাৰিজন দৰ্শনৰ প্ৰতি আনুগত্যত স্থিৰ হৈ থাকিব খোজে, তেওঁলোকেও ত্যক্ত হৈ ৰাজনীতি এৰি দিছে আৰু ৰাজনৈতিক জগতৰ দূষিত প্ৰভাৱৰপৰা মুক্ত হ'ব পাৰিলেই স্বস্তিৰ নিশ্বাস পেলাইছে।

তেনে হ'লে এই বিপদ নিবাৰণৰ উপায় কি?—দৰ্শন-অধ্যয়ন পৰিচালনাৰ ভাৰ ৰাজ্যৰ হাতলৈ আনিব লাগিব আৰু চাব লাগিব যাতে শিক্ষাৰ্থী সকলে শুদ্ধ পথত আৰু উচিত বয়সত দৰ্শন অধ্যয়ন কৰে। আৰু, তেতিয়া যদি আমি কওঁ যে ৰাজ্যই উন্নতি লাভ কৰিবলৈ হ'লে দাৰ্শনিকেহে শাসন কৰিব লাগিব, আমাৰ কথাত নিশ্চয় বিশ্বাস হ'ব। কেতিয়াবাকৈ যদি এইটো হ'বলৈ হয় (নোহোৱাৰ নো কাৰণ কি থাকিব পাৰে?) তেন্তে নিঃসন্দেহে আমাৰ আদৰ্শ-ৰাজ্যও লাভ কৰিব পৰা হ'বগৈ। এতেকে, সকলো কথা বিবেচনা কৰি আমি এতিয়া এই সিদ্ধান্তলৈ আহোঁহঁক—, পাতিব পাৰিলে আমাৰ বৰ্ণনাৰ আদৰ্শ-ৰাজ্য খনেই উৎকৃষ্ট। এনে ৰাজ্য প্ৰতিষ্ঠা কৰাটো টান হ'লেও অসাধ্য নহয়।

তেনে হ'লে কথাষাৰ স্পষ্ট হ'ল। অৰ্থাৎ, প্ৰকৃত দাৰ্শনিক সকলেই হ'ল আদৰ্শ ৰাজ্যপালক। আৰু, এই সিদ্ধান্ত স্থিৰ কৰাৰ পাছত ছক্ৰেটিচ, ৰাজ্যপালক সকলৰ শিক্ষাৰ বিষয়ক আলোচনালৈ আহিল। ৰাজ্যপালক সকলক শাসনৰ ক্ষমতা অৰ্পন কৰাৰ আগতেই কি কি বিধৰ পৰীক্ষা কৰি চাব লাগিব সেই বিষয়ে তেওঁ ইতিমধ্যেই উনুকিয়াইছিল। এতিয়া তেওঁ কৈছে, সেইবোৰ পৰীক্ষাৰ উপৰিও ৰাজ্যপালক সকলক নিম্নতম পৰ্য্যায়ৰ পৰা উচ্চতম পৰ্য্যায়লৈকে ক্ৰমাগত উচ্চ থাপৰ বিভিন্ন পাঠৰ অনুশীলন দিব লাগিব, যাতে

তেওঁলোকৰ বৌদ্ধিক আৰু নৈতিক গুণাগুণৰ আৰু কিছু প্ৰমাণ সংগ্ৰহ কৰিব পৰা হয়।

কিন্তু উচ্চতম স্তৰৰ এই অধ্যয়নবোৰ কি ? আটাইতকৈ উচ্চ স্থানত হ'ল "পৰমাৰ্থ"ৰ চৰ্চ্চা—যি "পৰমাৰ্থ"ৰ অধিকাৰী হ'বলৈ হাবিয়াহ নকৰা কোনো নোলাব ; অথচ "পৰমাৰ্থ"ৰ প্ৰকৃতি নো কি তাক কোনেও ক'ব নোৱাৰে। গতিকে ৰাজ্যপালক সকলে এই "পৰমাৰ্থৰ" যে উপলব্ধি কৰিব লাগিব সেইটো জানো ওলাই থকা নহয় ? এই উপলব্ধি অবিহনে তেওঁলোকে নিজ স্থানত দায়িত্ব পালন কেনেকৈ কৰিব ?

পিচে, এই "পৰমাৰ্থ" কি ?—এডিমেণ্টুচে সুধিলে। ছক্রেটিচে স্বীকাৰ কৰিলে যে তেওঁ ও এই প্ৰশ্নৰ উত্তৰ খাটাংকৈ দিব নোৱাৰে। আৰু ক'লে যে মাত্ৰ উপমা এটা দি তেওঁ নিজৰ ধাৰণাটো প্ৰকাশ কৰিবলৈ হে চাব। ইন্দ্ৰিয় জগতত সূৰ্য্য, চকু আৰু অলেখ দৃশ্যমান বস্তু আছে। এইবোৰৰ উপযোগী হিচাপে আমাৰ বুদ্ধি-জগতত আছে "সৎ", "যুক্তি", "ৰূপ", অৰ্থাৎ দৃশ্যমান বস্তুৰ নমুনা, যাক ছক্রেটিচৰ ভাষাত "ধাৰণা" বোলা হৈছে। সেই ধাৰণাকে আমি আৰু সহজকৈ এই দৰে প্ৰকাশ কৰিব পাৰোঁ—আমাৰ জগত দুখন। এখন দৃশ্যমান, অৰ্থাৎ যাক আমি চকুৰে দেখোঁ। আনখন, বৌদ্ধিক—যাক শুধ্ বুধিৰেহে ধৰিব পাৰি। প্ৰতিখন জগতৰে দুটাকৈ উপভাগ আছে। প্ৰত্যেক উপভাগেই একেবাৰে অস্পষ্ট অৱস্থাৰ পৰা গৈ সম্পূৰ্ণ-স্পষ্ট অৱস্থা পাইছেগৈ। এই উপভাগ কেইটা হ'ল—(ক) দৃশ্যমান জগতত—(১) মূৰ্তি—যেনে, ছাঁ, প্ৰতিবিম্ব ইত্যাদি, (২) বস্তু—যেনে, সকলো চেতনা-সম্পন্ন আৰু চেতনাহীন ভৌতিক পদাৰ্থ ; (খ) বৌদ্ধিক জগতত—(১) যাৰ ভিত্তিত সকলো সিদ্ধান্তকে নিৰ্ণয় কৰা হয় তেনে কল্পিত আধাৰ-বাক্যৰ সহায়ত আৰু (ক)ৰ দ্বিতীয় উপভাগৰ দৃষ্টান্ত ৰূপে প্ৰয়োগ কৰি লাভ কৰা জ্ঞান ; যেনে, জ্যামিতি ; (২) যি জ্ঞানৰ অনুসন্ধানত কোনো ভৌতিক পদাৰ্থৰ সহায় নোলোৱাকৈ মাত্ৰ মূল ৰূপৰ হে বিচাৰ কৰা হয় আৰু য'ত পৰম প্ৰথম সূত্ৰ অৰ্থাৎ য'ৰপৰা বিশুদ্ধ সিদ্ধান্ত পাব পাৰি

তাক উলিওৱাৰ উপায় হিচাপে প্ৰাক্-কল্পনা প্ৰয়োগ কৰা হয়, সেই জ্ঞান। এই চাৰিও ভাগৰ অনুক্ৰমে আমাৰ চাৰিটা মানসিক অৱস্থা আছে, যি সেইটা ক্ৰমাগত অস্পষ্টতাৰ পৰা স্পষ্টতালৈ গৈছে —যেনে (ক) অনুমান, (খ) বিশ্বাস, (গ) বোধ, (ঘ) বিবেক।

[ সপ্তম খণ্ড ]

এইবাৰ ছক্ৰেটিচে, আমি উল্লেখ কৰা শিক্ষাৰ প্ৰকৃত তাৎপৰ্য্য বুজিবলৈ চেষ্টা কৰিছে। জানিবাঁ, আমাৰ চকুৰ আগত এজাক মানুহ আছে। সেই মানুহবোৰক জন্মৰে পৰা এক অটল গহ্বৰত শিকলিৰে বান্ধি বন্দী কৰি থোৱা হৈছে। মানুহবোৰে গহ্বৰৰ মুখখনলৈ পিঠি দি আছে আৰু সিহঁতৰ পিঠি ফালে একুৰা জুই জ্বলি আছে। জুইকুৰা আৰু বন্দীহঁতৰ মাজতে এটা আলিবাট আছে। আলিবাটৰ এদাঁতিত থকা এখন ওখ দেৱালে আলি-বাটেদি অহাযোৱা কৰা বাটৰুৱাৰ পৰা বন্দীহতঁক আঁৰ কৰি থৈছে। কিন্তু বাটৰুৱাই মূৰত লৈ যোৱা টোপোলাবোৰৰ ছাঁ জুইকুৰাই নি বন্দীহঁতৰ সম্মুখত থকা গহ্বৰৰ বেৰত পেলাইছে। বন্দীহঁতে এই ছাঁবোৰকেই সঁচা-সঁচি মানুহ বুলি ভাবিছে। এতিয়া জানিবাঁ তাৰে এটা বন্দীক মুকলি কৰি দিয়া হ'ল আৰু তাক বেলিৰ পোহৰলৈ নিয়া হ'ল। লাহে লাহে সি তাৰ চাৰিওফালে দেখা জগত খনত অভ্যস্ত হৈ পৰিল আৰু সকলো বস্তু বুজিব পৰা হ'ল। অৰ্দ্ধশিক্ষিত এবাহ মানুহৰ লগত সুশিক্ষিত দাৰ্শনিক এজনৰ যি পাৰ্থক্য, এই বন্দীহঁতৰ লগতো মুক্ত মানুহটোৰ সেই একে পাৰ্থক্য। এই মানুহটো যদি ঘূৰি গৈ আকৌ গহ্বৰত সোমায় আৰু তাৰ আগৰ ঠাইত বহি আগৰ কাম কৰিবলৈ লয়গৈ, তেতিয়া সি বাকীবোৰৰ মাজত প্ৰথমতে হাঁহিয়াতৰ পাত্ৰ হ'বগৈ। সেইদৰে, জনসাধাৰণৰ মাজত সোমালে দাৰ্শনিকৰো একে দশাই হয়। কিন্তু মুক্ত মানুহটোৱে পুনৰ গহ্বৰলৈ গৈ থিতাপি লোৱাৰ পাছত, গহ্বৰৰ ছাঁ পৰা বস্তুবোৰৰ বিষয়ে জ্ঞান লাভ কৰিলে। লগৰীয়া বন্দীবোৰক চেৰ পেলাই যোৱাত তাক এই জ্ঞানে সহায় কৰিলে। সেইদৰেই, এজন দাৰ্শনিকেও সামাজিক জীৱন-নিৰ্ব্বাহত

এবাৰ অভ্যস্ত হৈ পৰাৰ পাছত সংসাৰ পৰিচালনা কাৰ্য্যত প্ৰতিদ্বন্দ্বী সকলক চেৰ পেলাবপৰা হ'বগৈ। গতিকে আমাৰ ৰাজ্যপালক সকলক এনে জীৱন-নিৰ্বাহ কৰিবলৈ বাধ্য কৰিব লাগিব।

এই উপমাটোকে দি আমি ক'ব পাৰোঁহক যে মুক্ত বন্দীটোৰ দৃষ্টি ঠিক ঠাইত পেলাবৰ উদ্দেশ্যেৰেই যেনেকৈ গোটেই মানুহটোকে সম্পূৰ্ণকৈ ঘূৰোৱা হ'ল, ঠিক সেইদৰেই শিক্ষাৰ উদ্দেশ্যও হ'ল আত্মাক ঘূৰাই দি আত্মাৰ চকু, অৰ্থাৎ বিবেকক, ঠিক বস্তুৰ সন্মুখীন কৰোৱা। শিক্ষাই কোনো নতুন **জ্ঞানৰ** জন্ম নিদিয়ে অথবা জাগৰণ নকৰে। শিক্ষাই পথ-প্ৰদৰ্শনহে কৰে আৰু আগৰে-পৰাই থকা **জ্ঞানৰ** দিক-নিৰ্ণয় মাথো কৰি দিয়ে।

তেনেহ'লে, আত্মাৰ ভিতৰত এই বিপ্লৱ কেনেকৈ সাধন কৰা হ'ব ?—হ'ব, অধ্যয়নৰ মাধ্যমত। অধ্যয়নে মনক ইন্দ্ৰিয়াসক্ত স্থানৰ-পৰা আঁতৰাই আনি যথাৰ্থ স্থানত, অৰ্থাৎ দৃশ্যমানৰপৰা আনি অদৃশ্যমান আৰু অবিনশ্বৰত লগাবহি। বস্তুৰ মূল প্ৰকৃতিৰ বিষয়ে চিন্তা কৰিবলৈ অনুপ্ৰেৰণা দিয়া সকলোবিধ কাৰ্য্যৰেই গুণ হ'ব এনে। এনে ফল পাবপৰা পাঠ্যবিষয় সমূহ হ'ল—(১) গণিত, (২) সমতল জ্যামিতি, (৩) ত্ৰিবিমিতীয় জ্যামিতি, (৪) গতি-বিজ্ঞান স্বৰূপে জ্যোতিষ-শাস্ত্ৰৰ অমূৰ্ত্ত অধ্যয়ন, (৫) স্বৰ-মিলন-বিদ্যা, (৬) তৰ্কশাস্ত্ৰ বা যথাৰ্থ অস্তিত্ব-বিজ্ঞান।

যথাৰ্থ শিক্ষাৰ ৰূপৰ বিষয়ে বিচাৰ কৰি, যিসকলক এই শিক্ষা দান কৰা হ'ব তেওঁলোকৰ বাছনি কেনেকৈ কৰা হ'ব আৰু জীৱনৰ কোন বয়সত কি বিষয়ৰ শিক্ষা দিয়া হ'ব, সেই সম্পৰ্কে ছক্ৰেটিচে কেইটামান সাধাৰণ নিয়ম স্থিৰ কৰি দিছে। প্ৰথম কথা হ'ল, তৰ্কশাস্ত্ৰৰ অধ্যয়ন অতি কম বয়সতে আৰম্ভ কৰিব নেলাগে, কিয়নো তেনে কৰিলে তৰ্কশাস্ত্ৰৰ অপপ্ৰয়োগ হে হ'বগৈ। এইখিনিতে আদৰ্শৰাজ্য আৰু আদৰ্শ-পুৰুষৰ বিচাৰ শেষ হৈছে।

[ অষ্টম খণ্ড ]

অষ্টম খণ্ডৰ আৰম্ভনিতেই ছক্ৰেটিচে চতুৰ্থ খণ্ডৰ শেষত এৰি অহা বিষয়টোত আৰম্ভ কৰিলে, যিটোৰ বিচাৰ কৰোঁতে আগৰ

বাৰত এডিমেণ্টচ আৰু পলেমাৰ্কুচে বাধা জন্মাইছিল। বিষয়টো হ'ল, বিভিন্ন প্ৰকাৰৰ ঘাই ঘাই মানসিক গঠন আৰু ৰাজনৈতিক সংগঠন।

সংসাৰত যিমান বিধ ৰাজ্য মুঠতে আছে সেই সকলোবোৰকে পাঁচোটা ঘাই ভাগত ভগাব পাৰি। এই পাঁচ ভাগ হ'ল অভিজাত-তন্ত্ৰ, ধনিকতন্ত্ৰ বা আঢ্যতন্ত্ৰ, অল্পতন্ত্ৰ, গণতন্ত্ৰ আৰু স্বেচ্ছাচাৰী শাসন বা অত্যাচাৰতন্ত্ৰ। গতিকেই, এই মূল পাঁচবিধ ৰাজ্যৰ অনুক্ৰমে ব্যক্তিৰ ক্ষেত্ৰতো পাঁচ বিধ ঘাই চৰিত্ৰ আছে। ছক্ৰেটিচে কৈছে যে যেহেতু নাগৰিক ব্যক্তিসকলক লৈয়েই ৰাজ্যৰ গঠন হৈছে, এতেকে ৰাজ্যৰ চৰিত্ৰ বুজিবলৈ হ'লে ব্যক্তি চৰিত্ৰৰ অনুসন্ধান কৰিব লাগিব।

আদৰ্শ-ৰাজ্য আৰু আদৰ্শ-পুৰুষ, অৰ্থাৎ অভিজাততন্ত্ৰ আৰু অভিজাতশ্ৰেণীৰ মানুহৰ বিষয়ে ইতিমধ্যে আলোচনা কৰা হৈ গৈছে। বাকী আছে আন চাৰি বিধ নিম্নস্তৰৰ ৰাজ্য আৰু ব্যক্তিৰ উৎপত্তিৰ ব্যাখ্যা আৰু চৰিত্ৰৰ বৰ্ণনা।

বস্তু এটাৰ উৎপত্তি হোৱা মানেই বুজিব লাগিব যে তাৰ বিনাশো হ'ব। গতিকেই, দিন বাঢ়ি যোৱাৰ লগে লগে আদৰ্শ-ৰাজ্যৰ শ্ৰেণী তিনিটাৰ ভিতৰত আৰু প্ৰতিটো শ্ৰেণীৰ সদস্যবোৰৰ মাজতো অনৈক্যৰ সৃষ্টি হ'ব। তেতিয়াই উচ্চ শ্ৰেণী দুটাৰ কম সংখ্যক মানুহখিনিয়ে নিজৰ ভিতৰতে বুজাবুজিলৈ আহিব। সিহঁতৰ ভিতৰত হোৱা আপোচৰ সূত্ৰ হ'ব যে দুয়োপক্ষই লগ লাগি সিহঁতৰ ভিতৰতে বাকীখিনি নাগৰিকৰ সা-সম্পত্তিবোৰ ভগাই ল'ব আৰু তৃতীয় শ্ৰেণীটোক দাস বা গোলামত পৰিণত কৰিব। তেজীয়ান উপাদানটোৰ প্ৰাধান্য লাভেই এনে ৰাজ্যৰ বৈশিষ্ট্য হ'ব। যুদ্ধপ্ৰিয়, উত্ৰাৱল আৰু ক্ষমতালোভী মনোভাবৰ ৰূপত সেই উপাদান প্ৰকাশ পাব। ইয়াকে এইবাবেই ছক্ৰেটিচে আঢ্যতন্ত্ৰ বা সম্মানতন্ত্ৰ অৰ্থাৎ খিতাপৰাজ বুলি কৈছে।

এইবিধ ৰাজ্যৰ অনুৰূপেই হ'ল আঢ্যতান্ত্ৰিক নাগৰিক, যাৰ গাত তেজীয়ান উপাদানৰ আৰু খিতাপৰ আকাঙ্ক্ষা প্ৰবল ৰূপত দেখা যাব। এই নাগৰিক সকলকেই অভিজাতশ্ৰেণীৰ সন্ততি বুলি

আমি ক'ব পাৰোঁ। দুষ্ট বুদ্ধিৰ আংশিক প্ৰলোভনত পৰি সিহঁতে বাপেকহঁতৰ চৰিত্ৰ অনুসৰণ কৰা পথৰপৰা আঁতৰি আহিছে।

ধনিকতন্ত্ৰ স্থাপনৰ লগে লগে সম্পত্তিৰ প্ৰতি মোহ বাঢ়িল। বাঢ়ি গৈ গৈ শেহত ধনিকতন্ত্ৰই অল্পতন্ত্ৰৰ ৰূপ ললেগৈ। সম্পত্তি-অধিকাৰৰ ওপৰত ৰাজনৈতিক ক্ষমতাৰ নিৰ্ভৰশীলতাই হ'ল অল্পতন্ত্ৰৰ মূল বৈশিষ্ট্য। ইয়েই হ'ল অল্পতন্ত্ৰৰ আচল দোষ। তাৰেই পৰিণামত এেন ৰাজ্যত চূড়ান্ত ঐশ্বৰ্য্যৰ লগতে চূড়ান্ত দাৰিদ্ৰ্যও একেলগে দেখা যায়। ৰাজ্যখন দুই শ্ৰেণীত বিভক্ত হৈ পৰে— ধনী আৰু দৰিদ্ৰ। এটা শ্ৰেণীয়ে আনটোক দেখিব নোৱৰা হয় আৰু ইটোৱে-সিটোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে।

এই নিচিনাকৈয়েই আমি অল্পতন্ত্ৰীয় পুৰুষক ধনিকতন্ত্ৰীয় এজনৰ সন্তান বুলি ধৰিব পাৰোঁ। ধনিকতন্ত্ৰীয় পুৰুষৰ ক্ষমতা-বৃদ্ধিৰ আকাঙ্ক্ষা যেতিয়াই হঠাতে বাধাপ্ৰাপ্ত হ'ল তেতিয়াই তেওঁৰ সন্তানে সম্মানৰ হাবিলাস এৰি দি ধন-সম্পত্তিৰ পিচ ধৰিলে। অল্পতন্ত্ৰীয় ৰাজ্যত উদ্ভৱ হোৱা বিভাজনৰ দৰে এই সন্তানৰ মনৰ ভিতৰতো দ্বন্দ্বৰ সৃষ্টি হ'ল। অৱশ্যে, সম্পত্তি আহৰণৰ সুবিধা বঢ়াবৰ বাবে তেওঁ সেই অন্তৰ্দ্বন্দ্ব লুকুৱাই ৰাখি চলিবলৈ ধৰিলে।

অল্পতন্ত্ৰীয় শাসকবৰ্গক ছাটি ধৰা ঐশ্বৰ্য্যলাভৰ অন্ধ মোহে ক্ৰমাৎ দাৰিদ্ৰ্য-নিষ্পেষিত মাৰাত্মক শ্ৰেণী এটাৰ সৃষ্টি কৰে। শেহলৈ এই শ্ৰেণীয়েই হাতত অস্ত্ৰ ধাৰণ কৰি, ধনী শ্ৰেণীক খেদাই নাগৰিক অধিকাৰৰ এক সমতা স্থাপন কৰে। তেতিয়াই স্থাপন হয় গণতন্ত্ৰৰ। স্বাধীনতা উচ্ছৃঙ্খলতাত পৰিণত হ'য়। আৰু, সিয়েই হ'ল গণতান্ত্ৰিক ৰাজ্যৰ ঘাই বৈশিষ্ট্য।

সেইদৰেই, উদণ্ড আৰু অপৰিমিত আকাঙ্ক্ষাই হ'ল গণতান্ত্ৰিক পুৰুষৰ লক্ষণ। তেওঁৰ গাত আৰু অল্পতান্ত্ৰিক পিতৃৰ পৰিমিত আকাঙ্ক্ষা আৰু শিষ্টাচাৰ-প্ৰেমৰ চিন দেখা পোৱা নাযায়। এনে ব্যক্তিয়ে নিয়মৰ কোনো বান্ধোন নেমানে আৰু ইচ্ছামতে সম্ভোগৰ উপৰি সম্ভোগ বিচাৰি পুৱাৰপৰা গধূলিলৈকে আনন্দ-উৎসৱত জীৱন যাপন কৰে। সকলো সম্ভোগেই তেওঁৰ চকুত সমানেই উৎকৃষ্ট আৰু সমানেই উপভোগ্য। চমুতে ক'বলৈ গ'লে

তেওঁৰ মূলমন্ত্ৰ হ'ল, "স্বাধীনতা আৰু সমতা।" অবাধ স্বাধীনতা উপভোগৰ হেপাহেই হ'ল গণতন্ত্ৰৰ বৈশিষ্ট্য। আৰু এনে অৱস্থাৰ বিৰুদ্ধে হোৱা স্বাভাবিক প্ৰতিক্ৰিয়াৰ ফলতেই স্বেচ্ছাচাৰতন্ত্ৰৰ সূত্ৰপাত হয়। জনসাধাৰণৰ বিশিষ্ট মুখপাত্ৰ হিচাপে অল্পতান্ত্ৰিক শাসকগোষ্ঠীৰ বিৰুদ্ধে প্ৰথমে থিয় দিয়া জনেই হ'ল ভৱিষ্যতৰ অত্যাচাৰী-শাসক। এনে শাসক ক্ৰমাৎ অধিক পৰাক্ৰমী হৈ উঠে; খেদা খালেও পুনৰ অধিক পৰাক্ৰমী হৈ হে ঘূৰি আহে। ঘূৰি অহাৰ পাচত তেওঁ নানান অজুহাত দেখুৱাই গা-ৰক্ষী দল এটা যোগাৰ কৰি লয় আৰু শেহান্তত তেৱেঁই চূড়ান্ত অত্যাচাৰীত পৰিণত হয়গৈ।

[ নৱম খণ্ড ]

শেহত এতিয়া স্বেচ্ছাচাৰী শাসকৰ কথালৈ আহোঁ। এৱেঁই হ'ল গণতান্ত্ৰিক পুৰুষৰ প্ৰকৃত সন্তান। একেটা মাথোন অদম্য বাসনাই এওঁৰ গাত লাহে লাহে লম্ভা দেখা যায়। সিয়েই সকলো প্ৰকাৰৰ অধম ইচ্ছা-আকাঙ্ক্ষাক প্ৰশ্ৰয় দিয়ে আৰু সেইবোৰ পূৰণৰ দিহা কৰে। তেওঁৰ আকাঙ্ক্ষা-হাবিলাসৰ অন্ত নাই আৰু এইবোৰ পূৰণ কৰিবলৈ যাওঁতে তেওঁ সকলো স্বাভাৱিক বান্ধোন উলঙঘা কৰিবলৈ সাজু। বিশ্বাসঘাতক, অধৰ্ম্মী আৰু দুষ্ট চৰিত্ৰৰ এই অত্যাচাৰী জনেই হ'ল অত্যাচাৰধৰ্ম্মী ৰাজ্যৰ ভৱিষ্যত স্বেচ্ছাচাৰী শাসক।

সুখ-দুখৰ ফালৰপৰা যেনেকৈ এখন ৰাজ্য আন এখনৰপৰা সুকীয়া সেইদৰে এজন ব্যক্তিও আন এজনৰপৰা সুকীয়া। অভিজাততন্ত্ৰী ৰাজ্যই হ'ল সবাতোকৈ সদাচাৰী আৰু সুখী; স্বেচ্ছাচাৰতন্ত্ৰী ৰাজ্যই হ'ল দেখদেখকৈ অধৰমী আৰু দুখী। গতিকেই অভিজাত শাসক সবাতোকৈ সদাচাৰী তথা সুখী; আৰু অত্যাচাৰী শাসকেই অতিপাত অধৰমী আৰু পাষণ্ড।

আৰু এটা কথা আমি পাইছোঁৱেই যে মানুহৰ আত্মা তিনটি বিশেষ উপাদানৰ সমষ্টি—যুক্তিবাদী বা জ্ঞানান্বেষী উপাদান, তেজীয়ান বা সম্মানপ্ৰেমী উপাদান আৰু ক্ষুধাপ্ৰেমী বা লাভ-

অভিলাষী উপাদান। এই তিনিও উপাদান অনুযায়ী তৃপ্তিৰো তিনটা শ্ৰেণী আছে। দাৰ্শনিকে অপাৰ তৃপ্তি লাভ কৰে জ্ঞানত, ক্ষমতালোভী জনে সম্মানত আৰু লাভ বিচৰাজনে সম্পত্তিত। তেনেহ'লে, এই তিনিওৰো ভিতৰত কোনটো উৎকৃষ্ট? তিনিওৰো ভিতৰত কোন বিধে আটাইতকৈ শুদ্ধ বিচাৰ কৰিব পাৰিব?—অৱশ্যে ওলায়েই আছে; দাৰ্শনিকেই পাৰিব। কিয়নো, তিনিও বিধৰে তৃপ্তিৰ সৈতে তেওঁৰ পৰিচয় আছে। তদুপৰি, বিচাৰ কৰি ৰায় দিবলৈ যি ইন্দ্ৰিয়ৰ প্ৰয়োজন হয় তাৰ গৰাকী একমাত্ৰ তেৰেঁই হে। তেনে হ'লে আমি এই বুলি সামৰিব পাৰোঁ যে জ্ঞানৰপৰা পোৱা তৃপ্তিয়ে প্ৰথম স্থান পাব, সম্মানৰপৰা পোৱা বিধে দ্বিতীয় স্থান আৰু সম্পত্তিৰপৰা পোৱা তৃপ্তিয়ে তৃতীয় স্থান। এতেকে আমি আকৌ এবাৰ বুজিলোঁহঁক যে জ্ঞান, সদাচাৰ আৰু সুখ এই তিনিও অবিচ্ছেদ্য।

তদুপৰি, আচল সত্য কি তাক একমাত্ৰ দাৰ্শনিকে হে চিনি পায়; দাৰ্শনিকৰ বাদে কোনোবাই জানো তৃপ্তি কি বস্তু আৰু ইয়াৰ মূল ক'ত, কব পাৰিব? এতেকে, জ্ঞানান্বেষী বা যুক্তিবাদী উপাদানৰ শাসনাধীন অৱস্থাত আত্মাত যেতিয়া সমন্বয় স্থাপন হয়, কেৱল তেতিয়াহে প্ৰকৃত তৃপ্তি উপলব্ধি কৰিব পাৰি বুলি আমি এতিয়া খাটাংকৈ ক'ব পাৰোঁহক। সেইবাবেই মানুহৰ অভীষ্ট যিমানেই যুক্তিসম্মত হয় তাৰ পূৰণতো সিমানেই তৃপ্তি বৰ্দ্ধন হয়। আৰু, যিটোৱেই আটাইতকৈ শৃঙ্খলাবদ্ধ আৰু বিধিসম্মত সিয়েই সবাতোকৈ যুক্তিসম্মত। অভিজাততান্ত্ৰিক ব্যক্তিৰ অভীষ্টই হ'ল সকলোতকৈ নিয়মসম্মত আৰু বিধিসম্মত; এতেকে এনে অভীষ্ট সিদ্ধি হ'লে যি যথাৰ্থ তৃপ্তি পোৱা যায় সি সৰ্ব্বোৎকৃষ্ট। আনহাতে, অত্যাচাৰধৰ্মী জনৰ আকাঙ্ক্ষাৰ সৈতে আইন-শৃঙ্খলাৰ সম্বন্ধ তেনেই ক্ষীণ; সেইবাবে তেনে আকাঙ্ক্ষা পূৰণৰপৰা যি তৃপ্তি পোৱা যায় সি তেনেই নিকৃষ্ট বিধৰ। এতেকে, আমি আকৌ দেখিবলৈ পালোঁ যে অভিজাত শ্ৰেণী অত্যাচাৰী শ্ৰেণীতকৈ বহুত সুখী।

দোষ কৰি উঠিও মানুহে যেতিয়ালৈকে ন্যায়ৰ মুখা পিন্ধি

শাস্তিৰ হাত সাৰি থাকিব পাৰে, তেতিয়ালৈকে অতিপাত অন্যায়ধৰ্ম্মী হোৱাটো সুবিধাজনক হৈ থাকে বুলি থ্ৰেচিমাকুচে কোৱা কথাষাৰ পৰীক্ষা কৰি চাওঁহঁকচোন। বাৰু, এতিয়া আমি, মানুহ, সিংহ আৰু সহস্ৰমূৰা সৰ্পাকৃতিৰ ৰাক্ষসক জোৰা লগাই মানুহৰ আকৃতি এটা কৰি ৰাখোঁ। এই আকৃতি আগত ৰাখি মানব আত্মাৰ কল্পনা কৰোঁহক। তাৰ পিছত, যিজনে অন্যায় কৰ্ম্ম কৰাটো স্বাৰ্থসাধক বুলি ঘোষণা কৰে তেওঁক এই বুলি ক'ব পাৰোঁ যে তেওঁ কোৱা কথাৰ অৰ্থ হ'ল মানুহজনক অনাহাৰে ৰাখি নিশকতীয়া কৰি ৰখা আৰু আনহাতে সিংহ আৰু সাপটোক খুৱাই-বুৱাই নোদোকা কৰি তোলাহে উচিত। কিন্তু, এইদৰে ক'লে নিঃসন্দেহে এক অদ্ভুত যুক্তি দিয়া হে হ'ব। গতিকে সকলো কথা বিবেচনা কৰি চাই আমি এই সিদ্ধান্তলৈ আহিব পাৰোঁ যে ন্যায়সঙ্গত আৰু দৈৱিক উপাদানৰ দ্বাৰা শাসিত হোৱাটোৱেই সকলোৰে পক্ষে উৎকৃষ্ট। এই উপাদান প্ৰকৃততে মানুহৰ নিজৰ আত্মাতে থাকিব লাগে। কিন্তু, যদিহে নেথাকে, তেন্তে বাহিৰৰপৰা আনি তেনে উপাদান স্থাপন কৰিব লাগিব—যাতে, এজন অধিনায়কৰ আধিপত্য সকলোৱে মানি লৈ আমাৰ সামাজিক সম্বন্ধত সমন্বয় স্থাপন কৰিবপৰা হয়। এনে ধৰণৰ অন্তৰ্নিহিত আৰু বাহ্যিক সমন্বয় স্থাপন কৰাটোৱেই হ'ব ন্যায়ধৰ্ম্মী পুৰুষৰ একমাত্ৰ ধ্যেয়। এনে পুৰুষে নিজকে গঢ় দিব আদৰ্শ-ৰাজ্যৰ আহিত—যিখন ৰাজ্য পৃথিবীত দেখিবলৈ নেপালেও স্বৰ্গত নিশ্চয় পোৱা হ'ব।

[ দশম খণ্ড ]

দশম খণ্ডত ছক্ৰেটিচে সাধাৰণ ভাৱে কাব্য আৰু অনুকৰণৰ বিষয় আলোচনা কৰিছে। তেওঁৰ প্ৰশ্ন হ'ল—অনুকৰণ-কলা কি?

পালেং বা মেজ এখনকে বাৰু দৃষ্টান্ত স্বৰূপে লোৱা হওক। তেতিয়া আমি কি পাম?—( ১ ) পালেং এখনৰ ঈশ্বৰে সৃষ্টি কৰা আকাৰ বা মূল আৰ্হি; ( ২ ) মিস্ত্ৰীয়ে সজা পালেংখন; ( ৩ ) চিত্ৰকৰে অঁকা পালেংখন। এই তিনিওৰো ভিতৰত তৃতীয়-খন হ'ল দ্বিতীয় খনৰ নকল আৰু দ্বিতীয় খন প্ৰথম খনৰ।

এই নিচিনাকৈয়েই কবিয়েও অনুকৰণ কৰোঁতে আকাৰ, অৰ্থাৎ যিটো একমাত্ৰ সত্য তাক অনুকৰণ নকৰি মাত্ৰ কৰে দৈনন্দিন জীৱনৰ ঘটনা আৰু অৰ্দ্ধশিক্ষিত মানুহৰ মাজত প্ৰচলিত ধাৰণা।

নহ'লে, আমি আন প্ৰকাৰেও চাব পাৰোঁ। যেই কোনো নিৰ্মিত বস্তু এটা, যেনে, এডাল লেগামকে লওঁ বাৰু। লেগাম ডালত তিনিবিধ ভিন্ন প্ৰকাৰৰ কলা জড়িত হৈ আছে। তাৰে এবিধে শিকায় কেনেকৈ লেগামডাল ব্যৱহাৰ কৰিব লাগে; এবিধে শিকায় কেনেকৈ তাক তৈয়াৰ কৰিব লাগে আৰু তৃতীয় বিধে শিকায় কেনেকৈ তাক অনুকৰণ কৰিব লাগে। যিজনে কোনো এটা বস্তু ব্যৱহাৰ কৰে তেওঁৰ হে সেই বস্তুৰ বিষয়ে প্ৰকৃত জ্ঞান হয়। আৰু তেঁৱেই নিৰ্ম্মাতাজনক দিহা দিয়ে কেনেকৈ বস্তুটো তৈয়াৰ কৰিব লাগে। গতিকে নিৰ্ম্মাতাজনৰ পৰা সেই বস্তুটোৰ বিষয়ে শুদ্ধ অভিমত এটা হে পোৱা হয়। আনহাতে, অনুকৰণ কৰা বস্তুটোৰ বিষয়ে অনুকৰণকাৰী জনৰ শুদ্ধ অভিমতও হ'ব নোৱাৰে নাইবা জ্ঞান ও থাকিব নোৱাৰে। অনুকৰণ কৰা বস্তু-বোৰৰ বিষয়ে অনুকৰণকাৰীয়ে এক অস্পষ্ট ধাৰণা হে মাত্ৰ কৰিব পাৰে।

আৰু এটা কথা হ'ল, অনুকৰণ-কলাৰ সৈতে মনৰ কোনটো ভাগৰ সম্পৰ্ক আছে? এই সম্পৰ্ক মনৰ যুক্তিবাদী ভাগটো অৰ্থাৎ মানুহৰ উৎকৃষ্ট অংশৰ লগত কেতিয়াও থাকিব নোৱাৰে। এই সম্পৰ্ক হৈছে মনৰ নিকৃষ্ট ভাগৰ লগত—যি ভাগ দুখ-বেজাৰৰ হেঁচাত জৰ্জ্জৰিত হৈ পৰে আৰু যি অলপতে অস্থিৰ আৰু বিতত হৈ অনুকৰণৰ বাবে ব্যাপক ক্ষেত্ৰ উলিয়াই দিয়ে। অনুকৰণ-প্ৰিয় কবিয়ে শান্ত আৰু সৌম্য স্বভাৱৰ পৰা আদৰ নাপায়। গতিকে তেনে স্বভাৱৰ প্ৰতি তেনে কবিৰ আকৰ্ষণো নেথাকে। তদুপৰি, যি সকলৰ লগত কবিয়ে সম্পৰ্ক ৰাখে সেই সকলেও শান্ত-সৌম্য স্বভাৱক ভাল নাপায়।

কিন্তু সকলোতকৈ বেয়া কথা হ'ল, কাব্যই মানুহক লোকৰ দুখ-শোকত অতি বেচিকৈ সহানুভূতিশীল কৰি মন দুৰ্ব্বল কৰে

আৰু তাকে কৰি আমাক নিজৰ বেলিকা দুখ-কষ্ট সহিব নোৱৰা কৰি পেলায়। সেই বাবেই আমি বাধ্য হৈ এই নিয়ম কৰিব লগা হৈছে যে দেৱ-দেৱতা সকলৰ সম্মানার্থে স্তোত্র আৰু মহৎ পুৰুষ তথা সেই সকলৰ মহৎ কার্য্যৰ গুণকীর্তনৰ বাদে অন্য কোনো ধৰণৰ কাব্যকে আদর্শ-ৰাজ্যত প্রচলন কৰিবলৈ দিয়া নহ'ব। কিয়নো, সুপুৰুষ হোৱাটো বৰ সহজ কথা নহয়; গতিকে সজ হোৱাৰ পথত যিহে বাধা দিয়ে তাক সাৱধানে আঁতৰাব লাগিব।

'এইটো বিষয় সমাপ্ত কৰি ছক্রেটিচে ধর্ম্মৰ পুৰস্কাৰ কি ত'ক বিচাৰ কৰিবলৈ লৈছে। আত্মা যেহেতু অবিনশ্বৰ, ধর্ম্মৰ পুৰস্কাৰো সেই অনুপাতে মহান্। ইয়াত তাৰে এটা প্রমাণ চমুকৈ ছক্রেটিচে দিছে।

প্রত্যেক বস্তুতে একোটা এনে বিশেষ বদ্‌গুণ বা ব্যাধি থাকে যিয়েই সেই বস্তুটোক ধ্বংস কৰেগৈ। যেনেকৈ, অন্ধতাই চকুৰ জ্যোতি ধ্বংস কৰে, শস্যৰ ৰোগে শস্য ধ্বংস কৰে আৰু ঘূণে কাঠ ধ্বংস কৰে। আত্মাৰ ব্যাধিসমূহ হ'ল, অন্যায়, অসহিষ্ণুতা, ভীৰুতা আৰু অজ্ঞতা। কিন্তু এই ব্যাধিবোৰে জানো আত্মাক ধ্বংস কৰিব পাৰে?—নাই, কেতিয়াও নোৱাৰে। ব্যধিয়ে দেহা ধ্বংস কৰাৰ দৰে এইবোৰে আত্মাক প্রত্যক্ষভাৱে ধ্বংস কৰিব নোৱাৰে; যদিও, এইবোৰে আনৰ হাতত মানুহৰ মৃত্যু ঘটুৱাই আওপকীয়াকৈ আত্মা ধ্বংস কৰাৰ কাৰণ হ'বগৈ পাৰে। কিন্তু, সি হ'ল বেলেগ কথা। গতিকে, শঠতায়েই যেতিয়া আত্মাক ধ্বংস কৰিব নোৱাৰে, আইন কিহে পাৰিব? এতেকে, আত্মা অবিনশ্বৰ।

ন্যায়েই হ'ল ন্যায়ধর্ম্মীজনৰ পুৰস্কাৰ। এই কথা বুজাৰ পাচত এতিয়া ন্যায়ধর্ম্মীজনক দেৱতা আৰু মানুহ উভয়ে কি সম্মান আৰু পুৰস্কাৰ দিব সেইটো নিশ্চয় বিবেচনা কৰিব পাৰি। এই কথা নিঃসন্দেহে ক'ব পাৰি যে ন্যায়ৱন্তজন দেৱতাসকলৰ প্রিয়ভাজন। দৈৱৰ সকলো বিধান তেনেজনৰ নিমিত্তেহে হয়, যদিও দেখাত অৱশ্যে কেতিয়াবা প্রতিকূলে যোৱা যেন লাগে। মানুহেও তেনেজনক, তেওঁৰ জীৱনৰ আগছোৱাত নহ'লেও যে শেহছোৱাত সমাদৰ

কৰিব আৰু সম্মান যাচিব সেইটো নিশ্চিত। কিন্তু জীৱন্ত কালত যিমানেই সম্মান আৰু পুৰস্কাৰ লাভ নকৰক, ন্যায়ধৰ্ম্মীজনে মৃত্যুৰ পিচত পোৱাখিনিৰ তুলনাত সেইবোৰ একোৱেই নহয়। উদাহৰণ-স্বৰূপে ছক্রেটিচে আৰ্মেনিয়ুচৰ পুতেক আৰৰ কাহিনীটো কৈ শুনাইছে। এই কাহিনীৰ লগে লগেই 'গণৰাজ্য'ৰ কাহিনীৰো অন্ত পৰিছে।

## প্ৰথম খণ্ড

এৰিষ্টনৰ পুতেক গ্লকনৰ লগত কালি মই পাইৰেয়ুজলৈ গৈছিলোঁ দেৱী উপাসনা কৰিবলৈ। লগতে, তাত প্ৰথম বাৰৰ বাবে পালন কৰা উৎসৱটো চোৱাৰো ইচ্ছা। থলুৱা এথেঞ্চবাসীৰ সমদলটো চাই বৰ ভাল[১] লাগিল। অৱশ্যে থে্ৰচিয়ানসকলৰ শোভাযাত্ৰাও কোনো গুণে কম নাছিল। উপাসনা শেষ কৰি আৰু সকলো চাই-চিতি আমি নগৰলৈ উভতিছোঁ। আমি ঘৰমুৱা হৈছোঁ হে, এনেতে কেফালুচৰ পুতেক পলেমাৰ্কুচে আমাক দূৰৈৰে-পৰা দেখি তেওঁৰ চাকৰটোক বেগাবেগিকৈ আহি আমাক ৰখাবলৈ কৈ পঠিয়ালে। পিচফালৰপৰা আহি চাকৰটোৱে মোৰ চোলাটোত ধৰি ক'লেহি—"পলেমাৰ্কুচে আপোনাক ৰ'বলৈ কৈছে।" ঘূৰি চাই, তাৰ গিৰিহঁত ক'ত আছে সুধিলোঁ। "সৌৱা, তেখেত পাচে পাচে আহি আছে; অপেক্ষা কৰক"—এইবুলি সি উত্তৰ দিলে। "আমি ৰৈছোঁ বাৰু"—গ্লকনে ক'লে। অলপ পৰৰ পাচতে গ্লকনৰ ভায়েক এডিমেণ্টুচ, নিচিয়াচৰ পুতেক নিচাৰেটুচ আৰু আন কেইজনমানক লগত লৈ পলেমাৰ্কুচ পালেহি। আটাইকেউজন বোধকৰোঁ সমদলৰ পৰাই ওলাই আহিছিল।

থিতি লৈয়েই পলেমাৰ্কুচে আৰম্ভ কৰিলে: "ছক্ৰেটিচ, তোমালোক জানো নগৰলৈকে যাবলৈ ওলোৱা নাই?"

"তুমি ঠিকেই ধৰিছা"—মই উত্তৰ দিলোঁ।

"কিন্তু তুমি দেখিছাই নহয় আমাৰ সংখ্যা কিমান সৰহ।"

"দেখিছোঁ।"

---

১। থে্ৰচিমাকুচৰ মন্তব্যৰপৰা বুজা মতে এই উৎসৱ থে্ৰচিয়ান দেৱী বেণ্ডিছৰ সম্মানাৰ্থে পতা হয়।

"তেন্তে, হয় তোমালোক আমাতকৈ বলী বুলি প্ৰমাণ কৰাঁ, নহয়, য'তে আছাঁ ত'তে ৰৈ থাকাঁ।"

"নহয়," মই ক'লোঁ, "আৰু এক বিকল্প আছে। আমাক যাবলৈ এৰি দিবৰ বাবে তোমালোকক ৰৰাই-বুজাই মান্তি কৰাবও পাৰোঁ।"

"আমি যদি শুনিবলৈ ৰাজী নহওঁ, তেতিয়া জানো আমাক মান্তি কৰাব পাৰিবাঁ?"

"কেতিয়াও নোৱাৰোঁ।"—গ্লকনে ক'লে।

"এতেকে আমি তোমালোকৰ কথা নুশুনো বুলি বুজি লোৱাঁ।" তেনেতে এডিমেণ্টুচে ক'লে, "দেৱীৰ সম্মানাৰ্থে আজি গধূলিলৈ ঘোঁৰাৰ পিঠিত জোৰ লৈ দৌৰমৰা প্ৰতিযোগিতা হ'ব বুলি নাজানা নে কি?

"হয় নে কি? ঘোঁৰাৰ পিঠিত?" মই সুধিলোঁ। "সেইটো তেন্তে চাবলগীয়া বস্তু হ'ব। প্ৰতিযোগীসকলে হাতে হাতে জোৰ লৈ যাব নেকি আৰু ঘোঁৰাবোৰ দৌৰি গৈ থাকোঁতেই ইজনৰ হাতৰ জোৰতাৰ সিজনৰ হাতলৈ সলাই যাব নেকি? নে অইন কিবা প্ৰকাৰে কৰিব?"

"ওঁ, তুমি কোৱাৰ দৰেই হ'ব।"—পলেমাৰ্কুচে ক'লে।

"তদুপৰি, আৰু এক নৈশ উৎসৱ পাতিব। সেইটো চাবলগীয়া হ'ব। ৰাতি খাই-বৈ আমি সেই উৎসৱ চাবলৈ যাম। আমাৰ ডেকাদলৰো ৰহুতক লগ পাম আৰু ৰং-তামাচা কৰিব পাৰিমহক। সেই বাবেহে কৈছোঁ, নেযাবাঁগৈ; আমাৰ অনুৰোধ ৰাখাঁ।"

গ্লকনে তেতিয়া ক'লে, "এ, তেনেহ'লে আৰু থাকিবই লাগিল।"

"তেনেহ'লে, তোমাৰো ইচ্ছা আছে যদি থাকোঁহঁক আৰু"—মই কলোঁ।

তাৰ পাচত পলেমাৰ্কুচেৰে তেওঁলোকৰ ঘৰলৈ গলোঁহক। ঘৰত তেওঁৰ দুই ভায়েক লিচিয়াচ আৰু ইউথিডেমুচ আৰু তেওঁলোকৰ লগতে চালচিডনৰ থ্ৰেচিমাকুচ, পায়নিয়ান চাৰ্মানটাইডিচ আৰু এৰিষ্টনিমাচৰ পুতেক ক্লাইটোফনক পালোঁগৈ। পলেমাৰ্কুচৰ দেউতাক কেফালুচো ঘৰতে আছিল। তেখেতক মই বহুত দিন

দেখা নাই। ইতিমধ্যে বহুত বুঢ়া হৈ গৈছে বুলি ভাবিছিলোঁ। তেখেতে গাৰু-দিয়া চকী এখনতে বহি আছিল। শিৰত এধাৰ মালা। তেখেতৰ চাৰিও কাষে বহিবলৈ ঠাই ৰখা হৈছিল। আমি তাতে বহিলোঁগৈ। দেখামাত্রকে কেফালুচে মোক সম্ভাষণ জনাই ক'লে, "ছক্রেটিচ, তুমি দেখোন এইফালে পাইৰেয়ুজলৈ নহাই হ'লা? মাজে-সময়ে আমাৰ ফালে আহিবাঁচোন। নগৰলৈ সহজতে খোজ কাঢ়ি যাবলৈ মোৰ গাত শক্তি থকা হ'লে তুমি ইয়ালৈ আহিবই নালাগে; আমিয়েই তোমালোকৰ ঘৰ ওলালোঁগৈ-হেঁতেন। কিন্তু এতিয়া তুমিয়েইহে আমাৰ ঘৰলৈ ঘনাই আহিব লাগে। এতিয়া দেখিছোঁ, দৈহিক তৃপ্তি সাধনৰ ইচ্ছা যিমানে হ্রাস হৈ আহিছে সিমানে দার্শনিক আলোচনাৰ ইচ্ছা আৰু তেনে আলোচনাৰপৰা পোৱা আনন্দ লাভৰ হেপাহ বাঢ়ি গৈছে। গতিকে মোৰ অনুৰোধ উপেক্ষা নকৰা যেন। তোমাৰ আপোন বন্ধু হিচাপেই আমাৰ ওচৰলৈ সঘনে আহি থাকিবাঁ বুলি আশা কৰিলোঁ। এই ডেকাহঁতেও তোমাৰ সান্নিধ্যৰ সুযোগ লাভ কৰক।

উত্তৰত মই ক'লোঁ,—"কেফালুচ, সঁচা কথা ক'বলৈ গ'লে, বয়োবৃদ্ধসকলৰ লগত আলোচনা কৰি মই আনন্দ পাওঁ। কিয়নো, যি বাটে আমিও বাট বুলিব লাগিব সেই বাটত বয়োবৃদ্ধসকল আমাতকৈ বহুত আগ বাঢ়ি আছে। গতিকে আমাৰ বাটটো নো কেনেকুৱা তাক তেখেতসকলৰপৰা জানিবলৈ আমি চেষ্টা কৰিব লাগে-বাট দুর্গম আৰু ওখোৰামোখোৰাই, নে সুগম আৰু মিহিয়েই। আপুনি যেহেতুকে জীৱনৰ এনে অৱস্থাত উপনীত হৈছেগৈ, যাক কবিয়ে "মহা কালৰ দুৱাৰ-দলি" বুলি বর্ণাইছে, তেনেস্থলত আপোনাৰ ওচৰলৈ নাহি কাৰ ওচৰলৈ যাম? এই বয়সত জীৱন দুর্বহ যেন লাগিছে নে কি? নে অন্য কিবা অভিজ্ঞতাৰ কথাহে ক'ব খুজিছে?

"ছক্রেটিচ, জীৱনত মই কি কি অভিজ্ঞতা পালোঁ সেইবোৰ সকলো তোমাক ক'ম। মোৰ বয়সৰে আৰু কেইজনমানেৰে আমি প্রায়েই লগ খাওঁহঁক। লগ লাগিলেই পুৰণি কথা সুঁৱৰি অনুতাপ কৰা হয়। ডেকাকালৰ আনন্দৰ দিনবোৰলৈ চালে বেজাৰ লাগে। সেইকালৰ ৰং-ৰহইছ, মদ-ভোজৰ মেল আদিৰ কথা মনত পৰে।

ইমানবোৰ ভাল-ভাল সুবিধা হেৰুৱাব লগা হোৱাত মোৰ লগৰীয়া-সকলৰ মনত গভীৰ অসন্তোষ। এতিয়াৰ তুলনাত তেতিয়া তেওঁলোকে কিমান সুন্দৰকৈ জীৱন কটাইছিল তাকে কৈ থাকে। এতিয়া যেনেকৈ জীয়াই আছে তাক হেনো জীয়াই থকাকে বুলিব নোৱাৰি। আত্মীয়-কুটুম্ব সকলে তেওঁলোকৰ আলৰ অৱস্থাক কেনেকৈ উপলুঙা কৰিছে সেইলৈও কেইজনমানৰ অভিযোগ। এই বাবেই বুঢ়া বয়সত পোৱা দুখ-কষ্টৰ বাবে তেওঁলোকে বাৰ্দ্ধক্যকে অভিশাপ দিছে। কিন্তু, এটা কথা, ছক্রেটিচ, মোৰ মতে হ'লে দুখ-অশান্তিৰ আচল কাৰণটো তেওঁলোকে ধৰিব পৰা নাই। আচলতে যদি বুঢ়া বয়সেই এইবোৰৰ কাৰণ হ'লহেঁতেন, তেন্তে বুঢ়া হিচাপে মইও দেখোন একেদৰেই ভুগিলোঁহেঁতেন; আৰু বয়স ভাটী দিয়া আন আটাইবোৰেই ভুগিলেহেঁতেন। কিন্তু এই ক্ষেত্ৰত ভালেমান বুঢ়া মানুহ লগ পাইছোঁ যি সম্পূৰ্ণ বেলেগ মত প্ৰকাশ কৰিছে। কবি চফোক্লিচৰ নামকে উল্লেখ কৰিব পাৰোঁ। মোৰ সন্মুখতে এবাৰ এজনে চফোক্লিচক সুধিছিল: "চফোক্লিচ, প্ৰেমৰ বাবে তোমাৰ শক্তি আছেনে নে?" ইয়াৰ উত্তৰত চফোক্লিচে কৈছিল: "এইবোৰ বাৰু ক'ব নেলাগেচোন। বৰ সুখৰ কথা যে মই এতিয়ালৈকে প্ৰেমৰ কবলত পৰা নাই। আৰু সেইবাবেইময়ো এক উন্মত্ত, আসুৰিক প্ৰবৃত্তিৰ দাসত্বৰপৰা মুক্ত হৈ থকা যেন লাগিছে।" মই তেতিয়াও ভাবিছিলোঁ, আৰু এতিয়াও ভাবোঁ, চফোক্লিচৰ এই কথাষাৰ অতি জ্ঞানগৰ্ভ আছিল। কিয়নো এইষাৰ নিঃসন্দেহে ক'ব পাৰি যে বাৰ্দ্ধক্যই মানুহক এক গভীৰ শান্তি দান কৰে আৰু এনেবোৰ আসক্তিৰপৰা মুক্ত কৰে। ক্ষুধা যেতিয়া শাম কাটে আৰু তাৰ শক্তি কমি আহে, তেতিয়াহে চফোক্লিচৰ কথাৰ তাৎপৰ্য্য সুন্দৰকৈ উপলব্ধি কৰিব পৰা হয়। এই অৱস্থাত, এজাকমান নিষ্ঠুৰ শাসকৰ কবলৰপৰা পৰিত্ৰাণ পোৱা যেন লাগে। কিন্তু এই বাৰ্দ্ধক্যৰ বিৰুদ্ধে হোৱা অভিযোগ আৰু আত্মীয়-কুটুম্বৰপৰা পোৱা আমনি, এই সকলো-বোৰৰ গুৰি এঠাইতেই হে বিচাৰিব লাগিব। সেইটোৱেই হ'ল মানুহৰ চৰিত্ৰ, বাৰ্দ্ধক্য নহয়। মন সংযমী আৰু মেজাজ স্থিৰ

থকালৈকে বাৰ্দ্ধক্য কেতিয়াও দুঃসহ বোজা হ'ব নোৱাৰে ; নহ'লেনো, বহুতৰ বাবে বাৰ্দ্ধক্যৰ নিচিনাকৈ যৌৱনো অসহ্য হয় নে ?"

কেফালুচৰ মন্তব্য শুনি মোৰ বৰ ভাল লাগিল। তেওঁৰপৰা আৰু কিছু শুনিবৰ বাবে আৰু কথা উলিয়াবৰ নিমিত্তে তেওঁক ক'লোঁ ঃ "কেফালুচ, আপোনাৰ এইখিনি কথা কিন্তু আটায়ে মানি নলয়। সেই সকলৰ মতে বাৰ্দ্ধক্যৰ বোজা সহ্য কৰাত আপোনাক চৰিত্ৰই সহায় কৰা নাই, কৰিছে আপোনাৰ অগাধ সম্পত্তিয়ে হে। সম্পত্তি থাকিলে মানুহে বহুত প্ৰকাৰে সান্ত্বনা লভিব পাৰে।

কেফালুচে তেতিয়া ক'লে—"ওঁ, তেওঁলোকে মোক বিশ্বাস নকৰিব হয়। এক প্ৰকাৰে তেওঁলোকে কোৱাটো মিছা ও নহয়—যদিও অৱশ্যে যিমান ভাবিছে সিমান নহয়। চেৰিফিয়ান সকলে বিদ্ৰূপৰ সুৰেৰে কৰা প্ৰশ্নৰ উত্তৰত হেমিষ্টিক্লিচে কোৱা কথাষাৰত ডাঙৰ সত্য লুকাই আছে। হেমিষ্টিক্লিচে কৈছিল, তেওঁ যি সুখ্যাতি লাভ কৰিছিল সেয়া তেওঁৰ নিজৰ গুণত নহয়, দেশৰ যহত হে—"চেৰিফাচৰ নাগৰিক হোৱা হ'লে মই ইমান প্ৰখ্যাত হ'ব নোৱাৰিলোঁহেঁতেন। এথেন্সবাসী হোৱা হ'লে তুমিও নহলাহেঁতেন।" ইফালে, ধনী নোহোৱাৰ বাবে যিসকল বুঢ়া বয়সত অস্থিৰ হৈ পৰে, সেইসকলকো সেইদৰেই ক'ব পাৰি যে বাৰ্দ্ধক্য আৰু দাৰিদ্ৰ্যৰ হেঁচা এক সময়তে পৰিলে এহাতে যেনেকৈ সজ মানুহ এজনেও সন্তোষেৰে দিন কটাব নোৱাৰে, আনহাতে তেনেকৈয়ে অজস্ৰ ধন-সম্পত্তিৰ গিৰিহঁত হ'লেও অসৎ জনে শান্তি লাভ কৰিব নোৱাৰে।

"বাৰু, কেফালুচ, আপোনাৰ যিখিনি সম্পত্তি আছে সেইখিনি ঘাইকৈ উত্তৰাধিকাৰী সূত্ৰেই পোৱা নে নিজে উপাৰ্জন কৰা ?"

"তুমি সুধিছা, মই নিজেই এই সম্পত্তি আহৰণ কৰিছোঁ নে কি ? টকা-পইচাৰ বিষয়ত মই ককা আৰু দেউতা দুয়োৰে মাজতে বুলিব পাৰোঁ। মই ককাৰ হে নাম লৈছোঁ। আজি মোৰ যিমানখিনি সম্পত্তি আছে সিমান সম্পত্তি ককাই উত্তৰাধিকাৰী সূত্ৰে পাইছিল। তাৰ ওপৰতো তেওঁ আৰু বহুত কৰিছিল। পিচে, মোৰ দেউতা লাইছানিয়াছে সেই সম্পত্তি ক্ষয় কৰি এতিয়া থকাতকৈও তাকৰ কৰি পেলাইছিলগৈ। মোৰ হাতত যিখিনি পৰিছিল তাক কমিবলৈ

নিদি বৰঞ্চ তাতকৈ অলপ বঢ়াই থৈয়েই মই এতিয়া মোৰ এই ল'ৰাহঁতক দি যাব পাৰিলেই সন্তোষ পাম।"

মই তেতিয়া ক'লোঁ; "মই ভাবিছিলোঁ ধনলৈ আপোনাৰ মোহ নাই। সেই বাবে হে প্ৰশ্নটো কৰিছিলোঁ। যিসকলে নিজে ধন উপাৰ্জ্জন নকৰে সেইসকলৰ সাধাৰণতে ধনলৈ মোহ নেথাকে। যিসকলে কিন্তু নিজে উপাৰ্জ্জন কৰে সেইসকলৰ সম্পত্তি-মোহ আনতকৈ দুগুণে বেচি হয়। যেনেকৈ, নিজৰ কবিতালৈ কবিৰ আৰু নিজৰ ল'ৰা-ছোৱালীলৈ বাপেকৰ মোহ জন্মে, সেই দৰেই নিজে সম্পত্তি আহৰণ কৰা সকলৰ ধনলৈ মোহ হয়। এইসকলে ধন বিচাৰে অকল অইনবিলাকৰ দৰে খৰচ কৰিবৰ বাবেই নহয়; তেওঁলোকৰ মোহটো হ'ব এই বাবেই যে সম্পত্তি উপাৰ্জ্জন তেওঁলোকে নিজেই কৰিছিল। এনে হোৱাৰ বাবেই এওঁলোকে অইন মানুহৰ লগত মিলিব নোৱাৰে। এওঁলোকে নিজৰ ধন-সম্পত্তিৰ প্ৰশংসা কৰিয়েই তৎ নেপায়।"

"এইটো সঁচা কথা"—তেওঁ ক'লে।

মই ক'লোঁ—"হ'বই। বাৰু। মই আৰু এটা প্ৰশ্ন কৰোঁচোন; আপুনি ধনী হোৱাৰ বাবে বাৰু আপোনাৰ আটাইতকৈ ডাঙৰ সুবিধা কি হৈছে?

তেওঁ উত্তৰ দিলে: সেইটো যদি মই কওঁ, তেন্তে মোৰ লগত একমত হোৱা মানুহ কিজানি নোলাবই। ছক্রেটিচ, এইটো জানি থবাঁ, যেতিয়াই এজনক বুজাই দিবাঁ তেওঁ মৰিবৰ হৈছে, তেতিয়াই তেওঁ আতঙ্কিত হৈ পৰিব। যিবোৰ কথা আগতে তেওঁৰ গাতেই নালাগিছিল সেইবোৰৰ প্ৰতিও তেতিয়া তেওঁৰ চিন্তা হ'ব। ইহকালত অন্যায় কৰাজনে পৰকালত শাস্তি ভোগ কৰিব লাগিব বুলি যিবোৰ কাহিনী আছে সেইবোৰ শুনোতে ইয়াৰ আগলৈকে তেওঁ হাঁহি উৰাই দিছিল। অথচ এতিয়া সেই একে জনৰে মন ভয়ত বিহ্বল হৈ পৰিব—জানোচা এই কাহিনীবোৰ সঁচাই হয়। বাৰ্দ্ধক্যৰ দুৰ্ব্বলতাৰ বাবেই হওক, বা পৰলোকৰ চাৰিসীমাত ভৰি দিয়াৰ বাবেই হওক, সেইবোৰ ৰহস্যৰ অৰ্থ তেওঁৰ বাবে পৰিষ্কাৰ হৈ পৰে। সি যি কি নহওক, তেওঁৰ মনত নানান্ সন্দেহ

আৰু আশঙ্কাই ঠাই পায়হি। তেতিয়াই ভবা-চিন্তা কৰিবলৈ ধৰে, জীৱনত তেওঁ কাৰোবাৰ কিবা অন্যায় কৰিছিল নে কি। আৰু, যদিহে দেখে তেওঁৰ জীৱন কুকৰ্ম্মেৰেই ভৰা, তেতিয়া সৰু ল'ৰা-ছোৱালীয়ে টোপনিতে চঁক খাই উঠাৰ দৰে তেওঁও চঁক খাবলৈ ধৰে আৰু সদায় বিষণ্ণ চিন্তাই তেওঁক লগ নেৰা হয। কিন্তু, যদিহে তেওঁৰ জীৱনত কোনো অন্যায় কৰা হোৱা নাই বুলি বিবেকে কয় তেতিয়া তেওঁ মধুৰ আশাৰ মৃদু পৰশ অনুভব কৰিব পাৰে। এই আশাকে পিণ্ডাৰে "বুঢ়া বয়সৰ সাদৰী ধাত্ৰী" বুলিছে। বুজিছা, ছক্ৰেটিচ, পিণ্ডাৰৰ এই কথা ফাঁকি বৰ সুন্দৰ। ন্যায় আৰু ধৰ্ম্মত জীৱন-যাপন কৰা জনৰ বিষয়ে তেওঁ কৈছে—"তেওঁৰ লগৰীয়া হ'ল মধুৰ আশা। যি তেওঁৰ হৃদয়ত উৎসাহ দিয়ে, যি বুঢ়া বয়সৰ ধাত্ৰী আৰু মৰণশীল মানবৰ অস্থিৰ মনক বাট পোনাই দিবলৈ যাৰ বাহিৰে আন কোনো নাই"।[২] সুন্দৰ সত্য এই বৰ্ণনাত নিহিত আছে। মই দেখাত ঘাইকৈ এনে বিবেচনাৰ ভিত্তিতহে সম্পত্তিৰ মূল্য দিয়া হয়। অৱশ্যে সকলোৱে দিয়ে বুলি নকওঁ। কিন্তু সুপুৰুষে হ'লে দিয়ে। কিয়নো, এইখিনি সম্পত্তিয়েই আমাক অনিচ্ছাকৃতভাৱে প্ৰৱঞ্চনা কৰাৰপৰা আৰু অসত্য কোৱাৰপৰা ৰক্ষা কৰাত সহায় কৰে। দেৱ-দেৱীক দিবলগা কিবা পূজা-পাতল পৰি থাকিলে নাইবা কাৰোবাক সুজিব লগা ধাৰ থাকি গ'লে যি ভয় সিপুৰীলৈ যাবৰ সময়ত আমাৰ মনত সোমায়, তাৰ পৰাও এই সম্পত্তিয়ে আমাক ৰক্ষা কৰে। ইয়াৰ উপৰিও সম্পত্তিৰ বহুত দৰ্কাৰ্ আছে। কিন্তু ছক্ৰেটিচ, এই সকলোবোৰকে সুকীয়া-সুকীয়াকৈ জুখি-মাখি চোৱাৰ পাচতো মই ভাবোঁ সম্পত্তিয়ে এইভাৱে যি সহায় দিয়ে সি জ্ঞানী আৰু বিবেচকজনৰ বাবে তেনেই অনাৱশ্যকীয়।

"কেফালুচ্, আপুনি অতি সুন্দৰ কথা কৈছে। কিন্তু আপুনি ন্যায় বোলা যি গুণটিৰ কথা উল্লেখ কৰিলে সেইটোনো কি? ন্যায়ৰ সংজ্ঞা দিওঁতে, সত্যনিষ্ঠাৰ কমো নোহোৱা, বেচিও নোহোৱা বুলি আৰু এজনে আন এজনৰপৰা পোৱাটোক প্ৰত্যৰ্পণ কৰা বুলিয়েই

২। পিণ্ডাৰৰ হেৰোৱা কবিতাৰ এফাকি।

দিম নেকি ? নে, এনে ধৰণৰ কাৰ্য্যবোৰ স্বাভাৱিকতেই কেতিয়াবা ন্যায় আৰু কেতিয়াবা অন্যায় হয় ? উদাহৰণ স্বৰূপে মই ভাবোঁ, সকলোৱে এই কথা স্বীকাৰ কৰিব যে কোনোবাই যদি বন্ধু এজনৰ হাতত সজ্ঞানে মাৰাত্মক অস্ত্র এপাত তুলি দিয়ে আৰু ক্ষন্তেক পাচতে বলিয়ালিৰ জমকত সেই অস্ত্রপাত ঘূৰাই আনিবলৈ যায়, তেনে অৱস্থাত সেই অস্ত্রপাত ওলোটাই দিয়া উচিত নহ'ব। আৰু সেই বন্ধুজনেও যদি অস্ত্র ওলোটাই দিয়ে বা তেনে উন্মত্ত অৱস্থাত থকা এজনক বিশ্বাস কৰিবলৈ যায়, তেতিয়া হ'লেও তেওঁ সুপুৰুষ হ'ব নোৱাৰিব।

"তুমি ঠিক কৈছা"—তেওঁ উত্তৰ দিলে।

"তেন্তে ন্যায় মানে সত্য কথা কোৱা আৰু লোকৰপৰা পোৱা বস্তু ঘূৰাই দিয়া বুলি ক'লে প্রকৃত সংজ্ঞা দিয়া নহ'ব।"

পলেমাৰ্কুচে ক'লে :—"ঠিক সেইটোৱেই নহয়, ছক্রেটিচ। অন্ততঃ ছাইমনাইডিছৰ কথা মানি ল'লে ই কিন্তু এই দুটাৰ মাজতে পৰিব।"

"বেচ কথা," কেফালুচে ক'লে, "এই আলোচনা এতিয়া তোমা-লোকলৈ এৰিলোঁ। মই উপাসনা ঘৰলৈ যাবৰ হ'ল।"

"তেনেহ'লে, এই আলোচনাত পলেমাৰ্কুচ আপোনাৰ অংশৰ উত্তৰাধিকাৰী হ'ল—নহয় জানো ?"—মই সুধিলোঁ।

'নিশ্চয়'—বুলি মিচিকিয়াই তেওঁ ততালিকে পূজা-ঘৰলৈ গ'লগৈ। মই তেতিয়া পলেমাৰ্কুচক কলোঁ,—"এই আলোচনাৰ উত্তৰাধিকাৰী হিচাপে এতিয়া বাৰু কোৱাঁচোন, তোমাৰ মতে ছাইমনাইডিছে ন্যায়ক প্রকৃততে কি বুলি কৈছে ?"

"যাৰ যি প্রাপ্য তাক সেইটো লাভ কৰিবলৈ দিয়াটোৱেই ন্যায় বুলি কৈছে। ছাইমনাইডিছৰ এই ব্যাখ্যা মোৰ মতে শুদ্ধ হৈছে।

"এৰা, ছাইমনাইডিছৰ নিচিনা জ্ঞানী আৰু দৈৱাদিষ্ট এজনৰ কথাষাৰ সহজতে দলিয়াই পেলাব নোৱাৰি। অৱশ্যে, পলেমাৰ্কুচ, তেওঁৰ কথাৰ অৰ্থ তুমি হয়তো বুজিব পাৰিছাঁ। মই হ'লে পৰা নাই। পিচে, এইটো কিন্তু সঠিক যে আমি এইমাত্র যি বুলি

ক'লোঁ, অর্থাৎ কোনোবাই যদি নিজৰ সম্পত্তি আন এজনৰ জিম্মাত ৰাখি থৈ যায় তেন্তে পিচত দাতা জনে বাতুল অৱস্থাতো যদি সেই সম্পত্তি ঘূৰাই নিবলৈ আহে তেতিয়াও ঘূৰাই দিব লাগে,—এই অর্থ তেওঁ কৰা নাই। তত্রাচ বাক ধৰি লৈছোঁ যে ন্যাসত ৰখা সম্পত্তি ন্যাসত থোৱাজনৰ হে প্রাপ্য। নহয় জানো?"

"হয়, তেওঁৱেই।"

"কিন্তু যিজনে বিচাৰে তেওঁ যদি সজ্ঞান অৱস্থাত নাথাকে তেন্তে কেতিয়াও ঘূৰাই দিব নোৱাৰি। পাৰি জানো?"

"সঁচা, কেতিয়াও নোৱাৰি।"

"গতিকে যাৰ যি প্রাপ্য তাক সেইমতে পাবলৈ দিয়াটোকেই ন্যায় বুলি কওঁতে ছাইমনাইডিছে বেলেগ অর্থ হে কৰিছিল।"

পলেমার্কুচে ক'লে, "হয়, তেওঁ নিশ্চয় বেলেগ অর্থ হে কৰিছে, কিয়নো তেওঁ এইটোও কৈছে যে বন্ধুৰ ভিতৰত ইজনে সিজনক ধাৰ দিয়া-দিই ক'ৰা মানে ইজনে সিজনৰ উপকাৰ কৰা হে, অপকাৰ কৰা হ'ব নোৱাৰে।"

"বুজিছোঁ। তেনেহ'লে, জমা-থওঁতা জনৰ ধন ওলোটাই দিয়া মানে প্রাপ্যখিনি ঘূৰাই দিয়া নহয়—যদি হে, এফালে পৰিশোধ কৰাটো আৰু আনফালে গ্রহণ কৰাটো অনিষ্টকাৰী বুলি গণ্য কৰা হয় আৰু যদি হে উভয় পক্ষ মিত্রৰ ভিতৰতে পৰে। ছাইমনাইডিছে এনে অর্থকেই কৰা নাই জানো? কি বোলাঁ?"

"হয়, ঠিক কৈছাঁ।

"বাৰু, শত্রুৰ বেলিকা যিখিনি প্রাপ্য হয় সেইখিনি জানো আমি ঘূৰাই দিব নেলাগিব?

"অকল ঘূৰাই দিব লাগিব—যিখিনি তেওঁৰ প্রাপ্য। মই ভাবোঁ শত্রুৰ ধাৰ ৰখাটো অনিষ্টকৰ। এনে ধৰণৰ সম্পর্কত অনিষ্টকৰ হোৱাটোৱেই স্বাভাৱিক।"

"এতেকে দেখা গ'ল, কবিসকলৰ দৰে ছাইমনাইডিছে ন্যায়ৰ প্রকৃতি বর্ণনা কৰোঁতে সাঁথৰ ব্যৱহাৰ কৰিছে। ওপৰে ওপৰে চালে দেখা যায়, প্রত্যেককে উচিত খিনি অর্থাৎ তেওঁৰ মতে প্রাপ্য খিনি দিয়াটোৱেই ন্যায় বুলি তেওঁ ভাবিছিল। বাৰু

এইখিনিতে তোমাৰ মত নো কি সোধোঁচোন। ধৰাঁ জানিবাঁ, তেওঁক কোনোবাই এইবুলি সুধিলে :

"ছাইমনাইডিছ, সেয়েই যদি কথা হয় তেন্তে ভেষজ বিদ্যা বোলা কলাই যথাৰ্থতে বাৰু কিবা অৰিহনা যোগায় নে, আৰু সেই অৰিহনা কোনে গ্ৰহণ কৰে?" তেতিয়া তেওঁ কি উত্তৰ দিব বুলি বাৰু ভাবাঁ?"

তেওঁ ক'ব, শৰীৰে গ্ৰহণ কৰে। ঔষধ, আহাৰ আৰু পানী এইখিনি শৰীৰক দিয়া হয়।"

"ৰন্ধন-প্ৰণালী বোলা যিটো কলা সি নো দিবলগীয়া উচিত বস্তু কি দিয়ে আৰু কোনে গ্ৰহণ কৰে?"

"দিয়া বস্তু হ'ল পাগ কৰি দিয়াটো। কাঁহী কেইখন হ'ল গ্ৰহীতা।"

"বেচ তেন্তে, আমি যি কলাক ন্যায় বুলিছোঁ সেই কলাই দিয়ে কি আৰু সেই কলাক পায় বা গ্ৰহণ কৰে কোনে?"

"ছক্ৰেটিচ, আমি এতিয়ালৈকে যিখিনি কলোঁ সেইমতে কলাৰ অৱদান হ'ল সাহায্য আৰু অপকাৰ; আৰু সেইবোৰক গ্ৰহণ কৰোঁতা হ'ল মিত্ৰ আৰু শত্ৰু।"

"তেনেহ'লে, ছাইমনাইডিছে ন্যায় মানে মিত্ৰক সহায় কৰা আৰু শত্ৰুক অন্যায় কৰাকে বুজাইছে। নহয় জানো?"

"হয়, মই ভাবোঁতে সেইটোৱেই।"

"বাৰু, মানুহৰ সুস্থ আৰু অসুস্থ অৱস্থাৰ কথাই ধৰাঁচোন। বেমাৰ-আজাৰ হ'লে আটাইতকৈ কোনে মিত্ৰক উপকাৰ কৰিব আৰু শত্ৰুক অনিষ্ট কৰিব পাৰিব?"

"চিকিৎসকে।"

"সেইদৰে সমুদ্ৰ-সংকটৰ সময়ত সমুদ্ৰ-যাত্ৰাত আটাইতকৈ কোনে মিত্ৰক সহায় আৰু শত্ৰুক অনিষ্ট কৰিব পাৰিব?"

"নাবিকে।"

"বুজিলোঁ, কোন বিধ কাৰ্য্য সম্পাদনত আৰু কেনেকুৱা উদ্দেশ্যত বাৰু ন্যায়ৱন্ত জনে মিত্ৰক সহায় আৰু শত্ৰুক অনিষ্ট কৰিব পাৰে?"

"যদিহে যুদ্ধ লাগে তেন্তে যুদ্ধক্ষেত্ৰত মিত্ৰৰ পক্ষ লৈ আৰু শত্ৰুৰ বিপক্ষে ঠিয় দি।"

"বাৰু, পলেমাৰ্কুচ, তুমি তেনেহ'লে কবাঁ, নিৰোগী জনৰ বাবে চিকিৎসকৰ কোনো মূল্য নাই।"

"নিশ্চয় কম।"

"সেইদৰে, পাৰত থকা মানুহৰ বাবেও নাবিকৰ দৰ্কাৰ নকৰে।"

"নকৰে।"

"তেনেহ'লে, যুদ্ধত লিপ্ত নোহোৱাসকলৰ বাবেও ন্যায়ধৰ্মী পুৰুষৰ কোনো প্ৰয়োজন নাই নে কি?"

"ঠিক সেই বুলি ক'ব নোৱাৰোঁ।"

"তেন্তে, শান্তিৰ সময়তো ন্যায়ৰ আৱশ্যকতা আছে। নহয় জানো?"

"হয়, আছে।"

"সেইদৰে কৃষিৰো আছে। নহয় নে বাৰু?"

"হয়।"

"অৰ্থাৎ, পৃথিবীৰ উন্নত বস্তু সংগ্ৰহৰ উপায় হিচাপে আমাক কৃষি লাগে।"

"হয়।"

"সেইদৰেই, চৰ্ম্মকাৰৰ কলাও লাগতিয়াল। নহয় জানো?"

"হয়।"

"অৰ্থাৎ জোতা আহৰণ কৰাৰ উপায় বুলিয়েই নধৰিবাঁ জানো?"

"নিশ্চয়।"

"বাৰু তেনে, তোমাৰ মতে শান্তিৰ সময়ত ন্যায়ে কি কি ব্যৱহাৰ কৰাত বা আহৰণ কৰাত সহায় কৰে?"

"চুক্তি বন্ধনত সহায় কৰে, ছক্ৰেটিচ।"

"কিন্তু, চুক্তি বন্ধন মানে তুমি কি বুজাইছাঁ—সহযোগিতা নে অইন বেলেগ কিবা?"

"সহযোগিতা নহৈ নো কি হ'ব?"

"তেনেহ'লে, পাশা-খেলত বহোঁতে ভাল উপযুক্ত সহযোগী কোন হ'ব—ন্যায়ধৰ্ম্মী জন নে পটু পাশা-খেলুৱৈ জন?"

"পটু খেলুৱৈ জন।"

"বাৰু, ইটাৰ কাম কৰোঁতে আৰু শিলৰ কাম কৰোঁতে, নিয়মিত ৰাজমিস্ত্ৰী এজনতকৈ ন্যায়ধৰ্ম্মী লোক এজনক হে অধিক উপযুক্ত আৰু অধিক ভাল সহযোগী বুলিবাঁ নে?"

"ওহোঁ, কোনোমতে নোৱাৰি।"

"তেন্তে, যি অৰ্থত সুৰ-সংযোজনাৰ ক্ষেত্ৰত বীণাবাদকক ন্যায়ধৰ্ম্মী জনতকৈ শ্ৰেয় সহযোগী বোলা হয়, সেই অৰ্থত কেনে ধৰণৰ সহযোগিতাত ন্যায়ধৰ্ম্মীজনক বীণাবাদকতকৈ উৎকৃষ্ট বুলি ধৰিবপৰা হ'ব?"

"মই ভাবোঁতে ধনৰ অংশীদাৰ হোৱাৰ ক্ষেত্ৰত।"

"পলেমাৰ্কুচ, ধন খটুওৱাৰ বিষয়ত এইটো নেখাটিব। ধৰাঁ, জানিবা অংশীদাৰসকলে ঘোঁৰা বেচা-কিনা কৰিব খুজিছে। তেনে সময়ত মই ভাবোঁতে, ঘোঁৰা-বেপাৰীজন হে বেচি উপযুক্ত হ'ব। নহ'ব জানো?"

"অৱশ্যে হ'ব।"

"সেই নিচিনাকৈয়েই জাহাজ বেচা-কিনা কৰিবৰ সময়ত জাহাজ-সজা মিস্ত্ৰী বা নাবিক এজনে হে কামটো বেচি ভালকৈ কৰিব পাৰিব।"

"এৰা।"

"এয়েই যদি হয়, তেনেহ'লে নো সোণ-ৰূপৰ যুটীয়া কাৰবাৰ কৰোঁতে ন্যায়ধৰ্ম্মী জনক আন যেই কোনো মানুহতকৈ অধিক উপযুক্ত বুলি ধৰিবৰ সুযোগ কেতিয়া পাম?

"ছক্ৰেটিচ, যেতিয়া তোমাৰ ধন নিৰাপদে ৰাখিবলৈ কাৰোবাৰ জিম্মাত ৰাখিব খোজা, তেতিয়া।"

"অৰ্থাৎ, যেতিয়া ধন সাঁচি হে থবাঁ, কিন্তু কামত নলগোৱা।"

"ঠিক কৈছা।"

"এতেকে ধনৰ যেতিয়া কোনো কাম নাই তেতিয়া হে সেই ধনৰ ক্ষেত্ৰত ন্যায়ৰ সাৰ্থক প্ৰয়োগ হ'ব। নহয় জানো?"

"কথাটো ঠিক তেনে যেনেই হৈছে।"

"সেই দৰেই, যেতিয়া কলম-কটাৰী এখন ৰাখিব খোজাঁ।

তেতিয়া, তুমি অংশীদাৰ হ'লেও বা নহ'লেও, ন্যায়ৰ সাৰ্থকতা আছে। কিন্তু যেতিয়া কটাৰী খন ব্যৱহাৰ কৰিবলৈ লবঁা তেতিয়া ন্যায়, আঙুৰ কলম-কৰা কলাত পৰিণত হ'ব।"

"ঠিকেই।"

"তেনে হ'লে, এইটোও ক'বা নে কি যে যেতিয়া এখন ঢাল নাইবা বীণা কামত নলগোৱাকৈ এনেয়ে ৰখা হয় তেতিয়া ন্যায় কামত আহে; কিন্তু যেতিয়াই সেই ঢাল বা বীণা ব্যৱহাৰ কৰিব লগা হয় তেতিয়াই সৈনিক বা সঙ্গীতজ্ঞৰ কলাৰ প্ৰয়োজন হয়?"

"নিশ্চয় কম।"

"তেন্তে, বাকী সকলোতেই একে কথাই খাটিব—অৰ্থাৎ, যেতিয়া, বস্তু এটাৰ ব্যৱহাৰ কৰা হয় তেতিয়া ন্যায় অসাৰ্থক, কিন্তু যেতিয়া ব্যৱহাৰ কৰা নহয় তেতিয়া হে ন্যায় সাৰ্থক হৈ পৰে।"

"তেনে যেনেই লাগে।"

"তেনেহ'লে বান্ধ, যদিহে অদৰ্কাৰী বস্তুত প্ৰয়োগ কৰাৰ ক্ষেত্ৰত হে ন্যায়ৰ সাৰ্থকতা থাকে, তেতিয়া হ'লে ন্যায়ৰ বিশেষ কোনো মূল্যাই নাই। তথাপিও বাৰু আৰু অলপ অনুসন্ধান কৰি চাওঁহঁক চোন। বাৰু, মুষ্টিযুদ্ধ বা তেনে কোনো যুদ্ধত যি জনে কিল-ভুকু দিয়াত পাকৈত, সেই জনেই জানো প্ৰতিপক্ষৰ কিল-ভুকুৰপৰা নিজক ৰক্ষা কৰাতো পাকৈত নহ'ব?"

"হ'বই।"

"সেই দৰেই, এইটোও জানো সঁচা নহয় যে যি জনে বেমাৰ প্ৰতিৰোধ কৰিব পাৰে বা বেমাৰৰ আক্ৰমণৰপৰা হাত সাৰিব পাৰে তেৱেঁই লোকৰ গাত বেমাৰ উৎপত্তি কৰোৱাতো পাকৈত?"

"মই ও সেইদৰেই ভাবোঁ।"

"এইটোও নিঃসন্দেহে ক'ব পাৰি যে শত্ৰুপক্ষৰ আঁচনি আৰু অন্যান্য সকলো খা-খবৰ চুৰ কৰাত নিপুণ জনে সেনাবাহিনীক সুকলমে ৰক্ষা কৰিব পাৰিব।"

"নিশ্চয়।"

"অৰ্থাৎ, যি বস্তুকে এজনে নিপুণভাবে চুৰ কৰিব পাৰে, সেই বস্তুকে তেওঁ নিপুণভাবে ৰক্ষা কৰিবও পাৰে।"

"তেনেই হ'ব।"

"গতিকে ন্যায়ধৰ্ম্মী জন যদি হে ধন ৰক্ষাত নিপুণ হয়, তেন্তে ধন চুৰ কৰাতো নিপুণ হ'ব।"

"মানিছোঁ। যুক্তিৰ ফালৰপৰা চালে সেইটোৱেই হ'বগৈ।

"তেন্তে, সকলো পিনৰপৰা দেখা যায় ন্যায়ধৰ্ম্মী পুৰুষ জন এক প্ৰকাৰ চোৰ হে। এই কথা তুমি বোধকৰোঁ হোমাৰৰ পৰাই শিকিছাঁ। হোমাৰৰ প্ৰিয় শিষ্য আছিল ওডিচিউজৰ ককাক অটোলাইকুচ। কবিয়ে কোৱা মতে অটোলাইকুচে চুৰিবিদ্যা আৰু মিছা কথা কোৱাত সকলোকে চেৰ পেলাব পাৰিছিল বাবেই হোমাৰৰ প্ৰিয়পাত্ৰ হৈছিল। এতেকে দেখা গ'ল, হোমাৰ, ছাইমনাইডিছ আৰু তোমাৰ মতে ন্যায় হ'ল এবিধ চৌৰ্য্য কলা। অৱশ্যে এই চৌৰ্য্য কলাৰ উদ্দেশ্য হ'ল নিজৰ বন্ধুপক্ষক সহায় কৰা আৰু শত্ৰুপক্ষৰ অনিষ্ট কৰা। এনে অৰ্থকেই জানো কৰা নাছিলা?"

"কেতিয়াও কৰা নাছিলোঁ।"—তেওঁৰ উত্তৰ দিলে। "কিন্তু, মই নো কি অৰ্থত কৈছিলোঁ এতিয়া আৰু ক'বপৰা অৱস্থাত নাই। তথাপি, এতিয়াও মোৰ মত এইটোৱেই যে বন্ধুক সহায় কৰা আৰু শত্ৰুক অনিষ্ট কৰাটোৱেই হ'ল ন্যায়।"

"বাৰু। তুমি কোনজনক বন্ধু বুলিবাঁ?—যি জন সাধু নহয় কিন্তু যাক সাধু যেন দেখি এনে জনক, নে, যি জন প্ৰকৃততে সাধু পুৰুষ কিন্তু যাক বাহিৰে সাধু যেন নেদেখি সেই জনক? আৰু, শত্ৰুৰ ব্যাখ্যাও এই একে সূত্ৰতেই দিবাঁ নে?

"সাধু বুলি ধাৰণা হোৱা সকলোকে ভাল পোৱাটো আৰু দুষ্ট বুলি ধাৰণা হোৱা সকলোকে ঘিণ কৰাটোকে নিশ্চয় মই বিচাৰিম।"

"কিন্তু এই ক্ষেত্ৰত, যিবোৰ মানুহ প্ৰকৃততে সাধু নহয় সেই-বোৰকে সাধু বুলি আৰু যি প্ৰকৃততে দুষ্ট নহয় সেইবোৰকে দুষ্ট বুলি ধাৰণা কৰি জানো মানুহে ভুল নকৰে?"

"কৰে।"

"তেন্তে, এনেবোৰ মানুহৰ বাবে সাধুসকল শত্ৰু আৰু অসাধু-সকল মিত্ৰ। হয় নে নহয়?"

"নিশ্চয় হয়।"

"এতেকে, এনে পৰিস্থিতিতো দুষ্টক সহায় কৰাটো আৰু সাধুক অনিষ্ট কৰাটোৱেই ন্যায্য হ'ব।"

"হ'ব।"

"অথচ সাধুসকলেই হ'ল ন্যায়ধৰ্ম্মী পুৰুষ। তেওঁলোকে অন্যায় কি নেজানে।"

"সঁচা।"

"পিচে, তোমাৰ মত অনুযায়ী যিসকলে কোনো অন্যায় কৰা নাই তেওঁলোকৰ 'অনিষ্ট কৰাটো ন্যায্য হ'ব।"

"ছক্ৰেটিচ, এইষাৰ যেন নোকোৱাঁ। তেনেকৈ ধৰিবলৈ হ'লে এইটো অতি অনিষ্টকাৰী কথা হ'ব।"

"তেতিয়া হ'লে, অসাধুক অনিষ্ট কৰাটো আৰু সাধুক সহায় কৰাটোৱেই ন্যায্য হ'ব।"

"এইটো ব্যাখ্যা অৱশ্যে আগৰটোতকৈ উত্তম হৈছে।"

"তেনে হ'লে পলেমাৰ্কচ, পৰিণতি হ'বগৈ এনেকুৱা ধৰণৰ— এনে অজস্ৰ ক্ষেত্ৰ আছে য'ত মানুহে নিজৰ ভিতৰতে বহুতক ভুল বুজিছে। এনেদৰে ভুল বুজা সকলে বন্ধুৰেই অন্যায় কৰে; কিয়নো তেওঁলোকৰ চকুত সেই বন্ধুৱেই হ'ল দুষ্ট। আকৌ, সেইদৰে তেওঁলোকে শত্ৰুকেই সহায় কৰে; কিয়নো সেই শত্ৰুকে সাধু বুলি ভাবি লয়। এতেকে আমাৰ এই বক্তব্য ছাইমনাইডিছে কৰা অৰ্থৰ একেবাৰে বিপৰীতে যাবগৈ।

"তেনে পৰিণতি অৱশ্যে হ'বই", তেওঁ উত্তৰ দিলে। "বাৰু, আমি কথাটো অইন এফালৰপৰা চাওঁচোন। কিয়নো, বন্ধু আৰু শত্ৰুৰ বিষয়ত আমাৰ সংজ্ঞা কিজানি শুদ্ধ হোৱাই নাই!"

"আমাৰ সংজ্ঞা নো কি আছিল, পলেমাৰ্কচ?"

"আমাৰ সংজ্ঞা আছিল—যাক সাধু যেন লাগে তেৱেঁই বন্ধু।"

"আৰু এতিয়া আমাৰ নতুন সংজ্ঞা কি হ'ব?"

"এতিয়া হ'ব এনে—যিজন কেৱল সাধুযেন লগাই নহয়, প্ৰকৃততেই সাধু, তেৱেঁই হ'ল বন্ধু; যি জন দেখাত সাধু কিন্তু আচলতে নহয়, তেওঁ প্ৰকৃততে বন্ধু হ'ব নোৱাৰে, দেখাত হে বন্ধু

যেন লাগিব পাৰে। আৰু, এই নিচিনাকৈয়েই মই শত্ৰুৰ সংজ্ঞাও দিম।"

"তেন্তে, এইমতে ক'বলৈ হ'লে সুপুৰুষ জনেই হ'ব বন্ধু আৰু দুষ্ট জনেই হ'ব শত্ৰু।"

"হ'ব"।

"পিচে, তেতিয়া হ'লে এটা কথা হ'ব। আমি প্ৰথমতেই এইবুলি কৈছিলোঁ যে ন্যায় মানে বন্ধুৰ উপকাৰ আৰু শত্ৰুৰ অপকাৰ কৰা। কিন্তু এতিয়া ন্যায়ৰ তাৎপৰ্য্য বহুত ব্যাপক হৈ পৰিল। তোমাক মই বুজামতে এতিয়া আমি আগেয়ে কোৱা কথাত আৰু এষাৰ যোগ দি এইদৰে ক'ব লাগিব—বন্ধুক উপকাৰ কৰাটো ন্যায়সঙ্গত হ'ব, যদিহে আমাৰ বন্ধুজন সুপুৰুষ হয়; সেইদৰে তেওঁ যদি কুপুৰুষ হয় তেন্তে তেওঁক অন্যায় কৰাটো ন্যায্য হ'ব।"

"ঠিক কৈছা," তেওঁ উত্তৰ দিলে। "মই ভাবোঁতে এইটো হে শুদ্ধ বক্তব্য হ'ব।"

মই তেতিয়া সুধিলোঁ, "লোকৰ অনিষ্ট কৰাটো জানো ন্যায়পৰায়ণ জনৰ কামৰ ভিতৰত পৰিব?"

"কিয় নপৰিব? পৰিব", তেওঁ ক'লে। "আনহাতে ক'বলৈ গ'লে যিবিলাক দুষ্ট আৰু ইফালে তেওঁৰ শত্ৰুও, সেইবিলাকৰ অনিষ্ট কৰাটো তেওঁৰ কৰ্ত্তব্যৰ ভিতৰত পৰিব।"

"বাৰু তেনে, ঘোঁৰাক অনিষ্ট কৰিলে সি আগতকৈ উৎকৃষ্ট হ'ব নে নিকৃষ্ট হ'ব?"

"নিকৃষ্ট হ'ব।"

"কুকুৰৰ উৎকৃষ্টতাৰ তুলনাত নিকৃষ্ট হ'ব নে, ঘোঁৰাৰ নিজৰ উৎকৃষ্টতাৰ তুলনাত?"

"ঘোঁৰাৰ নিজৰ উৎকৃষ্টতাৰ তুলনাত।"

"সেইদৰেই যদি কুকুৰকো অনিষ্ট কৰা হয় তেন্তে ঘোঁৰাৰ উৎকৃষ্টতাৰ তুলনাত নিকৃষ্ট নহৈ কুকুৰৰ নিজৰ উৎকৃষ্টতাৰ পিনৰপৰা আৰু নিকৃষ্ট নহ'ব নে?"

"হ'ব। সেইকথাত আৰু কোনো প্ৰশ্নই হ'ব নোৱাৰে।"

"এই একেটা সূত্ৰতে আমি জানো ক'ব নোৱাৰিম নে যে মানুহ এজনৰ অনিষ্ট কৰিলেও তেওঁৰ মানবীয় উৎকৃষ্টতাৰ লঘু কৰা হ'ব ?"

"নিশ্চয় ক'ব পাৰিম।"

"কিন্তু, ন্যায় জানো এবিধ উৎকৃষ্টতা নহয় ?"

"কিয় নহ'ব ?"

"বান্ধ! এতেকে যিসকল মানুহৰ অনিষ্ট কৰা হয় তেওঁলোকৰ ন্যায্যতা হ্ৰাস কৰা হ'বই।"

"হ'ব যেন পাওঁ।"

বাদ্যকৰে "সঙ্গীত কলাৰে মানুহক অ-সঙ্গীতজ্ঞ কৰিব পাৰে নে ?"

"নোৱাৰে।"

"পাকৈত অশ্বাৰোহীয়ে অশ্বাৰোহণ কলাৰে মানুহক নিকৃষ্ট ঘোঁৰা-চালক কৰিব পাৰে নে ?"

"ওহোঁ, নোৱাৰে।"

"যদি নোৱাৰেই তেন্তে ন্যায়পৰায়ণ জনে ন্যায়েৰে আন এজনক অ-ন্যায়পৰায়ণ কৰিব পাৰে নে ? সংক্ষেপতে, সজপুৰুষে সাধুতাৰে মানুহক অসাধু কৰিব পাৰে নে ?"

"ওহোঁ। সেইটো অসম্ভৱ।"

"সঁচা। মোৰ যদি বুজাত ভুল হোৱা নাই, তেন্তে, বস্তু এটা চেঁচা কৰিবলৈ হ'লে তাপৰ ধৰ্ম্মই চেঁচা কৰিব নোৱাৰে, পাৰিব তাৰ বিপৰীত ধৰ্ম্মই হে।"

"হয়।"

"সেইদৰে বস্তু এটা ভিজাবলৈ হ'লে খৰাং ধৰ্ম্মই সেই কাম কৰিব নোৱাৰে, তাৰ বিপৰীত ধৰ্ম্মই হে পাৰিব।"

"নিশ্চয়।"

"এতেকে অনিষ্ট কৰাটোও সাধুতাৰ ধৰ্ম্ম নহয়, তাৰ বিপৰীতৰ ধৰ্ম্ম হে।

"সেইটোও স্পষ্ট।"

"বাৰু, ন্যায়ধৰ্ম্মী পুৰুষ জন জানো সুপুৰুষ হ'ব ?"

"কিয় নহ'ব ? নিশ্চয় হ'ব।"

"তেন্তে পলেমাৰ্কচ, বন্ধু বা যেই কোনো প্ৰাণীৰেই অনিষ্ট কৰাটো ন্যায়ধৰ্ম্মী জনৰ ধৰ্ম্ম নহয়, তেওঁৰ বিপৰীত অন্যায়ধৰ্ম্মী জনৰ হে।"

"ছক্ৰেটিচ, তোমাৰ কথাষাৰ একেবাৰে শুদ্ধ যেন লাগিছে।"

"এতেকে, কোনোবাই যদি ন-দি কয় যে যাৰ যি প্ৰাপ্য তাকে দিয়াটোৱেই ন্যায্য আৰু যদি তেওঁৰ ইয়াৰ অৰ্থ এইভাৱেই লয় যে ন্যায়পৰায়ণ জনে শত্ৰুক অনিষ্ট কৰিব আৰু মিত্ৰক সাহায্য দিব লাগে, তেন্তে এই উক্তি অজ্ঞানীৰ উক্তি হে হ'ব। এনে কথা শুদ্ধ হ'বই নোৱাৰে। আমাৰ অনুসন্ধানত ওলাই পৰিছেই যে ক'ৰবাত কেনেবাকৈ, কেতিয়াবা, কাৰোবাক অনিষ্ট কৰাটোও ন্যায্য নহয়।"

"একেবাৰেই শুদ্ধ কথা কৈছাঁ।"

তেনেহ'লে, কোনোবাই যদি এই মতবাদক ছাইমনাইডিছ বা বিয়াছ বা পিটাকুচ নাইবা কোনোবা জ্ঞানী আৰু মহাভাগ্যৱন্ত পুৰুষৰ মতবাদ বুলিও কয়, আমি দুয়ো লগ লাগি প্ৰতিবাদ কৰিব লাগিব।"

"বেচ, এই প্ৰতিবাদত যোগ দিবলৈ মইও সম্পূৰ্ণ সাজু", তেওঁ ক'লে।

"যি ষাৰ উক্তিত কোৱা হৈছে যে বন্ধুমহলক সহায় কৰা আৰু শত্ৰুক অনিষ্ট কৰাটোৱেই ন্যায়, সেই ষাৰ নো কোনে কোৱা কথা তুমি ধৰিব পাৰিছাঁ নে?

"কাৰ নো?"

"পেৰিয়াণ্ডাৰ বা পাৰ্ডিকাচ বা জাৰ্ক্সেচ বা থিবিজৰ ইছমেনিয়াচ নাইবা নিজকে বৰ পৰাক্ৰমী বুলি ভবা কোনোবা ধনী মানুহেই হ'ব আৰু!"

"ঠিক কথা কৈছাঁ।"

"কিন্তু এটা কথা নহয়! যিহেতু আমি ন্যায় আৰু ন্যায়ধৰ্ম্মীৰ[৪] শুদ্ধ সংজ্ঞা উলিয়াবপৰা নাই, এতিয়া আন কি সংজ্ঞা দিয়া যায়?

এইদৰে আলোচনাৰ মাজ ভাগতেই বাৰে বাৰে আপত্তি

৪। ন্যায় আৰু ন্যায়ধৰ্ম্মী হ'ল যথাক্ৰমে ন্যায়ৰ অমূৰ্ত্ত মূৰ্ত্ত ধাৰণা নাইবা অন্তৰ্নিহিত ধৰ্ম্ম হিচাপত ন্যায় আৰু সম্বন্ধ হিচাপত ন্যায়।

তুমি থ্ৰেচিমাকুচে আমাৰ কথা-বতৰাত বাধা দিবলৈ চেষ্টা কৰিছিল। কিন্তু আমাৰ কাষতে বহি আমাৰ তৰ্কৰ পৰিণতিলৈ আগ্ৰহেৰে বৈ থকা বাকী কেইজনে তেওঁক প্ৰতি বাৰতেই দমাই ৰাখিছিল। পিচে, মই যেতিয়া এই শেহৰ মন্তব্যটো দি আমাৰ কথাৰ সামৰণি মাৰিলোঁ, তেতিয়া আৰু থ্ৰেচিমাকুচ ৰ'ব নোৱাৰিলে। বনৰীয়া জন্তুৰ দৰে তেওঁ আমাৰ ওপৰত জপিয়াই পৰিলহি, যেন আমাক বখলিয়াই হে পেলাব! ভয়তে পলেমাৰ্কুচ আৰু মোৰ ধাতু উৰি গৈছিল। থ্ৰেচিমাকুচে চিঞৰিবলৈ ধৰিলে—"ছক্ৰেটিচ, তোমাকে পলেমাৰ্কুচকে ইমান সময় কিহে পাইছিল? ইটোৱে সিটোক ভালৰি বোলাবলৈ গৈ দুয়ো এইদৰে মূৰ্খামিগন কিয় কৰিলা? আৰু, তোমালোকে যদি আচলতে ন্যায় কি জানিবই খুজিছা তেন্তে অকল প্ৰশ্ন সোধাতে আৰু সেই প্ৰশ্নৰ উত্তৰ কটাকটিৰ চাতুৰ্য্য প্ৰকাশতেই আবদ্ধ থকাৰ পদ্ধতি এৰি দিয়া। (কিয়নো তোমালোকেও জানা যে প্ৰশ্ন সুধিবলৈ তেনেই সহজ, উত্তৰ দিয়াটো হে টান।) প্ৰশ্ন সুধি নাথাকি তোমালোকে উত্তৰ দিয়া আৰু তোমালোকৰ মতে ন্যায় কি তাকো আমাক কোৱাঁ। মই কৈছোঁ, তোমালোকে ন্যায়ৰ কিবা এটা সংজ্ঞা দিবই লাগিব—বাধ্যতামূলক, সুবিধাজনক, লাভজনক, লোভজনক বা কাৰ্য্যসাধক বুলিয়েই নাইবা যেনেকৈয়ে হওক, ন্যায়ৰ সংজ্ঞা দিব লাগিব। কিন্তু, যিহকে দিয়া সুস্পষ্ট আৰু সঠিক হ'ব লাগিব। এইদৰে অৰ্থহীন কথাৰ উত্তৰ মই নেমানো।"

থ্ৰেচিমাকুচৰ বক্তৃতা শুনি মই হতভম্ব হ'লোঁ আৰু তেওঁৰ মুখলৈ ৰ-লাগি চাই ৰ'লোঁ। আৰু, তেওঁ মোৰ ওপৰত দৃষ্টি নিক্ষেপ কৰাৰ আগতেই যদি মই নেচালোঁহেঁতেন, তেতিয়া হ'লে কিজানি মই বাক্‌ৰোধ[৫] হৈ পৰিলোঁহেঁতেন। কিন্তু তেওঁ কথা কৈ কৈ উত্তেজিত হৈ পৰিলত ময়েই পোনতে সাহসেৰে তেওঁৰ মুখলৈ চালোঁ। তেতিয়া উত্তৰ দিবলৈ মোৰ সুবিধা হ'ল। অলপ ভয়ে

৫। ছক্ৰেটিছ জনসমাজত প্ৰচলিত বিশ্বাসৰ উল্লেখ কৰিছে। ৰাংকুকুৰ এটা যদি হঠাতে আগত পৰেহি আৰু কুকুৰটোকে মানুহটোৱে দেখাৰ আগতে কুকুৰটোৱে মানুহটোকে দেখে তেনে অৱস্থাত মানুহটো বাকৰোধ হৈ পৰিব।

ভয়ে ক'লোঁ—"থ্ৰেচিমাকুচ, আমাৰ ওপৰত খড়্গহস্ত নহ'বাঁচোন। বিষয়টোৰ বিচাৰ কৰোঁতে পলেমাৰ্কুচ আৰু মই কিবা ভুলো কৰিছোঁ যদি, এইটো কিন্তু জানিবাঁ, সেই ভুল ইচ্ছাকৃত নহয়। সোণ এচপৰাৰ সন্ধানত ওলাই যাওঁতে বাটত আমি দুজনে সিজনৰ প্ৰতি অতিমাত্ৰা বিনয়ী হ'বলৈ গৈ সোণ চপৰা উলিওৱাৰ সম্ভাৱনাকে নষ্ট কৰিছোঁ বুলি নধৰিবাঁ। যি স্থলত ন্যায়ৰ মূল্য অজস্ৰ সোণৰ টুকুৰাতকৈও অধিক, তেনেস্থলত ন্যায়ৰ সন্ধানত ওলাওঁতে ন্যায়ৰ ওপৰত পোহৰ পেলাবলৈ আপ্ৰাণ চেষ্টা নকৰি, তুমি কোৱাৰ দৰে আমি ইটোৱে সিটোৰ ওচৰত দুৰ্ব্বলভাৱে সমৰ্পণ কৰিছোঁ বুলি নধৰিবাঁ। বন্ধু, তুমি সেইদৰে ভাবিলেও অৱশ্যে আমাৰ উপায় নাই। কিন্তু মই কৈ থওঁ, এই বিষয়টো আমাৰ শক্তিৰ বাহিৰত। এতেকে, তোমাৰ নিচিনা বুদ্ধিমান এজনে আমাক এই বাবে প্ৰকৃততে পুতৌ হে কৰিব লাগে, খং খাব নেলাগে।"

মোৰ উত্তৰত তেওঁ তাচ্ছিল্যৰ সুৰত হো-হোকৈ হাঁহি দিলে আৰু ক'লে—"হে হাৰকিউলাচ! এয়াই হ'ল ছক্ৰেটিচৰ বিনয়ৰ নমুনা! মই গম পাইছিলোঁৱেই কিটো হ'ব আৰু শ্ৰোতামণ্ডলীকো এই বুলি সাৱধান কৰি থৈছিলোঁ যে তোমালোকক কিবা প্ৰশ্ন সুধিলে তোমালোকে উত্তৰ নিদি অজ্ঞতাৰ ভাও জুৰিবাঁহঁক আৰু উত্তৰ দিয়াৰ বাদে সকলো কৰিবাঁ।"

"এৰা থ্ৰেচিমাকুচ, তুমি প্ৰকৃততে জ্ঞানী পুৰুষ"—মই উত্তৰ দিলোঁ, "আৰু সেইবাবেই তুমি আগতেই জানিছিলাঁ যে তুমি যদি কোনোবা এজনক সোধাঁ ১২ সংখ্যাটোৰ উৎপাদক কি কি আৰু তাৰ লগে লগেই সেইজনক এই বুলি কৈ সতৰ্ক কৰি দিয়া যে 'মোক কিন্তু নক'বা যে ১২ হ'ল ছয়ৰ দুগুণ বা চাৰিৰ তিনি গুণ বা তিনিৰ চাৰি গুণ। এনেবোৰ ফাংফুং মই নেমানোঁ', তেতিয়া কোনেও প্ৰশ্নৰ সমিধান দিবলৈ নেযাব। কিন্তু ধৰা জানিবাঁ সেই মানুহ জনে তোমাক এই বুলি উত্তৰ দিলে—'থ্ৰেচিমাকুচ, তুমিয়েই কোৱাঁচোন তুমি যিবোৰ সমিধানক আগতেই নিন্দা কৰিলাঁ সেইবোৰকে এতিয়া মই দিয়াত কিবা বাধা আছে নে? বোলোঁ ডাঙৰীয়া! এইবোৰৰ ভিতৰৰে এটাই প্ৰকৃত সমিধান হ'লেও

তাক দিয়াৰপৰা মোক বাৰণ কৰিবাঁ নেকি? নে, মই এনে এৰাৰ কথা ক'ব লাগিব যাৰ লগত সত্যৰ সম্বন্ধ নাইকিয়া? নহ'লে নো তোমাৰ কথাৰ কি অৰ্থ হ'ব পাৰে?' —এনে বুলি সুধিলে তাৰ উত্তৰত তুমি কি কৰাঁ বাৰু?"

'অ' হয়তোন!' এই বুলি তেওঁ এনে এটা চিঞৰ মাৰিলে যেন দুয়োটা কথা তেনেই একেই।

উত্তৰত ক'লোঁ: "একে হোৱাটো অসম্ভৱ নহয়। তথাপি বাৰু ধৰাঁচোন জানিবাঁ দুইটা একে নহয়। তেতিয়াও, কাৰোবাক প্ৰশ্ন কৰিলে তেওঁৰ মনত যদি তাৰে এটা শুদ্ধ হ'ব যেন লাগে তেন্তে সেইমতে উত্তৰ দিয়াত তেওঁক বাধা দিয়া বা নিদিয়াটোৱে তেওঁৰ নিজৰ বিশ্বাস মতে সমিধান দিয়াৰ ইচ্ছাত প্ৰভাৱ পেলাব বুলি বাৰু তুমি ভাবাঁ নে?"

"তাৰ মানে ক'ব খুজিছা, তুমি এইটোকে কৰিবলৈ বিচাৰিছা। নহয় জানো? অৰ্থাৎ মই যিবোৰ সমিধান দিবলৈ বাৰণ কৰিছোঁ তাৰে এটা তুমি এতিয়া দিব খুজিছা?"

"সেইটো কৰিলেও জানো আচৰিত হ'বলগীয়া কিবা আছে? বাৰু, জানিবাঁ, ভাবি-চিন্তি চাই মই তাকে কৰাটো উচিত বিবেচনা কৰিলোঁ, তেতিয়া?"

"যদিহে ন্যায়ৰ সম্পৰ্কত এতিয়া মই অইন এটা সমিধান দিওঁ, যিটো মই ধাৰণা কৰাবোৰৰ লগত নিমিলে আৰু সেই আটাই-বোৰতকৈ উৎকৃষ্ট হয়, তেতিয়া? তেতিয়া তুমি কেনে শাস্তি গ্ৰহণ কৰিবাঁ?

"যি শাস্তি অজ্ঞানী এজনে পাব লাগে মাত্ৰ তেনে শাস্তি হে। অৰ্থাৎ মই ভাবোঁতে জ্ঞানী জনে অজ্ঞানী জনক জ্ঞান দিব লাগে। এতেকে আন শাস্তিৰ লগতে এই শাস্তিও মোৰ প্ৰাপ্য।

"সঁচাকৈয়ে তুমি বৰ ভাল মানুহ দেই!" তেওঁ ক'লে, "পিচে, মোৰপৰা জ্ঞান লাভ কৰাৰ লগতে মোক তুমি ধনো দিব লাগিব।"

"হাতত ধন থাকিলে নিশ্চয় দিম—" মই উত্তৰ দিলোঁ।

গ্লকনে ক'লে, "তোমাৰ দেখোন ধন আছেই। এতেকে ধনৰ

কথা লৈ চিন্তা নকৰিবাঁ, থ্ৰেচিমাকুচ। ছক্ৰেটিচৰ বাবে ধন আমি সকলোৱে গোটখাই যোগাৰ কৰি দিম।"

"ওঁ, বুজিছোঁ"—তেওঁ ক'লে, "অৰ্থাৎ তেহে ছক্ৰেটিচে নিজৰ ফালৰপৰা কোনো সমিধান নিদি লোকক সমালোচনা কৰা আৰু লোকক উত্তৰ কটাৰ গতানুগতিক ফন্দি চলাই যাব পাৰিব।

মই ক'লোঁ, "হে প্ৰিয় বন্ধু, প্ৰথমতে, কি উত্তৰ দিব লাগে যি জনে নেজানে, আৰু নেজানে বুলি স্বীকাৰো কৰিছে, আৰু দ্বিতীয়তে, বিষয়টোৰ ওপৰত যি জনৰ নিজৰ কিবা ক'বলগীয়া থাকিলেও তেওঁৰ মনৰ কথা প্ৰকাশ কৰাত এনেকুৱা এজনে বাধা দিছে যি সৰুসুৰা লোক নহয়, তেনেস্থলত সেইজন মানুহে কেনেকৈ নো উত্তৰ এটা দিয়ে? এতেকে তুমি কোৱাটো হে যুক্তিসঙ্গত হ'ব। বিষয়টো জানা বুলি তুমি কৈছাই। এই বিষয়ত ক'বলগীয়া কথাও তোমাৰ আছে। গতিকে আমাৰ অনুৰোধ নেপেলাবাঁ। উত্তৰ দি মোকো আপ্যায়িত কৰা আৰু বাকী লগৰীয়া সকলেৰে সৈতে গ্লকনকো বুজাই দিয়া যেন।"

মই এই বুলি কোৱাৰ পাচত গ্লকন আৰু আন সকলে মোৰ অনুৰোধ ৰক্ষা কৰিবলৈ তেওঁক টানি ধৰিলে। তেতিয়া হে বুজা গ'ল থ্ৰেচিমাকুচে ক'বলৈ আগ্ৰহ কৰিয়েই আছিল। তেওঁ ভাবি আছিল তেওঁৰ হাতত অতি সুন্দৰ উত্তৰ আছে আৰু সেই উত্তৰকে দি যশস্যা লাভ কৰিব পাৰিব। কিন্তু মোক তেওঁৰ প্ৰতিবাদী হিচাপে পাবলৈ বিচৰাৰ ভাও দেখুৱালে। শেহত অৱশ্যে মান্তি হ'লগৈ আৰু ক'লে, "সঁচাকৈয়ে এয়ে নেকি ছক্ৰেটিচৰ জ্ঞানৰ নমুনা! তেওঁ নিজে জ্ঞান বিতৰণ নকৰে। কেউফালে ভ্ৰমি ভ্ৰমি লোকৰ-পৰা জ্ঞান আহৰণ কৰিব অথচ লোকৰপৰা পোৱা শিক্ষাৰ বাবে আনকি কৃতজ্ঞতাও প্ৰকাশ নকৰিব।"

মই উত্তৰ দিলোঁ, "মই লোকৰপৰা জ্ঞান আহৰণ কৰা বিষয়ত যি খিনি ক'লাঁ সি সত্য। কিন্তু লোকৰপৰা পোৱা জ্ঞানৰ প্ৰতিদান-স্বৰূপে মই কৃতজ্ঞতা নজনাও বোলা কথাষাৰ শুদ্ধ নহ'ল। পাৰ্য্যমানে সকলোৰে মই ধাৰ পৰিশোধ কৰোঁ। ধন যেতিয়া মোৰ হাতত নাই, মই প্ৰশংসা হে দিব পাৰোঁ। যেতিয়াই কোনোবা এজনে

সুন্দৰকৈ কথা কোৱা দেখোঁ তেতিয়াই কিমান উলাহেৰে মই প্ৰশংসা কৰোঁ, সেইকথা তুমিও উত্তৰ দিয়াৰ লগে লগেই দেখিবলৈ পাবাঁ; কিয়নো তুমিও যে ভালকৈ ক'বাই সেইটো জানো।

"তেনেহলে, শুনা"—তেওঁ ক'লে, "মোৰ অভিমত হ'ল বলবান শ্ৰেণীৰ স্বাৰ্থৰক্ষা কৰাটোৱেই হ'ল ন্যায়। এতিয়া পিচে মোক প্ৰশংসা নকৰা কিয়? বুজিছোঁ নহয়, ইচ্ছা নাই।"

"সেইটো নহয়", মই ক'লোঁ, "মই তোমাৰ কথাষাৰ ধৰিবই পৰা নাই, অৰ্থটো বুজিবলৈ হে ৰৈছোঁ। তুমি কৈছাঁ বলবানৰ স্বাৰ্থৰক্ষাই ন্যায়। থ্ৰেচিমাকুচ, তুমি নো ইয়াৰ দ্বাৰা পিচে কি বুজাব খুজিছাঁ? এনেকুৱা কথা এটা নিশ্চয় ক'ব খোজা নাই যে যদি হে মালযুঁজাৰু পলিডামাচ আমাতকৈ বলী হয় আৰু তেওঁৰ দেহাত শক্তি যোগাবলৈ গো মাংস খোৱাটো দৰ্কাৰ হয়, তেন্তে সেই মাংস আমাৰ নিচিনা দুৰ্ব্বলী সকলকো লাগে। গতিকেই এই খাদ্য ন্যায্য।"

"ছক্ৰেটিচ, তুমি এইষাৰ নিতান্ত গৰ্হিত কথা কৈছাঁ। মোৰ অভিমতটোক নিন্দনীয় কৰিবৰ অভিপ্ৰায়েই তুমি বিকৃত অৰ্থ উলিয়াইছাঁ।"

"নহয়, কেতিয়াও নহয়। প্ৰিয় বন্ধু! বাৰু, তুমিয়েই অৰ্থটো বুজাই কোৱাঁচোন।"

তেওঁ তেতিয়া ক'লে, "তেনেহ'লে, কিছুমান ৰাজ্য যে স্বেচ্ছাচাৰীৰ শাসনত, কিছুমান জনসাধাৰণৰ শাসনত আৰু কিছুমান অভিজাত শ্ৰেণীৰ শাসনত থাকে, এইকথা তুমি গম নোপোৱাঁ?"

"কিয় নাপাম, পাওঁ।"

"ৰাজ্যখনৰ উৎকৃষ্ট শক্তি শাসক-গোষ্ঠীতে নাথাকে জানো?"

"নিশ্চয় থাকে।"

"তদুপৰি, চৰকাৰে যেতিয়া আইন প্ৰণয়ন কৰে তেতিয়া চৰকাৰৰ নিজৰ স্বাৰ্থৰ অনুকূলেই কৰে; জনসাধাৰণে কৰে গণতান্ত্ৰিক আইন, স্বেচ্ছাচাৰী শাসকে স্বেচ্ছাচাৰী আইন ইত্যাদি। আৰু এনে পদ্ধতিৰেই এই চৰকাৰবোৰে প্ৰচাৰ কৰে যে চৰকাৰৰ স্বাৰ্থৰ অনুকূলে কৰা যি কোনো কামেই হ'ল প্ৰজাসকলৰ হিতৰ কাৰণে হে। যিয়েই এই কথা মানিব নোখোজে তাকেই অবৈধতা আৰু অন্যায়ৰ

দোষত সাব্যস্ত কৰি চৰকাৰে শাস্তি দিয়ে। গতিকেই, ডাঙৰীয়া, মোৰ অৰ্থ হ'ল যে সকলো ৰাজ্যতেই সেই একেটা বস্তুৱেই, অৰ্থাৎ স্থাপিত চৰকাৰৰ স্বাৰ্থ ই হে ন্যায্য। আৰু, চৰকাৰৰ হাততেই সদায় শ্ৰেষ্ঠতৰ শক্তি দেখিবলৈ পে'ৱা যায়। এতেকে শুদ্ধ বিচাৰৰ সিদ্ধান্তও সেই একেটাই, অৰ্থাৎ সকলো ঠাইতে বলিষ্ঠ শ্ৰেণীৰ স্বাৰ্থ ই ন্যায্য।

"এতিয়া তোমাৰ কথাষাৰৰ অৰ্থ ধৰিব পাৰিছোঁ। অৰ্থ শুদ্ধ নে অশুদ্ধ হৈছে সেইটো উলিয়াবলৈ চেষ্টা কৰিম। পিচে থ্ৰেচিমাকুচ. তোমাৰ উত্তৰত, ন্যায়ৰ সংজ্ঞা স্বাৰ্থ বুলিয়েই দিলা দেখোন, যদিও অৱশ্যে তেনে এটা উত্তৰকে দিয়াৰপৰা তুমি মোক হ'লে বাৰণ কৰিছিলা। সঠিক হ'বৰ বাবে তাতে অলপ যোগ দি বলবানৰ স্বাৰ্থৰক্ষা বুলি বৰ্ণনা কৰিলা।"

"হয়, যিটো যোগ দিয়া হ'ল, একেবাৰে নগণ্য।"

"নগণ্য হয় নে নহয় পিচত বাৰু বুজা যাব। কিন্তু এইটো হ'লে ঠিক যে তোমাৰ মতবাদৰ শুদ্ধতা আমি পৰীক্ষা কৰি চাব লাগিব। আমি দুই জনেই কৈছোঁ স্বাৰ্থৰ লগত ন্যায়ৰ সম্পৰ্ক আছে। কিন্তু তাকে তুমি বহলাই নি কৈছা যে 'ন্যায়, বলবানৰ স্বাৰ্থ।' মই এইটো মানিব পৰা নাই। এতেকে, বিষয়টো এতিয়া আমি ভালকৈ অধ্যয়ন কৰিবই লাগিব।

"কৰা তেন্তে।"

"কৰা হ'ব। বাৰু, এই এটা প্ৰশ্নৰ উত্তৰ দিয়াচোন—শাসকবৰ্গক মানি চলাটো ন্যায্য বুলিয়েই জানো তুমি ধৰা নাই?"

"হয়। ধৰিছোঁ।"

"পিচে, নগৰবোৰৰ প্ৰতিখনৰেই শাসকবৰ্গ জানো অভ্ৰান্ত? নে, তেওঁলোকেও দুই-চাৰিটা ভুল কৰিব পাৰে?"

"সঁচা, তেওঁলোকেও ভুল কৰিব পাৰে।"

"গতিকে, তেওঁলোকে যেতিয়া আইন প্ৰণয়ন কৰে তেতিয়া তেওঁলোকৰ কাম কেতিয়াবা শুদ্ধকৈ আৰু কেতিয়াবা ভুলকৈও হ'ব পাৰে। নহয় জানো?"

"পাৰে।

"'শুদ্ধকৈ' আৰু 'ভুলকৈ' এই দুটা শব্দৰ অৰ্থ নো কি? শাসকবৰ্গৰ নিজৰ স্বাৰ্থৰ হকে আইন কৰাকে 'শুদ্ধকৈ' কৰা আৰু নিজৰ স্বাৰ্থৰ বিৰুদ্ধে আইন কৰাকে 'ভুলকৈ' কৰা বুলি কৰঁা, নে, অইন প্ৰকাৰে কিবা কৰঁা?"

"তুমি কোৱা দৰেই।"

"আৰু, তুমি এইটো ক'ব খোজা নে কি যে শাসকবৰ্গই যি আইনেই প্ৰণয়ন নকৰক, তাক প্ৰজাসকলে মানিবই লাগিব আৰু সেইটোৱেই হ'ল ন্যায়।"

"সেই বুলি ক'মেই।"

"তেন্তে, তোমাৰ যুক্তি মতে বলবানৰ স্বাৰ্থপূৰণৰ বাবে কৰা কামেই অকল নহয়, তেওঁৰ স্বাৰ্থৰ বিৰুদ্ধে যোৱা কাম কৰাটোও ন্যায়সঙ্গত; আনভাগে ক'বলৈ গ'লে আগৰ কথাৰ বিপৰীত।"

"এইবোৰ তুমি কি কৈছা হেঁ?"

"মই ভাবোঁতে, তুমি যি কৈছা তাকেই কৈছোঁ। বাৰু কথাটো আৰু অলপ ভালকৈ ফঁহিয়াই চোৱা যাওক। তুমি জানো মানি লোৱা নাই যে যেতিয়া শাসকবৰ্গই প্ৰজাক কিছুমান কাম কৰিবলৈ আদেশ দিয়ে তেতিয়া তেওঁলোকৰ নিজৰ কাৰণে কোনটো উত্তম হ'ব পাৰে সেইটো সম্পূৰ্ণ ভুলকৈ বুজিও কেতিয়াবা তেনে কাম কৰে। আকৌ, এইটোও জানো মানি লোৱা নাই যে শাসকবৰ্গই যিহকে আজ্ঞা কৰে তাকেই মনাটো প্ৰজাৰ বাবে ন্যায়সঙ্গত? এই কেইটা কথা মানি লৈছা নহয়? নাই লোৱা জানো?"

"হয়, মানিছোঁ।" তেওঁ উত্তৰ দিলে।

"তেন্তে কওঁ শুনা। তুমি কৈছা প্ৰজাসকলে সকলো ক্ষেত্ৰতেই শাসকবৰ্গৰ আদেশ পালন কৰি যাব লাগিব। এনে এটা মতত ভৰ দি ইফালে এইটোও স্বীকাৰ কৰিছা যে পৰাক্ৰমী শাসকবৰ্গই অনিচ্ছাকৃত ভাবে নিজৰেই ক্ষতিকৰ হুকুম দিয়া অৱস্থাত সদায় শাসকবৰ্গৰ স্বাৰ্থৰ বিপৰীতে যোৱা কাম কৰাটো ন্যায়সঙ্গত হ'ব। এতেকে, হেৰা জ্ঞানী থ্ৰেচিমাকুচ তোমাৰ নিজৰ সিদ্ধান্তৰ সম্পূৰ্ণ বিৰুদ্ধে যোৱাটোকেই ন্যায্য বুলি জানো এতিয়া প্ৰমাণ

কৰা নহ'লগৈ ? অৰ্থাৎ, বলবান শ্ৰেণীৰ স্বাৰ্থ হানিকৰ কাৰ্য্য কৰিবলৈ দুৰ্ব্বল শ্ৰেণীক আজ্ঞা দিয়া হ'ল।

"হয়, ঠিক কৈছা। ছক্ৰেটিচ, সেই কথা স্পষ্ট হৈ পৰিছে," পলেমাৰ্কুচে ক'লে।

ক্লাইটোফনে প্ৰত্যুত্তৰ দি পলেমাৰ্কুচক ক'লে, "তুমি ছক্ৰেটিচৰ হৈ সাক্ষী ক'লে নিশ্চয় হ'ব।"

"ওহোঁ। আমাক সাক্ষী কিয় লাগিছে। থ্ৰেচিমাকুচেই দেখোৱান কৈছে যে শাসকবৰ্গই নিজৰ অহিতেও বহুত সময়ত আদেশ জাৰি কৰে। তেওঁ এইটোও কৈছে যে তেনে আদেশ প্ৰজাই পালন কৰাটো ন্যায়সঙ্গত।" —পলেমাৰ্কুচে ক'লে।

"নহয় পলেমাৰ্কুচ! থ্ৰেচিমাকুচে এইটো হে কৈছিল যে শাসকে যি আদেশ দিয়ে তাক পালন কৰাটো ন্যায়সঙ্গত।"

"হয় ক্লাইটোফন, তেওঁ আৰু কৈছিল, বলবান শ্ৰেণীৰ স্বাৰ্থ ন্যায্য। দৃঢ় ভাৱে এই দুইটা কথা দাঙি ধৰি তেওঁ আৰু এটা কথা মানি লৈছিল যে বলবান পক্ষই কেতিয়াবা নিজৰ হিতৰ বিপৰীতেও কাম কৰিবলৈ দুৰ্ব্বল শ্ৰেণীক আদেশ দিয়ে। এনে স্বীকাৰোক্তিৰ পৰিণাম হ'ল, বলবান শ্ৰেণীৰ হিতৰ বাবে কৰা কাৰ্য্য, বলবান শ্ৰেণীৰ হিতৰ বিপৰীতে কৰা কাৰ্য্যতকৈ অকণমানো অধিক ন্যায়সঙ্গত হ'ব নোৱাৰে।"

ক্লাইটোফনে ক'লে, "কিন্তু তেওঁ কৈছিল বলবান শ্ৰেণীৰ স্বাৰ্থ মানে বলীয়ে যিটোকে নিজৰ হিতৰ অৰ্থে বুলি ভাবিছিল সেইটোৱেই। তেওঁৰ কথা আছিল দুৰ্ব্বল শ্ৰেণীয়ে এই ভিত্তিত কাম কৰিব লাগিব। আৰু সেইটোৱেই হ'ল ন্যায়ৰ ধাৰণা।"

"তেওঁ কোৱা কথাষাৰ এনে নাছিল," পলেমাৰ্কুচে ক'লে।

মই ক'লোঁ, "সেইটো নো কি কথা ? থ্ৰেচিমাকুচে যদি এতিয়াও তেওঁৰ মত সেইদৰে দাঙি ধৰিব খোজে আমি আপত্তি নকৰোঁ।"

"তেনেহ'লে, থ্ৰেচিমাকুচ। কোৱাঁচোন বাৰু তুমি ন্যায়ৰ যি সংজ্ঞা দিব খুজিছিলা তাৰ অৰ্থ এইটোৱেই নে কি যে হিতৰ অৰ্থে প্ৰকৃততে হওকেই বা নহওকেই, বলীয়ে বলীৰ স্বাৰ্থ হয় বুলি যিহকে ভাবে সিয়েই ন্যায় ? এইটোকে তোমাৰ কথা বুলি ধৰিম নেকি ?

"হ'বই নোৱাৰে" তেওঁ ক'লে, "ভাবাঁ নে কি যে ভ্ৰান্ত মানুহ এজনক ভ্ৰান্তিত পৰা সময়ত মই বলবান বুলি ক'ম ?"

"শাসকবৰ্গ অভ্ৰান্ত নহয়। তেওঁলোকেও ভুল কৰিব পাৰে— এই বুলি যেহেতু তুমি স্বীকাৰ কৰিছিলাঁ, মইও ধৰি লৈছিলোঁ তুমি এনে অৰ্থকেই কৰিছিলাঁ।"

"ছক্ৰেটিচ, তুমি হ'লা বাক্‌চতুৰ। তোমাৰ যুক্তিৰ পাক বুজাই টান। বাৰু, কোৱাঁচোন, যি জনে ৰোগীক ভুল চিকিৎসা কৰে তেওঁক ঠিক সেই ভুলৰ বাবেই চিকিৎসক বুলি ক'বাঁ নে ? আকৌ, তেনেকৈয়েই, অইন এজনে যেতিয়া হিচাপত ভুল কৰে তেতিয়া, ভুল কৰাৰ সময়ত আৰু সেই ভুলৰ বাবেই, তেওঁক হিচাপ-ৰক্ষক বুলিবাঁ নে ? আমি নিশ্চয় এই বুলিয়েই ক'ম যে চিকিৎসক জনৰ ভুল হৈছিল আৰু হিচাপ-ৰক্ষক বা লেখক জনৰ ভুল হৈছিল। কিন্তু, দৰাচলতে কিন্তু মোৰ মতে, যদিহে আমি যাক যি বোলোঁ তেওঁ সেইটোৱেই হয় তেনেহ'লে এওঁলোকৰ এজনেও ভুল কৰিব নেলাগে। গতিকে, তুমি বিচৰা মতেই সঠিক ভাষাত ক'বলৈ হ'লে কোনো শিল্পীয়েই ভুল কৰিব নোৱাৰে; কিয়নো, জ্ঞানৰ সঠিক প্ৰয়োগ কৰিব নোৱাৰিলে হে মানুহে ভুল কৰে, আৰু সঠিক প্ৰয়োগ কৰিব নোৱৰা মানেই তেওঁ শিল্পী নহয়। এতেকে শিল্পীয়েই হওক বা দাৰ্শনিকেই হওক নাইবা শাসকেই হওক, যেতিয়ালৈকে তেওঁ যিটো বুলি দাবী কৰে সেইটোৱেই যদি প্ৰকৃতপক্ষেও হৈ থাকে তেন্তে তেতিয়ালৈকে তেওঁ ভুল কৰিব নোৱাৰে। যদিও অৱশ্যে সকলোৱেই ক'ব যে অমুক চিকিৎসক জনে ভুল কৰিলে বা অমুক শাসক জনে ভুল কৰিলে। এই অৰ্থত মোৰ শেহতীয়া উত্তৰটো তোমাক বুজিবলৈ ক'ব খোজোঁ। সম্পূৰ্ণ সঠিক ভাৱে প্ৰকাশ কৰিলে মোৰ বক্তব্য হ'ব এইটো—শাসক এজন যেতিয়ালৈকে শাসক হৈ থাকে তেতিয়ালৈকে তেওঁ কেতিয়াও ভুল কৰিব নোৱাৰে। আৰু যেতিয়ালৈকে এনে হৈ থাকে তেতিয়ালৈকে তেওঁ নিজৰ বাবে উৎকৃষ্ট হোৱা মতেহে আইন কৰিব ; আৰু সেই আইনকে প্ৰজাবৰ্গই পালন কৰিব লাগিব। সেই গতিকেই, বলবান শ্ৰেণীৰ স্বাৰ্থৰ হকে কাম কৰাটো ন্যায্য। এই কথা মই আৰম্ভণিতেও কৈছিলোঁ।"

"বুজিলোঁ। থ্ৰেচিমাকুচ, তুমি হ'বলা মোক এতিয়া বাক্‌চাতুৰ্য্য কৰা বুলি হে ধৰিলাঁ?"

"কিয় নহয়! একেবাৰে পাকৈত বাক্‌চতুৰ!"

"তুমি তেন্তে ভাবাঁ নে কি যে তোমাক তৰ্কত শলঠেকত পেলাবলৈকে অসৎ উদেশ্যেৰে এই প্ৰশ্নবোৰ তুলিছিলোঁ?"

"ভবাই নহয়, সেই বিষয়ে নিঃসন্দেহ। পিচে তোমাৰ একো লাভ নহ'ব। মোক আচম্বিতে আক্ৰমণ কৰি অনিষ্টও কৰিব নোৱাৰিবাঁ, তৰ্কতো ঘটুৱাব নোৱাৰিবাঁ।"

"হেৰা মোৰ পৰম বন্ধু! তেনে চিন্তা মই কৰা নাই। কিন্তু, তেনে ধৰণৰ কথা যাতে আগলৈ উঠিব নোৱাৰে সেই বাবে বাৰু কোৱাঁচোন, এই মাত্ৰ তুমি যেতিয়া কৈছিলাঁ যে শাসকশ্ৰেণী অধিক বলবান হোৱাৰ বাবে দুৰ্ব্বল শ্ৰেণীয়ে শাসকশ্ৰেণীৰ স্বাৰ্থত কাম কৰাটো ন্যায্য, তেতিয়া "শাসক" আৰু "বলবান" এই শব্দ কেইটা তুমি সাধাৰণ অৰ্থতেই ব্যৱহাৰ কৰিছিলাঁ নে, এই মাত্ৰ যি নিশ্চিত অৰ্থৰ কথা কৈছিলাঁ সেই অৰ্থত?"

"মই শাসকৰ কথা কওঁতে শব্দটোৰ নিশ্চিত অৰ্থতেই কৈছিলোঁ। এতেকে এতিয়া যিমান পাৰাঁ তোমাৰ বাক্‌চাতুৰ্য্য আৰু দুষ্টবুদ্ধিৰ শক্তি প্ৰয়োগ কৰা। মই তোমাৰ কৃপা ভিক্ষা নকৰোঁ। পিচে, এতিয়াও জানিবাঁ তোমাৰ সকলো চেষ্টাই ব্যৰ্থ হ'ব।"

"হেৰা, মই নো আৰু ইমান বলিয়া হৈছোঁ নে যে গড়ঁালৰ ভিতৰতে সিংহ ধৰিবলৈ যাম, অথবা থ্ৰেচিমাকুচৰ নিচিনা এজনৰ লগত বাক্‌চাতুৰ্য্যত ফেৰ মাৰিবলৈ যাম?"

"অন্ততঃ সেইটোকে তুমি এইমাত্ৰ চেষ্টা কৰিছিলাঁ। পিচে সকলো চেষ্টা অথলে গ'ল।"

"হ'ব হ'ব, ঠাট্টা-মস্কৰা বহুত কৰিলাঁ। বাৰু, এতিয়া মোক এইবাৰ কোৱাঁচোন:—যি জন চিকিৎসকক তুমি আদত্ চিকিৎসক বুলি অভিহিত কৰিছিলাঁ সেই জন বাৰু ধন-ঘঁটোতা নে পীড়িত-জনৰ কষ্ট উপশম কৰোঁতা? পিচে, মনত ৰাখিবাঁ, আদত চিকিৎসকৰ কথা হে কৈছোঁ দেই।"

"পীড়িতৰ কষ্ট উপশম কৰ্ত্তা।"

"জাহাজৰ গুৰিয়াল এজন হ'লে একা? আদত্ গুৰিয়াল নাবিক এজনেই হ'ব, নে নাবিকবোৰৰ নায়ক জন হ'ব?"

"নায়ক জন হ'ব।"

"মোৰ মতে গুৰিয়াল জন নিজে জাহাজত উঠি আছে নে নাই সেইটো বিবেচনা কৰাটো দৰ্কাৰ নকৰে। তেওঁক নাবিক বুলিববো প্ৰয়োজন নাই।—কিয়নো তেওঁ জাহাজত উঠি থকা বাবেই গুৰিয়াল হোৱা নাই; হৈছে, তেওঁৰ নিজৰ বিদ্যাৰ গুণত আৰু নাবিকহঁতৰ ওপৰত থকা তেওঁৰ কৰ্ত্তৃত্বৰ বলত।"

"সঁচা।"

"পিচে, এই কেইজন মানুহৰ ভিতৰত প্ৰত্যেকৰে জানো নিজ নিজ স্বাৰ্থ একোটা নাই?"

"নিশ্চয় আছে।"

"নিজ নিজ স্বাৰ্থৰ অনুকূলে দৰ্কাৰি খিনি বিচৰা আৰু তাকেই সংগ্ৰহ কৰাটোৱেই তেওঁলোকৰ কলাৰ যথাৰ্থ লক্ষ্য নহয় জানো?"

"হয়।"

"নিজ নিজ পূৰ্ণতাপ্ৰাপ্তিৰ লক্ষ্য সাধনৰ অবিহনে বিভিন্ন কলাৰ জানো অন্য কিবা স্বাৰ্থ আছে?"

"তোমাৰ এই প্ৰশ্নৰ অৰ্থ কি?"

"কিয়, মোক যদি সোধাঁ, শৰীৰটোৰ বাবে শৰীৰ হোৱাটোৱেই যথেষ্ট হয় নে নহয়, বা ইয়াক ওপৰঞ্চি আৰু কিবা এটা লাগে নে কি, তেতিয়া মই ক'ম 'ইয়াক নিশ্চয় আৰু কিবা এটা লাগে'। চিকিৎসা-কলাৰ আৱিস্কাৰৰ মূলতেও হ'ল একে কথাই। যিহেতু শৰীৰটো হ'ল অসম্পূৰ্ণ আৰু অকল শৰীৰ হোৱাটোৱেই ইয়াৰ বাবে যথেষ্ট নহয়, গতিকেই শৰীৰৰ স্বাৰ্থত যিটো দৰ্কাৰী তাকে দিবৰ বাবেই চিকিৎসা-কলাক কামত লগোৱা হ'ল। মই এইদৰে প্ৰকাশ কৰাটো শুদ্ধ হৈছে বুলি ভাবাঁ, নে, নাই হোৱা বুলি ভাবাঁ?"

"তোমাৰ শুদ্ধই হৈছে।"

"বাৰু তেনেহ'লে। চিকিৎসা-কলা নিজগুণে অসম্পূৰ্ণ হৈ থাকে নে কি? সেইদৰে অন্যান্য কলাকো কিবা ওপৰঞ্চি গুণ

লাগে নে কি—যেনেকৈ, চকুক দৃষ্টিশক্তি আৰু কাণক শ্ৰৱণশক্তিৰ প্ৰয়োজন হয়? এই ইন্দ্ৰিয়বোৰক এবিধ কলা লাগে যি অনুসন্ধান কাৰ্য্য কৰিব আৰু যি সিহঁতক লক্ষ্য সাধনৰ অনুকূলে সহায় কৰিব। কলা হিচাপে কলাৰ কিবা এনে অসম্পূৰ্ণতা আছে নে যাৰ বাবে প্ৰত্যেক কলাকেই নিজৰ স্বাৰ্থ উপলব্ধি কৰিবলৈ অন্য এক কলাৰ প্ৰয়োজন হয়? আকৌ, সেইদৰেই এই অস্থায়ী ওপৰঞ্চি কলাক সেই একে ধৰণৰ কামৰ বাবেই আন এটা তৃতীয় কলাৰ দৰ্কাৰ, তৃতীয়টোক চতুৰ্থ এটাৰ আৰু এইদৰে লাগিয়েই থাকিব নে কি? নে কলাই ক'ৰবাত গৈ নিজ স্বাৰ্থ উপলব্ধি কৰিবগৈ পাৰিব? নে নিজৰ গাত থকা ত্ৰুটী গুচাবৰ বাবে আৱশ্যকীয় ব্যৱস্থাৰ অনুসন্ধান কৰাটো এই কলাৰ বাবে বা অন্য যেই কোনো কলাৰ বাবে অনাৱশ্যকীয় হ'ব,—যেহেতু যেতিয়ালৈকে কলা নিজে সম্পূৰ্ণ আৰু অক্ষত হৈ থাকে তেতিয়ালৈকে কোনো কলাৰে দোষ-ত্ৰুটী থাকিব নোৱাৰে আৰু কাৰো স্বাৰ্থ পূৰণ কৰাটো কলাৰ কৰ্ত্তব্যৰ ভিতৰত নপৰে। অৱশ্যে কলা স্বৰূপে ই যি স্বাৰ্থৰ লগত জড়িত হৈ আছে সেই স্বাৰ্থ ৰক্ষাৰ প্ৰতি তাৰ কৰ্ত্তব্য থাকিব। আনহাতে, যথাৰ্থ কলা হিচাপে নিজে সকলো দোষ-ব্যাধিৰপৰা মুক্ত হৈ থাকিবও লাগিব। শব্দবোৰৰ ঠিক যি অৰ্থত আমি একমত হৈছিলোঁহক সেইফালৰপৰা বিবেচনা কৰি চোৱাঁচোন। সেইমতে চালে, মই কোৱাৰ দৰেই হ'ব নে বাৰু? নে নহ'ব?"

"তুমি কোৱাৰ দৰেই হ'ব," তেওঁ উত্তৰ দিলে।

"কিন্তু চিকিৎসা কলাই চিকিৎসা কলাৰ স্বাৰ্থৰ বিচাৰ নকৰি, কৰে দেহৰ স্বাৰ্থৰ হে।"

"হয়।"

"তেনেকৈয়ে অশ্বাৰোহণ-কলায়ো অশ্বাৰোহণ-কলালৈ চকু নিদিয়ে, দিয়ে ঘোঁৰাৰ স্বাৰ্থলৈ হে। সেইদৰে আন কোনো কলাই নিজৰ স্বাৰ্থ নিবিচাৰে (যেহেতু ইয়াৰ নিজৰ নিজৰ কোনো অভাৱ নাই), বিচাৰে সেইটোৰ স্বাৰ্থ হে যিটোৰ লগত কলা হিচাপে তাৰ সম্বন্ধ আছে।"

"কথাটো স্পষ্টই।"

"কলাৰ কাম হ'ল নিয়ন্ত্ৰণ কৰা আৰু ই যিহৰ কলা তাতোকৈ বেচি পৰাক্ৰমী—থ্ৰেচিমাকুচ, তুমি এই প্ৰস্তাৱটো মানিবা নিশ্চয়।"

বৰ অনিচ্ছাৰে এই প্ৰস্তাৱত তেওঁ সম্মতি দিলে।

"গতিকে কোনো বিজ্ঞানে অধিক বলবান স্বাৰ্থৰ অন্বেষণ নকৰে বা তেনে স্বাৰ্থৰ হকে কাম কৰিবলৈও নকয়। দুৰ্ব্বলৰ স্বাৰ্থ অন্বেষণ আৰু দুৰ্ব্বলৰ স্বাৰ্থ হে বিজ্ঞানৰ বিষয়বস্তু।"

এই কথাও শেহত তেওঁ মানি ললেগৈ; যদিও অৱশ্যে মানি ন'লবলৈ চেষ্টা কৰিছিল। তেওঁক স্বীকাৰ কৰোৱাই লৈ মই তেতিয়া সুধিলোঁ—"বাৰু। এইটোও সঁচা নহয় নে যে কোনো চিকিৎসকেই—যেতিয়ালৈকে তেওঁ চিকিৎসক হৈ থাকে—কেতিয়াও চিকিৎসকৰ নিজৰ স্বাৰ্থ বিবেচনা নকৰে বা তেনে স্বাৰ্থৰ অনুকূলে কাম নকৰে আৰু সকলো চিকিৎসকেই ৰোগীৰ স্বাৰ্থ লৈ হে চকু দিয়ে? আমি দেখোন আগতেই মানি লৈছোঁ যে যাক যথাৰ্থ চিকিৎসক বোলা হয়, তেওঁ হ'ল শৰীৰৰ শাসক হে, ধন সংগ্ৰাহক নহয়। এইখিনি কথাত আমি একমত হোৱা নাই জানো?

একমত হোৱা বুলি তেওঁ স্বীকাৰ কৰিলে।

"জাহাজৰ গুৰিয়াল এজনো যথাৰ্থতে নাবিকৰ নায়ক হে, নাবিক নহয়—এই বুলিও জানো আমি কোৱা নাছিলোঁহক?"

"ওঁ, কৈছিলোঁ।"

"এতেকে এইবিধ গুৰিয়াল-নায়কে গুৰিয়ালৰ স্বাৰ্থ বিচাৰিবলৈ বা ৰক্ষা কৰিবলৈ নেযায়। ৰক্ষা কৰিব নাবিক আৰু তলতীয়া কৰ্ম্মচাৰীৰ স্বাৰ্থ হে।"

দিওঁ-নিদিওঁকৈ এই কথাতো তেওঁ সম্মতি দিলে।

"এতেকে থ্ৰেচিমাকুচ, এতিয়া দেখা গ'ল যি সকলেই ক'ৰবাত শাসনকাৰ্য্য চলায় অৰ্থাৎ যিমানলৈকে তেওঁলোক শাসক হৈ থাকে সেইসকলে কেতিয়াও নিজৰ স্বাৰ্থৰ বিবেচনা নকৰে নাইবা নিজৰ স্বাৰ্থত কাম নকৰে; কৰে, প্ৰজাসকলৰ স্বাৰ্থৰ হকে। কথা হ'ল, প্ৰজাৰ বাবেই হে তেওঁলোকে তেওঁলোকৰ কলা প্ৰয়োগ কৰে। তেওঁলোকে যিহকে কওক বা কৰক, সদায় একমাত্ৰ প্ৰজাসকলৰ

স্বাৰ্থৰ প্ৰতি হে আৰু প্ৰজাসকলৰ বাবে যিটো উত্তম আৰু ন্যায্য-তাৰ প্ৰতি হে দৃষ্টি ৰাখে।

আমি আলোচনা কৰি আহি এইখিনি পালত সকলোৱে বুজি পালে ন্যায়ৰ অৰ্থ সম্পূৰ্ণ বিপৰীত হৈ পৰিছে। তেতিয়া থ্ৰেচিমাকুচে একো উত্তৰ দিবলৈ নগৈ মাত্ৰ ক'লে, "ছক্ৰেটিচ, কোৰাঁচোন বাৰু, তোমাৰ ধাত্ৰী আছে নে নাই?

"ধাত্ৰীৰ কথা আকৌ কেনেকৈ আহিল? এনে ধৰণৰ কথা উলিওৱাতকৈ মোৰ প্ৰশ্নৰ উত্তৰ দিয়া হে ভাল আছিল হ'বলা।"

"নহয়, এইবাবেই সুধিলোঁ যে তোমাৰ নাক-মুখ মচি নিদি লেলাৱটি বৈ থকা অৱস্থাতে তোমাৰ ধাত্ৰীয়ে তোমাক পেলাই থৈ গৈছে। ধাত্ৰীৰ আওহেলাৰ বাবেই এতিয়া তুমি ভেৰা কোনটো আৰু ভেৰাৰখীয়া কোনটো ধৰিব নোৱৰা হৈছাঁ।"

"তুমি নো প্ৰকৃততে কি যুক্তিত এইদৰে ভাবিব লগা হ'ল?"

"কাৰণ হ'ল, তুমি কৈছা ভেৰাৰখীয়া আৰু গৰুৰখীয়াহঁতে সিহঁতৰ গৰাকীৰ বা সিহঁতৰ নিজৰ উপকাৰৰ কথা নাভাবি সিহঁতৰ ভেৰাপাল বা গৰুপালৰ হিত হে চিন্তা কৰে আৰু সেইবোৰক খুৱাই-বুৱাই নোদোকা কৰি ৰাখিবলৈ যত্ন লয়। ইপিনে তুমি আকৌ এইটো হে ক'ব খুজিছা যে ৰাজ্য-শাসক সকলে, অৰ্থাৎ যাক মই প্ৰকৃততে শাসক বুলি কৈছোঁ তেওঁলোকে, তেওঁলোকৰ প্ৰজাসকলৰ বাবে, ভেৰাৰখীয়াই ভেৰাপালৰ বাবে চিন্তা কৰাদি চিন্তা নকৰে। নাইবা তুমি ক'ব খুজিছাঁ যে শাসকসকলে দিনেৰাতিয়ে নিজৰ বাবে কেনেকৈ সুবিধা আদায় কৰিব সেইটোকে চিন্তা নকৰি অইন কথা হে ভাবি থাকে। ন্যায় আৰু অন্যায়, ন্যায্য আৰু অ-ন্যায্যৰ বিষয়ে তোমাৰ ধাৰণা ইমান ভুল যে তুমি এতিয়ালৈকে এইটোকে ধৰিব-পৰা নাই যে আচলতে ন্যায় হ'ল অইন এজনৰ উপকাৰ কৰা হে অৰ্থাৎ বলবানশ্ৰেণীৰ আৰু শাসকশ্ৰেণীৰ স্বাৰ্থৰক্ষা কৰা, আৰু তলতীয়া বা চাকৰ হৈ থকা অৱস্থাত তোমাৰ নিজৰ ক্ষতি সাধন কৰা। আনহাতে, অন্যায় হ'ল তাৰ বিপৰীত। এই অন্যায়ে প্ৰকৃততে হোজা আৰু ন্যায়পৰায়ণ সকলক শাসন কৰি ৰাখে, যাতে শাসিতবৰ্গ হিচাপে এনেলোকে পৰাক্ৰমী অন্যায়ধৰ্ম্মী শ্ৰেণীৰ

স্বার্থৰক্ষাৰ্থে কাম কৰে আৰু তেওঁলোকৰ নিজৰ কাম-কাজৰ যোগে, নিজৰ স্বাৰ্থৰ ফালে অকণো নোচোৱাকৈ অন্যায়ধৰ্ম্মী শ্ৰেণীৰ সুখ-সম্পদ বৃদ্ধি কৰে। হে'ৰা অবোধ ছক্ৰেটিচ! তোমাক এতিয়া কেইটামান কথা কওঁ। তাতে বুজিবাঁ, দুষ্ট মানুহৰ তুলনাত সকলো ঠাইতে সজ মানুহৰ অৱস্থা অতি শোচনীয়। প্ৰথমতে পাৰস্পৰিক লেনদেনৰ কথাই কওঁ। যেতিয়াই ন্যায়ধৰ্ম্মী জনে অন্যায়ধৰ্ম্মী জনৰ সৈতে জোঁট বান্ধি কাৰবাৰ কৰিবলৈ লয় তেতিয়াই দেখিবাঁ যে কাৰবাৰ সামৰাৰ সময়ত ন্যায়ধৰ্ম্মী জনে অন্যায়ধৰ্ম্মী জনঁতকৈ কেতিয়াও সৰহকৈ নেপায়, বৰঞ্চ সদায় কম হে পায়। আকৌ, ৰাজাৰ সৈতে সম্বন্ধৰ ক্ষেত্ৰতো দেখিবাঁ, যেতিয়াই সম্পত্তিৰ ওপৰত কৰ দিব লগা হয় তেতিয়া একে সমান সম্পত্তিৰ বাবদ ন্যায়ধৰ্ম্মী জনে সদায় সৰহ কৰ দিয়ে আৰু অন্যাধৰ্ম্মী জনে সদায় কম কৈ দিয়ে। কিন্তু ৰাজ্যৰপৰা যেতিয়াই পাব লগাৰ কথা হয় তেতিয়া হ'লে প্ৰথম জনে একোটোকে নাপায় আৰু দ্বিতীয় জনে অজস্ৰ লাভ কৰে। যেতিয়া দুয়োজনেই ৰাজ্যৰ দায়িত্বপূৰ্ণ পদবীত থাকে তেতিয়া ন্যায়ধৰ্ম্মী জনৰ অইন প্ৰকাৰে ক্ষতি নহ'লেও তেওঁৰ ঘৰুৱা জীৱন নষ্ট হৈ পৰে, কিয়নো ঘৰৰ ফালে তেওঁ মনযোগ দিব নোৱাৰে আৰু তেওঁৰ নৈতিকতাই তেওঁক ৰাজহুৱা ধনৰপৰা কোনো প্ৰকাৰৰ সুবিধা আদায় কৰাত বাধা দিয়ে। তদুপৰি, তেওঁৰ দশা এনে হয় যে যেতিয়াই তেওঁৰ বন্ধু-বান্ধৱ আৰু পৰিচিত-সকলক অন্যায়ভাৱে সুবিধা দিবলৈ অমান্তি হয় তেতিয়াই তেওঁ সেই সকলৰ অপ্ৰিয়ভাজন হৈ পৰে। কিন্তু অন্যায়ধৰ্ম্মী জনৰ ক্ষেত্ৰত সকলো কথাই ওলোটা। এইমাত্ৰ এজন অন্যায়ধৰ্ম্মীৰ কথা কৈছিলোঁ। তেওঁৰ কথাকে ধৰাঁ। এইজনে কেউফালৰ পৰাই গ্ৰাস কৰিব পাৰে। ন্যায়ধৰ্ম্মী নহৈ অন্যায়ধৰ্ম্মী হ'লে নিজৰ কাৰণে কিমান লাভ হয় সেইটো যদি জানিব খোঁজা তেন্তে এওঁলৈ চকু দিয়া। চূড়ান্ত অন্যায় কি ৰূপত হয় তালৈ চকু দিলেই এই সত্য সহজে উপলব্ধি কৰিব পাৰিবাঁ। এনেবিধ অন্যায়ে অন্যায়ধৰ্ম্মীক অতি সুখী কৰে আৰু যি জন সেই অন্যায়ৰ বলি হৈ পৰে অথচ সেই অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈও অসমৰ্থ, তেওঁক অতি দুখলগা

অৱস্থাত পেলায়। অন্যায়ৰ এই চূড়ান্ত ৰূপেই হ'ল এবিধ স্বেচ্ছাচাৰিতা। দেখদেখকৈয়েই হওক বা ষড়যন্ত্র কৰিয়েই হওক লোকৰ সম্পত্তি দখলৰ বিষয়ত এই স্বেচ্ছাচাৰিতা অলপীয়া নহয়, একেবাৰে সৰ্ব্বগ্ৰাসী। ই কোনো বাছ-বিচাৰ নকৰে। পৱিত্ৰ-অপৱিত্ৰ, ৰাজহুৱা-ব্যক্তিগত সকলো সম্পত্তিকে গ্ৰাস কৰিব। এই স্বেচ্ছাচাৰিতা এনেবোৰ অপৰাধত অপৰাধী যে সেইবোৰৰ এবিধ মানো যদি অইন কোনোবা মানুহে কৰি ধৰা পৰে তেন্তে শাস্তি খাবই লাগিব আৰু অত্যন্ত নিন্দাৰ পাত্ৰও হ'ব লাগিব। আংশিক ভাৱেও যদি কোনোবাই এনে অপৰাধ কৰে তেতিয়া হ'লেও তেওঁকেই ধৰ্ম্মবিৰোধী, অপহৰণকাৰী, ডকাইত নাম দিয়া হ'ব। কিন্তু যেতিয়া কোনো এজনে তেওঁৰ সহযোগী নাগৰিকসকলৰ সম্পত্তি কাঢ়ি লোৱাই নহয়, তেওঁলোকৰ ওপৰত সম্পূৰ্ণ আধিপত্য স্থাপন কৰি দাসত পৰিণত কৰি পেলায় তেতিয়া হ'লে আকৌ সেইজনক চোৰ-ডকাইতৰ অপমানজনক আখ্যা দিয়াটো দূৰৈৰ কথা, তেওঁক সুখী আৰু ভাগ্যৱন্ত পুৰুষ বুলি হে কোৱা হয়। তেওঁক এনে সম্মান তেওঁৰ নগৰবাসীয়েই যে দিয়ে এনে নহয়, আন যি সকলে তেওঁৰ চূড়ান্ত অন্যায়ৰ কথা শুনে সেইসকলেও দিয়ে। কথা হ'ল মানুহে অন্যায়ৰ নিন্দা কৰা সময়ত অন্যায় কৰাটোলৈ ভয় কৰি নিন্দা নকৰে; কৰে, অন্যায়ৰ কবলত পাৰি শাস্তি ভোগাটোলৈ ভয় কৰি হে। এতেকে, ছক্ৰেটিচ, বিশাল অন্যায় হ'ল ন্যায়তকৈ বেচি পৰাক্ৰমী, অধিক উদাৰ আৰু প্ৰভূত্বশালী বস্তু। সেই গতিকে, মই আগতেও কৈছিলোঁ, অন্যায় কৰাটো হ'ল নিজৰ বাবে লাভবান আৰু সুবিধাজনক।

অনৰ্গল বক্তৃতাৰ উথলা বানেৰে আমাৰ কাণ প্লাবিত কৰি থ্ৰেচিমাকুচ যাবলৈ ওলাল। আমাৰ সঙ্গীসকলে অৱশ্যে তেওঁক যাবলৈ নিদি তেওঁৰ বক্তব্যৰ কথাখিনি বুজাই দিবলৈ ৰাখিলে। মোৰ ফালৰপৰাও তেওঁক বিশেষভাৱে টানি অনুৰোধ কৰি ক'লোঁ, —হে প্ৰিয় থ্ৰেচিমাকুচ, এইদৰে এনে এটা বক্তৃতা আমালৈ দলি মাৰি দি, এতিয়া ভালকৈ বুজাই নিদিয়াকৈ, আৰু তুমি নিজেও তোমাৰ বক্তব্যখিনি শুদ্ধ হৈছে নে নাই নজনাকৈয়েই গুচি যাবা

নে? তেনেহ নগণ্য কথা কেইটামান হে মীমাংসা কৰিবলৈ হাতত লৈছোঁ বুলি ধৰিছাঁ নেকি? আমাৰ জীৱন নিতান্ত সাৰ্থক কৰিবলৈ হ'লে কেনেবোৰ নীতিৰ ভিত্তিত আমি প্ৰত্যেকেই জীৱন যাপন কৰিব লাগিব সেইকথাৰে যে মীমাংসা কৰিব খুজিছোঁহক তাক পাহৰিছাঁ নেকি?

থ্ৰেচিমাকুচে ক'লে, "ওহোঁ, মোৰ মতে এইটো আলোচ্য বিষয়ৰ শুদ্ধ ব্যাখ্যা হোৱা নাই।"

মই ক'লোঁঃ "সেইটোৱেই যদি হয়, তেনেহ'লে দেখা গ'ল তুমি আমাৰ বাবে অকণো ভবাই নাই। যি খিনি কথা তুমি জানিব পাৰিছাঁ সেইখিনি নজনাৰ বাবে আমাৰ নো লাভেই হ'ব নে ক্ষতিয়েই হ'ব, সেইবাবেও দেখিছোঁ তুমি অলপো চিন্তাই কৰা নাই। কিন্তু, মহাশয়, কৃপা কৰি আমাকো তোমাৰ জ্ঞানৰ ভাগ দিয়াঁচোন। আমি ইমানবোৰক উপকাৰ কৰিলে তাৰপৰা তোমাৰো যথেষ্ট লাভ হ'ব। বাৰু, সি যি কি নহওক, মই তোমাক খোলোচাকৈ কওঁ, তোমাৰ কথাত মই পতিয়ন যাবপৰা নাই। ন্যায়তকৈ অন্যায়ৰপৰা অধিক লাভ হ'ব পাৰে বুলি মই বিশ্বাস নকৰোঁ, তেহেলৈ অন্যায় নিৰ্ব্বিবাদেই হওক বা অবাধ গতিতেই চলক। বুজিছাঁ, আচলতে কিন্তু কথাটো ওলোটা হে। অধৰ্ম্মী এজনক বাৰু এৰি দিয়া হওকচোন; যিমানে পাৰে সিমানে অন্যায় কৰিবলৈ তেওঁক অবাধ ক্ষমতা দিয়া হওক; আৰু তেনে অন্যায় কৰি তেওঁক ধৰা নপৰাকৈ থাকিবলৈ বা সমুখৰ সকলো বাধা অতিক্ৰম কৰিবলৈ দিয়া হওক। তেতিয়া তাৰপৰা তেওঁৰ কিবা লাভ হ'ব বুলি মই বিশ্বাস কৰিব নোৱাৰোঁ। এইদৰে যে ময়েই অকলে ভাবিছোঁ এনে নহয়। আমাৰ ভিতৰত কেবাজনেও ভাবে। গতিকেই, হে তীক্ষ্ণ বুদ্ধিৰ বন্ধু, যদি হে আমি অন্যায়তকৈ ন্যায়ক বেচি মূল্য দি ভুল কৰিছোঁ, তেতিয়া হ'লে আমাকো কথাটো ভালকৈ বুজাই দিয়া।"

তেওঁ ক'লে, "কিন্তু তোমালোকক মই কেনেকৈ পতিয়ন নিয়াওঁ? মোৰ শেহতীয়া কথাখিনিত যদি তোমালোকৰ বিশ্বাসেই নহ'ল, তেনেহ'লে তোমালোকক আৰু কেনেকৈ বুজাম?

মোৰ মতটো তোমালোকৰ মূৰত জোৰকৈ সুমুৱাই দিম নে আৰু!

"সেইটো কৰিবলৈ তোমাক আমি কোৱা নাই। পিচে, প্ৰথম কথা হ'ল, তুমি নিজেই যি কৈছাঁ তাকে মানি চলাঁচোন। আৰু, যদিহে তোমাৰ যুক্তি সন্নাবও খুজিছাঁ, তাকো মুকলিকৈ কোৱাঁ— আমাক ঠগিবলৈ চেষ্টা কৰিব নেলাগে। থ্ৰেচিমাকুচ, এতিয়া কথাটো হ'ল (কাৰণ আমি আমাৰ আগৰ অনুসন্ধানৰপৰা আঁতৰি যাবৰ নৌ হয় এথোন) তুমি নিজেই প্ৰথমতে আদত্ চিকিৎসকৰ সংজ্ঞা দিলাঁ, কিন্তু তাৰ পিচত আদত্ ভেৰাৰথীয়াৰ সংজ্ঞা মানি চলিবলৈ আৱশ্যক বোধ নকৰিলাঁ। বৰঞ্চ, তুমি এনে এটা ভেৰাৰথীয়াৰ কল্পনা কৰিলাঁ যি ভেৰাৰথীয়াই ভেৰাৰথীয়া স্বৰূপে ভেৰাপালৰ বাবে যিটো আটাইতকৈ হিতকৰ তালৈ চকু নিদি, উৎসৱ আয়োজনকাৰীয়ে লোকক আনন্দ দিবলৈ যোৱাৰ দৰে, ভেৰাপালৰ মঙহৰপৰা পোৱা আনন্দলৈ হে চকু দিয়ে। অথবা ধনৰ আশাত বেপাৰ কৰা বেপাৰীৰ দৰে ভেৰাবোৰ বিক্ৰী কৰি পাবপৰা ধনৰ কথা হে চিন্তা কৰে। অৰ্থাৎ, যাৰ কাৰণেই ভেৰাৰথীয়াক ৰথীয়া পতা হৈছে তাৰ বাবে যিটো সৰ্ব্বোৎকৃষ্ট হ'ব সেইটোকে যোগাৰ কৰাটোৱেই হ'ল ভেৰাৰথীয়াৰ কলা। তাৰ পাচত, যেতিয়ালৈকে এই ভেৰাৰথীয়া নামটোৰ যি অৰ্থ সিয়েই থাকে তেতিয়ালৈকে এই কথাৰ সাৰ্থকতাৰ অৰ্থে মই ভাবোঁতে, যথেষ্ট সুবিধা থাকিব। এতেকে মই ভাবিছিলোঁ, আমি এই ক্ষেত্ৰতেই মানি ল'ব লাগিব যে সাৰ্ব্বজনিকেই হওক বা ব্যক্তিগতেই হওক, চৰকাৰ এটাই চৰকাৰ বুলি থাকে মানে শাসিত আৰু পালিতসকলৰ সুখ-সুবিধাৰ বাবে চোৱাটো হে একমাত্ৰ কৰ্ত্তব্য। কিন্তু তোমাৰ মতটো নো কি জানিব পাৰোঁ নে? তুমি বাৰু ভাবাঁ নে যে বিভিন্ন ৰাজ্যত যি সকলে প্ৰকৃততে শাসন কৰে তেওঁলোকে স্বইচ্ছায় এনে কৰে?"

"ওহোঁ, মই তেনেকৈ নেভাবোঁ। মই ভালকৈ জানোঁ তেনে নহয়।"

"হে'ৰা থ্ৰেচিমাকুচ, তুমিয়েই জানো কোৱা নাই যে কোনেও

পৰাপক্ষত ৰাজ্যত শাসনকাৰ্য্যৰ দায়িত্ব নিজৰ গাত ল'বলৈ ইচ্ছা নকৰে। সকলোৱে কয় এনে দায়িত্ব ল'ব লাগিলে তাৰ বাবে তেওঁলোকক ধন দিব লাগিব। ধন বিচৰাৰ যুক্তি হ'ল যে তেওঁ-লোকৰ শাসনকাৰ্য্যৰপৰা হোৱা উপকাৰ তেওঁলোকে নিজে নাপায়, শাসিতসকলে হে পাব। বাৰু, এইখিনিতে প্ৰশ্ন এটা সোধোঁচোন —আমি জানো ধৰি লোৱা নাই যে প্ৰত্যেক কলাতে এনে এটা বিশিষ্ট গুণ থাকে যিটোৱেই তাক অন্য কলাৰপৰা পৃথক কৰি ৰাখে? মহাশয়, উত্তৰটো দিওঁতে যেন তোমাৰ নিজৰ মতৰ বিপৰীতে যোৱাকৈ নিদিয়া। সেইটো হ'লে আমি আলোচনাত আগ বাঢ়িবলৈ অসুবিধা হ'ব।"

"হয়। সেই গুণটোৱেই পৃথক কৰিছে।"

"আৰু তাৰ প্ৰতিটোৰ পৰাই জানো আমি একোটা বিশেষ আৰু নিৰ্দ্দিষ্ট লাভ পোৱা নাই? যেনে, চিকিৎসা-কলাই স্বাস্থ্য দিছে, নাবিকৰ কলাই সাগৰত নিৰাপত্তা দিছে ইত্যাদি।"

"নিশ্চয়।"

"তেনেহ'লে শ্ৰমিকৰ কলা এটাও নাই জানো যিটোৱে আমাক মজুৰি দিব পাৰে—যেহেতু মজুৰি দিয়াটোৱেই তাৰ ধৰ্ম্ম। নে চিকিৎসা-কলা আৰু নাবিকৰ কলা দুয়োটাকে তুমি একে বিধ বুলি ক'ব খোঁজা? অথবা তুমি আগতে কৰাৰ দৰেই যদি সঠিক সংজ্ঞা প্ৰয়োগ কৰিব খোজাঁ, তেন্তে কোনোৱা এজনে নাবিক হিচাপে কাম কৰোঁতে সমুদ্ৰ-যাত্ৰাৰ উপকাৰিতাৰ ফলত স্বাস্থ্য ঘূৰাই পালে তুমি নাবিকৰ কলাকে চিকিৎসা-কলা বুলি ক'বাঁ নে নোকোৱাঁ?"

"কেতিয়াও নকওঁ।"

"মজুৰি পাই থকা অৱস্থাত মানুহৰ স্বাস্থ্য ভালে থাকিলে শ্ৰমিকৰ কলাকো তেনেহ'লে এই ধৰণে বৰ্ণনা নকৰিবাঁ চাগৈ?"

"নকৰোঁ।"

"বাৰু তেনেহ'লে। ৰোগী চিকিৎসা কৰোঁতে যদি চিকিৎসকে পইচা লয় তেতিয়া চিকিৎসকৰ কলাক বেপাৰী-কলা বুলি ক'বাঁ নে কি?"

"নকওঁ।"

"প্ৰতিটো কলাৰপৰা পোৱা উপকাৰক সেই সেই কলাৰে নিজস্ব বিশিষ্টতা বুলি জানো আমি ধৰা নাছিলোঁ ?"

"ধৰিছিলোঁ।"

"যিটো উপকাৰ সকলো বিধ কলাৰ সাধকেই পায়, সেইটো তেনেহ'লে হ'ব লাগিব মাত্ৰ একেটা বস্তুকে সকলোৱে ব্যৱহাৰ কৰাৰ পৰাই।"

"বোধকৰোঁ।"

"লগতে আমি এইটোও কওঁ, এই সকল যদি মজুৰি লাভৰ দ্বাৰা উপকৃত হয় তেন্তে সেই উপকাৰ তেওঁলোকৰ নিজ নিজ কলাৰ প্ৰয়োগৰ উপৰিও শ্ৰমিক-কলা প্ৰয়োগৰপৰা পাব।"

এই কথাত তেওঁ অনিচ্ছাৰে সৈতে সম্মতি জনালে।

"তেন্তে, মজুৰি লাভৰ এই সুবিধাটো নিজস্ব কলাৰপৰা কালৈকো নাহে। কিন্তু ঠিক কলা হিচাপেই ধৰিবলৈ গ'লে চিকিৎসা-কলাই স্বাস্থ্য দান কৰে আৰু শ্ৰমিক-কলাই মজুৰি দিয়ে। গৃহনিৰ্ম্মাণ-কলাই যেতিয়া ঘৰ সাজি দিয়ে, শ্ৰমিক-কলাই তাৰ পাছ লয় আৰু মজুৰি উলিয়ায়। এইদৰেই বাকী সকলোতে হয়।—প্ৰত্যেকেই নিজৰ নিজৰ কাম সম্পাদন কৰে আৰু নিজৰ নিৰ্দ্ধাৰিত পাত্ৰক উপকাৰ কৰে। কিন্তু যদি হে দৰ্ম্মহা নোলোৱাকৈ কলা এটা কামত লগোৱা হয়, তেতিয়া জানো নিজৰ কলাৰপৰা সেই কলাৰ সাধকজনৰ কিবা লাভ হ'ব ?"

"নহয়।"

"যেতিয়া বিনপইচায় কাম কৰে তেতিয়াও তেওঁ কোনো উপকাৰ নকৰে নে ?"

"কিয় নকৰিব ? মই ভাবোঁ নিশ্চয় কৰিব।"

"থ্ৰেচিমাকুচ, তেন্তে এইখিনিলৈকে আমি স্পষ্টকৈ দেখিবলৈ পালোঁ যে কলা বা চৰকাৰ কোনোটোৱেই নিজৰ বাবে লাভজনক বস্তু কেতিয়াও আনি নিদিয়ে। কিন্তু আমি অলপ আগতে কোৱাৰ দৰে, চৰকাৰে প্ৰজাৰ বাবে লাভজনক বস্তু যোগাৰ কৰে আৰু প্ৰজাৰ বাবে লাভজনক আদেশ জাৰি কৰে। তাকে কৰোঁতে বলবানৰ স্বাৰ্থৰক্ষাৰ্থে নাচাই দুৰ্ব্বলৰ স্বাৰ্থৰক্ষাৰ্থে হে চকু ৰাখে।

হে প্ৰিয়, থ্ৰেচিমাকুচ, এইবোৰ কাৰণতেই মই এইমাত্ৰ কৈছিলোঁ যে কোনেও স্বইচ্ছায় কোনো পদ গ্ৰহণ নকৰে নাইবা লোকৰ অসুবিধা দূৰ কৰিবলৈ গাত নলয়। কামৰ বাবে সকলোৱে মজুৰি বিচাৰে, কিয়নো নিজৰ কলাৰ উন্নতি কৰিবলৈ হ'লে কোনেও নিজৰ বাবে যিটো ভাল সেইটো নকৰে বা সেইটোৰ ব্যৱস্থা নিদিয়ে। তেনেজনে যেতিয়ালৈকে নিজৰ কলাৰ সীমাৰ ভিতৰত থাকে তেতিয়ালৈকে অধীনস্থজনৰ উপকাৰীটো হে কৰে। এইবাবেই, পদ গ্ৰহণৰ বাবে মানুহক মান্তি কৰাবলৈ হ'লে ধনৰ হিচাপতেই হওক বা সম্মানৰ ৰূপতেই হওক, মজুৰি দিব লাগিব। সেইদৰে, পদ-গ্ৰহণৰ বাবে অমান্তি হ'লে শাস্তিবিধানৰ মজুৰি দিব লাগিব।

গ্লকনে ক'লে, "কিনো কৈছা হে ছক্ৰেটিচ? তিনিবিধ মজুৰিৰ দুবিধ মই বুজি পাইছোঁ। কিন্তু এই শাস্তিবিধানৰ মজুৰি নো কি? ইনো আকৌ কেনেকৈ মজুৰি হ'ল ধৰিবপৰা নাই।"

"তাৰ মানে, আদৰ্শ-পুৰুষৰ মজুৰি কি তুমি বুজা নাই। উৎকৃষ্ট পুৰুষসকলে পদ-গ্ৰহণৰ বাবে মান্তি হোৱাৰ পাচত এই মজুৰিয়েই তেওঁলোকক উদগনি দিয়ে।" তুমি জানো নেজানা যে অভিলাষী আৰু লোভী হোৱাটো অপযশৰ কথা। আৰু সঁচাকৈয়ে অপযশৰ কথাও।

"সেইটো জানো।"

"এই কাৰণতেই তেন্তে সুপুৰুষসকলে ধনৰ বিনিময়তেই হওক বা সম্মানৰ বিনিময়তেই, পদাধিকাৰী হ'বলৈ ইচ্ছা নকৰে। বনবাৰী কৰি দিয়াৰ বাবে নিলৰ্জ্জভাৱে পাৰিশ্ৰমিক খুজি তেওঁলোকে হজুৱা বগুৱাৰ নাম ল'বলৈ নিবিচাৰে। গোপনে গোপনে মজুৰি আদায় কৰাৰ বুদ্ধি কৰি চোৰ নামো ল'ব নোখোজে। লাভৰ আশাত পদ ল'বলৈ অভিলাষীও তেওঁলোক নহয়। এনে এটা পৰিস্থিতিত, ক্ষমতাৰ পদত বহিবৰ বাবে তেওঁলোকক সৈমান কৰাবলৈ হ'লে তেওঁলোকক বাধ্য কৰাৰ বা শাস্তিৰ ভয় দেখুৱাৰ বাহিৰে অন্য উপায় নাই। সম্ভৱ এই কাৰণেই, বাধ্যত নেপেলোৱালৈকে আপোন ইচ্ছাতে ক্ষমতা লোৱাটোক অসম্মান-জনক বুলি ভবাও হয়। পিচে কথা হ'ল, সজ্জ লোক ক্ষমতাত

বহিবলৈ আগবাঢ়ি নাহিলে তেওঁতকৈ নিকৃষ্টজনৰ হাততেই অত্যন্ত গুৰুতৰ শাস্তি বিহাৰ ভাৰ পৰিবগৈ। এইটোৰ ভয়তেই মোৰ বিশ্বাস ন্যায়ধৰ্ম্মীসকল চৰকাৰী পদাধিকাৰী হ'বলৈ সৈমান হয়। কিন্তু এইদৰে প্ৰশাসনীয় কামৰ ভাৰ লওঁতেও তেওঁলোকে কিবা এটা ভাল কাম কৰিবলৈ আহিছে বুলি নেভাবি বাধ্যত পৰি দায়িত্ব পালন কৰিবলৈ হে অহা বুলি ধৰি লয়। প্ৰশাসনত সোমাই কিবা সুখ পাব বুলিও তেওঁলোকে নেভাবে। দায়িত্ব অৰ্পণ কৰিবৰ বাবে তেওঁলোকতকৈ উত্তম নাইবা সমকক্ষ কাকো বিচাৰি উলিয়াব নোৱৰা বাবেই হে তেওঁলোকে এই দায়িত্ব গ্ৰহণ কৰিছে। অৱশ্যে ৰাজ্যখনৰ সকলোৱেই সুপুৰুষ হ'লে তেতিয়া হয়তো ক্ষমতাৰ গাদী এৰাই থাকিবৰ বাবে প্ৰতিযোগিতা চলিবগৈ—ঠিক যি ধৰণে এতিয়া ক্ষমতা লাভ কৰিবৰ অভিপ্ৰায়ে প্ৰতিযোগিতা চলিছে। আৰু তেতিয়া এই কথা সুন্দৰকৈ ওলাই পৰিব যে প্ৰকৃত শাসকৰ চিন নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ বিচৰাত নহয়, প্ৰজাৰ হিতলৈ চোৱাত হে। সেই গতিকে বিবেচকসকলে আনক উপকাৰ কৰি দিয়াৰ জঞ্জাল লোৱাতকৈ বৰঞ্চ আনে দিয়া উপকাৰকে গ্ৰহণ কৰিব। এতেকে, বলবানৰ স্বাৰ্থৰক্ষাই ন্যায় বুলি থ্ৰেচিমাকুচে কোৱা কথাষাৰ মই কোনোমতেই মানিব নোৱাৰোঁ। এতিয়া থ্ৰেচিমাকুচে যেতিয়া স্পষ্টকৈ কৈছেই যে অন্যায়ধৰ্ম্মী জনৰ জীৱন ন্যায়ধৰ্ম্মী জনৰ জীৱনতকৈ শ্ৰেয়, এই বিষয়ে পুনৰ বিচাৰ কৰিমহক। এতিয়াৰ কথাষাৰ আগৰষাৰতকৈ বহুত বেচি গুৰুত্বপূৰ্ণ। গ্লকন পিচে তুমি কোনফালে থাকিবাঁ আৰু কোনটো ব্যাখ্যা অধিক শুদ্ধ বুলি ধৰিবাঁ ?"

তেওঁ ক'লে, "মই ক'বলৈ গ'লে ন্যায়ধৰ্ম্মী জনৰ জীৱন বেচি সুবিধাজনক।"

মই ক'লোঁ, "অন্যায়ধৰ্ম্মীজনৰ গাত থকা বিভিন্ন গুণৰ যি দীঘলীয়া তালিকা থ্ৰেচিমাকুচে দিলে, মন কৰিলাঁ জানো ?"

"কৰিছোঁ। কিন্তু গ্ৰহণ হে কৰিব নোৱাৰিলোঁ।"

"থ্ৰেচিমাকুচে কোৱা কথাবোৰ সত্য নহয় বুলি তেওঁক বুজাই দিবলৈ আমাক কোৱাঁ নে কি ?—যদিহে অৱশ্যে বুজাবলৈ কিবা উপায় উলিয়াব পাৰি।"

"সেইটো কৰিব লাগিব।"

"তেনেহ'লে, যুক্তিক যুক্তিৰে খণ্ডন কৰা পদ্ধতি লৈ, ন্যায়ধৰ্মী হোৱাৰ সুবিধাবোৰ আমি বৰ্ণনা কৰি যাম আৰু থ্ৰেচিমাকুচে উত্তৰ দি যাব; আৰু তাৰ পিচত আমি প্ৰত্যুত্তৰ দিম। তাৰ পিচত, উভয়পক্ষই দাবী কৰা সুবিধাবোৰৰ লেখ-জোখ কৰিব লাগিব আৰু শেহত, আমাৰ দুইপক্ষৰ দাবীবোৰ বিচাৰ কৰি ৰায় দিবলৈ এজন বিচাৰক লাগিব। কিন্তু ইতিমধ্যে কৰাৰ দৰে যদি পৰস্পৰে স্বীকাৰ কৰা পদ্ধতিকে লওঁ তেতিয়া হ'লে আমিয়েই বিচাৰক আৰু উকীলৰ কাম দুয়োটাকে চলাব পাৰিম।"

"ঠিক কৈছাঁ।"

"তেন্তে, কোনটো পদ্ধতি লবাঁ?"

"পিচৰটো," তেওঁ ক'লে।

মই ক'লোঁ," "থ্ৰেচিমাকুচ, এতিয়া তেনে আকৌ ন-কৈ আৰম্ভ কৰোঁহক আৰু তুমিও আমাক উত্তৰ দি বাধিত কৰাঁ। বাৰু, কোৱাঁচোন, পূৰ্ণ ন্যায়তকৈ সমানে সম্পূৰ্ণ অন্যায় অধিক লাভজনক বুলি তুমি এতিয়াও ভাবাঁ নে?

"মই দেখোন এইষাৰ কথা একেবাৰে খাটাংকৈ কৈছোঁৱেই। কিয় বেচি লাভজনক, সেইটোও কৈছোঁ।"

"আন এবিধ ৰূপত ন্যায়-অন্যায়ক কেনেকৈ বৰ্ণনা কৰিবাঁ? এটাক ধৰ্ম্ম বুলি কৈ আনটোক অধৰ্ম্ম বুলিবাঁ নেকি?"

"নিশ্চয়।"

"অৰ্থাৎ, ন্যায় হ'ল ধৰ্ম্ম আৰু অন্যায় হ'ল অধৰ্ম্ম।"

"হেৰা টেটকুটীয়া বন্ধু, মই অন্যায়ক লাভজনক আৰু ন্যায়ক তাৰ বিপৰীত বুলি কোৱাৰ পাচতো সেইটোহে হ'ল গৈ?"

"তেন্তে তুমিনো কি কোৱাঁ?"

"ঠিক তাৰ বিপৰীতটো।"

"তুমি তেনে ন্যায়ক অধৰ্ম্ম বুলি কোৱাঁ নে কি?"

"নহয়, ন্যায়ক মই অত্যাচাৰী বিধৰ সজ প্ৰকৃতি বুলি কওঁ।"

"তেনে হ'লে, অন্যায়ক অসৎ প্ৰকৃতি বুলিবাঁ, নহয় জানো?"

"নহয়, অন্যায়ক মই সু-নীতি বুলি হে কম।"

"থ্ৰেচিমাকুচ, তুমি ভাবাঁ নে কি যে অন্যায়ধৰ্ম্মী সকল প্ৰকৃততে জ্ঞানী আৰু উত্তম ?"

"ভাবোঁতোন। যি সকলে একোখন সম্পূৰ্ণ ৰাজ্য আৰু একোটা সম্পূৰ্ণ জাতিক দাসত পৰিণত কৰিবপৰা ক্ষমতা আহৰণ কৰি পূৰ্ণ মাত্ৰাত অন্যায় আচৰিব পাৰে সেই সকলক মই জ্ঞানী আৰু উত্তম বুলিয়েই ভাবোঁ। তুমি হয়তো ভাবিবাঁ মই সিন্ধিকটা দলৰ কথা কৈছোঁ। অৱশ্যে সিহঁতৰ কাৰ্য্যকো মই লাভজনক বুলি ক'ম যদিহে সিহঁতে ধৰা নপৰাকৈ সাৰিব পাৰে। কিন্তু যি সকলৰ কথা এইমাত্ৰ উল্লেখ কৰিলোঁ সেই সকলৰ লগত ইহঁত তুলনাৰ যোগ্য নহয়।"

"তুমি কি অৰ্থ কৰিছাঁ বেচ বুজিছোঁ। কিন্তু তুমি অন্যায়ক সদ্গুণ আৰু জ্ঞানৰ শাৰীত বহুৱাই ন্যায়ক তাৰ বিপৰীত স্থানত থোৱাত হে আচৰিত হ'লোঁ।"

"ওঁ, মই জানি-শুনিয়েই সেইদৰে থৈছোঁ।"

"বন্ধুবৰ! কথা দেখোন আৰু অবোধ্য হে কৰিলাঁ। তোমাৰ কথা বুজাই টান হ'ল। অন্যায়ক লাভজনক বুলি বক্তব্য দাঙি ধৰাৰ পিচতো যদি তুমিও সেই অন্যায়ক এবিধ ভ্ৰষ্টাচাৰ আৰু নীচতা বুলি মানিলাঁহেঁতেন, যেনেকৈ অইন ভালেমানে মানে, তেতিয়াও প্ৰচলিত ধাৰণাৰ ভিত্তিতেই আমিও কিবা এটা উত্তৰ দিব পাৰিলোঁহেঁতেন। কিন্তু এতিয়া একেবাৰে স্পষ্ট হৈ গ'ল, তুমি অন্যায়ক সুন্দৰ আৰু বলবান বুলিয়েই প্ৰতিপন্ন কৰিবাঁ আৰু আমি ন্যায়ৰ গাত যি বিলাক গুণ আছে বুলি সততে কৈ আহিছোঁ সেই সকলো বিলাক গুণ অন্যায়ৰ গাত আছে বুলিহে কবাঁ; কিয়নো তুমি আচলতে চেষ্টা কৰিছাঁ অন্যায়ক ধৰ্ম্ম আৰু জ্ঞানৰ অংশৰ শাৰীত তুলিবলৈকে হে।"

"ঠিক ধৰিছাঁ।" তেওঁ ক'লে।

"সি যি কি নহওক। তুমি যেতিয়ালৈকে মনত যেনেকৈ ভাবিছাঁ তেনেকৈয়ে প্ৰকাশ কৰিছাঁ বুলি আমি ভাবিম তেতিয়ালৈকে যি যুক্তি আৰু বিচাৰৰ পথ অনুসৰণ কৰি আহিছোঁ তাক এৰিব নোৱাৰিম। কিয়নো, থ্ৰেচিমাকুচ, মই যদি ভুল বুজা নাই,

তুমি এইবেলি নিশ্চয় ধেমালি কৰা নাই। যিটো সত্য বুলি ভাবিছাঁ, তাকে হে কৈছাঁ।"

"মই সত্য বুলি ভাবিলোঁৱেই বা নাভাবিলোঁৱেই, তোমাক কেলৈ লাগিছে? মোৰ যুক্তি খণ্ডন কৰিবলৈ হ'বলা শক্তি নাই?"

"সঁচা, তুমি কেনেকৈ ভাবিছা সেইটো দৰ্কাৰি নহয়। কিন্তু, তুমি বাৰু মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিবাঁ নে? —যি কোনো বিষয়ত এজন ন্যায়ধৰ্ম্মী পুৰুষে আন এজন ন্যায়ধৰ্ম্মী পুৰুষক চেৰ পেলাবলৈ যাব বুলি তুমি বাৰু ভাবাঁ নে?"

"ওহোঁ। কেতিয়াও নাযায়। সেইদৰে গ'লে তেওঁ আৰু সম্মোহক সৰলতাৰ অধিকাৰী হৈ নেথাকিব।"

"বাৰু, ন্যায়ধৰ্ম্মী জনে[৬] আচৰণৰ ন্যায্য সীমা পাৰ হৈ যাব নে?"

"ওহোঁ, সেই সীমাও অতিক্ৰম নকৰে।"

"কিন্তু তেওঁ বিনা দ্বিধায় অন্যায়ধৰ্ম্মী জনক চেৰাই যাব নে আৰু সেইদৰে যোৱাটোক ন্যায্য বুলি ধৰিব? নে উচিত নহয় বুলি ধৰিব?"

"তেওঁ ন্যায্য বুলিয়েই ভাবিব আৰু সেইটো কৰিবলৈ দ্বিধাবোধ নকৰিব। কিন্তু সেইদৰে কৰিব হে নোৱাৰিব।"

"নহয়, মোৰ প্ৰশ্ন সেইটো নাছিল। মই সুধিছিলোঁ ন্যায়পৰায়ণ মানুহ এজনে অন্যায়ধৰ্ম্মী এজনক চেৰাই যাবলৈ অথচ ন্যায়পৰায়ণ জনক চেৰাই নাযাবলৈ ইচ্ছা আৰু সংকল্প উভয়কে কৰে নে নকৰে?"

"হয়, সেইটো কৰিব।"

"কিন্তু অন্যায়ধৰ্ম্মী জনে কি কৰিব? তেওঁ ন্যায়পৰায়ণক অতিক্ৰম কৰি আৰু ন্যায় আচৰণৰ সীমা চেৰাই যাবলৈ চাব নে নেচায়?"

"নিশ্চয় চাব, কিয়নো তেওঁ সকলোকে আৰু সকলো বিষয়তে চেৰাই যাবলৈ ঠিক কৰি লৈছে।"

"তেন্তে এনে অন্যায়ধৰ্ম্মীজনে অইন অন্যায়ধৰ্ম্মী মানুহ আৰু

৬। এই কথাষাৰৰ অৰ্থ স্পষ্ট নহয়। মূল গ্ৰন্থত শব্দৰ যাদু বৰ বেচি। যেই হওক, ইয়াতকৈ আৰু শুদ্ধ অনুবাদ দিয়াটো টান।

অন্যায় কাৰ্য্যকো আৰু লগতে নিজে সৃষ্টি কৰা বিপদকো চেৰাই নেযাবগৈ নে ?"

"যাব।"

"তেতিয়া হ'লে কথাটো আমি এই ধৰণে ৰাখোঁ : ন্যায়ধৰ্ম্মী জনে তেওঁৰ সদৃশসকলক চেৰায় নাযায়, বিসদৃশসকলক হে যায়। কিন্তু অন্যায়ধৰ্ম্মী জনে তেওঁৰ সদৃশ আৰু বিসদৃশ উভয়কে অতিক্ৰম কৰি যায়। নহয় জানো ?

"ঠিক কৈছাঁ।"

"তদুপৰি, অন্যায়ধৰ্ম্মী জন হ'ল জ্ঞানী আৰু সৎ। ন্যায়ধৰ্ম্মী জন এই দুটাৰ এটাও নহয়।"

"বঢ়িয়া কৈছাঁ।"

"অন্যায়ধৰ্ম্মী জনেৰে সৈতে জ্ঞানী আৰু সৎ জনৰ সাদৃশ্যও আছে ; কিন্তু ন্যায়ধৰ্ম্মী জনেৰে সৈতে এবিধৰো নাই। নহয় জানো ?

"কেলেই নহ'ব! কোনো এবিধ চৰিত্ৰৰ এজন মানুহে একেবিধ চৰিত্ৰৰ আন সকলৰ অনুৰূপ হ'বই। আনহাতে, স্বকীয়া চৰিত্ৰৰ এজন সেই সকলৰ অনুৰূপ নহ'ব।"

"বেচ। তেন্তে যিজনৰে সৈতে যাৰ সাদৃশ্য আছে সেইজনৰ লগতে তেওঁৰ চৰিত্ৰ অভিন্ন হ'ব।"

"কিয়, তাৰ বাহিৰে নো আৰু কি হ'ব ?"

"বাৰু। থ্ৰেচিমাকুচ, তুমি বাৰু এজনক সঙ্গীতজ্ঞ আৰু আন এজনক অ-সঙ্গীতজ্ঞ বুলি কোৱাঁ নে ?"

"কওঁ।"

"এওঁলোকৰ ভিতৰত কোন জনক জ্ঞানী আৰু কোন জনক অজ্ঞানী বুলিবাঁ ?"

"সঙ্গীতজ্ঞ জনকেই অৱশ্যে জ্ঞানী বুলিম আৰু অসঙ্গীতজ্ঞ জনক অজ্ঞানী।"

"বাৰু। তুমি এই বুলিও ক'বাঁ নে যে যি ক্ষেত্ৰতেই মানুহ এজন জ্ঞানী হয় সেই ক্ষেত্ৰতে তেওঁ এজন সুপুৰুষ আৰু যি ক্ষেত্ৰত অজ্ঞানী, সেই ক্ষেত্ৰত কুপুৰুষ ?"

"হয়, ক'ম।"

"চিকিৎসক এজনৰ ক্ষেত্ৰতো তুমি এইদৰেই ক'বাঁ নে?"

"ক'ম।"

"হে মোৰ প্ৰিয় বন্ধু! বীণত সুৰ বন্ধাৰ সময়ত এজন সঙ্গীতজ্ঞই বীণৰ তাঁৰৰ বান্ধ টানি বা ঢিলাই দিওঁতে আনজন সঙ্গীতজ্ঞক চেৰ পেলাবলৈ চাব, নে আনজনৰ ওপৰত শ্ৰেষ্ঠতা দাবী কৰিব বুলি হে ভাবাঁ?"

"নেভাবোঁ।"

"অসঙ্গীতজ্ঞ এজনৰ ওপৰত সুবিধা ল'বলৈ তেওঁ চাব নেকি?"

"নিশ্চয় চাব।"

"চিকিৎসক এজনে বাৰু কি কৰিব?"

পথ্য সম্পৰ্কীয় কথাত তেওঁ আন এজন চিকিৎসকক বা চিকিৎসা-শাস্ত্ৰক চেৰাই যাবলৈ চাব নে?

"নিশ্চয় নাচায়।"

"কিন্তু এজন অ-চিকিৎসকক চেৰাই যাবলৈ ইচ্ছা কৰিব। নহয় জানো?"

"হয়। কৰিব।"

"বাৰু। এতিয়া সকলো বিধ জ্ঞান আৰু অজ্ঞতালৈ দৃষ্টি ৰাখি কোৱাঁচোন তোমাৰ মতে যেই কোনো জ্ঞানধৰ্ম্মী পুৰুষ এজনে নিজ ইচ্ছায় অন্য এজন জ্ঞানধৰ্ম্মী পুৰুষতকৈ বেচিকৈ কৰিবলৈ বা ক'বলৈ আগ বাঢ়িব, নে, তেওঁৰ নিচিনা এজনে একে বিষয়তে কৰা বা কোৱাটো নকৰাকৈ থাকিব?"

"মোৰ বোধেৰে পিচৰ কথাটো হে শুদ্ধ হ'ব।"

"কিন্তু তুমি অ-জ্ঞানধৰ্ম্মী জনৰ বিষয়ে কি ক'বাঁ? সেই জনে জ্ঞানধৰ্ম্মী আৰু অ-জ্ঞানধৰ্ম্মী উভয়কে অতিক্ৰম কৰি নাযাব নে?

"যাব পাৰে।"

"তেন্তে, জ্ঞানধৰ্ম্মী মানুহ জন জ্ঞানী?"

"হয়।"

"আৰু জ্ঞানী জন হ'ল সৎ।"

"হয়।"

"তেনেহ'লে সৎ আৰু জ্ঞানী জনে তেওঁৰে সৈতে অভিন্ন হোৱা

জনক চেৰাই যাবলৈ ইচ্ছা নকৰিব। কিন্তু ভিন্ন আৰু বিপৰীত জনক চেৰাই যাব। নহয় জানো ?"

"হ'ব পাৰে।"

"কিন্তু অসৎ আৰু অজ্ঞানী জনে হ'লে তেওঁৰে সৈতে অভিন্ন আৰু বিপৰীতবোৰক চেৰাই যাব। হয় নে নহয় ?"

"হয়।"

"এতেকে দেখা গ'ল ন্যায়ধৰ্ম্মী জন জ্ঞানী আৰু সৎ জনৰ অনুৰূপ। আৰু অন্যায়ধৰ্ম্মী জন অসৎ আৰু অজ্ঞানীৰ অনুৰূপ।"

"সেইটো হয়।"

"কিন্তু তুমি জানাই, আমি এটা কথাত একমত হৈছিলোঁহক যে এওঁলোকৰ প্ৰত্যেকৰে চৰিত্ৰ তেওঁলোক যাৰ সদৃশ হয় সেই-সকলৰ চৰিত্ৰৰ লগত একে।"

"হয়, হৈছিলোঁ।"

"এতেকে আমি এতিয়া গম পালোঁ যে ন্যায়ধৰ্ম্মী জন জ্ঞানী আৰু সৎ; আৰু অন্যায়ধৰ্ম্মী জন অজ্ঞানী আৰু অসৎ।

থ্ৰেচিমাকুচে এইসকলোবোৰ কথা স্বীকাৰ কৰিলে। অৱশ্যে, যিমান সহজ ভাৱে মই কৈছোঁ সেইদৰে নহয়। অনিচ্ছা আৰু বহুত আপত্তিৰে হে। আপত্তি কৰাৰ সময়ত তেওঁ যেন গৰমত ঘামি জোল বৈ গৈছিল। সেই মুহূৰ্ত্তত মই আৰু এটা কথা লক্ষ্য কৰিছিলোঁ—যিটো আগতে কেতিয়াও দেখা নাছিলোঁ। থ্ৰেচিমাকুচ ৰঙা-চঙা পৰি গৈছিল। কিন্তু যেতিয়া ন্যায় সদ্‌গুণ আৰু জ্ঞানৰ অংশবিশেষ, আৰু অন্যায় বদ্‌গুণ আৰু অজ্ঞানতাৰ অংশবিশেষ বুলি আমি একমত হলোঁহক তেতিয়া মই এইদৰে ক'লোঁ :—

"বেচ, এইটো বিষয়ৰ বাৰু এতিয়া মীমাংসা হ'ল বুলি ধৰিলোঁ। কিন্তু, আমি পিচে অন্যায় বলবান বুলিও কৈছিলোঁ নহয়। তোমাৰ জানো মনত নাই, থ্ৰেচিমাকুচ ?"

তেওঁ উত্তৰ দিলে, "আছে। কিন্তু তোমাৰ শেহতীয়া সিদ্ধান্ত যি ৰূপে কৰিলা, মই সন্তুষ্ট হ'ব নোৱাৰিলোঁ। বিষয়টোৰ ওপৰত মই কি ক'ব লাগিছিল, জানো। কিন্তু মোৰ ভাব প্ৰকাশ কৰিবলৈ যোৱা হ'লে তুমি মোক বক্তৃতা দিয়া বুলি হে ক'লাহেঁতেন।

এতিয়া তুমি নিজেই ঠিক কৰি লোৱাঁ—হয়, মোক যিমান ইচ্ছা ক'বলৈ দিয়া, নহয়, তুমি প্ৰশ্ন সুধিব খুজিলেও সোধাঁ। বুঢ়া মানুহে সাধুকথা কওঁতে আমি যি কৰোঁ তোমাৰ লগতো তাকে কৰিম। সময়ে সময়ে মই ক'ম "সুন্দৰ", "বঢ়িয়া" আৰু মাজে মাজে মূৰ দুপিয়াই শলাগিম। নহ'লে মূৰ জোকাৰি অসম্মতি প্ৰকাশ কৰিম।"

"সেয়েই যদি হয়,এতিয়া তোমাৰ মত লৰচৰ নকৰিবাঁ।"

তেওঁ ক'লে, "মোক যেতিয়া ক'বলৈ নিদিয়াই, তোমাক সন্তুষ্ট কৰিবলৈ যিহকে লাগে তাকে কৰিম। ইয়াতোকৈ আৰু কিবা লাগিব নে?"

"আৰু একো নালাগে। তুমি যদি সেইটোকে কৰিব খুজিছাঁ, মোৰ আপত্তি নাই। মইও তোমাক প্ৰশ্ন সুধি যাম।"

"আৰম্ভ কৰাঁ তেনে।"

"বাৰু তেনেহ'লে। এইমাত্ৰ যিটো প্ৰশ্ন কৰিছিলোঁ তাকে আকৌ সোধোঁ যাতে আমাৰ অনুসন্ধানৰ ধাৰাত ব্যাঘাত নহয়। এতেকে কোৱাঁচোন বাৰু, অন্যায়ৰ তুলনাত ন্যায় কি বস্তু? আগতে বোধকৰোঁ ন্যায়তকৈ অন্যায় অধিক পৰাক্ৰমী আৰু প্ৰভাৱশালী বুলি কোৱা হৈছিল। কিন্তু এতিয়া ন্যায় মানে জ্ঞান আৰু সদ্‌গুণ দুইটা, আৰু অন্যায় মানে অজ্ঞানতা বুলি জনাৰ পাচত, মই বুজোঁতে, ন্যায়কো সেই নিচিনাকৈ অন্যায়তকৈ অধিক বলবান বুলিও সহজে দেখুৱাব পৰা হ'ব। সকলোৱে এই কথা এতিয়া বুজিও পাব। কিন্তু, থ্ৰেচিমাকুচ, বিষয়টো মই সেই ধৰণে গাৰ বলেৰে সমাপ্ত কৰিব খোজা নাই। গতিকে, অনুসন্ধানত এইদৰে আগবাঢ়িব খুজিছোঁ:—ৰাজ্য এখন অন্যায়ধৰ্ম্মী হ'ব পাৰে আৰু সেই ৰাজ্যই অন্যায়ভাৱে অইনবোৰ ৰাজ্যক গোলাম কৰিবলৈও চেষ্টা কৰিব পাৰে; কৰি, কৃতকাৰ্য্যও হ'ব পাৰে আৰু বহুতক এইদৰে গোলাম কৰি ৰাখিব বুলি বাৰু তুমি কবাঁ নে?"

"কেলৈ নোৱাৰিম ক'ব? পাৰিম। এই কাম শ্ৰেষ্ঠ ৰাজ্যখনে অতি সঘনে কৰিব পাৰিব। অৰ্থাৎ আটাইতকৈ অন্যায়ধৰ্ম্মী ৰাজ্যই আন যেই কোনো ৰাজ্যতকৈ বেচি ভালকৈ পাৰিব।"

মই ক'লোঁ, "তোমাৰ কথা বুজিলোঁ। কিন্তু, যিটো প্ৰশ্ন মই বিবেচনা কৰিব খুজিছোঁ সেইটো হ'ল—এখন ৰাজ্যই যেতিয়া আন এখনৰ ওপৰত প্ৰভুত্ব স্থাপন কৰে তেতিয়া প্ৰভু-ৰাজ্যখনে সেই ক্ষমতা ন্যায়ৰ বিনা-সহায়তে পায়, নে, সেই ৰাজ্যত ন্যায় অপৰিহাৰ্য্য হৈ থাকিবই লাগিব ?"

"তুমি এইমাত্ৰ কোৱামতে যদি ন্যায়েই জ্ঞান হয় তেন্তে ন্যায়ৰ সহায় লাগিবই। যদিহে মই কোৱামতে হয় তেন্তে অন্যায়ৰ সহায় লাগিব।"

"থ্ৰেচিমাকুচ, দেখিছোঁ তুমি অকল মূৰ দুপিয়াতেই বা মূৰ জোকাৰাতেই ক্ষান্ত থকা নাই, অতি সুন্দৰ সমিধানো দিছা। মই হ'লে বৰ সন্তোষ পাইছো।

"তোমাক সন্তোষ দিবৰ বাবেই এইখিনি কৰিছোঁ।

"এৰা, তোমাৰ সমান হ'ব কোন! পিচে তুমি আৰু এটা কথা ক'লে বৰ সুখী হম। বাৰু কোৱাঁচোন, নিজৰ ভিতৰতে ইটোৱে সিটোক অন্যায় কৰিবলৈ লোৱা অৱস্থাত ৰাজ্য এখনে বা সেনাবাহিনী এটাই নাইবা চোৰ-ডকাইতৰ দল এটাই কোনোবা কামত কৃতকাৰ্য্যতা লাভ কৰিব পাৰিব নে ?"

"কেতিয়াও নোৱাৰে।"

"কিন্তু, ইজনে সিজনৰ বিৰুদ্ধে কৰা এনে ধৰণৰ আচৰণৰপৰা বিৰত থাকিলে সিহঁতৰ বাবে কৃতকাৰ্য্যতাৰ সম্ভাৱনা অধিক নহ'ব নে ?"

"হয়, জৰুল হ'ব।"

"থ্ৰেচিমাকুচ, কথা হ'ল, অন্যায়ে মানুহৰ মাজত বিভেদ, শত্ৰুতা আৰু বিবাদৰ সৃষ্টি কৰে; কিন্তু ন্যায়ে একতা আৰু বন্ধুত্ব স্থাপন কৰে। নহয় জানো ?"

"হয় বুলিয়েই ধৰিছোঁ। এই বিষয়ত তোমাৰে সৈতে বিবাদ কৰিব নোখোজোঁ", তেওঁ ক'লে।

"হে মোৰ প্ৰিয় বন্ধু! সঁচাকৈয়ে তোমাৰ ওচৰত মই অশেষ ঋণী। কিন্তু কোৱাঁচোন বাৰু, য'তেই অন্যায়ে থিত লয় ত'তেই যদি অন্যায়ৰ ক্ৰিয়াই বিদ্বেষৰ ভাব জগাই তোলে, তেনেহ'লে সেই

ভাবৰ আবিৰ্ভাব হোৱাৰ লগে লগেই জানো, কি মুক্ত নাগৰিক, কি গোলাম সকলোৱেই ইটোৱে সিটোক বিদ্বেষ কৰিবলৈ আৰু সিহঁতৰ মাজত দলাদলি সৃষ্টি কৰিবলৈ নধৰিব ? সম্মিলিত হৈ কোনো কাম কৰিবলৈ জানো সিহঁত অসমৰ্থ হৈ নপৰিব ?"

"একেবাৰে সঁচা কথা।"

"আকৌ, এই অন্যায় যদি দুজনৰ মাজত থাকে তেন্তে সেই দুজনৰ ভিতৰত জানো বিবাদ আৰু বিদ্বেষ জন্ম হৈ ইজন সিজনৰ শত্ৰু নহ'ব আৰু তেওঁলোক উভয়েই ন্যায়বন্ত জনৰ শত্ৰু নহ'ব ?"

"হ'ব।"

"বন্ধুবৰ, আকৌ জানিবাঁ অন্যায়ে এজন বিশেষ ব্যক্তিৰ গাত হে থিত লৈছে। তেতিয়া অন্যায়ৰ নিজস্ব শক্তি কমিব নে অটুট হৈ থাকিব ?"

"অটুট হৈ থাকিব বুলিয়েই আমি ক'ম।

"আৰু, এই অন্যায়ৰ প্ৰভাব এনে বিধৰ যে নগৰ, পৰিয়াল, সেনাবাহিনী বা আন য'তেই ই দখল নলওক, বিভাজন আৰু বিবাদ সৃষ্টি কৰি তাকেই একগোট হৈ ঠিয় দিব নোৱৰা কৰি পেলায়। আৰু, তদুপৰি ই নিজেই নিজৰো বিৰোধী, তাক বিৰোধিতা কৰাবোৰৰো বিৰোধী আৰু ন্যায়ধৰ্মী জনৰো বিৰোধী হ'ব। নহয় জানো ?"

"নিশ্চয় হ'ব।"

সেইদৰে, এজন ব্যক্তিৰ গাত দেখা দিলেও অন্যায়ে এই একে-বোৰ কামকে কৰিব। মানসিক অন্তৰ্দ্বন্দ্ব আৰু অশান্তিৰ সৃষ্টি কৰি মানুহজনক প্ৰথমতে নিষ্ক্ৰীয় কৰি তুলিব। তাৰ পিচত তেওঁক নিজৰেই শত্ৰু কৰি তুলিব আৰু শেহত ন্যায়ধৰ্মী জনৰ বিৰুদ্ধে তেওঁৰ মনত শত্ৰুতাৰ ভাব জগাই দিব।

"এইবোৰ হ'ব।"

"তেন্তে, কোৱাঁচোন বাৰু, দেৱতাসকল জানো ন্যায়ধৰ্মী নহয়।"

"হয় বুলিয়েই ধৰিছোঁ বাৰু।"

"তেন্তে, দেৱতাসকলৰ বাবে অন্যায়ধৰ্মী জন শত্ৰু আৰু ন্যায়-ধৰ্মী জন মিত্ৰ হ'ব নেকি ?"

তেওঁ ক'লে, "দিয়া দিয়া। হেপাহ পলুৱাই তোমাৰ যুক্তি দি যোৱাঁ। মই বিৰোধ নকৰোঁ। কৰিলে, তোমাৰ সঙ্গীসকলেও ভাল নাপাব।"

মই ক'লোঁ, "তেনেহ'লে বাকী প্ৰশ্নবোৰৰো সমিধান দি মোৰ সন্তোষৰ মাত্ৰা পূৰ্ণ কৰি দিয়া। ইয়াৰ আগতে দেখুৱা হৈছিল যে কোনো প্ৰকাৰৰ সম্মিলিত প্ৰচেষ্টা কৰিবলৈ অসমৰ্থ অন্যায়ধৰ্ম্মী-সকলতকৈ ন্যায়ধৰ্ম্মীসকল জ্ঞানী, শ্ৰেয় আৰু অধিক কৰ্ম্মক্ষম। কিন্তু অন্যায়ধৰ্ম্মী মানুহৰ কোনো দলেই কেতিয়াও একত্ৰ হৈ উৎসাহেৰে কাম কৰা নাই বুলিলে ভুল কৰা হ'ব। অৱশ্যে, সিহঁত যদি অতিপাত অন্যায়ধৰ্ম্মী হ'লহেঁতেন, তেতিয়া হ'লে সিহঁতৰ ভিতৰতে ইটোৱে সিটোক আক্ৰমণ নকৰাকৈ থাকিব নোৱাৰিলে-হেঁতেন। কিন্তু এইটোও সঁচা যে সিহঁতৰ ভিতৰত অলপ হ'লেও ন্যায়ে ক্ৰিয়া কৰিছে। এইবাবেই মিত্ৰপক্ষ-শত্ৰুপক্ষ উভয়কে একে-লগে, একেটা সময়তে আক্ৰমণ কৰাৰপৰা সিহঁত বিৰত হৈ থাকিব পাৰে আৰু এইবাবেই কাৰ্য্যসিদ্ধি কৰাতো সফল হয়। আনহাতে, এই কথাও পৰিষ্কাৰ যে অন্যায় উদ্দেশ্য সাধন কৰিবলৈ যাওঁতেও সিহঁতৰ অন্যায়ধৰ্ম্ময়েই সিহঁতক বহুত দূৰ পঙ্গু কৰি ৰাখে, কিয়নো যিবোৰ মানুহ অতিপাত বদ্‌মাচ আৰু অতিপাত অধৰ্ম্মী সিহঁতেই আকৌ একেবাৰে অকৰ্ম্মণ্য হৈও পৰে। এতিয়াহে বুজি পালোঁ এইবোৰ কথা হে সত্য; তুমি প্ৰথমে যিখিনি কৈছিলাঁ সেইখিনি নহয়। কিন্তু, কথা হ'ল, ন্যায়ধৰ্ম্মী জনে অন্যায়ধৰ্ম্মী জনতকৈ শ্ৰেয় জীৱন নিৰ্ব্বাহো কৰে নে নকৰে আৰু অন্যায়ধৰ্ম্মীজনতকৈ অধিক সুখীও হয় নে নহয়—এই প্ৰশ্নটো আমি বিবেচনা কৰিবলৈ ৰাখিছিলোঁ নহয়। সেইটোকে এতিয়া পৰীক্ষা কৰি চোৱা যাওক। এতিয়া মই ক'বলৈ গ'লে আমাৰ আলোচনাৰপৰা এইটো পৰিষ্কাৰ হৈ ওলাইছে যে ন্যায়ধৰ্ম্মী জন অন্যায়ধৰ্ম্মী জনতকৈ শ্ৰেয় আৰু সুখী। তত্ৰাচ, এই প্ৰশ্নটো অধিক সতৰ্কতাৰে পৰীক্ষা কৰা প্ৰয়োজন; কিয়নো আমাৰ আলোচ্য বিষয়টো উলামুলা বিষয় নহয়। ই হ'ল মানুহে কেনে প্ৰকাৰে জীৱন নিৰ্ব্বাহ কৰিব লাগে তাৰ প্ৰশ্ন।"

"তেনেহ'লে কৰোঁহক।"

"কৰিম বাৰু। পিচে, কোৰাঁচোন, ঘোঁৰাৰ নিজা কাম বুলি কিবা এটা আছে বুলি ভাবাঁ নে বাৰু?"

"ওঁ, ভাবোঁ।"

"বাৰু, ঘোঁৰা বা তেনে আন যেই সেই কিবা এটাৰ এনে এটা কামৰ নাম দিব পাৰিবাঁ নে যিটো সম্পাদন কৰিব ঘোঁৰাটো বা কিবাটো নহ'লে কোনোমতেই নোৱাৰি, অথবা ঘোঁৰাটো বা কিবাটোৱেই হ'ল কামটো কৰাৰ উৎকৃষ্ট মাধ্যম?"

"তোমাৰ কথাষাৰ মই বুজিবপৰা নাই।"

"বাৰু। এইফালে চোৱাঁচোন। চকু বিনে অইন কিহবাৰে তুমি দেখা নে?"

"কেনেকৈ দেখিম?"

"কাণ বিনে অইন কিহবাৰে তুমি শুনিবলৈ পোৱা নে?"

"নাপাওঁ।"

"তেনেহ'লে, দেখাটো আৰু শুনাটো এই ইন্দ্রিয় দুটাৰ কাৰ্য্য বুলি কোৱাটো ন্যায়সঙ্গত নহ'ব জানো?"

"হ'ব। কিয় নহ'ব।"

"আকৌ চোৱাঁ। আঙুৰৰ গছৰ আগটো তুমি মঙ্গহ-কটা কটাৰী এখনেৰে বা বটালি এটাৰে নাইবা হ'ৰেক-ৰকমৰ সঁজুলিৰে কাটিব পাৰাঁ—নোৱাৰি জানো?"

"পাৰি।"

"কিন্তু মই কওঁ, কলম-কটাৰীখন বিনে অইন কোনো সঁজুলিয়েই কলম দিবৰ ইমান উপযোগী হ'ব নোৱাৰে।"

"হয়। নোৱাৰে।"

"তেন্তে, কলম দিয়াটোকে কলম-কটাৰীৰ কৃত্য বুলি নক'ম জানো?"

"কিয় নকম—নিশ্চয় ক'ম।"

"এতিয়া। তোমাৰপৰা মই ঠিক কিটো জানিবলৈ বিচাৰিছোঁ সেই কথা তুমি বোধকৰোঁ সহজে বুজিবাঁ, যদিহে মই তোমাক এই বুলি সোঁধো:—বস্তু এটাৰ কৃত্য মানে সেইটো কামেই নহয়

জানো যিটো সাধন কৰিবলৈ সেই বস্তুটোৱেই একমাত্ৰ অথবা উৎকৃষ্ট সঁজুলি ?"

"এতিয়া বুজি পালোঁ। যি কোনো বস্তুৰেই কৃত্য ঠিক সেইটোৱেই হ'ব।"

"তেনে হ'লে তুমি জানো এই বুলিও নকবাঁ নে যে যিটো বস্তুৰেই এক নিৰ্দ্দিষ্ট কৃত্য আছে তাৰেই এক নিজা ধৰ্ম্মও আছে ? বাৰু। একে কেইটা উদাহৰণকে প্ৰয়োগ কৰি চাওঁ। আমি কৈছোঁ নহয় চকুৰ এটা কৃত্য আছে ! নহয় জানো ?"

"আছে।"

"তেনেহ'লে চকুৰ ধৰ্ম্মও এটা আছে নে নাই ?"

"আছে।"

"আৰু কাণ দুখন ? কাণৰ বাবেও কৃত্য নিৰূপণ কৰিছিলোঁ নে নাই ?"

"কৰিছিলোঁ।"

"তেনে হ'লে কাণৰো এটা ধৰ্ম্ম আছে ?"

"আছে।"

"তেন্তে এই কথাই বাকী সকলোতে নাখাটিব জানো ?"

"খাটিব।"

"আকৌ শুনাচোন : চকুৰ যদি নিজা গুণ নেথাকিলহেঁতেন তেন্তে চকুৱে নিজৰ কৃত্য ভালকৈ সম্পাদন কৰিব পাৰিলেহেঁতেন বুলি ভাবাঁ নে ? অৰ্থাৎ সেই গুণৰ ঠাইত যদি হে এটা দোষ হ'লহেঁতেন ?"

"কেনেকৈ সম্ভব হ'ব ? তুমি বোধকৰোঁ ক'ব খুজিছাঁ যদিহে দৃষ্টিশক্তিৰ সলনি অন্ধতা দিয়া হয় তেতিয়া কি হ'ব ?"

"মোৰ কথা হ'ল, যি বিশিষ্ট গুণেই নেথাকক, সেই কথালৈ এতিয়া মই অহা নাই। বৰ্ত্তমানে মই সুধিছোঁ এইটো হে যে এটা বস্তুৱে নিজৰ বিশিষ্ট গুণৰ বলত নিজৰ ন্যায্য কৃত্য ভালকৈ সম্পাদন কৰে নে নকৰে আৰু সেইদৰে নিজা বিশিষ্ট দোষৰ বাবে নিজৰ ন্যায্য কৃত্য সম্পাদনত বেয়া হৈ যায় নে নেযায় ?"

"এইদৰে সোধাত তোমাৰ ভুল হোৱা নাই।"

"তেন্তে কাণে নিজ ধৰ্ম্ম হেৰুৱালে নিজৰ কৃত্য সম্পাদন কৰাত অসুবিধা হ'ব নেকি ?"

"নিশ্চয় হ'ব।"

"এই সূত্ৰকে আমি সকলোতে খটুৱাব পাৰিম নে বাৰু ?"

"মই ভাবোঁতে পাৰিম।"

"তেনে হ'লে এতিয়া সেই কথাকে আলোচনা কৰোঁ। আত্মাৰ এনে কোনো কৃত্য আছে নে যিটো অন্য কোনেও কৰিব নোৱাৰে ? উদাহৰণ স্বৰূপে ধৰা—পৰ্য্যবেক্ষণ, শাসন, বিচাৰ বা তেনে ধৰণৰ অন্যান্য কৃত্য। এইবোৰ কৃত্য আত্মাৰ বাদে অন্যৰ হাতত আমি ন্যায়তঃ শোধাব পাৰিম নে ? নে এইবোৰক আমি ন্যায়ৰ নিজা বিশিষ্ট কৃত্য বুলি ধৰিম ?"

"এইবোৰ আমি অইন কাকো দিব নোৱাৰোঁ।"

"বাৰু তেনে, জীৱন ধাৰণক আমি আত্মাৰ কৃত্য বুলি কম নে ?"

"নিশ্চয়।"

"আত্মাৰ এটা নিজা ধৰ্ম্ম আছে বুলি জানো আমি কোৱা নাই।"

"কৈছো।"

"বাৰু থে্ৰচিমাকুচ, এনে কথাও কেতিয়াবা হ'ব পাৰে নে যে নিজ বিশিষ্ট ধৰ্ম্মৰপৰা বঞ্চিত হৈয়ো আত্মাই নিজৰ কৃত্য সম্পাদন কৰি যাব পাৰিব ? নে এনে কথা অসম্ভৱ ?"

"অসম্ভৱ।"

"তেনে হ'লে অধম আত্মাৰ শাসন আৰু পৰ্য্যবেক্ষণ কাৰ্য্য অধম হ'ব আৰু উত্তম আত্মাৰ সকলো কথাই উত্তম হ'ব।"

"নিঃসন্দেহে।"

"পিছে আমি জানো এইটো স্থিৰ কৰা নাছিলোঁ যে ন্যায় হ'ল আত্মাৰ বিশিষ্ট গুণ আৰু অন্যায় হ'ল আত্মাৰ বিশিষ্ট দোষ ?"

"কৰিছিলোঁ।"

"এতেকে সজ আত্মা আৰু সজ পুৰুষ উত্তম জীৱনৰ অধিকাৰী হ'ব আৰু অসৎ পুৰুষে অধম জীৱন যাপন কৰিব। নহয় জানো ?"

"তোমাৰ যুক্তি অনুসৰি হয়।"

"আৰু, এইটোও বোধকৰোঁ মানিবা যে যি জনে উত্তম জীৱন

যাপন কৰে তেৱেঁই ভাগ্যৱন্ত আৰু সুখী ; আৰু যি তাৰ বিপৰীত জীৱন যাপন কৰে তাৰ অৱস্থাও বিপৰীত।"

"নিঃসন্দেহে।"

"এতেকে ন্যায্য পুৰুষ সুখী আৰু অ-ন্যায্য পুৰুষ দুখী।"

"বাৰু, সেই বুলিয়েই ধৰিছোঁ।"

"কিন্তু, এইটোও ঠিক যে সুখ হে সুবিধাজনক, দুখ নহয়।"

"হেৰা ছক্ৰেটিচ, এয়েই তোমাৰ বাবে বেণ্ডিছৰ[1] সম্মানাৰ্থে দিয়া ভোজৰ আনন্দ হওক।"

"থ্ৰেচিমাকুচ, তুমি যে ইমানতে শাম কাটিলা আৰু মোৰ ওপৰত কোনো খং-ৰাগ নকৰিলা সেইবাবে তোমাক ধন্যবাদ দিছোঁ। তথাপিও পিচে মোক যি ধৰণে আপ্যায়িত কৰিব লাগিছিল সেইটো কৰা নহ'ল। অৱশ্যে সেইবাবে দোষ মোৰেই। বিলনীয়াই কাঁহী লৈ যাওঁতেই তোমাৰ লগৰ খকুৱা দলটোৱে জপিয়াই পৰি মোকোৰা-মোকোৰে খাবলৈ ধৰিলে। এবিধৰ সোৱাদ ল'বলৈ নৌ পাওঁতেই সিহঁতে আকৌ অইন এবিধত মুখ দিয়েই। মোৰ নিজৰ অৱস্থাও তেনেই হ'ল। ন্যায়ৰ প্ৰকৃত স্বৰূপ সম্পৰ্কে যিটো প্ৰশ্নৰ বিচাৰ প্ৰথমেই কৰিবলৈ লৈছিলোঁ তাৰ সমিধান বিচাৰি পোৱাৰ আগতেই অন্য কথালৈ গৈ প্ৰশ্নটো তাতেই এৰি পেলোৱা হ'ল। ন্যায়ৰ প্ৰকৃতি কি নজনাকৈ সেই অজ্ঞাত বস্তুটো নো কি, অৰ্থাৎ ই এবিধ অধৰ্ম্মই নে অজ্ঞতা অথবা ধৰ্ম্মই নে জ্ঞানেই এই বিচাৰত জপিয়াই পৰিলোঁহি। আকৌ, যেতিয়া ন্যায়তকৈ অন্যায় বেচি লাভজনক বুলি নতুন যিদ্ধান্ত এটা আহি ওলালহি তেতিয়া সিটোক এৰি মইও এইটোত নধৰাকৈ নোৱাৰিলোঁ। গতিকে এই কথোপকথনৰপৰা মোৰ একো জ্ঞানেই লাভ নহ'ল। ন্যায় নো কি তাকেই গম নেপালোঁ। তেনেস্থলত ন্যায় প্ৰকৃততে এবিধ সদ্‌গুণ হয় নে নহয় নাইবা ন্যায়ৰ গৰাকীজন সুখীয়েই নে দুখী সেইবোৰ জনাৰ কথাই নুঠে।

---

১। ১ম পৃষ্ঠাৰ টোকা চাওক।

## দ্বিতীয় খণ্ড

এই মন্তব্য দিয়াৰ পাচত মই ভাবিছিলোঁ আলোচনাৰ ইমানতে সামৰণি পৰিব। কিন্তু দেখা গ'ল সেই মন্তব্য গৈ পাতনি হে হ'ল। থ্ৰেচিমাকুচক ইমানতে এৰি দিবলৈ গ্লকণ ৰাজী নহ'ল। আগতেও সকলো ক্ষেত্ৰতে যেনে অসীম সাহস দেখুৱাই আহিছে, এইবাৰো তেনে সাহসৰ পৰিচয় দি গ্লকনে আৰম্ভ কৰিলে:— "ছক্ৰেটিচ, অন্যায়ধৰ্ম্মী হোৱাত কৈ ন্যায়ধৰ্ম্মী হোৱাটো যে সকলো প্ৰকাৰে উত্তম সেই কথা আমাক সঁচাকৈয়ে বুজাই দিব খুজিছাঁ নে বুজোৱাৰ ভাও হে ধৰিছাঁ?"

মই ক'লোঁ "শক্তি থকা হ'লে তোমালোকক সঁচাকৈয়ে বুজাই দিলোঁহেতেন।"

তাৰ পিছত তেওঁ ক'লে, "অ' তেনেহ'লে তুমি যিটো কৰিব খুজিছাঁ সেইটো কৰা নাই। বাৰু কোৱাঁচোন, তোমাৰ মতে এনেকুৱা এবিধ কিবা আছে নে যাক অধিকাৰ কৰিবলৈ পালে আমি আনন্দ পাওঁ—অৱশ্যে সেই বস্তুৰপৰা যে কিবা লাভ হ'ব সেই বুলি নহয়, মাত্ৰ বস্তুটো পোৱাৰ আনন্দৰ বাবেই হে। উদাহৰণ স্বৰূপে ধৰাঁ— আনন্দ উপভোগৰ অনুভূতি আৰু সেই ধৰণৰ নিৰ্ম্মল আনন্দ অৰ্থাৎ যিবোৰ বস্তুৰ প্ৰাপ্তিৰ পাছত বিমল আনন্দ বাদে অন্য একো পোৱা নাযায়।"

"হয়, এই নিচিনা এবিধ আনন্দ আছে।"

"আৰু এবিধ আছে নে যি বোৰক আমি সেইবোৰৰ নিজ গুণ, আৰু সেইবোৰৰপৰা পোৱা লাভ, উভয়ৰে বাবেই প্ৰশংসা কৰোঁ?— যেনে, বুদ্ধি, দৃষ্টিশক্তি, স্বাস্থ্য। মই দেখাত দুয়োটা কাৰণতেই এই কেইটা আমাক লাগে। তুমি বাৰু কি ভাবাঁ?"

"আছে।"

"তৃতীয় আৰু এবিধ বস্তু আছে যাৰ ভিতৰত পৰে ব্যায়াম শিক্ষা, অসুখ হ'লে চিকিৎসা কৰোৱা আৰু চিকিৎসা-প্ৰথা আৰু ধন উপাৰ্জ্জন কৰাৰ অন্য সকলো বিধ উপায়। এনেবোৰ বস্তুকে আমি বিৰক্তিকৰ কিন্তু আমাৰ উপকাৰী বুলি ধৰিব পাৰোঁ। ঠিক বস্তু হিছাপে চাবলৈ এইবোৰ আমাক দৰ্কাৰ নহয়, অথচ এইবোৰ লাগে তাৰপৰা হোৱা লাভ আৰু অন্যান্য উপকাৰৰ বাবে।"

"হয়। এনে ধৰণৰ তৃতীয় বিধ বস্তু থকাটো সঁচা। পিছে, থাকিলেই জানিবাঁ?"

"তুমি বাৰু এই তিনি বিধৰ কোন বিধত ন্যায়ক পেলাবাঁ?"

"মই পেলাম সৰ্বোচ্চ বিধত। অৰ্থাৎ উত্তম বিধ বস্তুত—প্ৰকৃত সুখৰ সন্ধানত থকাজনে যিবিধ বস্তুক বস্তু হিছাপেও আদৰ কৰিব আৰু সেই বস্তুৰপৰা হোৱা ফলাফলকো আদৰ কৰিব।"

"তেনেহ'লে অনেকৰ মতৰ লগত তোমাৰ মত নিমিলে। সৰহভাগ মানুহে ন্যায়ক বিৰক্তিকৰ শ্ৰেণীত ধৰে, অৰ্থাৎ যিটো বস্তু হিছাপেও আৰু নিজ গুণেও অপ্ৰিয় আৰু অৰুচিকৰ কিন্তু লাভ আৰু যশস্যা অৰ্জ্জন কৰিবলৈ তাক দৰ্কাৰ, সেই বুলি ধৰে।"

"হয়। অনেকে এই বুলি কয়। থ্ৰেচিমাকুচেও এই ভাবতেই ভালেমান সময়ৰেপৰা ন্যায়ক উপলুঙা কৰি অন্যায়ক প্ৰশংসা কৰি আহিছে। অৱশ্যে মই সিমান পণ্ডিত মানুহ নহয়।"

"বাৰু মোৰ কথাখিনিও শুনি লোৱাঁচোন আৰু তোমাৰ মত কি তাকো জনোৱা। দেখিলোঁ থ্ৰেচিমাকুচেও সাপৰ দৰে তোমাৰ মোহিনী শক্তিত ভোল গ'ল। যিমান সোনকালে তেওঁ বশ হ'ব লাগিছিল তাতোকৈ বহুত আগতেই হ'ল, কিন্তু ন্যায় আৰু অন্যায়ৰ যি ব্যাখ্যা দিয়া হৈছে তাত মই হ'লে এতিয়ালৈকে সন্তুষ্ট হ'বপৰা নাই। এই দুয়োৰেপৰা পোৱা লাভ আৰু অন্যান্য ফলাফলৰ বিবেচনা এৰি, আত্মাত উভয়ে থিত লৈ থকা অৱস্থাত নিজ নিজ গুণত ন্যায় আৰু অন্যায় নো কি বস্তু আৰু এই দুয়োৰে নো কি প্ৰভাৱ, সেইটোহে শুনিবলৈ বৈ আছোঁ। তোমাৰ আপত্তি নহ'লে আলোচনাটো এইদৰেই কৰোঁহক—মই থ্ৰেচিমাকুচৰ যুক্তিকে

পুনৰ উত্থাপন কৰিম আৰু প্ৰথমে ন্যায়ৰ প্ৰকৃতি আৰু উৎপত্তিৰ বিষয়ে থকা চলিত মতটোকে দাঙি ধৰিম। দ্বিতীয়তে মই ক'ম যে যি-সকলে ন্যায় আচৰণ কৰে তেওঁলোকে নিজৰ ইচ্ছাৰ বিৰুদ্ধে হে সেই কাম কৰে। ন্যায় আচৰণ কৰাটো যে কিবা ভাল কথা সেই বুলি নহয়, এনে আচৰণ নকৰি নোৱাৰে, সেই বাবে হে। তৃতীয়তে, অন্যায় আচৰণ কৰোঁতে এই সকলে যুক্তিসন্মতভাৱে চলে, কিয়নো অন্যায়ধৰ্ম্মী জনৰ জীৱন ন্যায়ধৰ্ম্মী জনৰ জীৱনতকৈ বহুগুণে শ্ৰেয় বুলি মানুহে কয়। ছক্ৰেটিচ, মই নিজে এইদৰে ভাবোঁ বুলি নধৰিবাঁ। কথা হ'ল, থ্ৰেচিমাকুচ আৰু তেওঁৰ দৰে হেজাৰ-বিজাৰে কোৱা কথাবোৰ মোৰ কাণত এনেকৈ গুমগুমাই আছে যে মই বিমোৰত পৰিছোঁগৈ। ইফালে অন্যায়তকৈ ন্যায় শ্ৰেয় বুলি প্ৰমাণ কৰিবলৈ দিয়া সন্তোষজনক যুক্তি শুনিবলৈ পোৱাই নাই। মই শুনিব খুজিছোঁ ন্যায়ক ন্যায় হিচাপে প্ৰশংসা কৰাটো হে। এই বিষয়ত কোনোবাই পাৰিলে আৰু তুমিয়েই হে ক'ব পাৰিবাঁ। গতিকে তোমাৰপৰা শুনিব খুজিছোঁ। এতেকে অন্যায়ধৰ্ম্মী জীৱনক মই যিমান পাৰোঁ সিমানে প্ৰশংসা কৰিম আৰু তাকে কৰি, পিছত অন্যায়ক নিন্দা আৰু ন্যায়ক প্ৰশংসা কৰি তুমি কি ধৰণে উত্তৰ দিয়াটো বিচাৰোঁ তোমাৰ আগত তাৰে এটা নিদৰ্শন দাঙি ধৰিম। মোৰ এই আঁচনি এতিয়া তোমাৰ মন:পুত হয় নে নহয় চোৱাঁচোন।"

"মনঃপুত নহ'ব কিয়? যি কোনো গুণগ্ৰাহী লোকৰ বাবেই পুনৰপি আলোচনা কৰিবলৈ আৰু অন্য পক্ষৰ মতামত শুনিবলৈ এনে এটা বিষয়তকৈ আৰু কি ভাল বিষয় ওলাব?"

"সুন্দৰ কথা কৈছাঁ। এতিয়া ন্যায়ৰ প্ৰকৃতি আৰু উৎপত্তিৰ বিষয়ে মোৰ প্ৰথম প্ৰসঙ্গটো উলিয়াওঁ তেনে।"

"সাধাৰণতে কোৱা হয় যে অন্যায় আচৰণ কৰাটো স্বৰূপতে ভাল কথা আৰু অন্যায় ভোগ কৰাটো বেয়া কথা। কিন্তু প্ৰথমটোৰ-পৰা উপকাৰতকৈ পিছৰটোৰপৰা পোৱা অপকাৰ বহুত বেছি। আৰু সেই গতিকেই অন্যায় আচৰণ কৰা আৰু অন্যায় ভোগ কৰা দুয়োবিধৰ সোৱাদ পোৱাৰ পাছত যি সকলে পিছৰটোৰ হাত সাৰিব আৰু আগৰটো বোধ কৰিব নোৱাৰে, সেই সকলে নিজৰ ভিতৰত

পৰম্পৰে অন্যায় কাৰ্য্যৰপৰা বিৰত থকাৰ বাবে স্থিৰ কৰি লোৱাটোকে উচিত ব্যৱস্থা বুলি ধৰে। এই কাৰণতেই প্ৰৱৰ্ত্তন হ'ল বিধি-বিধান আৰু পাৰম্পৰিক চুক্তি সম্পাদনৰ ব্যৱস্থা। সেই বাবেই বিধানে যিহকে নির্দ্দেশ দিয়ে তাকে ন্যায়সঙ্গত আৰু বিধিসম্মত বুলি কোৱাৰ ব্যৱস্থা প্ৰৱৰ্ত্তন হ'ল। ইয়াৰেই নাম দিয়া হ'ল ন্যায়। এইদৰেই জন্ম হ'ল ন্যায়ৰ। আৰু, এই ন্যায় ঠিয় দিলে দুই মুৰে দুটা চৰম সীমাৰ মধ্যৱৰ্ত্তী স্থানত—এমূৰে, যিটো উত্তম অৰ্থাৎ নিৰাপদে অন্যায় কৰাটো আৰু আনমূৰো যিটো অধম অৰ্থাৎ উপায়হীন হৈ অন্যায় সহ্য কৰি থকাটো। দুই চৰম সূত্ৰৰ মধ্যস্থ হিছাপে ন্যায় আচৰণৰ এই সূত্ৰকে আনন্দ মনেৰে গ্ৰহণ কৰা হ'ল। অৱশ্যে প্ৰকৃততে এই সূত্ৰক ভাল বুলি নহয়, অন্যায় আচৰিবলৈ শক্তি নথকাত ইয়েই দৰ্কাৰী হৈ পৰাত হে। সকলো মানুহেই এইটো কয় যে যি জনৰ গাত অন্যায়ধৰ্ম্মী হোৱাৰ শক্তি আছে আৰু যি জন মানুহ মানুহ নামৰ লায়ক হয়, তেওঁ এনে দুৰ্ব্বল নহয় যে কাৰবাৰ সৈতে এনে এটা চুক্তি কৰিবগৈ যিটো চুক্তিমতে উভয় পক্ষই অন্যায় আচৰণ বৰ্জ্জন কৰিব লাগিব। ছক্ৰেটিচ, এয়েই হ'ল ন্যায়ৰ প্ৰকৃতি আৰু উৎপত্তি হোৱা পৰিস্থিতিৰ সম্পৰ্কত প্ৰচলিত বিশ্বাস।

"মোৰ দ্বিতীয় প্ৰসঙ্গ হ'ল, মানুহে ইচ্ছাৰ বিৰুদ্ধে ন্যায় উলঙ্ঘা কৰিব নোৱাৰি হে ন্যায় আচৰণ কৰে। অতি সহজে এই সত্য বুজিবৰ বাবে মই এক কাল্পনিক পৰিস্থিতিৰ উদাহৰণ দাঙি ধৰোঁ—ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মী উভয়কে সমানে যি ইচ্ছা তাকে কৰিবলৈ অবাধ স্বাধীনতা দিয়া যাওক। তাৰ পিছত তেওঁলোকে কি কৰে নিৰীক্ষণ কৰা হওক। নিজ নিজ প্ৰকৃতিয়ে কোন জনক কোন ফালে টানি নিয়ে চোৱা যাওক। তেনে অৱস্থাত হঠাতে ন্যায়ধৰ্ম্মী জনৰ ওচৰলৈ গ'লে আমি তেওঁক অন্যায়ধৰ্ম্মী জনেৰে সৈতে একে পথকে অনুসৰণ কৰা দেখিমগৈ। আমাক দেখি তেওঁ থতমত খাব। লোভী কামনাৰ বশৱৰ্ত্তী হৈয়েই ন্যায়ধৰ্ম্মী জনে এই কাম কৰিব। সকলো প্ৰাণীয়েই এনে কামনাৰ তৃপ্তি সাধনকে উত্তম বুলি ধৰি লৈ সহজতে তাৰ পিছ লয়। তেনেকুৱাতে আইনে

সেই পথ অনুসৰণ কৰাত বাধা দিয়েহি আৰু সমতাৰ নীতি মানি চলিবলৈ বাধ্য কৰে। অৱশ্যে অতীজত বিখ্যাত লাইডিয়ান বংশৰ উপৰি পুৰুষ জাইজিছেৰ যাদুকৰী আঙঠিৰপৰা যি ক্ষমতা পাইছিল বুলি কোৱা হয় সেইখিনি ক্ষমতা পোৱাহেঁতেন উভয়ে যথেচ্ছা কাম কৰাৰ অবাধ স্বাধীনতা ভালকৈয়ে উপভোগ কৰিলেহেঁতেন। জাইজিছ আছিল লাইডিয়া ৰাজ্যৰ এক ভেৰাৰখীয়া। এদিনাখন ভয়ানক ধুমুহা-বৰষুণ আৰু ভূমিকম্প হৈ পৃথিবী ফাটি ছিটাছিট হৈ গ'ল। জাইজিছে যি ঠাইত ভেৰা ৰখি আছিল তাতে প্ৰকাণ্ড ফাট এটা মেল খালে। এই আচৰিত ঘটনা দেখি ফাটটোৰ ভিতৰত নো কি আছে চাবলৈ বুলি সি ফাটৰ ভিতৰলৈ সোমাই গ'ল। পৌৰাণিক কাহিনীত বৰ্ণনা কৰা মতে সি গৈ তাত অলেখ বিতোপন বস্তু পালেগৈ আৰু তাৰ মাজতে ভিতৰ-ফোঁপোলা পিতলৰ ঘোঁৰা এটাও দেখিলে। এই ঘোঁৰাটোৰ গাত দুই ফালে খিৰিকী আছিল আৰু এই খিৰিকীয়েদি জুমি চাই সি দেখিলে ঘোঁৰাটোৰ ভিতৰত বিৰাট আকাৰৰ মানুহৰ শ এটা পৰি আছে। শ-টোৰ হাতত থকা সোণৰ আঙঠি এটাকে সোলোকাই লৈ সি ওলাই আহিল। তাৰ পাছতে, যি দিনা ভেৰাৰখীয়াইঁতে ৰজালৈ ভেৰাবোৰৰ অৱস্থাৰ বিষয়ে জনাবলৈ মাহেকীয়া সভা পাতিছিল সেইদিনা সি লগৰীয়াইঁতৰ সৈতে সভালৈ আহোঁতে আঙঠিটো পিন্ধি আহিছিল। লগৰীয়াইঁতৰ মাজত বহি থাকোঁতেই আঙঠিৰ মেৰটো এপাকত তলুৱাৰ ফালে পাক খাই গ'ল। তাৰ লগে লগেই সি ও অদৃষ্ট হৈ পৰিল। লগৰীয়াবোৰেও সি গ'লগৈ বুলি ধৰি তাৰ বিষয়েই আলোচনা কৰিবলৈ ধৰিলে। এই কাণ্ড দেখি সি বৰ আমোদ পালে। আঙঠিৰ মেৰটো আকৌ বাহিৰ ফালে পকাই দিলে। লগে লগেই সি আকৌ সকলোৰে মাজত দেখা হৈ পৰিল। আঙঠিটোৰ এই হেন প্ৰভাৱ দেখি আঙঠিটোৰ গুণ প্ৰকৃততে সেইটোৱেই হয় নে নহয় পৰীক্ষা কৰি চালে। প্ৰমাণ পোৱা গ'ল, আঙঠিৰ মেৰটো তলুৱাৰ ভিতৰ ফালে পকাই দিলে সি অদৃশ্য হৈ পৰে আৰু আকৌ বাহিৰৰ ফালে পকাই দিলেই আগৰ দৰে তাক সকলোৱে দেখা পায়। এই আৱিস্কাৰ কৰি উঠিয়েই ততালিকে

সি ৰজাৰ বাতৰি-কঢ়িওৱা ৰাজদূতৰ কাম এটা যোগাৰ কৰি ল'লে। ৰাজদূত হৈ ৰজাৰ কাৰেং পাই সি ৰাণীকো হাত কৰিলগৈ। ৰাণীৰে সৈতে ল'গলাগি ষড়যন্ত্ৰ কৰি ৰজাক হত্যা কৰি সি সিংহাসন দখল কৰিলেগৈ।

"যদি হে এনেকুৱা দুটা আঙঠি থাকে আৰু ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মী দুয়োজনে গাইপতি একোটাকৈ পিন্ধি লয়, তেতিয়া হ'লে কোনো জনেই একেবাৰে প্ৰলোভন-মুক্ত হৈ সদায় ন্যায় আচৰণ কৰিব বুলি ভবাৰ স্থল নেথাকিব। নিজ ইচ্ছামতে নিৰ্ব্বিঘ্নে যিহকে লাগে তাকে বজাৰৰপৰা আনিবপৰা ক্ষমতা পায়ো এনে জনে ওচৰ-চুবুৰীয়াৰ সম্পত্তিত হাত দিয়াৰপৰা বিৰত থাকিব বুলি ভাবিব নেলাগিব; অথবা খুচীমতে লোকৰ ঘৰৰ ভিতৰ সোমাই যাৰে লগত ইচ্ছা সঙ্গম কৰাৰ বা যাকে ইচ্ছা হত্যা কৰা বা বন্দীশালৰ-পৰা বন্দী উলিয়াই অনাৰ বা অন্যান্য সকলো ক্ষেত্ৰতে মানুহৰ সমাজত দেৱতাৰ প্ৰভুত্ব খটুৱাৰ প্ৰলোভনো এৰিব বুলি ধৰিব নেলাগে। এইদৰে নিজ অভিলাষ পুৰণত ন্যায়ধৰ্ম্মী জনেও হুবহু অন্যায়ধৰ্ম্মীজনৰ দৰেই কৰিব। এতেকে দুইজনেই একে পথকে অনুসৰণ কৰিব। ইয়েই নিশ্চয়কৈ প্ৰমাণ দিব যে কোনোৱেই স্বইচ্ছায় ন্যায়ধৰ্ম্মী নহয়। বাধ্যত পৰি হে হয়; কিয়নো ন্যায়ধৰ্ম্মী হোৱাটো কাৰো উপকাৰত নাহে। গতিকে সুবিধা পালেই সকলোৱে ন্যায়-বিধি উলঙ্ঘা কৰে। মানুহে এনে কৰাৰ মূলতে হ'ল, প্ৰত্যেকেই ভাবে ব্যক্তিগত জীৱনত ন্যায়তকৈ অন্যায় বেচি লাভজনক। এই মতবাদৰ সমৰ্থকসকলৰ মতে এইদৰে ভবাটো উচিত। হাতৰ মুঠিতে অবাধ সুযোগ পায়ো কোনোবাই যদি অন্যায় কৰিবলৈ নাইবা লোকৰ সম্পত্তি দখল কৰিবলৈ অমান্তি হয় তেন্তে যেয়েই এই কথা গম পাব সেয়েই তেনেজন লোকক একেবাৰে অকৰ্ম্মন্য আৰু নিৰ্ব্বোধ বুলি হে ধৰিব। অৱশ্যে বাহিৰে দেখুৱাই ইজনে সিজনৰ আগত সেইজনক প্ৰশংসা কৰি মনৰ ভিতৰৰ আচল ভাব লুকুৱাই ৰাখিব, জানোচা আকৌ তেওঁলোকৰ ওপৰতে কোনোবাই আহি অন্যায় কৰেহি। বাৰু এই প্ৰসঙ্গ ইমানতে থলোঁ।

"কিন্তু প্ৰকৃততে এই দুজনৰ ভিতৰত কোন জনৰ জীৱন শ্ৰেয়

সেইটো নিৰ্ণয়ৰ বেলিকা আমি সঠিক সিদ্ধান্তলৈ আহিব পাৰিম সম্পূৰ্ণ ন্যায়ধৰ্ম্মী জনৰ লগত অতিপাত অন্যায়ধৰ্ম্মী জনৰ প্ৰভেদ ৰিজাই চাই লৈ হে। তাকে কৰাৰ বাদে অন্য উপায়ো নাই। পিচে, এতিয়া কথা হ'ল, কি হিচাপে ৰিজাম? ৰিজাব 'লাগিব এইদৰে— আমি এই ক্ষেত্ৰত অন্যায়ধৰ্ম্মী জনৰ অন্যায় আচৰণত নাইবা ন্যায়ধৰ্ম্মী জনৰ ন্যায় আচৰণত কোনো প্ৰকাৰৰ ন্যূনতা থাকিবলৈ দিব নালাগে। প্ৰতিবিধেই নিজ নিজ আচৰণত সম্পূৰ্ণ নিছিদ্ৰ বুলি ধৰিব লাগিব। এতেকে প্ৰথম কথা হ'ল, এজন নিপুণ খনিকৰে কৰাৰ দৰে অন্যায়ধৰ্ম্মী জনেও কাম কৰিব। প্ৰথম শ্ৰেণীৰ নাবিক বা চিকিৎসক এজনে, নিজৰ কলাই কোনটো কৰিব পাৰে বা কোনটো নোৱাৰে তাৰ প্ৰভেদ বুজি পায়। গতিকে যেতিয়া পৰা বিধত ধৰে তেতিয়া নোৱৰা বিধত নধৰে। তদুপৰি কেনেবাকৈ ক'ৰবাত ভুলকৈ খোজ পেলালেও নিজকে ৰক্ষা কৰিব জানে। সেইদৰেই চূড়ান্ত অন্যায়ধৰ্ম্মী এজনৰ ধাৰণা কৰোঁতেও আমি এইটো অৱশ্যেই ধৰি ল'ব লাগিব যে অন্যায় কামত অগ্ৰসৰ হওঁতে তেওঁ কোনো ভুল নকৰে আৰু কেতিয়াও ধৰাও নপৰে। ধৰা পৰিলে কিন্তু তেওঁক অপদাৰ্থ বুলি ধৰিব লাগিব; কিয়নো, প্ৰকৃততে ন্যায়ধৰ্ম্মী নোহোৱাকৈও ন্যায়ধৰ্ম্মী যেন দেখুৱাব পৰাটোৱেই হ'ল নিখুঁত অন্যায়ৰ নিদৰ্শন। গতিকে সম্পূৰ্ণ অন্যায়ধৰ্ম্মী জনৰ গাত থকা অন্যায়ৰ লেশ মাত্ৰও নকমাই আমি তেওঁক চূড়ান্ত অন্যায়ৰ গৰাকী বুলি ধৰিম। অতিপাত অন্যায় কাৰ্য্য কৰিও তেওঁ ন্যায় কাম কৰা বুলি উচ্চ প্ৰশংসা লাভ কৰিব পাৰে বুলিও ধৰিম। অন্যায় কাৰ্য্য কৰিবলৈ যাওঁতে তেওঁ যদি কেনেবাকৈ ক'ৰবাত পিছলো খায় কিম্বা তেওঁৰ কুকৰ্ম্মৰ বাবে কোনোবাই সমালোচনাও কৰে, তেতিয়া হ'লেও নিজৰ বাকপটুতাৰ সহায়েৰেই বা সাহস আৰু শক্তিৰ বলেৰে সেইবোৰৰ প্ৰতিকাৰ কৰিব পাৰিব। তদুপৰি, আত্মৰক্ষাৰ বাবে যদি কেতিয়াবা বলপ্ৰয়োগ কৰিবও লগা হয় তেন্তে সেই কাম সমাধা কৰিবৰ বাবে তেওঁৰ হাতত সমৰ্থক আৰু ধনৰ নাটনিও নহ'ব। এতেকে, আমাৰ অন্যায়ধৰ্ম্মী পুৰুষ জন হ'ল এইজনেই। এতিয়া যুক্তি অনুক্ৰমে ন্যায়ধৰ্ম্মী পুৰুষক অন্যায়ধৰ্ম্মী-

জনৰ কাষতে ৰাখোঁ। ন্যায়ধৰ্ম্মীজন সৰল আৰু মহৎ প্ৰকৃতিৰ পুৰুষ আৰু এস্কিলিউজে[1] কোৱাৰ দৰে তেওঁ প্ৰকৃত সুপুৰুষ হ'বলৈ, কিন্তু সুপুৰুষৰ ভাও নধৰিবলৈ, স্থিৰপ্ৰতিজ্ঞ। আমি ভাৱৰীয়া সুপুৰুষ থাকিবলৈ দিব নোৱাৰোঁ ; কিয়নো ভাৱৰীয়া জনক যদি ন্যায়ধৰ্ম্মী বুলি ধৰা হয় তেন্তে সেই সদনামৰ বলতেই তেওঁ সম্মান আৰু ক্ষমতাৰ অধিকাৰী হৈ পৰিব। তেতিয়া হ'লে ন্যায়ৰ প্ৰতি আগ্ৰহৰ বাবেই মানুহজন তেনে হৈছে নে সম্মান আৰু ক্ষমতাৰ আশাতেই তেনে হৈছে তাক ধৰাটো টান হৈ পৰিব। গতিকে ন্যায়ধৰ্ম্মী জনৰ গাত ন্যায়ধৰ্ম্মৰ বাদে অইন একো থাকিব নোৱাৰিব। আৰু তেওঁ গোটেই মানুহটোক অন্যায়ধৰ্ম্মী জনৰ সম্পূৰ্ণ বিপৰীত কৰি ৰাখিব লাগিব। এইজন পুৰুষৰ গাত থকা ন্যায়ধৰ্ম্মৰ পৰীক্ষা কৰিবৰ বাবেই আৰু তেওঁৰ ন্যায়ধৰ্ম্মক সকলো প্ৰকাৰৰ অপযশ আৰু অপযশৰ বদনামৰ বিৰুদ্ধে প্ৰমাণ হিচাপে দেখুৱাবৰ বাবেই তেওঁৰ গাত কোনো অন্যায়কাৰ্য্য কৰাৰ লেশ মাত্ৰও দোষ নথকা অৱস্থাতো জঘন্য অন্যায় কৰাৰ বদনাম জাপি দিয়া হওক। এনে ন্যায়ধৰ্ম্মী জন জীৱনৰ শেষ মুহূৰ্ত্তলৈকে ন্যায় পথত অবিচলিত হৈ থাকক, অথচ গোটেই জীৱনতেই অন্যায় কৰা বুলি হে তেওঁৰ বদনাম হওক। এইদৰেই তুয়োজন পুৰুষকে যথাক্ৰমে ন্যায় আৰু অন্যায়ৰ চূড়ান্ত সীমাত বহুৱাই তেওঁলোক তুয়োৰে ভিতৰত কোন জন বেচি সুখী নিৰ্ণয় কৰোঁহক।"

মই ক'লোঁ, "কি আশ্চৰ্য্য! হে মোৰ গ্লকন! তোমাৰ কি অদ্ভুত শক্তি! তুইটা চৰিত্ৰকে তুমি একেবাৰে ঘঁহি-পিহি চক-চকীয়া কৰি তুটা শিলৰ মূৰ্ত্তিৰ দৰে আমাৰ আগত বিচাৰৰ বাবে ৰাখি দিলাঁ দেখোন।"

তেওঁ ক'লে, "মই যিমান পাৰোঁ, কৰিলোঁ। মানুহ তুজনৰ বৰ্ণনা যি দৰে দিয়া হ'ল তাৰ পিছত আৰু মই ভবাত এওঁলোক তুজনৰ প্ৰত্যেকৰে ভৱিষ্যৎ জীৱনৰ দশা কেনে হ'বগৈ তাক বৰ্ণনা কৰাটোত আৰু একো অসুবিধা নহ'ব। এতেকে ছক্ৰেটিচ, মোৰ

১। থেবেজত সাত বীৰৰ যুদ্ধ পৃঃ ৫৭৪

বৰ্ণনা নীৰস হৈছে যদিও সেইটো মোৰ কথা বুলি নধৰি ন্যায়তকৈ অন্যায়ক হে ভাল বুলি কোৱা সকলে দিয়া বৰ্ণনা বুলি হে ধৰিবাঁ। সেই সকলে কয় এনে অৱস্থাত ন্যায়ধৰ্ম্মী জনৰ ভাগ্যত পৰিব চমটাৰ কোব, শাৰীৰিক ক্লেশ আৰু ডিঙিত শিকলিৰ বান্ধ। ন্যায়ধৰ্ম্মী জনৰ চকু দুটা জুইত পুৰি পেলোৱা হ'ব। এনে সকলো বিধ শাস্তি খোৱাৰ অন্তত তেওঁ পিঙত ওলমিবগৈ লাগিব। এই দৰেই ন্যায়ধৰ্ম্মী জনে বুজি পাব যে ন্যায়ধৰ্ম্মী হ'বলৈ চেষ্টা কৰাতকৈ ন্যায়ধৰ্ম্মীৰ ভাও দিবলৈ চেষ্টা কৰাটো হে উৎকৃষ্ট পন্থা। বাস্তবিকতে এস্কিলিউজৰ কথা কেষাৰ ন্যায়ধৰ্ম্মী জনতকৈ অন্যায়ধৰ্ম্মী জনত হে বেচি খাপ খায়। মানুহে ক'ব এই বৰ্ণনা ঠিক অন্যায়ধৰ্ম্মী জনতহে খাটিব; কিয়নো অন্যায়ধৰ্ম্মী জনে বাস্তব জীৱনৰ লগত খাপখোৱা পথত চলে, ভাও দেখুৱাবলৈ নাযায়। এওঁ "মনৰ সাৰুৱা সিৰলুত সিঁচা সজ উদ্দেশ্যৰ ফল ভাৰে ভাৰে তুলি" ঠিক অন্যায়ধৰ্ম্মী "হোৱাত হে দৃঢ়প্ৰতিজ্ঞ, অন্যায়ধৰ্ম্মীৰ নিচিনা হোৱাত নহয়।" ন্যায়ধৰ্ম্মী বুলি পোৱা যশস্যাৰ যহতেই প্ৰথমতে তেওঁ ৰাজ্যৰ পদমৰ্য্যাদাৰ অধিকাৰী হ'ল। দ্বিতীয়তে য'ৰে পৰাই ইচ্ছা ত'ৰে পৰাই বিয়া কৰাব পাৰে, ল'ৰা-ছোৱালীৰ বিয়া-বাৰু যিকোনো পৰিয়ালৰ লগতে সম্পন্ন কৰিব পাৰে আৰু যি কোনো মানুহৰ লগতেই চুক্তিবদ্ধ হৈ যুটীয়া কাৰবাৰ কৰিব পাৰে। এই সকলো বোৰৰ ক'তো ঠগ-প্ৰবঞ্চনা কৰি ধন ঘটিবলৈ তেওঁক বিবেকে বাধা নিদিয়ে। মেল-মকৰ্দ্দমাত পৰিলে এওঁ ছল-চাতুৰী কৰি বিপক্ষ দলক ঘটুৱাই ধন-সংগ্ৰহ কৰিব। সেই ধনেৰেই এওঁ নিজৰ সমৰ্থক বিলাকক সহায় কৰিব আৰু বিপক্ষ দলৰ অনিষ্ট কৰিব আৰু দেৱতা সকললৈ বলি-বাহন আৰু ৰাজসিক সম্ভাৰ আগ বঢ়াব। এই দৰেই দেৱতা সকলক আৰু নিজৰ বছা বছা সমৰ্থক সকলক সন্তুষ্ট কৰিবলৈ ন্যায়ধৰ্ম্মী জনতকৈও সুবিধা বেচিকৈ পোৱাত দেৱতাসকলৰ পৰাও তেওঁ অধিক সুবিধা আদায় কৰিব পাৰে। বুজিছাঁ, ছক্ৰেটিচ, সেইবাবেই সৰ্ব্বসাধাৰণৰ বিশ্বাস যে ন্যায়ধৰ্ম্মী জনতকৈও অন্যায়ধৰ্ম্মী জনৰ বাবে হে দেৱতা আৰু মানুহ উভয়ে উত্তম ব্যৱস্থা কৰি দিছে।"

গ্লকনে এইখিনি কথা শুনি মনতে ভাবি থোৱা উত্তৰ দিবলৈ

নৌপাওঁতেই তেওঁৰ ভায়েক এডিমেণ্টুচে আটাহ পাৰি ক'লে,— ছক্রেটিচ, তুমি নিশ্চয় সন্তোষজনক ব্যাখ্যা হোৱা বুলি ধৰা নাই, নহয় নে ?

"কিয়নো নাই ধৰা বুলিলাঁ ?", মই কলোঁ।

"আটাইতকৈ গুৰুত্বপূর্ণ কথাটোৱেই দেখোন বাদ দিয়া হ'ল।"

"তেনে'হলে, 'সহায় কৰিবলৈ যেন সদায় এজন সহোদর থাকে' —এই পটন্তৰ অনুসৰিয়েই এতিয়া তুমি ককায়েৰাক সহায় কৰাঁ আৰু ক'ৰবাত কিবা বৈ গ'ল যদি সেইখিনি পূৰণ কৰি দিয়া। কিন্তু মোৰ ফালৰপৰা ক'বলৈ গ'লে গ্লকনে যিখিনি ক'লে সিয়েই মোক একেবাৰে নিৰস্ত্র কৰি পেলাইছে। ন্যায়ক উদ্ধাৰ কৰিবলৈ মোৰ শক্তিয়েই নাইকিয়া কৰিলে।"

"ওহোঁ, তুমি মনৰ আচল কথা প্রকাশ কৰা নাই হ'বলা। বাৰু, এইষাৰ যুক্তিও এতিয়া মন দি শুনাচোন। গ্লকনৰ যুক্তিৰ বিপৰীতে যিবিলাক যুক্তিৰে ন্যায়ক প্রশংসা আৰু অন্যায়ক নিন্দা কৰা হৈছে সেইখিনি ভালকৈ পৰীক্ষা কৰি চাব লাগিব। তেতিয়া হে গ্লকনৰ কথাৰ অর্থ মই কিদৰে বুজিছোঁ সেইটো স্পষ্ট হৈ পৰিব। মোৰ ধাৰণা মতে পিতৃ-মাতৃ আৰু অন্যান্য সকলে যেতিয়া ন্যায়ধৰ্ম্মী সকলৰ কর্ত্তব্য কি দাঙি ধৰে আৰু ল'ৰা-ছোৱালীক অথবা যিবোৰৰ প্রতি তেওঁলোকৰ মৰম আছে সেইবোৰক উপদেশ দিয়ে, তেতিয়া তেওঁলোকে ন্যায়ক ন্যায় হিচাপে প্রশংসা নকৰে; বৰঞ্চ ন্যায়ৰপৰা পোৱা সম্মানক হে প্রশংসা কৰে। তেওঁলোকৰ উদ্দেশ্য হ'ল ন্যায়ধৰ্ম্মী হোৱাৰ সুখ্যাতি অর্জ্জন কৰা—যাতে সেই সুখ্যাতিয়ে পদোন্নতি, বৈবাহিক সম্বন্ধ আৰু অন্যান্য সুফল লাভ কৰাত সহায় কৰিব পাৰে। এইবোৰ সুফলকে ন্যায়ধৰ্ম্মী জনৰ নিৰ্ম্মল চৰিত্রই দিয়ে বুলি এইমাত্র আমাক গ্লকনে কৈছিলেই। সদনামৰ পৰা আৰু যে কিমান সুবিধা পোৱা যায় এওঁলোকে কৈছে। দেৱতা সকলৰ প্রশংসা বাণীৰ উল্লেখ কৰি কৈছে যে দেৱতা সকলে ধাৰ্ম্মিক সকলৰ ওপৰত অলেখ অনুগ্রহ বৰ্ষণ কৰে। দেৱতাসকলে ধাৰ্ম্মিক সকলক কৰা এই অনুগ্রহৰ কথা বিজ্ঞ হেছিয়দ আৰু হোমাৰ দুয়ো কৈছে। হেছিয়দে কৈছে, দেৱতা সকলে ন্যায়বন্ত সকলৰ বাবে ওখ গছবোৰৰ

ওপৰ ভাগত গুটি লগাই দিয়ে আৰু মাজ ভাগত মৌ-মাখিৰ জাক ৰাখে। তদুপৰি ন্যায়ৱন্ত সকলৰ নোমাল ভেৰাপালবোৰকো নোমৰ ভৰত দোঁ খুওৱাই থয়। এইবোৰৰ উপৰিও ন্যায়ৱন্তজনক বহুত ভাল ভাল বস্তু দেৱতা সকলে দিয়ে।[২]

আনহাতে হোমাৰে লিখা এনে এষাৰতে ধাৰ্ম্মিক জনৰ বিষয়ে এই বুলি কৈছে—"নিষ্কলঙ্ক ৰজাৰ দৰে যিজন ৰজা গুণ-জ্ঞানত দেৱতা সদৃশ, যি সদা-সৰ্বদা পালন কৰে ন্যায়, যাৰ উৰ্ব্বৰ ভূমিয়ে দান কৰে নদন-বদন য-ধান আৰু ঘেহুঁ শস্য আৰু যাৰসকলো ফল-বাগান উপচি থাকে ফলেৰে, যাৰ ভেৰাপালত এটাইবোৰ পোৱালীয়েই নোদোকা আৰু যাক সাগৰে যোগান ধৰে উভৈনদীকৈ মাছ।"[৩]

কিন্তু ন্যায়ধৰ্ম্মী জনৰ ওপৰত দেৱতসকলে বৰ্ষণ কৰা অনুগ্ৰহৰ যি বৰ্ণনা মিউজেচ আৰু তেওঁৰ পুতেক ইউমোলোপাচে দিছে সেইটো এইবোৰ বৰ্ণনাতকৈও আৰু হে মনোৰম। এই বৰ্ণনা মতে দেৱতাসকলৰ অনুগ্ৰহে ন্যায়ধৰ্ম্মী সকলক একেবাৰে হেডিজৰ কাৰেং পোৱাইছেগৈ। তাত গৈ ধাৰ্ম্মিকসকলৰ ভোজমেলত ন্যায়ধৰ্ম্মী সকলে কোমল আসনত আৰামেৰে বহিবলৈ পায় আৰু ডিঙিত ফুলৰ মালা পিন্ধি, মদিৰা পান কৰি অনন্তকাল কটায়—কিয়নো, তেওঁলোকৰ ধাৰণাত ন্যায়ধৰ্ম্মৰ উত্তম পুৰস্কাৰ হ'ল চিৰন্তন মদ্যপানৰ সোৱাদ। আন কিছুমানে আকৌ দেৱতাসকলৰ অনুগ্ৰহৰ বৰ্ণনা দিওঁতে ইয়াতেই ক্ষান্ত হ'ব নোখোজে। তেওঁলোকে কয় যে যি জন ধাৰ্ম্মিক পুৰুষ আৰু যি জনে নিজ অঙ্গীকাৰ ৰক্ষা কৰে, তেওঁ বংশৰক্ষা কৰিবলৈ নাতি—অজুনাতি অলেখ ৰাখি থৈ যায়। এয়েই হ'ল ন্যায়ৰ ওপৰত ধাৰাসাৰে বৰ্ষণ কৰা প্ৰশংসাৰ নিদৰ্শন। এই বৰ্ণনামতে অধৰ্ম্মী আৰু অসাধুসকলক নি একেবাৰে যমপুৰীৰ পিটনিত পেলাই দিয়া হয় আৰু তাত চালনীৰে পানী কঢ়িয়াবলৈ লগোৱা হয়। ইহকালতে অধৰ্ম্মীবোৰে সকলো বদনাম সহিব লাগিব আৰু গ্লকনৰ মতে অধৰ্ম্মী

---

২। হেছিয়দ: কাম আৰু দিন ২৩১
৩। হোমাৰ: ওডিছি ১০৯

বুলি জনাজাত ন্যায়ধৰ্মী সকলৰ ভাগ্যত যিমান শাস্তি আছে সিমানেই ইহঁতেও মূৰ পাতি ল'ব লাগিব। তাতকৈ কম হ'ব নোৱাৰে। এয়েই হ'ল ন্যায়ক প্ৰশংসা কৰা আৰু অন্যায়ক নিন্দা কৰাৰ ধৰণ।

"আৰু এটা কথা, ছক্ৰেটিচ। ন্যায় আৰু অন্যায়ৰ বিষয়ে কৰা বিচাৰত আন এটা সুকীয়া কথাও আকৌ এবাৰ বিবেচনা কৰি চোৱাঁচোন—অৰ্থাৎ যিবিধ আলোচনা আমি সাধাৰণ মানুহে, আৰু কবি সকলে কাব্যত, কৰা দেখা পাওঁহক। পাৰিমিতাচাৰী আৰু ন্যায়বন্ত হোৱাটো সঁচাকৈয়ে প্ৰশংসনীয় হ'লেও তেনে হোৱাটো বৰ টান আৰু কষ্টসাধ্য বুলি আটায়ে একমুখে স্বীকাৰ কৰে। কিন্তু অপৰিমিতাচাৰ আৰু অন্যায়ধৰ্ম্ম হ'ল সুখকৰ আৰু সহজলভ্য: মাত্ৰ বিধি-বিধান আৰু জনমতে হে এইবোৰক অধৰ্ম্ম শাৰীত পেলাইছে। এইসকলে কয়, সাধাৰণতে অসততাতকৈ সততাত লাভ তাকৰ। ধনী বা প্ৰতিপত্তিশালী দুৰ্জ্জন লোকক সুখী বুলি ক'বলৈ আৰু ৰাজহুৱা ভাৱে আৰু ভিতৰুৱাকৈও সন্মান দেখুৱাবলৈ এইসকলে দ্বিধাবোধ নকৰে। কিন্তু আনহাতে দুৰ্জ্জন মানুহ এটা দুৰ্ব্বল বা দুখীয়া হ'লে এই সকলে তাক অসন্মান আৰু ঘৃণাৰ চকুৰে হে চায়; যদিও অৱশ্যে ধনী বা ক্ষমতাশালী দুৰ্জ্জনতকৈ দুৰ্ব্বল বা দুখীয়া দুৰ্জ্জন জন বহুত ভাল মানুহ। পিছে এই সকলে কোৱা সকলোবোৰ কথাৰ ভিতৰত আটাইতকৈ আচৰিত কথা হ'ল দেৱতা আৰু সাধুতা সম্পৰ্কত তেওঁলোকৰ বক্তব্য। এই বক্তব্যত কোৱা হৈছে যে বহুত সুপুৰুষক দেৱতাসকলেও বিলাই-বিপত্তি আৰু অধম অৱস্থাত পেলাইছে কিন্তু বিপৰীত চৰিত্ৰৰ লোকৰ ভাগ্যত সুখ-সম্পদ দিছে। এইসকলৰ উপৰিও আছে দুখীয়া পুৰোহিত আৰু জ্যোতিষী সকল। এওঁলোক ধনী মানুহৰ চোতালত গোট খায়হি আৰু ধনীলোকৰ গাত দেৱতাৰপৰা লাভ কৰা শক্তি আছে বুলি কয়। লগতে এইটোও বুজাই দিয়ে যে এনে ঐশ্বৰিক শক্তিৰ বলত ভোজ-ভাত আৰু নানাবিধ উপভোগৰ সম্ভাৰ সহ যাগ-যজ্ঞ আৰু মন্ত্ৰপাঠৰ ব্যৱস্থা কৰি ধনীসকলে যি-কোনো পাপ (সেই পাপ নিজে কৰাই হওক বা উপৰিপুৰুষৰ কোনোবাই কৰাই হওক) খণ্ডন কৰিব পাৰিব। ন্যায়ধৰ্মীয়েই হওক,

বা অন্যায়কৰ্মীয়েই হওক, কাৰোবাক যদি অনিষ্ট কৰিবলৈ ধনী মানুহে ইচ্ছা কৰে তেন্তে নামমাত্ৰ খৰচ কৰিলেই[৪] ইচ্ছা পূৰণ কৰিব পাৰিব বুলিও বুজাই দিয়ে। এইসকলে এনে ধৰণৰ যাদুমন্ত্ৰ জানে বুলি কয় যাৰ বলত তেওঁলোকে হেনো দেৱতা-সকলৰ হতুৱাই যি-কোনো কামকেই কৰাই ল'ব পাৰে। তেওঁ-লোকৰ এই সকলোবোৰ দাবীৰ সমৰ্থনত কবিসকলৰ সাক্ষ্যও দাঙি ধৰা হয়। পাপকাৰ্য্য কৰিলে যিমান সুবিধা পাব পাৰি তাক দেখুৱাবলৈ এওঁলোকে কবিৰ উদ্ধৃতি দি কৈছে—"যিয়েই শঠতা বিচাৰে তেৱেঁই সকলোৰে মাজত সহজে পাব পাৰে; পথ ও সহজ আৰু চমু; কিয়নো শঠতাৰ বাসভূমি তেনেই থিতাতে। কিন্তু কপালৰ ঘাম মাটিত পেলাই হে ধৰ্ম্মৰ ওচৰ চাপিব পাৰি। এয়ে দেৱতাৰ আদেশ।[৫] আৰু ধৰ্ম্মৰ পথ হ'ল দীঘলীয়া আৰু ক্ৰমাৎ ঠিয়। আন এবিধে আকৌ দেৱতাসকলক মানুহে পথভ্ৰষ্ট কৰিবপৰাৰ প্ৰমাণ দিবলৈ গৈ হোমাৰৰ উদ্ধৃতি দিছে—হোমাৰে[৬] এঠাইত কৈছে, "সঁচা, আনকি দেৱতাসকলকো অনুনয়-বিনয় কৰি সদায় বশ কৰিব পাৰি। সেইবাবে তেওঁলোকলৈ মানুহে বলি আগবঢ়াই, প্ৰাৰ্থনা কৰি, ধূপ-ধুনা আৰু পোৰা মগুহৰ নৈবেদ্য দি দেৱতাসকলৰ কোপৰপৰা হাত সাৰি কৰুণা লাভ কৰে। এইদৰেই, আইনভঙ্গৰ দোষ আৰু পাপকাৰ্য্য কৰাৰ পাছত কান্দি-কাতি প্ৰাৰ্থনা কৰি দেৱতা সকলক সন্তুষ্ট কৰে।"

চেলিন আৰু মিউজেচৰ সন্ততি বুলি বৰ্ণনা কৰা মুজেয়ুচ আৰু অৰ্ফিয়ুচে লিখা ভালেমান পুথিও তেওঁলোকে দেখুৱায়। এইবোৰেই তেওঁলোকৰ ধৰ্ম্মবিধি। এইবোৰকে লৈ তেওঁলোকে নাগৰিক সকলকেই নহয়, সমগ্ৰ ৰাজ্য একোখনকে বিশ্বাস কৰোৱায় যে জীয়াই থকা কালত টান নবিয়াত পৰিলেও পূজা-পাতল আৰু উৎসৱ কৰি মানুহে যি কোনো দুষ্কৰ্ম্মৰপৰা হোৱা পাপৰপৰা উদ্ধাৰ

৪।
৫। হেছিয়দ—কাম আৰু দিন ২৮৭
৬। ইলিয়াড্—৪৯৭

পাব পাৰে। এনে পূজা-পাতল-উৎসৱকে তেওঁলোকে গুপ্ত ৰহস্য বোলে। এইবোৰৰ সহায়তেই মানুহে পৰলোকত দুখ-কষ্টৰ হাত সাৰিব পাৰে আৰু এইবোৰলৈকে আওকাণ কৰিলেই নৰকৰ শাস্তি ভুগিব লগা হয়।

তেওঁ কৈ গ'ল, "হেৰা ছক্ৰেটিচ, কোৱাঁচোন, মানুহ আৰু দেৱতাসকলে যেতিয়া ধৰ্ম্ম আৰু অধৰ্ম্মৰ বিষয়ে এনেবোৰ ধাৰণাকে ব্যক্ত কৰে আৰু তাকে বিভিন্ন প্ৰকাৰে উলিয়াই থাকে তেতিয়া বাৰু ভাল প্ৰকৃতিৰ যুৱকসকলৰ মনত কেনে প্ৰভাৱ পৰিবগৈ? এইসকল যুৱকে যিহকে শুনে তাৰেপৰা, চৰায়ে ভাল বস্তু বুটলি ফুৰাৰ দৰে, কথাৰ সাৰ ভাগ গ্ৰহণ নকৰিব নে? আৰু শ্ৰেষ্ঠ জীৱন-যাপন কৰিবৰ বাবে কেনে চৰিত্ৰ আৰু কোন পথত যাব লাগে তাৰ এটা ধাৰণা কৰি নলব নে? খুব সম্ভৱ, পিণ্ডাৰে[৭] কোৱাৰ দৰে যুৱক এজনে এইবুলি নিজকে সুধিব "জীৱনৰ জখলাত নিৰাপদ স্থান দখল কৰিবলৈ ওপৰলৈ যাওঁতে মই কেনেকৈ যাম—সততাৰ আশ্ৰয় লৈ নে কপটতাৰ ছলনাৰে? আৰু ওপৰলৈ উঠি কেনেকৈ জীৱন-যাপন কৰিম? সকলোৱেই দেখোন কয় যে ন্যায়ধৰ্ম্মী হ'লেও যদি কোনেও সেই বুলি নাভাবে তেনেহ'লে মোৰ কোনো লাভ নহ'ব, বৰঞ্চ তাৰপৰা দেখদেখকৈ মোৰ বিপদ আৰু ক্ষতি হে হ'ব। আনহাতে মই যদি অন্যায়ধৰ্ম্মী হৈ ন্যায়ধৰ্ম্মীৰ সদ্‌নাম গোটাই ল'ব পাৰোঁ তেন্তে মহা সুখেৰে জীৱন কটাব পাৰিম। বিজ্ঞ সকলেও যেতিয়া কৈছে যে প্ৰকৃত সত্যতকৈ সত্যৰ বাহ্যিক আৱৰণ বেছি প্ৰভাৱশালী আৰু সুখ-সম্ভোগৰ সৰ্ব্বময় কৰ্ত্তা, এতেকে মইও সেইমতেই কৰিম। মোৰ কেউপিনে ন্যায়ধৰ্ম্মৰ বাহ্যিক আৱৰণ এটা আঁৰি থম। সিয়েই মোৰ সমুখটো আৰু বাহ্যিক ৰূপটো দেখুৱাব। কিন্তু এই মুখাখনৰ আঁৰত ভিতৰুৱাকৈ মই সলিসিয়ান আৰ্কিলুকচে[৮] ক'বৰ দৰে শিয়ালৰ ধূৰ্ত্তালি আৰু টালিবাজিৰ ভক্ত

৭। পিণ্ডাৰৰ গ্ৰন্থত এইখিনি কথা পোৱা নাযায়।

৮। এই পৰিচ্ছেদৰ অৰ্থ বৰ জটিল। ৰূপকৰ বোজাত দুৰ্ব্বোধ্য হৈ পৰিছে। আৰ্কিলুকচৰ কিম্বদন্তী নজনাত আৰু অসুবিধা হৈছে প্লেটোৰ

হ’ম। অৱশ্যে এইখিনিতে কোনোবাই হয়তো ক’ব পাৰে যে এনেদৰে ধূৰ্ত্তালি লুকাই ৰখাটো বৰ সহজ কথা নহ’ব। হয়, আমিও সেই কথা অস্বীকাৰ নকৰোঁ। কোনো ডাঙৰ কামেই সহজ নহয়। কিন্তু, যদি হে সুখ লাভেই আমাৰ লক্ষ্য হয় তেনেহ’লে আমাৰ যুক্তিৰ ধাৰা অনুসৰি আমাৰ পথ ইয়াৰ বাদে অন্য হ’ব নোৱাৰে। আমাৰ ভাৱৰীয়া স্বৰূপটো ঢাকি ৰখাত সহায় কৰিবৰ বাবে আমি নানাবিধ গোপন সমাজ আৰু সংঘ স্থাপন কৰিমহঁক। তদুপৰি মানুহক বুজাবলৈ আমাৰ শিক্ষকশ্ৰেণী আছেই; ৰাইজক ভুলাবপৰা সম্মোহনী বক্তৃতা দিয়াৰ কৌশল তেওঁলোকে শিকাবই। গতিকে সৎ-অসৎ সকলো পন্থা অৱলম্বন কৰি আমাৰ কাৰ্য্য সিদ্ধি কৰিব পাৰিমহঁক। অৱশ্যে এনেদৰে কওঁতাও ওলাব যে আমি এইবোৰ কৰি দেৱতা সকলৰ চকুত ধূলি দি শাস্তিৰ হাত সাৰিব নোৱাৰিম। পিছে, এটা কথা নহয়। যদিহে প্ৰকৃততে দেৱতাসকল নায়েই অথবা থাকিলেও মানুহে কি কৰিছে কি নকৰিছে তালৈ যদি সেই সকলে চকু নিদিয়েই, তেনেহ’লে আমি নো সেই সকলৰপৰা লুকাবলৈ চেষ্টা কৰাৰ কি দৰ্কাৰ? আৰু যদি হে প্ৰকৃততে দেৱতা-সকল আছেও বা তেওঁলোকে আমাৰ কাৰ্য্য নিৰীক্ষণ কৰিছেও, তাকোতো প্ৰচলিত প্ৰবাদ বা কবিসকলৰ নিজৰ পুৰুষনামাৰ বাদে অইন ক’তো দেখিবলৈ বা শুনিবলৈ পোৱা নাই। ইপিনে প্ৰবাদ আৰু কবি সকলৰ আখ্যানতো এই বুলি হে কোৱা হৈছে যে দেৱতা-সকলকো হাত কৰিবলৈ টান কথা নহয়। বলি-বাহন আৰু স্তুতি-প্ৰাৰ্থনাৰ যোগে দেৱতা সকলক সন্তুষ্ট কৰিব পাৰি। এতেকে আমি হয়, এই দুইটা কথাকে বিশ্বাস কৰিব লাগিব, নহয় এটাকো কৰিব নালাগিব। যদি হে বিশ্বাস কৰোঁ তেনেহ’লে আমি অন্যায় কাৰ্য্যৰ-পৰা হোৱা লাভেৰেই পূজা-পাতল কৰি দেৱতা সকলক সন্তুষ্ট কৰি ৰাখিম। কথা হৈছে ন্যায়ধৰ্ম্মী হ’বলৈ যোৱাৰপৰা লাভ একো নাই।

---

বাহিৰে আন লেখকেও আৰ্কিলুকচৰ উল্লেখ কৰিছে। যিয়েই হওক, সম্ভৱতঃ এই ক্ষেত্ৰত শিয়াল হ’ল স্বাৰ্থপৰতা আৰু ধূৰ্ত্তালিৰ প্ৰতীক মাথোন। গ্ৰীক সাহিত্যত আৰ্কিলুকচেই পোন প্ৰথমে এই ৰূপক প্ৰয়োগ কৰিছে।

সঁচা কথা, ন্যায়ধৰ্ম্মী হ'লে দেৱতাসকলৰ কোপৰপৰা ৰক্ষা পাই থাকিব পাৰি হয়। কিন্তু তেতিয়া অন্যায়ধৰ্ম্মী হৈ পোৱা লাভৰপৰা বঞ্চিত হ'ব লাগিব। আনহাতে, অন্যায়ধৰ্ম্মী হ'লে এইবোৰ লাভৰ অধিকাৰীতো হ'মেই, তদুপৰি সকলো পাপ কৰ্ম্ম কৰি লৈ দেৱতা-সকলৰ ওচৰত প্ৰাৰ্থনা কৰি আমাৰ সকলো দোষ মৰিষণ কৰাই ল'ব পাৰিমহঁক। অৱশ্যে কোনোবাই আকৌ হয়তো ক'ব পাৰে যে ইহ সংসাৰত কৰা অন্যায় কৰ্ম্মৰ প্ৰায়শ্চিত্ত কৰিবলৈ নৰকত গৈ আমি নিজেই বা আমাৰ পো-নাতিয়ে হ'লেও যথোচিত শাস্তি ভুগিবগৈ লাগিব। কিন্তু এই যুক্তিৰ উত্তৰতো আমি ক'ব পাৰোঁ, এইবোৰ অপায়-অমঙ্গল আঁতৰাবলৈ পূজা-অৰ্চ্চনা, গুপ্তমন্ত্ৰৰ অসীম শক্তি আৰু ক্ষমাশীল দেৱতাসকল আমাৰ সহায়ত আছে বুলি সকলো উন্নত ৰাজ্যৰ অভিজ্ঞতাই কয়। দেৱতাসকলৰ সন্তান হিছাপে আবিৰ্ভাব হোৱা কবি আৰু মহাপুৰুষ সকলেও সেই একে কথাকে কৈছে।

সৰ্ব্বসাধাৰণৰ বিশ্বাস অনুসৰি আৰু শাস্ত্ৰকাৰ সকলৰ মতেও, যেতিয়া বাহিৰে সাধু সাজি ভিতৰি অন্যায় কাৰ্য্য কৰিলেই ইহকাল-পৰকালত দেৱতা আৰু মানুহ উভয়ৰে সৈতে ভালেৰে থাকিব পাৰি, তেনেস্থলত নো চূড়ান্ত অন্যায়তকৈ ন্যায় শ্ৰেয় বুলি ধৰিবলৈ জানো কিবা কাৰণ থাকিব পাৰেগৈ? ছক্ৰেটিচ, এই সকলোবোৰ কথালৈ চাই উচ্চ মেধাশক্তি, ধন-সম্পত্তি, দেহৰ সৌন্দৰ্য্য আৰু বংশ মৰ্য্যাদাৰ অধিকাৰী জনে ন্যায়ধৰ্ম্মক বিদ্ৰূপ নকৰি জানো সম্মান কৰিবলৈ যাব? দৰাচলতে, আমি যি কৈছোঁ তাক মিছা প্ৰমাণ কৰিবপৰা আৰু ন্যায়ক শ্ৰেষ্ঠ বুলি বিশ্বাস কৰা কোনোবা যদি আছে সেইজনেও অন্যায়ধৰ্ম্মী জনৰ ওপৰত অপ্ৰসন্নতো হ'ব নোৱাৰেই, বৰঞ্চ অন্যায়ধৰ্ম্মী জনক নিশ্চয় ক্ষমা হে কৰিব; কিয়নো তেওঁ এইটো জানে যে দেৱত্বসুলভ স্বভাৱে সহ্য কৰিব নোৱৰাৰ বাবে নাইবা বিশুদ্ধ জ্ঞান লাভ কৰিবলৈ সমৰ্থ হোৱাৰ বাবেই অন্যায় কাৰ্য্যৰপৰা আঁতৰি থকাসকলৰ বাদে এনে কোনো মানুহ নাই যি আপোন মনে ন্যায়ধৰ্ম্মী হ'বলৈ বিচাৰিব। ভীৰুতা বা বাৰ্দ্ধক্য নাইবা আন কোনো দুৰ্ব্বলতাৰ বাবত হে মানুহে অন্যায়ক গৰিহনা দিয়ে—আচল

কথা, অন্যায় সাধন কৰিবলৈ এওঁলোকৰ শক্তি নাই। এই কথাৰ প্ৰমাণ ইয়াতেই ওলায় যে যিয়েই প্ৰথমে ক্ষমতা লাভ কৰে তেঁৱেই নিজৰ শক্তি অনুসৰি অন্যায় আচৰাত অদ্বিতীয় হৈ পৰে।

"বুজিছাঁ ছক্ৰেটিচ, এই সকলোবোৰৰ মূলতে হ'ল সেইযাৰ কথাই, যিযাৰ মই আৰু মোৰ ভায়ে আমাৰ বক্তব্যৰ পাতনিতেই তোমাৰ সমুখত দাঙি ধৰিছিলোঁ। ছক্ৰেটিচ, তেতিয়া তোমাক এই-বুলি সুধিছিলোঁ—যিবোৰ বীৰৰ কাহিনী অতীজৰেপৰা এতিয়ালৈকে চলি আহিছে সেই বীৰ সকলতে আৰম্ভ কৰি তোমালৈকে সকলোৱেই ন্যায়ৰ গুণগান কৰিছাঁহক। কিন্তু কোৱাঁচোন, তোমালোকৰ প্ৰতিজনেই ন্যায়ৰ প্ৰশংসা কৰোঁতে আৰু অন্যায়ক তিৰস্কাৰ কৰোঁতে ন্যায়-অন্যায়ৰপৰা অহা যশস্যা, সম্মান আৰু লাভালাভৰেই একমাত্ৰ বিবেচনা কৰাঁ নে কি? দেৱতা বা মানুহে কোনেও নেদেখাকৈ ন্যায় বা অন্যায়ে যেতিয়া কোনো এজনৰ আত্মাত থিত দিয়ে তেতিয়া ন্যায় বা অন্যায়ে নিজ গুণে সেইজনৰ ওপৰত কি প্ৰভাব পেলায় সেই বিষয়ে কোনো কবি বা সাধাৰণ মানুহে ব্যাখ্যা কৰা নাই। নাইবা, আত্মাত থিত ললে অন্যায় যে আত্মাৰ পৰম শত্ৰু আৰু ন্যায় যে আত্মাৰ মহান মিত্ৰ, এই কথাও কোনেও প্ৰমাণ কৰা নাই। আৰম্ভৰেপৰা যদি তোমালোকে এইদৰেই ক'লাঁহেঁতেন আৰু শৈশৱৰেপৰা আমাক এইদৰে শিকালাঁহেঁতেন তেতিয়া হ'লে আমিও আৰু ইটোৱে সিটোক অন্যায় কৰাত বাধা দিবলৈ নগলোঁহেঁতেন। তেতিয়া হ'লে নিজে নিজেই অতি সাৱধান হলোঁহেঁতেন, যাতে নিজে কাৰোবাক অন্যায় কৰি মহামাৰি চপাই ল'ব লগা নহয়।

ছক্ৰেটিচ, এইখিনিয়েই হ'ল ন্যায় আৰু অন্যায়ৰ বিষয়ত থ্ৰেচিমাকুচে কোৱা কথা। থ্ৰেচিমাকুচে অৱশ্যে আৰু ক'লেহেঁতেন। বাকীবোৰেও নিশ্চয় এইদৰেই কৈছে। কিন্তু মই বুজাত, তেওঁলোকে ন্যায় আৰু অন্যায় প্ৰত্যেকৰে ধৰ্ম্ম আৰু প্ৰভাৱৰ ব্যাখ্যা অজ্ঞান-বশতঃ ভুলকৈ কৰিছে। সি যি নহওক, তোমাক এতিয়া কওঁ (তোমাৰপৰা কোনো কথা মই লুকাব নোখোজোঁ।) তুমি ইয়াৰ বিপৰীত মতটোৰ সমৰ্থনত কি কোৱাঁ তাকে শুনিবলৈ আগ্ৰহেৰে

বাট চাইছোঁ। সেইবাবেই থ্ৰেচিমাকুচৰ মতটো মই ইমান জোৰেৰে ব্যাখ্যা কৰিলোঁ। গতিকে অন্যায়তকৈ ন্যায় শ্ৰেষ্ঠ বুলি দেখুওৱাতেই তোমাৰ যুক্তি আবদ্ধ নাৰাখি, ন্যায় আৰু অন্যায় প্ৰত্যেকে নিজৰ নিজৰ গৰাকীৰ ওপৰত নো এনে কি প্ৰভাৱ পেলায় যাৰ ফলত ন্যায় নিজ গুণে হৈ পৰে আশীৰ্ব্বাদ আৰু অন্যায় নিজ গুণে হৈ পৰে অভিশাপ, সেইটোকে বুজাই দিয়া। লগতে উভয়ৰে প্ৰকৃত মূল্য নিৰূপণ কৰাঁ—যিটোৰ বাবে তোমাক গ্লকনে ধৰিছিল। এইটো জানিবাঁ যে তুমি যদি ন্যায় আৰু অন্যায় এই দুই ধৰ্ম্মৰ প্ৰতিটোৰ প্ৰকৃত গুণ কি তাক উলিয়াই নিদিয়াঁ আৰু তাৰ ঠাইত মিছা গৰিমাহে সানি দিয়া, তেতিয়া হ'লে আমি এই বুলি হে কম যে তুমি ন্যায়ৰ সত্বাক প্ৰশংসা নকৰি ন্যায়ৰ আভাসক হে বখানিছাঁ আৰু আচল অন্যায়ক গৰিহনা নিদি অন্যায়ৰ আভাসক হে নেওচা দিছা। আমি তেতিয়া এই বুলিও ঘোষণা কৰিম যে তোমাৰ উপদেশ হ'ল ধৰা নপৰাকৈ অসাধু হ'বৰ বাবে হে; আৰু থ্ৰেচিমাকুচৰ দৰেই তুমিও ন্যায় আচৰণক অন্য এজনৰ উপকাৰ কৰা অৰ্থাৎ বলবানৰ স্বাৰ্থ ৰক্ষা কৰা বুলি, আৰু সুবিধা আদায়ৰ তথা নিৰ্ব্বলীৰ স্বাৰ্থ-বিৰুদ্ধ বুলি হে কৈছা। তুমি এই কথাও মানি আহিছাঁ যে ন্যায়ৰ অৱস্থান হ'ল উত্তম বস্তুৰ শ্ৰেষ্ঠ অংশত। এই উত্তম বস্তুবোৰ আমাক লাগে অকল সেই বোৰৰপৰা পোৱা লাভালাভৰ বাবেই নহয়, তাতোকৈ দৰ্কাৰ সেইবোৰৰ নিজৰ গুণৰ বাবেই—যেনে, দৃষ্টিশক্তি, শ্ৰৱণশক্তি, বুদ্ধি, স্বাস্থ্য আৰু তেনে সকলোবোৰ, অৰ্থাৎ যিবোৰক উত্তম বুলি প্ৰশংসা কৰাই নহয়, স্বভাৱতেই যিবোৰ উত্তমো। এতিয়া তুমি ন্যায় ভাল বুলি কওঁতে ন্যায়ৰ যিটো বৈশিষ্ট্য অৰ্থাৎ ন্যায়ে ন্যায় স্বৰূপেই ন্যায়ধৰ্ম্মী জনৰ যি উপকাৰ কৰে সেইটোৰ কথা হে ক'বাঁ। আৰু তাৰ বিপৰীতে, অন্যায়ে অন্যায় স্বৰূপে অন্যায়ধৰ্ম্মীক যি অপকাৰ কৰে সেইটো। লাভ বা যশস্যা ক'ৰ পৰা কোনে পায় সেইবোৰ কথা আমাক নেলাগে। সেইবোৰ কথা আনৰপৰা শুনিব পাৰোঁ, কিন্তু তোমাৰপৰা নহয়। অন্য মানুহৰ দৰে ন্যায়ৰ প্ৰশংসা কৰা বা অন্যায়ৰ গৰিহণা দিয়াটো অৰ্থাৎ ন্যায়-অন্যায়ৰ সৈতে জড়িত

থকা যশস্যা বা পুৰস্কাৰৰ গুণানুকীৰ্ত্তন কৰা নাইবা গৰিহণা দিয়া কাম তোমাৰ বাবে নহয়। এনেবোৰ প্ৰশ্নৰ বিচাৰ কৰোঁতেই তুমি গোটেই জীৱন কটাইছা। এতেকে অন্যায়তকৈ ন্যায় শ্ৰেষ্ঠ বুলি আমাক দেখুওৱাতেই ক্ষান্ত নাথাকি বৰঞ্চ আমাক দেখুৱা ন্যায় আৰু অন্যায় প্ৰত্যেকে নিজ নিজ গৰাকীৰ ওপৰত কেনে প্ৰভাব পেলায়, যি প্ৰভাবক দেৱতা আৰু মানুহ কোনেও নেদেখে, কিন্তু যাৰ কাৰণতেই ন্যায় নিজগুণে হয় আশীৰ্ব্বাদ আৰু অন্যায় হয় অভিশাপ।"

গ্লকন আৰু এডিমেণ্টুচৰ গুণৰ প্ৰশংসা মই সদায়েই কৰি আহিছোঁ। কিন্তু এইবাৰ হ'লে তেওঁলোকে যি ক'লে, মোক একেবাৰে মুগ্ধ কৰি পেলালে। গতিকে মই ক'লোঁ।—"হে বীৰ-সকল, মেগাৰা যুদ্ধত তোমালোকে সুখ্যাতি অৰ্জ্জন কৰি ঘূৰি আহোঁতে গ্লকনৰ গুণগ্ৰাহী কবিয়ে গীতিকবিতাৰ প্ৰথম শাৰীতেই তোমালোক দুয়োকো 'যশস্বীজনৰ বংশধৰ। হে এৰিষ্টনৰ দেৱসুলভ পুত্ৰসকল' বুলি কৰা সম্বোধন কিমান সঁচা আছিল! বন্ধু সকল! মই দেখাত এই সম্বোধনত ডাঙৰ সত্য নিহিত আছে; কিয়নো অন্যায়ৰ সমৰ্থনত তোমালোকে ইমান সুন্দৰ যুক্তি দাঙি ধৰিও যেতিয়া ন্যায়তকৈ অন্যায় শ্ৰেয় বুলি বিশ্বাস কৰিবপৰা নাই, সচাঁকৈয়ে তোমালোকৰ মন দেৱসুলভ হ'বই লাগিব। মোৰ দৃঢ় ধাৰণা তোমালোকে প্ৰকৃততে ন্যায়তকৈ সচাঁকৈয়ে অন্যায় শ্ৰেয় বুলি ধৰা নাই। অৱশ্যে তোমালোকৰ গঢ়-গতি চাই হে এই অনুমান কৰিছোঁ। তোমালোকে কোৱা কথাৰ ওপৰতেই সিদ্ধান্তলৈ আহিলে অৱশ্যে ভুল কৰা হ'ব। কিন্তু যিমানেই তোমালোকৰ ওপৰত বিশ্বাস ৰাখিছোঁ সিমানেই বিপাঙত পৰিছোঁ। থ্ৰেচিমাকুচৰ যুক্তিৰ উত্তৰ দিওঁতে ভাবিছিলোঁ অন্যায়তকৈ ন্যায় শ্ৰেয় বুলি প্ৰমাণ কৰিব পাৰিছো। পিচে, এতিয়া তোমালোকে মোৰ সেই উত্তৰ ওফোৰাই দিয়াৰ পাচত হে গম পালোঁ মই তোমালোকৰ সমকক্ষ নহওঁ। এইটো বুজাৰ পাছত তোমালোকক নো মই কি ধৰণে সহায় কৰিব পাৰোঁ ধৰিবপৰা নাই। অথচ, ইফালে তোমালোকক সহায় নকৰিও নোৱাৰোঁ; কাৰণ, মোৰ সাক্ষাততে

ন্যায়দেৱীক নিন্দা কৰা অৱস্থাত যদি মই মুখেৰে নেমাতোঁ আৰু মোৰ শেষ-নিশ্বাস থকালৈকে আৰু বাক্-শক্তি ৰোধ নেহোৱালৈকে যদি ন্যায়দেৱীক ৰক্ষা নকৰোঁ, তেন্তে মই গুৰু পাপভাগী হ'ম। এতেকে, এতিয়া সাধ্য অনুসৰি যিমান পাৰোঁ ন্যায়দেৱীক সাহায্য কৰাটোৱেই মোৰ একমাত্ৰ কৰ্ত্তব্য হ'ব।"

এইযাৰ ক'লত গ্লকন আৰু লগতে বাকী আটায়ে মোক অনুৰোধ কৰিলে যাতে মই তেওঁলোকক সকলো প্ৰকাৰে সাহায্য কৰোঁ আৰু যাতে আলোচনা বন্ধ হ'বলৈ নিদি ন্যায় আৰু অন্যায়ৰ প্ৰত্যেকৰেপৰা পোৱা সুবিধাৰ বিষয়ত থকা মতৰ কোনটো নো সঁচা তাক বিচাৰ কৰোঁ; তেতিয়া, মই নো প্ৰকৃততে কেনে ধৰণে ভাবিছোঁ তেওঁলোকৰ আগত কলোঁ:—বিচাৰ-কাৰ্য্য আমি হাতত ললোঁহক। কিন্তু সি সামান্য কাম নহয়। ইয়াৰ বাবে গভীৰ অন্তৰ্দৰ্শনৰ প্ৰয়োজন। মই বুদ্ধিমানৰ লেখত নপৰোঁ। গতিকে আমি এতিয়া এনে অনুসন্ধানৰ পদ্ধতি লওঁহক যিটো হ'ব এনে ধৰণৰ—ধৰোঁ জানিবাঁ, আঁতৰৰপৰা সৰু আখৰৰ লেখা এখন আমাক পঢ়িবলৈ কোৱা হৈছে। ইফালে আমাৰ চকুৰ শক্তি বৰ ক্ষীণ। আমাৰ লগৰে এজনে জানিবাঁ গম পালে অন্য এঠাইত সেইখিনি লেখাকে ডাঙৰ আখৰেৰে বহলকৈ লিখি থোৱা আছে। এনেকৈ ক'ৰবাত আগধৰি ডাঙৰ আখৰখিনি পঢ়িবলৈ পোৱাৰ পাচত সৰু আখৰেৰে লেখাখিনি চাই দুই বিধৰ মাজত সাদৃশ্য আছে নে নাই পৰীক্ষা কৰিবলৈ পোৱাটো ভাগ্যৰ কথা হ'ব।"

"সেইটো আৰু আমাৰ কপালৰ কথা বুলিয়েই ধৰিব লাগিব। কিন্তু ছক্ৰেটিচ, ন্যায় অনুসন্ধানৰ লগত ইয়াৰ নো কি সম্বন্ধ?—এডিমেণ্টুচে সুধিলে।

মই ক'লোঁ, "ক'ম বাৰু। প্ৰত্যেক মানুহৰ মনতেই ন্যায়ে বাস কৰে আৰু সেইদৰে সমগ্ৰ ৰাজ্যখনতো থাকে বুলিয়েই জানো আমি কোৱা নাই?"

"হয়, কৈছোঁ," তেওঁ ক'লে।

"কিন্তু ৰাজ্য এখন মানুহ এজনতকৈ বহুত ডাঙৰ।"

"হয়, ডাঙৰ।"

"তেন্তে, ডাঙৰ পাত্ৰত চাগৈ ন্যায় সৰহীয়াকৈ থাকিব আৰু তেতিয়া সহজে ধৰিবপৰা হ'ব। গতিকে তুমি মত দিলে আমি প্ৰথমে ৰাজ্যত থকা ন্যায়ৰ প্ৰকৃতি অনুসন্ধান কৰি চাওঁহক। তাৰ পিছত সেই অনুসন্ধানকে ব্যক্তিৰ ক্ষেত্ৰত কৰি চাম। বহল পৰিসৰত থকাখিনি ঠেক পৰিসৰত কেনেকৈ থাকে উলিয়াব পাৰিম।"

"সঁচাকৈয়ে তোমাৰ আঁচনি সুন্দৰ হৈছে," তেওঁ ক'লে।

"তেন্তে এতিয়া আমি ৰাজ্যৰ উৎপত্তি আৰু ক্ৰমবিকাশ কেনেকৈ হ'ল তাক যদি চিন্তা কৰি চাওঁ তেনে হ'লে তাৰ লগতে ন্যায় বা অন্যায়ৰ ক্ৰমবিকাশ কেনেকৈ হৈছে সেইটোও চাম নেকি?"

"চোৱা উচিত হ'ব।"

"তেনে হ'লে সেইটো কৰিলেই জানো আমি বিচৰা বস্তুটো সহজে দেখিবলৈ নেপাম?"

"হয়। বহুত সহজে পাম।"

"তেন্তে আমাৰ আঁচনি মতে কাম কৰিবলৈকে কোৱাঁ নেকি? কিন্তু কামটো তেনেই সহজো নহ'ব দেই। গতিকে ভালকৈ ভাবি চোৱাঁ।"

"আমি ভালকৈয়েই চাই লেছোঁ," এডিমেণ্টচে ক'লে। "আমি কৈছোঁ। সেইমতেই আগ বাঢ়াঁ।"

মই তেওঁলোকক ক'লোঁ, "বাৰ তেনে শুনা। ৰাজ্য স্থাপনৰ গুৰি কথা হ'ল—ব্যক্তি হিচাপে আমি কোনোৱেই স্বাধীন নহওঁ আৰু ইফালে আমাৰ প্ৰতিজনৰে অভাব হ'ল অনেক। নে, তুমি ৰাজ্য স্থাপন কৰাৰ অন্য কাৰণ আছে বুলি ভাবাঁ?"

"অন্য কাৰণ নাই। তোমাৰ কথা মই সমৰ্থন কৰোঁ," তেওঁ উত্তৰ দিলে।

"গতিকে, আমাৰ অভাব যেহেতু ভালেমান আৰু ইফালে প্ৰত্যেক ব্যক্তিয়েই নিজৰ অভাৱ পূৰণৰ বাবে আনৰ সহায় বিচাৰিব লাগে, সেইবাবেই আমি একেঠাইতে বহুত লগৰীয়া আৰু সহায়কাৰী গোটাই লওঁহক। এই উমৈহতীয়া বাসস্থানকে ৰাজ্য নাম দিওঁ। নহয় জানো?"

"নিশ্চয়।"

"আৰু যেতিয়াই কোনো এজনে কিবা এটা সলনিলৈ দিয়ে বা নিয়ে, সলনি কৰা বস্তুটো যিয়েই নহওক লাগিলে, প্ৰত্যেকেই সেই কাম নিজৰ সুবিধাৰ কাৰণে হে কৰিছে বুলি ভাবে।"

"ঠিক কৈছা।"

এতিয়া বাৰু আমাৰ কাল্পনিক ৰাজ্যখন আৰম্ভৰেপৰা পাতি যাওঁচোন। আমাৰ আদিম অভাব মোচন কৰিবৰ বাবেই এই ৰাজ্য পতা হৈছে। নহয় জানো?"

"সেইটো ক'বই নেলাগে।"

"বাৰু। কিন্তু আমাৰ প্ৰথম আৰু আটাইতকৈ ডাঙৰ অভাব হ'ল জীৱ হিচাপে প্ৰাণ-ধাৰণত সহায় কৰিবলৈ আহাৰ।"

"সেইটো লাগিবই।"

"আমাৰ দ্বিতীয় অভাব হ'ল থকাঘৰৰ আৰু তৃতীয়তে হ'ল কাপোৰ-কানি আদিৰ।"

"সঁচা।"

"পিচে এতিয়া আমাৰ ৰাজ্যত ইমানবোৰ সামগ্ৰীৰ কেনেকৈ যোগান ধৰিবপৰা হ'ব সেইটো চোৱা যাওক। আৰম্ভনিতেই জানো আমাক কমেও এজন খেতিয়ক, ঘৰ সাজিবলৈ এজন মিস্ত্ৰী আৰু এজন তাঁতীৰ দৰ্কাৰ নহ'ব? এইখিনিৰেই হ'ব নে, লগতে মুচিয়াৰ এটা আৰু আৱশ্যক মতে আমাৰ কাম-কাজ কৰি দিবলৈ দুই-এটা লগুৱাও লাগিব?"

"কেলৈ নালাগিব?"

"তেনে হ'লে সৰুতকৈও সৰু হ'বপৰা ৰাজ্যখনত চাৰিজন বা পাঁচ জন মানুহ থাকিব।"

"হয়। থাকিব।"

"আৰু এটা কথা। এই কেইজনৰ প্ৰত্যেকেই নিজ নিজ পৰিশ্ৰমৰ ফল সমাজৰ উমৈহতীয়া ভৰাঁলত জমা দিব নে বাৰু? উদাহৰণ স্বৰূপে, আমাৰ খেতিয়ক জনে চাৰিওজনকে খাদ্য যোগান ধৰিব নে আৰু খাদ্য উৎপাদনত চাৰিগুণ শ্ৰম আৰু সময় খটুৱাই বাকী চাৰিজনকো সহায় কৰিব নে? নে, খেতিয়ক জনে আন কেইজনৰ বাবে নাচাই তেওঁ নিজেই খাবৰ জোখাৰে মাত্ৰ চাৰিভাগৰ

এভাগ খাদ্য হে উৎপাদন কৰিব আৰু তাৰ বাবে মাত্র চাৰিভাগৰ এভাগ সময় হে খেতিত লগাই বাকী তিনিভাগ সময়ৰ এভাগ নিজৰ বাবে ঘৰ সাজোঁতে, এভাগ তেওঁলৈ কাপোৰ-কানি গোটাওঁতে আৰু তৃতীয় ভাগ তেওঁৰ বাবে জোতা গোটোৱাত লগাব? আৰু, এই দৰেই, আনৰ সৈতে লগ লাগিবলৈ নগৈ নিজৰ কাম নিজেই কৰিব আৰু অকল নিজৰটো হে চাব?"

এডিমেণ্টুচে উত্তৰ দিলে, "বুজিছোঁ ছক্রেটিচ, মোৰ মনেৰে প্ৰথম আঁচনিখন হে দ্বিতীয় খনতকৈ সহজ হ'ব।"

মই কলোঁ, "ঠিকেই। সেইটোৰ হে সম্ভাৱনা বেচি। তোমাৰ উত্তৰ শুনি মইও ভাবি চাইছোঁ কোনো দুজন মানুহেই কেতিয়াও সাইলাখ একে হৈ নোপজে; বৰঞ্চ জন্মগত বুদ্ধিবৃত্তিত প্ৰত্যেকেই প্ৰত্যেকৰপৰা বেলেগ। এজন হয়তো এবিধ কামৰ উপযুক্ত, আন এজন আকৌ আন বিধৰ হে। তুমি কি ভাবাঁ বাৰু?"

"মইও সেইদৰেই ভাবোঁ।"

"মানুহ এজনে কোনো কামত সম্পূর্ণ সফলতা কেতিয়া লাভ কৰিব পাৰিব বুলি বাৰু ভাবাঁ?—বহুত কামত একেলগে ধৰোঁতে নে একেটা কামতে সম্পূর্ণ আত্মনিয়োগ কৰাৰ সময়ত?

"যেতিয়া একেটা কামতে লাগি থাকে।"

"তদুপৰি, যি সময়ৰ যিটো কাম তাক নকৰি বহি থাকিলে সেই সুযোগ আৰু কেতিয়াও ঘূৰি নাহে।"

"ঠিক কৈছোঁ।"

"কৰোঁতা জনৰ আজৰিৰ বাবে কামে বাট চাই নেথাকে; অকণো হেলা নকৰি বৰঞ্চ কৰোঁতা জনে হে ততালিকে কামটো কৰি পেলাব লাগে।"

"কৰিব লাগিব।"

"এতেকে প্ৰত্যেকেই নিজৰ জন্মগত যোগ্যতা অনুসৰি উচিত সময়ত উচিত কামত ধৰি অইন কেনিও মন নেমেলাকৈ লাগি থাকিলে উৎপাদনত বেচি সহজ হ'ব আৰু উৎপাদনৰ বস্তুও সৰহ আৰু উৎকৃষ্ট বিধৰ হ'ব।"

"নিঃসন্দেহে।"

"এডিমেণ্টুচ, তেনেহ'লে আমাৰ প্ৰয়োজনীয় বস্তু আটাইবোৰ পাবলৈ হ'লে আমাক চাৰিজনতকৈ বেচি নাগৰিক লাগিব। কাৰণ, ভাল নাঙ্গল তৈয়াৰ কৰিবলৈ হ'লে সেই কাম খেতিয়কে কৰিব নোৱাৰিব। সেইদৰে খেতিৰ বাবে লাগতিয়াল অন্যান্য সঁজুলিও কৰিব নোৱাৰিব। ঘৰসজা মিস্ত্ৰীয়েও তেনেদৰেই তাৰ লাগতিয়াল যন্ত্ৰপাতি তৈয়াৰ কৰাত নালাগিব। তাঁতী আৰু মুচিয়াৰৰ বেলিকাও সেই একে কথাই হ'ব।"

"সঁচা।"

"তেনে হ'লে কাঠমিস্ত্ৰী, সোণাৰি, কমাৰ আৰু তেনে ধৰণৰ আন আন কাৰিকৰো আমাক লাগিল। এই সকলোবোৰেই আমাৰ অকণমান ৰাজ্যখনৰ নাগৰিক হ'ব। তেওঁলোকেই হ'ব ৰাজ্যৰ অধিবাসী।"

"নিশ্চয়।"

"ধৰা জানিবাঁ, খেতিয়কক হাল বাবলৈ বলদ, ৰাজমিস্ত্ৰী আৰু খেতিয়কক পানী টনাবলৈ আৰু বয়বস্তু কঢ়িয়াই নিয়াবলৈ গাড়ী-টনা গৰু, তাঁতীক উনসূতা আৰু মুচিয়াৰক চামৰা যোগাবলৈ গৰখীয়া, মেষপালক বা তেনে মানুহকো আনি সুমুৱালোঁহি। তেতিয়াও দেখোন ৰাজ্যৰ জনসংখ্যা বৰ বেচি নহ'বগৈ।"

"কিন্তু, এটাইবোৰ গোট খুওৱাৰ পাছত ৰাজ্যখন পিছে তেনেই সৰুও হৈ নেথাকিবগৈ।"

"তত্নপৰি আৰু এটা কথা হ'ল নহয়। যি ঠাইলৈ অন্য দেশৰ-পৰা বস্তু-বেহানি আমদানি নহয় তেনে ঠাইত আমাৰ ৰাজ্যখন স্থাপন কৰিব নোৱাৰিম নহয়।"

"কোনো ৰকমেই নোৱাৰি।"

"তেনেহ'লে ৰাজ্যত আৰু এক শ্ৰেণীৰ মানুহ লাগিল যি অন্য ৰাজ্যৰপৰা সকলো লাগতিয়াল বস্তু আমদানি কৰিব।"

"লাগিব।"

"পিছে আমাৰ ৰাজ্যৰ বাবে লাগতিয়াল বস্তু-বেহানি আনিবলৈ আমাৰ যিসকল প্ৰতিনিধি অন্য ৰাজ্যলৈ যাব তেওঁলোক যদি শুদা হাতেই যায় আৰু সিখন ৰাজ্যৰ বাবে লাগতিয়াল একোটোকে

লৈ যাব নোৱাৰে, তেন্তে ঘূৰি আহোঁতেও শুদা হাতেই আহিব নালাগিব জানো ?"

"লাগিব।"

"তেন্তে, ৰাজ্যৰ ভিতৰত নিজৰ জোখাৰেই বস্তু উৎপন্ন কৰিলে নহ'ব। লগতে আন যি সকলৰপৰা সহায় বিচৰা যায় সেইসকলৰ বাবে লাগতিয়াল বস্তুও যথেষ্ট পৰিমাণে উৎপন্ন কৰিব লাগি।"

"কৰিব লাগিব।"

"এতেকে আমাৰ ৰাজ্যত খেতিয়ক আৰু কাৰিকৰৰ সংখ্যা সৰহ হ'ব লাগিব।"

"লাগিব।"

"আৰু অন্যান্যবোৰৰ ভিতৰত সৰহ ভাগ হ'ব নানান বস্তুৰ আমদানি-ৰপ্তানি কৰা সকল। এই সকলেই হ'ল সদাগৰ। নহয় জানো ?"

"হয়।"

"গতিকে আমাক সদাগৰো লাগিব।"

"নিশ্চয়।"

"আৰু যদি হে সাগৰেদি বেপাৰ-বাণিজ্য চলাবলৈ হয় তেন্তে বুজন সংখ্যক আৰু এবিধ মানুহ লাগিব, যি জাহাজ চলাচল কৰাত অভিজ্ঞ।"

"তেনে মানুহ যে সৰহসংখ্যক লাগিব তাত সন্দেহ নাই।"

"কিন্তু কোৱাঁচোন বাৰু ; ৰাজ্যৰ ভিতৰত বিভিন্ন উৎপন্ন বস্তুৰ বিনিময় কেনেকৈ হ'ব ? তোমাৰ মনত থাকিবই পায় যে বিনিময়ৰ সুবিধা কৰিবৰ বাবেই আমি মানুহবোৰ গোট খুৱাই ৰাজ্যখন পাতিছিলোঁ।"

"কেলৈ ওলাইয়েই আছে দেখোন। বেচা-কিনা কৰি।"

"তেতিয়াই আকৌ দৰ্কাৰ হ'ল বজাৰৰ। আকৌ লগা হ'ল মুদ্ৰা।"

"লাগিবই।"

"বাৰু জানিবাঁ খেতিয়ক এজনে নাইবা কোনোবা এজন কাৰিকৰে তেওঁৰ উৎপাদনৰ বস্তু অলপ লৈ বজাৰলৈ আহিছে, অথচ সেই-

সময়ত তেওঁৰ লগত বস্তু বিনিময় কৰিবলৈ কোনো নোলাল। তেতিয়া তেওঁ নিজৰ কাম এৰি দি এনেয়ে বহিব থাকিব লাগিব নেকি ?”

“কেলৈ থাকিব লাগিব ? এনে পৰিস্থিতিলৈ চকু ৰাখি আৱশ্যক-মতে সহায় কৰা মানুহ বজাৰত ওলাব নহয়। সংগঠিত ৰাজ্যত সেইবিধ মানুহেই হৈছে শাৰীৰিক শক্তিৰ ফালৰপৰা অতি দুৰ্ব্বল আৰু অইন কামৰ বাবে অলায়ক। সিহঁতৰ কাম হ’ল বজাৰতে বহি থাকি বস্তু বিক্ৰী কৰিবলৈ অহাবোৰক বস্তুৰ বিনিময়ত ধন দিয়া আৰু কিনিবলৈ অহাবোৰক ধনৰ সলনি বস্তু দিয়া।”

“গতিকে এই কাৰণেই আমাৰ ৰাজ্যত একশ্ৰেণী খুচুৰা বেপাৰীও ওলাল, যিবোৰে বজাৰতে বহি বেচা-কিনাত সহায় কৰে। সেইবোৰকে খুচুৰা বেপাৰী আৰু যিবোৰে ইখন ৰাজ্যৰপৰা গৈ সিখন ৰাজ্যত কিনা-বেচা কৰেগৈ সেইবোৰকে সদাগৰ নোবোলোঁ জানো ?

“কিয় নোবোলোঁ !”

“এইবিলাকৰ উপৰিও আৰু একশ্ৰেণীৰ লোক আছে। মানসিক শক্তিৰ ফালৰপৰা এওঁলোকক ৰাজ্যৰ নাগৰিক কৰিবলৈ টান। কিন্তু এওঁলোকৰ শাৰীৰিক শক্তি আছে আৰু কঠিন পৰিশ্ৰম কৰিব পাৰে। তেওঁলোকে তেওঁলোকৰ শ্ৰম বিক্ৰী কৰে। এই বিক্ৰী দামেই হ’ল মজুৰি। সেইবাবেই তেওঁলোকক মজতুৰ নাম দিয়া হৈছে। নহয় জানো ?”

“ঠিক কৈছা।”

“তেনেহ’লে, মজতুৰসকলো ৰাজ্যৰ পৰিপূৰক অংশই হ’ল।”

“হয়।”

“তেন্তে এডিমেণ্টুচ। এতিয়া আমাৰ ৰাজ্যখন সম্পূৰ্ণ ৰূপত প্ৰতিষ্ঠিত হ’ল বুলি ক’বপৰা হোৱা নাই জানো ?

“বোধকৰোঁ হৈছো।”

“পিছে ৰাজ্যখনৰ ভিতৰত এতিয়া ন্যায় আৰু অন্যায় ক’ত বিচাৰি পাম ? আমি যি কেইটা উপদানৰ কথা কলোঁহক তাৰ কোনটোৰ সৈতে বাৰু ন্যায় বা অন্যায়ক পোৱা যাব পাৰে ?”

“মই হ’লে ধৰিবপৰা নাই, ছক্ৰেটিচ। অৱশ্যে এই মানুহবোৰৰ

পাৰস্পৰিক সম্বন্ধত যদি কেনেবাকৈ পোৱা যায় সেইটো ক'ব নোৱাৰিছোঁ।"

"তুমি বোধহয় ঠিকেই ধৰিছঁা। অনুসন্ধান কৰিবই লাগিব। এৰিব নোৱাৰি। প্ৰথমতে তেন্তে বিচাৰ কৰা যাওক যিবোৰ মানুহক আমি বিভিন্ন বৃত্তিত দিলোঁ সেইবোৰে কেনে ধৰণৰ জীৱন-কৰিব। ধৰি লৈছোঁ, তেওঁলোকে খাদ্যবস্তু আৰু সুৰা উৎপাদন কৰিব। কাপোৰ আৰু জোতাও কৰিব। ঘৰো সাজিব। জহকালি কাম কৰোঁতে চোলা আৰু জোতা নোহোৱাকৈ চলিব; কিন্তু জাৰকালি চোলা-কাপোৰ আৰু জোতা পিন্ধি থাকিব। য-ধান, ঘেহু গুৰি কৰি তাৰে পিঠা সেকিব আৰু ৰুটি কৰি খাব। খেৰৰ চট বা সেউজীয়া পাতৰ ওপৰত এই বঢ়িয়া বঢ়িয়া পিঠা আৰু ৰুটিবোৰ সজাই ল'ব। ওচৰতে গছৰ ডালৰ পাটীত পৰি আনন্দ মনেৰে তেওঁলোকে ল'ৰা-ছোৱালীৰে সৈতে সুৰাপান কৰিব। ডিঙিত মালা পিন্ধি আৰু দেৱ-দেৱীৰ স্তুতি গীত গাই সমূহীয়াকৈ ৰং-ৰহইচ কৰিব। এইদৰে তেওঁলোকে সুখত দিন কটাব। লগতে দাৰিদ্ৰ্য বা যুদ্ধৰ-পৰা হ'বপৰা বিপৰ্য্যয়ৰ বাবেও সতৰ্ক হৈ থাকিব আৰু পোহপাল দিবপৰাতকৈ সৰহ ল'ৰা-ছোৱালীৰ জন্ম দিয়াৰপৰা বিৰত থাকিব।"

এনেতে গ্লকনে মাত লগালে। "তোমাৰ বৰ্ণনাৰপৰা যি বুজিলোঁ তোমাৰ মানুহবোৰে ৰুটিত সোৱাদ লগাবলৈ একোটোকে নোহোৱা-কৈয়েই ভোজত বহে।"

মই কলোঁ, "এৰা। মই পাহৰিছিলোঁৱেই। জুতি নলগোৱাকৈ আহাৰ কিয় খাব? নিমখ থাকিবই। লগতে জলফাই আৰু পণিৰ, সিজোৱা পিঁয়াজ আৰু কবি। আহাৰৰ পাছত খাবলৈ তেওঁলোকৰ কাৰণে ডিমৰু, মটৰ আৰু উৰহী আদি ফল-মূলৰ থালখনো ঠিক হৈ থাকিব। জামু আৰু বাদাম জুইত সেকি লৈ সুৰাৰ লগত মিহলাই খাব পাৰিব। এইদৰে সুখে-সন্তোষে তেওঁ-লোকে দীৰ্ঘ জীৱন উপভোগ কৰিব। বুঢ়া হৈ মৰিবৰ সময়তো পো-পোৱালীক এই আমোদ-প্ৰমোদৰ উত্তৰাধিকাৰী কৰি থৈ যাব।"

তেতিয়া গ্লকনে ক'লে, "কিন্তু ছক্ৰেটিচ। গাহৰি এপাল পোহা হ'লে দেখোন তুমি এইদৰেই খুৱাই-বুৱাই ৰাখিলাহেঁতেন।"

"গ্লকন, তুমি নো বাৰু কেনেকৈ ৰাখিলাঁহেতেন ?" মই সুধিলোঁ।

"সভ্য মানুহক ৰখাৰ দৰে।" তেওঁ ক'লে, "তেওঁলোকক মই কঠোৰ জীৱন যাপন কৰিবলৈ নিদিওঁ। পালেঙত শুবলৈ আৰু মেজত খাবলৈ দিম। খোৱা মেজত আধুনিক ধৰণে আহাৰ, ফল-মূল মিঠাই সজাই থম।"

"ওঁ বুজিলোঁ। অর্থাৎ তুমি প্রকৃত ৰাজ্য এখন পতাৰ কথা ভবা নাই, ভাবিছাঁ বিলাসিতাপ্রিয় ৰাজ্য এখনৰ কথা হে। তোমাৰ প্রস্তাৱটোও অৱশ্যে বেয়া হোৱা নাই। তেনে ৰাজ্যৰ অনুসন্ধান কৰিলে ন্যায়-অন্যায়েনো কেনেকৈ ৰাজ্যত শিপা মেলে সেইটো উলিওৱাত সহায় হ'ব। পিছে আমি বর্ণনা কৰা ৰাজ্যখনেই হ'ল আদর্শ ৰাজ্য অর্থাৎ সুস্থ ৰাজ্য। কিন্তু তুমি যদি কোৱাঁ উত্তেজনাত চটফটাই থকা ৰাজ্য এখনৰো আমি কল্পনা কৰিব লাগে সেইটো কৰাতো বাধা নাই। আমি বর্ণোৱা আহাৰ বা জীৱনধাৰণ প্রণালীত কোনো কোনোৱে হয়তো সন্তুষ্ট নহ'ব। তাৰ উপৰিও তেওঁলোকে বিচাৰিব পালেং, মেজ, নানান সাজসজ্জা আৰু লগতে বিবিধ সুখাদ্য, সুগন্ধি বস্তু, মিঠাই ইত্যাদি। এই সকলোবোৰকে উভৈনদীকৈও বিচাৰিব। তদুপৰি, আমি যিখিনি অত্যাৱশ্যকীয় বস্তুৰ কথা পোনতে কৈছিলোঁ, অর্থাৎ ঘৰ, কাপোৰ আৰু জোতা, তাতেই আবদ্ধ ৰাখিব নোৱাৰিম। আমাক চিত্রবিদ্যা আৰু চিলাই-শিক্ষাও লাগিব। সোণ, হাতী দাঁত আৰু তেনে ধৰণৰ সকলো বিধ মূল্যবান বস্তুও লাগিব। নালাগিব জানো ?"

"হয়, লাগিব।"

"তেতিয়া হ'লে আমাৰ ৰাজ্যখন বহলাব লাগিব ; কিয়নো, আমাৰ প্রথমৰ ৰাজ্যখন অর্থাৎ সুস্থ ৰাজ্যখনৰ আয়তন কম হ'বগৈ। আয়তন বৃদ্ধি কৰি ৰাজ্যখন বিবিধ ধৰণৰ এনে কিছুমান ব্যৱসায়েৰে ভৰপূৰ কৰি দিব লাগিব, যিবোৰ, স্বাভাৱিক অভাব পূৰণৰ বাবে মানুহক নহ'লেও হয়। উদাহৰণ স্বৰূপে, একশ্রেণী চিকাৰি লাগিব, ৰূপ, ৰং আৰু সঙ্গীতৰ কলাকাৰকে ধৰি সকলো বিধ অনুকৰণৰ কলাকাৰ লাগিব ; লগতে লাগিব কবি সকলক আৰু তেওঁলোকৰ লগত থকা গায়ক, নাট্যকাৰ নৃত্যবিশাৰদ, ঠিকাদাৰ ইত্যাদি ;

তদুপৰি সকলোৰে শেষত আহিব তিৰোতা মানুহৰ সাজপাৰ তৈয়াৰ কৰা সকলকো ধৰি বিভিন্ন প্ৰকাৰৰ বস্তু বেহানিৰ প্ৰস্তুতকাৰক সকল। সেইদৰে আকৌ আমাক আৰু সৰহীয়াকৈ ঘৰুৱা চাকৰ-নাকৰ লাগিব। নেলাগিব জানো ? আন প্ৰকাৰে ক'বলৈ গ'লে আমাক ঘৰুৱা শিক্ষক লাগিল, পিয়াহ খুউওৱা ধাই, পিয়াহ নুখুউওৱা ধাই লাগিল, আয়া লাগিল, নাপিত আৰু ৰান্ধনী লাগিল। এইবোৰৰ বাহিৰেও দৰ্কাৰ হ'ল মিঠাই প্ৰস্তুতকাৰক। নহয় জানো ? ওপৰঞ্চিকৈ আকৌ দৰ্কাৰ হ'ল গাহৰিৰখীয়া, যি শ্ৰেণী মানুহক আমাৰ প্ৰথমৰ খন ৰাজ্যত দেখা নগৈছিল। তেতিয়া সেইবোৰৰ দৰ্কাৰ নাছিল; কিন্তু এইখন ৰাজ্যলৈ অহা বাকী মানুহবোৰৰ বাবে এই শ্ৰেণীৰ আৱশ্যক হ'ল। আকৌ, যি সকলে গৰু মঙ্গহ খাব খোজে তেওঁ-লোকৰ বাবে সকলো বিধৰ গৰু মঙ্গহকে সৰহকৈ লগা হ'ল। নালাগিব জানো ?"

"নিশ্চয় লাগিব।"

"তেনেহ'লে, আমাৰ আগৰখন ৰাজ্যতকৈ এতিয়াৰ খনত চিকিৎসকৰ আৱশ্যকতা বহুত বেছিকৈ অনুভৱ নকৰিম জানো ?"

"কিয় নকৰিম ?"

"এতেকে যি খন ৰাজ্য আগতে অধিবাসী সকলক পোহপাল দিবৰ জোখাৰে হৈছিল, সেইখন এতিয়া বহুত সৰু হৈ পৰিব আৰু অধিবাসী সকলৰ বাবে যথেষ্ট নহ'বগৈ।

"নিশ্চয় সৰু হ'ব।"

"তেনে অৱস্থাত, আমি জানো আমাৰ চুবুৰীয়া ৰাজ্যৰ এছোৱা কাঢ়ি ল'ব নালাগিব—যদি হে আমাৰ গৰু-গাই চৰিবলৈ আৰু খেতি কৰিবলৈ যথেষ্ট মাটি লগা হয় ? ইফালে চুবুৰীয়া ৰাজ্যখনেও যদি আমাৰ দৰেই অভাবৰ পৰিধি বহলাই সম্পত্তি আহৰণৰ দুৰন্ত আকাঙ্ক্ষা কৰে তেতিয়া তেওঁলোকেও জানো আমাৰ ৰাজ্যৰ এছোৱা দখল কৰিবলৈ নিবিচাৰিব ?"

"হয়, ছক্ৰেটিছ। এনে পৰিণতি অৱশ্যম্ভাৱী।"

"তেতিয়া হ'লে গ্লকন, ইয়াৰ পিছৰ স্তৰতেই আমি যুদ্ধত নামিব লাগিব। নে, কি ভাবাঁ ?"

"তুমি কোৱাৰ দৰেই হ'বগৈ।"

"এতিয়া মাত্র আমি ইয়াকে ক'ব পাৰোঁ যে যুদ্ধৰ কাৰণ বিচাৰি আমি পাইছোঁ এইটোকে—ৰাজ্যখনক সামূহিক ভাৱে নাইবা ৰাজ্যৰ নাগৰিক সকলক ব্যক্তিগত ভাৱে যি কোনো বিধৰ অনিষ্ট কৰিবপৰা ঘটনাই হ'ল যুদ্ধৰ মূল কাৰণ।"

"একেবাৰে ঠিক কথা কৈছা।"

"তেনেহ'লে বন্ধু, আমাৰ ৰাজ্যখন আৰু ভালকৈয়ে বঢ়াব লগা হ'ল।" অর্থাৎ আমাক ডাঙৰ সেনাবাহিনী লাগিল। আমাৰ ৰাজ্যৰ যিখিনি সা-সম্পত্তি আৰু যিবোৰ নাগৰিকৰ কথা আমি কৈছোঁহক সেইবোৰক শত্রুৰ হাতৰপৰা ৰক্ষা কৰিব লাগিব এই বাহিনীয়েই।"

তেওঁ সুধিলে, "কিয়? মানুহবোৰে নিজেই জানো ৰক্ষা কৰিব নোৱাৰিব?"

"ওহোঁ। তেওঁলোকে নোৱাৰিব। আমাৰ ৰাজ্যখনৰ আৰ্হিটো ঠিক কৰিবৰ সময়তেই তুমিও আৰু আমি আটায়ে যি সিদ্ধান্ত কৰিছিলো সেইটো শুদ্ধ হ'লে, নোৱাৰিব। তোমাৰ বোধকৰোঁ মনত থাকিব পায়, আমি এই বুলি কৈছিলোঁ যে একেজনে মানুহে হৰেক বৃত্তিৰ কাম সুচাৰুৰূপে কেতিয়াও সমাধা কৰিব নোৱাৰে।"

"সঁচা।"

"তেনেহলে এই যুদ্ধ কৰা কামটো জানো এবিধ বৃত্তি বুলিয়েই ধৰিব নালাগিব?"

"নিশ্চয় লাগিব।"

"জোতা প্রস্তুত কৰা বৃত্তিৰ বাবে আমি যিমান যত্ন লম, যুদ্ধ কৰা বৃত্তিৰ বাবেও জানো সমানেই ল'ব নালাগিব?

"সমানেই লাগিব।"

"কিন্তু জানাই নহয়। মুচিয়াৰক আমি এই বুলি সতর্ক কৰিছিলোঁ যে তাৰ নিজৰ বৃত্তিটো ভালকৈ চলাবলৈ হ'লে সি মুচিয়াৰ হোৱাৰ উপৰিও খেতিয়ক বা তাঁতী বা ৰাজমিস্ত্রী হ'বলৈ যাতে চেষ্টা নকৰে। সেইদৰেই আমি প্রত্যেক বিধ কাৰিকৰৰ বাবে একোটা নির্দ্দিষ্ট বৃত্তি বান্ধি দিছিলোঁ। অর্থাৎ যিবোৰৰ বাবে সি প্রকৃততে উপযুক্ত

আৰু যিটোত অকণো আওহেলা নকৰাকৈ একাণপতীয়াকৈ লাগি থাকিলে সি সফলতা লাভ কৰিব পাৰিব। সেইদৰে, যুদ্ধৰ কামটোও সুচাৰুৰূপে কৰাটো অতি দৰ্কাৰী বুলি জানো নক'ৰোঁ? পৃথিৱীত এনে মানুহ নাই যি সকবেপৰা মনোযোগ দি নিশিকাকৈয়েই হঠাতে কেতিয়াবা এচাল মাৰিয়েই পাকৈত দবা-খেলুৱৈ বা পাশাখেলুৱৈ হ'ব পাৰিছে। কিন্তু যুদ্ধৰ কামটো ইমান উজু নে যে মানুহ এজনে একে সময়তে খেতিয়কৰ কাম, মুচিয়াৰৰ কাম নাইবা মজদুৰৰ কাম কৰি থাকিও ভাল যোদ্ধা হ'ব পাৰিব? তদুপৰি অবোবালখন বা যুদ্ধৰ আন কিবা অস্ত্র এপাত বা সঁজুলিত হাত দিয়াৰ দিনাই জানো কোনোবাই পৰাক্রমী বাহিনী এটাৰ বিৰুদ্ধে যুঁজিবগৈ পাৰিব? নাইবা, যুদ্ধ ক্ষেত্রৰ অইন যি কোনো কাম কৰিবগৈ পাৰিব? হাথিয়াৰ এপাত হাতত লোৱা মাত্রকেই কোনেও পকা কাৰিকৰ বা মল্লযোদ্ধা হ'বগৈ নোৱাৰে! তদুপৰি যি জনে হাথিয়াৰৰ মোল বুজি নেপায় বা তাক ব্যৱহাৰ কৰাৰ যথেষ্ট অভিজ্ঞতা অৰ্জ্জন কৰা নাই তেওঁৰ বাবে তেনে হাথিয়াৰ কোনো কামত নহে।"

"এনে হোৱা হ'লে দেখোন যুদ্ধৰ এই সঁজুলিবোৰ বৰ মূল্যবানেই হ'লহেঁতেন!"

"তেনেহ'লে এই ৰক্ষকসকলে কৰিবলগীয়া কামৰ গুৰুত্ব অনুপাতে তেওঁলোকক অন্য কামৰপৰা বিশেষ ৰেহাই দিব নেলাগিব জানো? লগতে তেওঁলোকৰ বিশেষ পটুতা আৰু মনোযোগো থাকিব নেলাগিব জানো?"

"লাগিব বুলি মইও ভাবোঁ।"

"তদুপৰি এনে এটা বিশেষ বৃত্তিৰ বাবে উপযোগী স্বাভাৱিক বুদ্ধিবো প্রয়োজন নহ'ব জানো?

"কিয় নহ'ব?"

"তেন্তে, পাৰোঁ যদি এতিয়া আমি বাছি উলিয়াওঁ, জন্মগত গুণৰ ভিতৰত ঘাইকৈ কোন বিধে এই গুণৰ অধিকাৰীক ৰাজ্যপালকৰ উপযুক্ত কৰে।"

"নিশ্চয়! এইটো আমাৰে কাম।"

"পিছে এই কাম তেনেই উজু নহয় দেই। সেই বুলি হওঁতে, সেই দায়িত্ব পালন নকৰাৰ কথা হ'ব নোৱাৰে। আমাৰ শক্তিয়ে আঁটেমানে চাবই লাগিব।"

"নাই নাই। আমি এৰি দিব নোৱাৰোঁ।"

মই সুধিলোঁ, "বাৰু, পহৰা দিবৰ বাবে লাগতিয়াল গুণলৈ চাই সুশিক্ষিত কুকুৰ এটা আৰু সাহসী ডেকা এজনৰ মাজত কিবা প্ৰভেদ আছে বুলি তেনেহ'লে তুমি ভাবা নেকি?"

"তুমি কি কৈছা মই ধৰিবপৰা নাই।"

"মই ইয়াকে কৈছোঁ যে সিহঁত দুইটাই শত্ৰুক ধৰা পেলোৱাত চোকা হ'ব, ধৰা পেলোৱাৰ লগে লগেই শত্ৰুক আগছি ধৰাত বেগী হ'ব আৰু শত্ৰুৰ লগত সমুখ যুদ্ধত সিহঁতে পৰাক্ৰম দেখুৱাব পাৰিব। নহয় জানো?"

"হয়, এই কেউটা গুণৰে দৰ্কাৰ।"

"ইয়াৰ উপৰিও ভাল যুজাঁৰু হ'বলৈ হ'লে সিহঁত দুয়ো সাহসী হ'ব লাগিব?"

"নিশ্চয়।"

"কিন্তু ঘোঁৰাই বা কুকুৰেই বা অন্য যেই কোনো জন্তুৱেই জানো তেজী[১] নহ'লে সাহসী হ'ব পাৰিব? আৰু এই তেজ বোলা বস্তুটো কিমান অদম্য আৰু অপৰাজেয় সেইকথা তুমি জানো মন কৰা নাই? তাৰ প্ৰভাৱত পৰিলে সকলো প্ৰাণীয়েই যি কোনো বিপদৰ সন্মুখতে নিৰ্ভীক আৰু অদম্য সাহসী হৈ পৰে।"

"মন কৰিছোঁ।"

"আমাৰ ৰাজ্যপালকক নো কেনে বিধ দৈহিক গুণৰ দৰ্কাৰ সেই কথা তেনেহ'লে গম পালোঁহক।"

"হয়।"

"আৰু লগতে কেনে বিধ মানসিক গুণ দৰ্কাৰ তাকো। অৰ্থাৎ তেওঁ তেজী[১] হ'ব লাগিব।"

---

১। ইংৰাজী spirited শব্দৰ প্ৰতিশব্দ হিচাপে "তেজী" বা "তেজস্বী" শব্দ দিয়া হৈছে। মূল গ্ৰীক শব্দটোৰ ইংৰাজী অনুবাদতো সঠিক প্ৰতিশব্দ দিবপৰা নাই।—অনুবাদক

"হয়।"

"পিছে গ্লকন, তেওঁলোকৰ স্বাভাৱিক প্ৰকৃতি যদি এনেকুৱাই হ'বলৈ হয়, তেন্তে নিজৰ ভিতৰতে ইজনে সিজনক নাইবা অন্যান্য নাগৰিকক অশিষ্ট ব্যৱহাৰ কৰাৰপৰা কেনেকৈ ৰক্ষা পোৱা যাব ?"

"এৰা। সেইটো হে টান কথা হ'ল।"

"সি যি কি নহওক, তেওঁলোক বন্ধুৰ প্ৰতি নম্ৰ হৈ অকল শত্ৰুৰ প্ৰতি হে খঙাল হোৱা উচিত। এয়ে হ'বলৈ নহ'লে তেওঁলোকক অইনে ধ্বংস কৰালৈ বাট চাবই নেলাগিব আৰু। নিজৰ ভিতৰতে মৰামৰি কৰি ধ্বংস পাব।"

"সঁচা কথা।"

"তেনেহ'লে কি উপায় হ'ব ? এনে চৰিত্ৰৰ মানুহ আমি ক'ত পাম যি একেৰাহে নম্ৰও আৰু তেজীও হ'ব ?" ইফালে, নম্ৰ স্বভাৱ জানো তেজস্বী স্বভাৱৰ বিপৰীত নহ'ব ?"

"হ'ব।"

"কিন্তু নম্ৰতা আৰু তেজস্বিতা এই দুই গুণৰ এটাও গুণো নেথাকিলে কোনো মানুহ ৰাজ্যপালক হ'ব নোৱাৰিব। ইফালে যেহেতু এই দুই গুণ একেজনৰ গাত থাকিব নোৱাৰে, গতিকেই দেখা গ'ল যোগ্য ৰাজ্যপালক পোৱাটোও দুৰূহ কথা হ'ব।"

"তেনে যেনেই দেখোন লাগিছেগৈ।" তেওঁ ক'লে।

এইখিনিতে মই কি ক'ম কি নক'ম ঠিক কৰিবপৰা নাছিলোঁ। পিছে আমাৰ আলোচনাৰ কথাখিনি মনত পেলাই লৈ মই ক'লোঁ, "বুজিছাঁ আমি বিবুধিত পৰিবৰে কথা; কিয়নো, আমি যি দৃষ্টান্ত আগত ৰাখি আলোচনা আৰম্ভ কৰিছিলোঁ সেই দৃষ্টান্ত ক'ৰবাতে এৰি থৈ আহিলোঁহক।"

"এইটো আকৌ কেনেকৈ হ'ল ?"

"নহয়, কথাটো হ'ল যে এনে বিপৰীতমুখী দুটা গুণৰ সংযোগ হৈ থকা চৰিত্ৰও যে থাকিব পাৰে সেই কথা আমাৰ মনত নেখেলালেই। আমি ধৰি লৈছিলোঁ এনে চৰিত্ৰ থাকিবই নোৱাৰে।"

"বাৰু কোৱাঁচোন। এই সংযোগ ক'ত পাব পাৰি ?"

"জন্তু বহুতৰে ভিতৰত দেখিবলৈ পাবাঁ। বিশেষকৈ আমাৰ ৰাজ্যপালকৰ লগত যি জন্তুৰ তুলনা আমিয়েই কৰিছিলোঁ তাৰ গাতে পাবাঁ। তুমিতো জানাই যে সুশিক্ষিত কুকুৰ এটা বন্ধু বা চিনাকি জনৰ ওচৰত অতি নম্র হৈ থাকে; কিন্তু অচিনাকি জনক দেখা পালেই ঠিক তাৰ বিপৰীত হৈ পৰে।"

"হয় হয়।"

"এতেকে কথাটো অসম্ভৱ নহয়। অৰ্থাৎ আমাৰ ৰাজ্যপালক শ্ৰেণীৰ গাতো এনে চৰিত্ৰই থাকিব বুলি ক'লে ভুল কৰা নহ'ব।

"এৰা নহ'ব হ'ব পায়।"

"বাৰু, উপযুক্ত ৰাজ্যপালক হ'ব লাগিলে দাৰ্শনিক আৰু তেজস্বী চৰিত্ৰৰো অধিকাৰী হ'ব লাগিব বুলিও তেনেহ'লে তুমি কবাঁ নেকি।"

"তুমি কি কৈছাঁ মই একো বুজিব পৰা নাই।"

"মই যি বিশিষ্ট লক্ষণৰ কথা কৈছোঁ সেইটো কুকুৰত পাবাঁ। এই লক্ষণেই হ'ল কুকুৰৰ নিজস্ব ধৰ্ম্ম।"

"সেই ধৰ্ম্মনো কি?"

"অচিনাকি মানুহ দেখিলেই, লাগিলে কোনেও নোজোকাওকেই, কুকুৰৰ খং উঠে। কিন্তু চিনাকি এজন দেখিলে সি আদৰণি জনায়; অথচ তেনে মানুহৰপৰা হয়তো সি কেতিয়াও কোনো মৰমো পোৱা নাই। এই কথাটো তুমি কেতিয়াবা চিন্তা কৰি চাইছাঁ নে বাৰু?"

"নাই, সেই কথালৈ মই আজিলৈকে লক্ষ্য কৰা নাই। অৱশ্যে কুকুৰে এনে আচৰণ দেখুৱায় হয়।"

"কিন্তু, কুকুৰৰ এই স্বাভাৱিক প্ৰকৃতিয়েই হ'ল অতিপাত টেঙৰ গুণৰ পৰিচায়ক। লগতে ইয়েই যথাৰ্থ দাৰ্শনিক স্বভাৱৰো লক্ষণ।"

"এইটোনো আকৌ কেনেকৈ হ'ল?"

"শত্ৰু-মিত্ৰ নিৰ্ণয় কৰোঁতে কুকুৰৰ বাবে একমাত্ৰ কথা হ'ল সি মানুহজনক চিনি পায় নে নেপায় সেইটো। যি জন তাৰ চিনাকি সিয়েই তাৰ মিত্ৰ আৰু যি জন অচিনাকি সিয়েই তাৰ শত্ৰু। কোৱাঁচোন বাৰু, জনাটোকে চিনাকি আৰু নজনাটোকে অচিনাকি বুলি যি প্ৰাণীয়ে ধৰে, তাক জানো জ্ঞান-পিপাসু নহয় বুলি কবাঁ?

"নহয় বুলিব কেতিয়াও নোৱাৰি। সি জ্ঞানপিপাসু হ'বই।"

"তেনেহ'লে জ্ঞানৰ হেপাহ আৰু দাৰ্শনিক স্বভাব দুয়োটা একেই নহয় জানো?"

"হয়।"

"তেন্তে, আমি জানো নিৰ্ভয় মনে এইটো ক'ব নোৱাৰিম নে যে যি জনে নিজৰ সম্বন্ধীয় আৰু পৰিচিতসকলৰ প্ৰতি সদয় মনোভাব ৰাখে, তেনেজনৰ গাত জ্ঞান আৰু দৰ্শনৰ হেপাহ থাকিবই লাগিব।"

"হয়। সঁচা কথা।"

"তেনেহ'লে আমি ক'ব পাৰোঁ যে যি জনৰ চৰিত্ৰত আদৰ্শ ৰাজ্যপালকৰ স্বাভাৱিক প্ৰতিভা দেখা যায় তেঁৱেই দাৰ্শনিক মনৰ, তেজস্বী, দ্ৰুতবেগী আৰু বলবান হ'ব লাগিব।"

"নিশ্চয় হ'ব।"

"এতেকে সেয়েই হ'ব আমাৰ ৰাজ্যপালক শ্ৰেণীৰ মৌলিক চৰিত্ৰ। কিন্তু আমি তেওঁলোকক কেনে ধৰণে লালন-পালন কৰিম বা শিক্ষা দিম, সেই বিষয়ৰ অনুসন্ধানে জানো আমাৰ আলোচনাৰ উদ্দেশ্য-সাধন কৰিব? আমাৰ মুখ্য কথা হ'ল ন্যায় আৰু অন্যায় কেনেকৈ ৰাজ্যত উৎপত্তি হয় তাক উলিওৱা। এতিয়া আমি এই বিষয়ৰ অনুসন্ধান কৰোঁতে দৰ্কাৰি কোনো কথাকে বাদ দিব নেলাগে আৰু অদৰ্কাৰি কথাতো মিছাতে ধৰি থাকিব নেলাগে।"

তেনেতে গ্লকনৰ ভায়েকে মাত লগালে, "মোৰ হ'লে পূৰা বিশ্বাস এই অনুসন্ধানে আমাৰ লক্ষ্যসাধন কৰাত সহায় কৰিবগৈ।"

"যদি সেইটোৱেই হয় তেন্তে আমি এৰি দিব নোৱাৰোঁহক, এডিমেণ্টুচ। লাগিলে এই আলোচনা অলপ দীঘলীয়া হ'লেও হওক", মই কলোঁ।

"নাই, এৰিব নোৱাৰি।"

"বেচ তেন্তে। এতিয়া আমি দীঘলীয়া সাধুকথা কোৱাৰ দৰে আমাৰ ৰাজ্যপালকহঁতৰ শিক্ষাৰ বিষয়ে বৰ্ণনা দিওঁহক।"

"ওঁ দিয়া হওক।"

"তেন্তে, এই শিক্ষা নো কেনে হ'ব? অতীত কালৰ অভিজ্ঞতাৰ

ভিত্তিত যি শিক্ষা-ব্যৱস্থা কৰা হৈছে তাতকৈ জানো কিবা উন্নত ব্যৱস্থা আমি উলিয়াব পাৰিম ? এই পুৰণি শিক্ষাই হ'ল দৈহিক উৎকৰ্ষ সাধনৰ বাবে ব্যায়ামৰ আৰু মানসিক উৎকৰ্ষ সাধনৰ বাবে সঙ্গীতৰ শিক্ষা।"

"হয়।"

"ব্যায়াম-শিক্ষাৰ কথাটো পিচলৈ থৈ আগতে সঙ্গীত-শিক্ষাৰ বিষয়েই আলোচনা কৰোঁহক, নহয় জানো ?"

"সেইটো আগধৰি কৰিবই লাগিব।"

"সঙ্গীত বোলোঁতে তুমি উপাখ্যানকো সামৰিবাঁ নে নাই ?"

"সামৰিম।"

"উপাখ্যান আকৌ দুবিধৰ আছে—এবিধ সঁচা কাহিনী আৰু আন বিধ কাল্পনিক সাধু।"

"হয় আছে।"

"আমাৰ শিক্ষাৰ্থীহঁতক দুইটাতে শিক্ষা দিব লাগিব। আগতীয়াকৈ অৱশ্যে কাল্পনিক সাধুৰে। নহয় জানো ?"

"তুমি কি ক'ব খুজিছাঁ মই হ'লে ধৰিবপৰা নাই।"

"কেলৈ, আমি জানো শিশুকালত পোণতে সাধু কথাকে কৈ আৰম্ভ নকৰোঁ ? সাধুকথাৰ সৰহ ভাগেই কাল্পনিক কথা ; অৱশ্যে দুই-এটা সঁচা ঘটনাও থাকে। ল'ৰা-ছোৱালীক শিকাবলৈ লওঁতে সাধুকথা হে প্ৰথমে কোৱা হয়। তাৰ পাচত হে ব্যায়াম শিকোৱা হয়।"

"হয়।"

"ব্যায়ামতকৈ আগতেই সঙ্গীত শিকাব লাগে বুলি কওঁতে মই ইয়াকেই বুজাইছোঁ।"

"ঠিকেই কৈছাঁ।"

"জানাই নহয়, সকলো কথাতে আৰম্ভনিটোৱেই আটাইতকৈ ডাঙৰ কথা ;—বিশেষতঃ ল'ৰাকালৰ কোমল মনৰ বেলিকা। এই সময়তেই শিশুৰ মনত যি সাঁচকেই ঢালিব খোজা হয় তাকে অতি সহজে ঢালিব পৰা হয় আৰু সিয়েই দ-কৈ বৈ যায়।"

"ঠিক কৈছাঁ।"

"তেনেহ'লে, কোনো বাছবিচাৰ নকৰাকেই যেয়ে সেয়ে যধে মধে লিখা উপাখ্যান আমাৰ ল'ৰা-ছোৱালীবোৰক শুনিবলৈ এৰি দিব পৰা হ'ব জানো? আৰু তাকে কৰিলে হ'বগৈ কি? এই ল'ৰা-ছোৱালীবোৰে বুজন বয়সত যিবিলাক ধাৰণা লোৱাটো উচিত বুলি ভাবোঁহক, ঠিক তাৰ বিপৰীত ধাৰণাকে সিহঁতৰ মনত সোমাবলৈ হে এৰি দিয়া হ'ব। এই কাম কৰা জানো উচিত হ'ব?"

"ওহোঁ। কেতিয়াও নোৱাৰি।"

"তেন্তে প্ৰথমে প্ৰথমে আমাৰ কৰ্ত্তব্য হ'ল সাধুকথা প্ৰণেতা-সকলৰ ওপৰত চকু ৰখা। তেওঁলোকে লিখা ভাল ভাল সাধুবোৰ বাছি ল'ব আৰু বেয়াবোৰ বাদ দিব লাগিব। বছা বছা এই সাধুবোৰকে শিশুহঁতক সদায় শুনাবলৈ আমাৰ ধাই আৰু মাকবোৰক ক'ব লাগিব। এনেদৰেই তেওঁলোকে শিশুৰ দেহাটোৰ গঢ় দিয়াৰ আগতেই সাধুকথা শুনাই মনত সাঁচ বহুৱাব। কিন্তু বৰ্ত্তমানে প্ৰচলিত সাধুকথাৰ সৰহ ভাগকেই আমি বাদ দিব লাগিব।"

"কোনবোৰৰ কথা নো কৈছাঁ?" তেওঁ সুধিলে।

মই উত্তৰ দিলোঁ, "ডাঙৰ কাহিনীবোৰ ল'লেই হ'ব; এইবোৰতে সৰু আখ্যানবোৰো সোমাই আছে। ডাঙৰ-সৰু উভয় বিধৰ সাধুৰেই সাধাৰণ চৰিত্ৰ আৰু ধাৰা একেটাই হ'ব। নহয় জানো?"

"ময়ো সেইদৰেই ভাবোঁ। কিন্তু ডাঙৰ কাহিনী মানে তুমি কি বুজাইছা তাকে হে ধৰিব পৰা নাই।"

"হেছিয়দ, হোমাৰ আৰু অন্যান্য কবি সকলে যি বোৰ কাহিনী কৈছে সেইবোৰকে ডাঙৰ কাহিনীৰ লেখত ধৰিছোঁ। এই সকলে যিবোৰ কাহিনী কৈছিল আৰু যিবোৰ এতিয়ালৈকে প্ৰচলিত হৈ আছে সেইবোৰ হ'ল কাল্পনিক আখ্যান।"

"তুমি নো কোন বিধ কাহিনীৰ কথা কৈছাঁ? সেইবোৰত নো তুমি কি দোষ দেখিলাঁ?"

"দেখা মাত্ৰকেই যি বিধ দোষক তীব্ৰ নিন্দা কৰিব লাগে তেনে দোষৰ কথাই কৈছোঁ। বিশেষতঃ যি বোৰ কাহিনীত কোনো সৌন্দৰ্য্যবোধ নাই সেইবোৰ।"

"কিন্তু দোষটো নো কি"

"কোনো এটা বস্তুৰ চিত্ৰ আঁকিবলৈ লৈ চিত্ৰকৰে বিকৃত ৰূপ-এটা দিলে এই দোষ হয়। তেনেদৰেই কবিয়ে দেৱতা আৰু বীৰ সকলৰ চৰিত্ৰক কুৎসিত ৰূপ দিলেও এইটো দোষেই হ'ব।"

"হয়, এনে দোষৰ নিন্দা কৰাটো উচিত হব। পিচে, কথাটো বাৰু আৰু অলপ বুজাই কোৱাঁচোন। তেনে বিধ দোষৰ দুই-এটা দৃষ্টান্তও দিয়া।"

"শুনা বাৰু। প্ৰথমতে চোৱাঁচোন, যি জন কবিয়ে উৎকৃষ্ট বিষয়ত অতি নিৰ্ভীক কাব্য ৰচনা কৰিলে, তেওঁও গৈ এটা কুৎসিত গল্প হে সাজি উলিয়ালেগৈ! আৰু আমাক ক'লে হেছিয়দে[10] কোৱা ধৰণেই কেনে বিধৰ আচৰণ ইউৰেনাচে দেখুৱালে, ক্ৰনচে[11] কেনেকৈ ইউৰেনাচৰ ওপৰত প্ৰতিশোধ ললে। ক্ৰনচৰ কাৰ্য্যকলাপ আৰু পুতেকে তেওঁক কৰা ব্যৱহাৰৰ কথা জানিবাঁ সঁচাই হ'ল, তথাপিও মোৰ মতে হ'লে সেই কথাবোৰ অকণো লুকঢাক নকৰাকৈ ল'ৰা-ছোৱালীৰ আগত বা নিৰ্ব্বোধ মানুহৰ আগত কোৱাটো অনুচিত। বৰঞ্চ সেইবোৰ কথা একেবাৰেই লুকাই ৰাখিব হে লাগে। আৰু যদি হে কিবা কাৰণত ক'বও লগা হয়, তেতিয়া অতি গোপনে দুই-এজনৰ আগত হে প্ৰকাশ কৰিব লাগে। তাকো, গাহৰি[12] -বলিৰ পাচত নহয়, দুষ্প্ৰাপ্য, দামী বলি দিয়াৰ পাছত হে, অৰ্থাৎ যেতিয়া নিচেই তাকৰীয়া মানুহ হে উপস্থিত থাকে।"

"হয়। বাস্তৱিকে এইবোৰ অতি বীভৎস উপাখ্যান।"

"মইতো কৈছোঁৱেই। এতেকে এডিমেণ্টুচ, এইবোৰ উপাখ্যান আমাৰ ৰাজ্যত পুনৰ প্ৰচলন কৰিবলৈ দিব নোৱাৰি। সেয়েই নহয়, আমি সৰু ল'ৰা এটাক এইবুলি কেতিয়াও ক'ব নোৱাৰোঁ যে সি অতি জঘন্য অপৰাধ কৰিলেও নাইবা তাৰ বাপেকে কিবা অপৰাধ কৰোঁতে সি বাপেকক জঘন্যভাৱে গালি-শপনি পাৰিলেও সেইবোৰ

---

১০। হেছিয়দ, থিয়গণি ১৫৪

১১। " " "

১২। গাহৰি হল গুপ্তৰহস্য দেৱতাৰ ওচৰত দিয়া বলি

একো ধৰিব লগা কথাই নহয়, বৰঞ্চ প্ৰথম আৰু সৰ্ব্বশ্ৰেষ্ঠ দেৱতা এজনে যি কৰে তাকে হে কৰা হৈছে।"

"হয় হয়। এই উপাখ্যানবোৰৰ অপকাৰিতা সম্পৰ্কে তোমাৰ লগত এতিয়া মই সম্পূৰ্ণ একমত।"

মই আকৌ কলোঁ, "দেৱতাসকলে ইজনে সিজনৰ বিৰুদ্ধে সমৰ আয়োজন কৰে বা ষড়যন্ত্ৰত লিপ্ত হয় নাইবা নিজৰ ভিতৰতে হাই-কাজিয়া কৰে—এনে ধৰণৰ মিছা কথা কোৱাটো উচিত নহ'ব, যদি হে আমাৰ ভবিষ্যৎ ৰাজ্যপালক সকলে নিজৰ ভিতৰত অকণমান কথাতে কাঁজিয়া-পেচাঁল কৰাটো অতি অসম্মানজনক বুলি বিবেচনা কৰাটো আমি বিচাৰোঁ। মহৎ সকলৰ মাজত হোৱা যুদ্ধ-বিগ্ৰহ আৰু নানান প্ৰকাৰৰ হাই-কাজিয়াৰ কথা—যিবোৰ কাজিয়াত দেৱতা আৰু বীৰ-সকলে নিজৰ আত্মীয়-কুটুম্বৰ বিৰুদ্ধে অস্ত্ৰ ধৰে—কেতিয়াও উপাখ্যান আৰু গীত-মাতৰ বিষয়বস্তু ৰূপে ল'ব নালাগিব। নিজৰ লগৰীয়া নাগৰিক সকলৰ লগত কাজিয়া কৰাটো পাপৰ কথা আৰু এনে পাপ কোনো নাগৰিকে আগতে কেতিয়াও কৰা নাই। এনেবোৰ কথাত আমাৰ ৰাজ্যপালকসকলক বিশ্বাস কৰোৱাবলৈ হ'লে বুঢ়া-বুঢ়ী আৰু আন সকলো বয়সীয়া লোকেই ল'ৰা-ছোৱালীৰ আগত সৰুৰে-পৰায় এইমতে হে ক'ব লাগিব। আমাৰ কবি সকলকো সেই সুৰত হে লিখিবলৈ বাধ্য কৰাব লাগিব। গতিকে, নিজৰ পুতেকেই হেৰাক বান্ধি থোৱা, হেফাষ্টুচৰ বাপেকে হেফাষ্টুচৰ মাকক মৰিয়াওঁতে মাকক ৰক্ষা কৰিবলৈ যোৱাৰ বাবে হেফাষ্টুচক স্বৰ্গৰপৰা বগৰাই পেলাই দিয়া আদি আখ্যানবোৰ আৰু হোমাৰৰ গ্ৰন্থত থকা দেৱতাসকলৰ নানা যুদ্ধ-বিগ্ৰহৰ কাহিনীবোৰ কেতিয়াও আমাৰ ৰাজ্যত প্ৰচলন হ'বলৈ দিব নোৱাৰি। সেই কাহিনীবোৰ লাগিলে ৰূপকেই হওক বা নহওকেই। সৰু ল'ৰা-ছোৱালীয়ে কোনটো ৰূপক কথা বা কোনটো ৰূপক নহয় তাক বুজি নাপায়। এই বয়সত যিহকে বিশ্বাস কৰিবলৈ শিকোৱা হয় সিয়েই মনত শিলৰ ৰেখা হৈ পৰিবগৈ। সেইবাবেই আটাইতকৈ দৰ্কাৰী কথা হ'ল এইটোৱেই যে ল'ৰা-ছোৱালীয়ে কোমল বয়সতেই যিবোৰ উপাখ্যান শুনিবলৈ পাব সেইবোৰ যাতে সিহঁতৰ সুচৰিত্ৰ গঠনত সহায় হ'ব পাৰে।"

"তুমি খুব যুক্তিযুক্ত কথাই কৈছাঁ। কিন্তু, সাধুকথাবোৰ এনে নহৈ আৰু নো কি হ'ব বুলি নাইবা উপাখ্যানত এনে কথাই নাথাকি কিনো থাকিব বুলি কোনোবাই প্ৰশ্ন কৰিলে আমি পিছে কি উত্তৰ দিম ?"

তেতিয়া মই ক'লোঁ, "হেৰা এডিমেণ্টুচ ! এতিয়া তুমি-মই কবি নহয়, ৰাজ্যৰ প্ৰতিষ্ঠাপক হে। কবি সকলে কি সাঁচত তেওঁলোকৰ কাহিনী সজাব লাগিব সেই কথা ৰাজ্য-প্ৰতিষ্ঠাপক হিচাপে আমি জানিব লাগিব। কবি সকলে এই সাঁচৰ অন্যথা কৰিব নোৱাৰিব। নিজৰ ইচ্ছামতে তেওঁলোকে সাধু কথা ৰচনা কৰিবও নোৱাৰিব।"

"তোমাৰ কথা সঁচা। কিন্তু তোমাৰ নিজৰ ভাষাতে ক'বলৈ গ'লে ধৰ্ম্মতত্ত্বৰ ক্ষেত্ৰত এই সাঁচ নো কেনে ধৰণৰ হ'ব ?"

"সেই যাৰ কথা মোৰ মতে এনে ধৰণে ক'ব পৰা হ'ব—মহাকাব্য, গীতি কবিতা বা নাটকীয় কাব্য য'তেই হওক, কবিসকলে ঈশ্বৰক বৰ্ণনা কৰোঁতে প্ৰকৃত ৰূপত প্ৰকাশ কৰিব লাগিব।"

"হয়। সঁচা কথা।"

"ঈশ্বৰেই হ'ল সতৰ প্ৰকাশ। এতেকে সেইভাৱে হে বৰ্ণনা কৰিব লাগিব।"

"নিঃসন্দেহে।"

"পিছে। যি সৎ সি কেতিয়াও ক্ষতিকৰ হ'ব নোৱাৰে। পাৰিব জানো ?"

"নোৱাৰে।"

"তেন্তে যি ক্ষতিকৰ নহয় সি জানো ক্ষতি কৰিব ?"

"কেতিয়াও নকৰে।"

"আৰু যিটোৱে ক্ষতি নকৰে সি জানো অনিষ্ট কৰিব ?"

"মোৰ উত্তৰ আগৰটোৱেই—নকৰে।"

"এতেকে যিটোৱে অনিষ্ট নকৰে সি কোনো অনিষ্টৰ কাৰণো হ'ব নোৱাৰে।"

"কেনেকৈ হ'ব ?"

"বাৰু, যিটো সৎ সিয়েই উপকাৰী হয় নে ?"

"হয়।"

"তেন্তে সিয়েই মঙ্গলবো কাৰণ নহ'ব নে ?"

"হ'ব।"

"গতিকে সৎ বস্তুটো সকলোবোৰ বস্তুৰেই উৎপত্তি স্থল হ'ব নোৱাৰে। য'ৰপৰা অনিষ্টৰ জন্ম তাৰ লগত ইয়াৰ সম্পৰ্ক নাই। যিটো বস্তুৰ উৎপত্তি স্থল হ'ব লাগে একমাত্র তাৰে হে ই উৎপত্তি স্থল।"

"ঠিক কৈছা।"

"এতেকে, ভগৱন্তও হ'ল সতৰ হে প্ৰকাশ। গতিকে সৰ্ব্বসাধাৰণে বিশ্বাস কৰা মতে ভগৱন্ত সকলো বস্তুৰে কাৰণ হ'ব নোৱাৰে। অন্য পক্ষে তেওঁ মানৱ জীৱনৰ সামান্য অংশ কাৰ্য্যকলাপৰ হে গৰাকী; বৃহত্তৰ অংশৰ গৰাকী তেওঁ নহয়। আমাৰ অপকৰ্ম্মৰ সংখ্যা ভাল কামতকৈ শতগুণে বেছি। আমাৰ সজ কৰ্ম্মবোৰৰ গুৰিতে হ'ল ভগৱন্ত ; কিন্তু অপকৰ্ম্মবোৰৰ হেতু বিচাৰিবলৈ হ'ল ভগৱন্তৰ ওচৰলৈ নগৈ অইন ঠাইলৈ যাব লাগিব।"

"সত্য কথা।"

"তেনেহ'ল, 'দেৱৰাজে তেওঁৰ দুৱাৰ মুখত দুটা পাত্র ৰাখি এটাত সকলোবোৰ সৌভাগ্য আৰু আনটোত সকলোবোৰ দুৰ্ভাগ্য থয়'[১৩] বুলি কৈ হোমাৰ বা আন কোনোবা কবিয়ে যেতিয়া দেৱতা-সকলৰ বিষয়ে মাৰাত্মক ভুল ধাৰণা প্ৰচাৰ কৰে তেতিয়া সেইসকলক আমি নিন্দা কৰিবই লাগিব। আৰু তেওঁলোকে যদি কয় যে দেৱৰাজে যি জনক দুয়োটা পাত্র মিহলাই দিলে 'সেইজনেই এদিন বিপদত পৰি আন দিনা সৌভাগ্য লাভ কৰে', কিন্তু যি জনে এই মিশ্ৰিত দ্ৰব্য নেপাই মাত্র কোনোবা এবিধৰ হে দ্ৰব্য লাভ কৰে সেইজনক 'ভগৱানৰ বিশাল সৃষ্টিত অনন্ত ক্ষুধাই পাছ নেৰে'—তেতিয়াও আমি তেওঁলোকক নিন্দা কৰিব লাগিব। তদুপৰি আমি 'দেৱৰাজক মানুহৰ সকলো সুখ আৰু দুখৰ গৰাকী "বুলিও কেতিয়াও ক'ব নোৱাৰো।"

আকৌ যদি কোনোবাই কয় যে শপতভঙ্গ আৰু চুক্তিভঙ্গ আদি

১৩। ইলিয়াদ XXIV ৫২৭।

যিবোৰ কুকাৰ্য্য পেণ্ডাৰুছে[১৪] কৰিছিল সেইবোৰকে এথেনি আৰু দেৱৰাজে কৰিছিল, তেনেহ'লেও সমৰ্থন কৰিব নোৱাৰিম। তদুপৰি, থেমিচ আৰু দেৱৰাজে দেৱতাসকলৰ মাজত কাজিয়া লগাই দিয়া বুলি কোৱা কথাও আমি ভাল বুলিব নোৱাৰোঁ।[১৫] 'দেৱতাসকলে কোনোবা এঘৰক সমূলে ধ্বংস কৰিবলৈ বিচাৰিলে সেই ঘৰ মানুহৰ মাজত হিংসা—খিয়াল আৰু পাপ মনোবৃত্তি সুমুৱাই দিয়ে বুলি এস্কিলুজকো আমাৰ তৰুণসকলৰ আগত ক'বলৈ দিব নোৱাৰোঁ।[১৬]

কিন্তু যদি কোনোবা কবিয়ে নায়বিৰ দুখ-দুৰ্দ্দশাৰ বৰ্ণনা কৰে, যেনেকৈ এস্কিলুজে তেওঁৰ নাটকত কৰিছে আৰু য'ৰপৰা মই এই কেইশাৰী উল্লেখ কৰিছোঁ, বা পেলপ বংশৰ বিপৰ্য্যয় নাইবা ট্ৰয় নগৰৰ বিপত্তিৰ কথা অথবা তেনে কোনো ঘটনাৰ বৰ্ণনা কৰে, তেতিয়াও, হয়, আমি সেইবোৰ দুৰ্ঘটনাক দেৱতাসকলে সৃষ্টি কৰিছে বুলি কোৱাটো বন্ধ কৰিব লাগিব, নহয়, যদি হে সেই বুলি নিতান্তই ক'ব লগীয়াই হয়, তেতিয়াও কবিসকলে সেইবোৰ ঘটনা যুক্তিসঙ্গত বুলি ব্যাখ্যা কৰিব লাগিব—যেনে ব্যাখ্যা এটা আমিও বৰ্ত্তমানে বিচাৰি আছোঁ। এনে ব্যাখ্যাত কবিয়ে এইটো ক'ব লাগিব যে দেৱতা সকলে যি কাৰ্য্য কৰিছিল সেই সকলোবোৰ ধাৰ্ম্মিক আৰু সৎ কাৰ্য্য আৰু যি সকল বিপৰ্য্যস্থ হৈছিল সেই সকলেও এই কাৰ্য্যৰ দ্বাৰা শোধিত হৈ উপকৃত হে হৈছিল। যি শাস্তিয়ে বিপৰ্য্যস্ত হোৱা সকলৰ সৰ্ব্বনাশ কৰিলে সেই শাস্তিও দেৱতা সকলেই বিহিছিল বুলি ক'বলৈও আমি কবি সকলক কোনো মতেই এৰি দিব নোৱাৰোঁ। বৰঞ্চ কবিয়ে যদি কয় যে যেহেতু দুষ্টবোৰ দুৰ্ভগীয়া, এতেকে শোধন কৰা দৰ্কাৰ আৰু তেনে শোধনৰ বাবে দেৱতাসকলে যি শাস্তি বিহিলে সেই শাস্তিয়ে সিহঁতৰ উপকাৰ হে কৰিলে, তেতিয়া হ'ল আমাৰ আপত্তি নাই। কিন্তু যদি হে সত্যৰ মূল ভগৱানকে সকলোৰে বিপদৰ গুৰি বুলি কোৱা হয় তেতিয়া কিন্তু আমি সত্যৰ হকে শেহলৈকে যুঁজিম। এনে ধৰণৰ মত ব্যক্ত কৰা গদ্য-পদ্য

১৪। ইলিয়াদ II ৬৯ ১৬। এথন হোৱোৱা ট্ৰেজেডী
১৫। ইলিয়াদ XX

কোনো উপাখ্যানকেই ডেকা-বুঢ়া কোনো নাগৰিকেই ৰাজ্যৰ ভিতৰত গাব বা শুনিব নোৱাৰিব—যদি হে আমি আমাৰ ৰাজ্যখন সুব্যৱস্থিত কৰি ৰাখিবলৈ হয়। কথা হ'ল, এনে ধৰণৰ মত প্ৰচাৰ কৰিলে অশ্ৰদ্ধাৰ কথা নোলাই নাথাকে আৰু আনহাতে তেনে মত আমাৰ বাবে অপকাৰী হোৱাৰ উপৰিও আত্মঘাতী হ'ব।"

"তোমাৰ এই বিধান মই বৰ ভাল পাইছোঁ। তোমাক সমৰ্থন কৰিছোঁ।" তেওঁ ক'লে।

"এতেকে যিবোৰ ধাৰ্ম্মিক আইন বা উপাদানৰ ভিত্তিত আমাৰ বক্তা সকলে বক্তৃতা দিব আৰু লেখক সকলে লিখিব তাৰে এবিধ হ'ব যে ভগৱান সকলো বস্তুৰে মূল নহয়, একমাত্ৰ যিবোৰ সৎ সেইবোৰৰ হে মূল।"

"বৰ সুন্দৰকৈ প্ৰমাণ কৰিলাঁ হে"।—তেওঁ উত্তৰ দিলে।

"ৰ'বাঁ। তোমাক আৰু এটা কথা কওঁ। বাৰু, তুমি দেৱতা-সকলক যাদুকৰ বুলি ভাবাঁ নে? বিশেষ বিশেষ উদ্দেশ্যত বিভিন্ন সময়ত দেৱতা সকলে বেলেগ বেলেগ ৰূপ লয় নেকি? আৰু সেইদৰে ৰূপ সলাই আমাক প্ৰৱঞ্চনা কৰে নে কি? নহ'লে তুমি ভাবাঁ নে কি যে দেৱতাসকলো সাধাৰণ মানুহৰ নিচিনাই; তেওঁলোকে নিজৰ ৰূপ সলনি কৰি বেলেগ ৰূপ ধাৰণ কৰাটো সম্ভৱ নহয়?"

"একে আষাৰেই তোমাৰ সকলো কথাৰ জবাব দিব নোৱাৰিম।"

"বাৰু, এইষাৰৰে উত্তৰ দিয়াঁচোন—যদি হে কিবা বস্তু এটাই নিজৰ ৰূপ সলনি কৰে তেতিয়া হ'লে এই পৰিবৰ্ত্তন হয় নিজে-নিজেই হ'ব লাগিব, নহয় অন্য এটা বস্তুৰ দ্বাৰাই হ'ব লাগিব। নালাগিব জানো?"

"কিয় নালাগিব?"

"তদুপৰি, যিবোৰ বস্তু অতি উত্তম সেইবোৰক বাহিৰৰ প্ৰভাৱত হোৱা পৰিবৰ্ত্তন আৰু অস্থিৰতাই অকণো লৰচৰ কৰিব নোৱাৰে যে এই কথা জানো সঁচা নহয়? উদাহৰণস্বৰূপে, মাংস, মদ আৰু পৰিশ্ৰমে মানুহৰ শৰীৰত পৰিবৰ্ত্তন আনে আৰু সেইদৰে ৰ'দ-বতাহৰ প্ৰভাৱে গছ-গছনিত পৰিবৰ্ত্তন সাধে; কিন্তু নিঘূণী আৰু শক্তিশালী মানুহত বা গছ-গছনিত এনে পৰিবৰ্ত্তনৰ প্ৰভাৱ তেনেই নগণ্য।"

"ঠিক কৈছা।"

"গতিকে মানুহৰ মনৰ বেলিকাও একে কথাই হ'ব। যি মানুহ সাহসী আৰু জ্ঞানী তেওঁক জানো বাহিৰৰ যি কোনো প্ৰভাৱে কিবা আমনি দিব বা সামান্য ভাৱেও লৰাব পাৰিব?"

"নোৱাৰে।"

"তদুপৰি, এই একেটা সূত্ৰই সকলো শিল্পজাত বস্তু, যেনে, ঘৰ-দুৱাৰ, সাজ-সজ্জা, কাপোৰ-কানি ইত্যাদিতো খাটিব। যি বিলাক বস্তু ভাল মতে তৈয়াৰ কৰা হৈছে আৰু ভাল অৱস্থাত আছে, সেইবোৰক সময় বা ৰ'দ-বতাহৰ প্ৰভাৱে সহজে নষ্ট কৰিব নোৱাৰে।"

"সঁচা কথা।"

"এতেকে যি বস্তু স্বাভাৱিকতেই উত্তম অথবা যাক উত্তমকৈ তৈয়াৰ কৰা হৈছে, নাইবা এই দুইটাৰে সংযোগত উত্তম হৈছে, তাক অন্য এটা বস্তুৱে পৰিবৰ্ত্তন কৰিব পৰাৰ স্থল তেনেই কম।"

"হয়।"

"তেনেহ'ল দেৱতা সকল আৰু দেৱতাসকলৰ সকলো কথা সকলো কালৰ পৰাই উৎকৃষ্ট হ'ব নিশ্চয়।"

"হ'বই।"

"তেতিয়া হ'লে, বাহিৰৰ প্ৰভাৱত পৰি দেৱতা সকলে নানা বিধ ৰূপ ধাৰণ কৰাটো সম্ভৱ নহয়।"

"অসম্ভৱ।"

"কিন্তু নিজে নিজেই পৰিবৰ্ত্তিত হ'ব আৰু সলাব পাৰে নে নোৱাৰে?"

"নিশ্চয় পাৰিব—যদি হে ৰূপ সলায় তেন্তে পৰিবৰ্ত্তিত হ'বই।"

"তেনেহ'লে, নিজে নিজেই পৰিবৰ্ত্তিত হৈ দেৱতাসকল কিবা বেচি উত্তম আৰু সুন্দৰ হ'বগৈ নে, আগতকৈও বেয়া আৰু অসুন্দৰ হে হ'ব?"

"সেইটো ক'বই নালাগে। তেওঁলোকৰ যদি সঁচাকৈয়ে পৰিবৰ্ত্তন ঘটেই তেন্তে আগতকৈও নিকৃষ্ট কিবা এটা হে হ'বগৈ; কিয়নো দেৱতাসকলৰ নিজা সৌন্দৰ্য্য বা সততাত কিবা বিচ্যুতি ঘটিব পাৰে বুলি ক'ব নোৱাৰোঁহক।"

"তুমি একেবাৰে ঠিক কথা কৈছাঁ। বাৰু তেন্তে, এডিমেণ্টচ, যি কোনো ক্ষেত্ৰতে স্বইচ্ছায় নিজকে আগতকৈ নিকৃষ্ট কৰিবলৈ কোনোবা দেৱতা বা মানুহ ওলাব বুলি বাৰু তুমি ভাবাঁ নে?"

"ওহোঁ। সেইটো অসম্ভৱ।"

"তেনেহ'ল। দেৱতা এজনেও স্বইচ্ছায় নিজকে পৰিবৰ্ত্তন কৰিবলৈ কেতিয়াও নাযায়। অৰ্থাৎ সকলো দেৱতাই সাধাৰণতঃ সদায় একেদৰেই থাকিব আৰু নিজৰ ৰূপৰ সলনি কেতিয়াও নকৰে —যেহেতু দেৱতাসকল পূৰ্ণৰূপত সৌন্দৰ্য্য আৰু সত্যৰ গৰাকী।"

"এইটোৰ বাদে অন্য কোনো ধাৰণা হ'ব নোৱাৰে।"

"তেন্তে বন্ধু! 'অনাই-বনাই ফুৰা আচহুৱা মানুহৰ দৰে নানান বেশত দেৱতা সকলে ইখন ৰাজ্যৰপৰা সিখন ৰাজ্যত ভ্ৰমি ফুৰে'[১৭] বুলি যাতে আমাৰ কোনো কবিয়ে নকয়। আৰু যেন কোনেও প্ৰটিয়ুজ আৰু থেটিজৰ মিছা অপবাদ নৰটে নাইবা বিয়োগান্ত নাটক অথবা অন্যান্য কাব্যত, হেৰাই নিজৰ ৰূপ সলাই যাদুকৰ বেশত 'আৰ্গচৰ নদী ইনাকুচৰ ল'ৰা-ছোৱালীহঁতৰ জীৱন ধাৰণৰ বাবে ভিক্ষা খুজি ফুৰা'[১৮] বুলি বৰ্ণনা নকৰে। এই নিচিনা আৰু বহুত মিছা অপবাদৰ কাহিনী আছে যিবোৰ আমি নিষেধ কৰিব লাগিব। পুনৰ কওঁ, আমাৰ কোনো মাতৃয়ে যাতে এই কবিসকলৰ ফুচুলনিত পৰি তেনে অবিবেচক উপাখ্যান শুনাই আৰু দেৱতাসকলৰ কোনো কোনোৱে ৰাতি-ৰাতি আচহুৱা মানুহৰ ভাও ধৰি কেনেকৈ ঘূৰি ফুৰে সেই কথা কৈ, ল'ৰাছোৱালীহঁতক যাতে ভয় নুখুৱায়। এনে কৰিব লাগিলে তেওঁলোকৰ কাৰ্য্যই দেৱতা সকলৰো বদনাম কৰা হ'ব আৰু নিজৰ ল'ৰাছোৱালীৰো ধাতু দুৰ্ব্বল কৰা হ'ব।"

"এৰা, সেইবোৰ নিষেধ কৰিবই লাগিব।

মই ক'লোঁ, "পিছে, দেৱতাসকল প্ৰকৃততে নিজে পৰিবৰ্ত্তিত নহয় যদিও তেওঁলোক যে বিভিন্ন ৰূপত ওলাব পাৰে তাকে দেখুৱাবলৈ নানান মায়া আৰু ছলনা কৰে।"

১৭। হোমাৰ, ওডিছি xvii ৪৮৫

১৮। এস্কিলুজৰ হেৰোৱা নাটক এখনৰপৰা

"হয়, সেইটো বোধকৰোঁ কৰে।"

"বাৰু, দেৱতাসকলে আমাক মায়া দেখুৱাই কিবা মিছা কথা ক'বলৈ নাইবা মিছাকৈ কিবা দেখুৱাবলৈ যাব নে?"

"মই ঠিককৈ ক'ব নোৱাৰিম।"

"যদিহে শুধ্ অসত্য বুলি কিবা এটাক ক'ব পৰা যায় তেনে অসত্যক দেৱতা, মানুহ সকলোৱে ঘিণ কৰে বুলি তুমি বাৰু নিঃসন্দেহ নে?"

"তুমি কি কৈছাঁ মই বুজিব পৰা নাই।"

"আটাইতকৈ গুৰুত্বপূৰ্ণ কথাত আৰু নিজৰ শ্ৰেষ্ঠ অংশত অসত্যক থিত ল'বলৈ কোনেও পৰাপক্ষত নিদিয়ে। বৰঞ্চ তেনে অংশত অসত্য পুহিবলৈকে কোনেও সাহ নকৰিব।"

"তোমাৰ কথা এতিয়াও মই ধৰিব পৰা নাই।"

"কিবা ৰহস্য লুকাই ৰাখিছোঁ বুলি ভাবিছাঁ হ'বপায়। পিছে ৰহস্য একো নাই। নিজে অসত্য ক'বলৈ বা লোকে কোৱা অসত্য সহ্য কৰিবলৈ কোনেও ভাল নেপায়। চৰম সত্যৰ ভুল ধাৰণা লৈ অজ্ঞানতা আৰু ভুলৰ মাজত থাকিবলৈ আৰু আত্মাত অসত্য পুহিবলৈ কোনেও ইচ্ছা নকৰে। আত্মাত অসত্য থিত লোৱাটোৱেই হ'ল সকলোতকৈ বেয়া কথা।"

"হয় আটাইতকৈ বেয়া কথা।"

"বাৰু। তেন্তে মই এইমাত্ৰ কোৱাটোকেই শুধ্ অসত্য বুলি প্ৰকৃততে ক'ব পাৰি। অৰ্থাৎ ভ্ৰমত পৰা মানুহৰ মনত বাহ লোৱা অজ্ঞানতা। কিয়নো মৌখিক ফাঁকি হ'ল এবিধ অনুকৰণ আৰু ইতিপূৰ্বে ঘটা মানসিক অৱস্থা এটাৰ প্ৰকাশ। তেনে ফাঁকি শুধ্ অসত্য নহয়। মই বাৰু মিছা কৈছোঁ নে?"

"মিছা নহয়। একেবাৰে ঠিক কৈছাঁ।"

"এতেকে প্ৰকৃত অসত্যক অকল দেৱতা সকলেই নহয়, মানুহেও ঘিণ কৰে।"

"মইও সেইদৰেই ভাবোঁ।"

"বাৰু, আকৌ সোধোঁচোন। কেতিয়া আৰু কাৰ বাবে, মৌখিক অসত্য প্ৰয়োজনীয় হ'ব আৰু সেই গতিকেই ঘৃণনীয় নহ'ব, বুলি

ক'বা বাৰু ? শত্ৰুৰ সন্মুখীন হোৱাৰ সময়ত নহয়নে ? আমি যাক বন্ধু বুলি গণ্য কৰোঁ তেওঁলোকেই ভ্ৰমত পৰি বা উন্মত্ত হৈ যেতিয়া আমাৰ কিবা অনিষ্ট কৰিবলৈ উদ্যত হয়, তেতিয়াই জানো অসত্য প্ৰয়োজনীয় হৈ নপৰে—যাতে এই অসত্যকে ঔষধৰূপে প্ৰয়োগ কৰি তেওঁলোকক তেনে কামৰপৰা বিৰত কৰিবপৰা হয় ? যিবোৰ পৌৰাণিক উপন্যাসৰ কথা আমি অলপ আগতে কৈছিলোঁহক সেইবোৰকে ধৰাঁচোন বাৰু। পুৰণি কালৰ আচল কথাবোৰ নজনাৰ দোষত অসত্যকেই হুবহু সত্যৰূপে আমি আঁকোৱালি ধৰা নাই জানো ?"

"হয়। সেইটোৱেই ঘটিছে।"

"তেন্তে এইবোৰ যুক্তিৰ ভিতৰত কোনটোত দেৱতাসকলে মিছা কথা ক'ব ? অতীত কালৰ কথাবোৰ নজনাৰ বাবেই দেৱতাসকলে সেই উপাখ্যানত থকামতে মিছা কথা ক'ব নেকি ?"

"কেলৈ ক'ব ? সেইটো হ'ব নোৱাৰে।"

"তেনেহ'লে কবিয়েও দেৱতাসকলৰ বিষয়ে মিছা কথা বৰ্ণনা দিব নোৱাৰিব।"

"নোৱাৰে।"

"বাৰু, শত্ৰুৰ ভয়ত দেৱতাসকলে মিছা কথা ক'বনে ?"

"সেইটোও হ'ব নোৱাৰে।"

"যদি হে তেওঁৰ বন্ধুবৰ্গ মূৰ্খ বা উন্মত্ত হয়, তেতিয়া একা ?"

তেওঁ ক'লে, "তেতিয়াও নোৱাৰে। দেৱতাসকলৰ বন্ধুৰ লেখত কোনো মূৰ্খ বা পগলা মানুহ পৰিবই নোৱাৰে।"

"তেন্তে দেৱতাসকলৰ বাবে মিছা কথা ক'বলৈ কোনো প্ৰলোভনেই থাকিব নোৱাৰে।"

"নাই নোৱাৰে।"

"সকলো ফালৰপৰাই তেনেহ'লে দেৱতা আৰু দেৱতুল্য সকলৰ চৰিত্ৰ অসত্য কোৱাৰ বাবে অপাৰগ।"

"হয়। সম্পূৰ্ণ অপাৰগ।

"এতেকে কথা আৰু কাম উভয়তে দেৱতাসকল হ'ল শুধ্ সৰলতা আৰু সত্যৰ প্ৰতিমূৰ্ত্তি। তেওঁলোকে নিজৰ ৰূপ কেতিয়াও নসলায়। আনকি সপোনে-সচিতেও, দিব্যদৰ্শন দিয়েই হওক বা

আকাশবাণী কৰিয়েই হওক নাইবা কিবা অলৌকিক চিন দেখুৱায়েই হওক, তেওঁলোক কাৰো ওপৰত লম্ভিবলৈ নেযায়।"

"তোমাৰ কথা শুনি এতিয়া মোৰো বিশ্বাস হৈছে।"

"তেনেহ'লে দেৱতাসকলৰ বিষয়ে কোৱা বা লিখা সকলো কথাকে এই দ্বিতীয় সূত্ৰ অনুসৰি হ'ব লাগিব বুলি নক'বা জানো? এই সূত্ৰই হ'ল, দেৱতাসকলে যাদুকৰী বিদ্যাৰে নিজৰ ৰূপ সলাবলৈ নেযায় আৰু মিছা কথা কৈ অথবা ছাঁয়াবাজী দেখুৱাইও আমাক প্ৰৱঞ্চনা নকৰে। হয় নে নহয়?

"হয়।"

"এতেকে হোমাৰৰ বহুত কথাকেই সমৰ্থন কৰিলেও, দেৱৰাজে আগামেম্‌ননলৈ পঠোৱা স্বপ্নৰ বিষয়ে যিটো উপাখ্যান আছে সেইটো সমৰ্থন কৰিব নোৱাৰি।[১৯] সেইদৰেই এস্কিলুজৰ কবিতাৰ উদ্ধৃতি থকা কথাখিনিও সমৰ্থন কৰি নোৱাৰি;[২০] কিয়নো এই কথাখিনিতে থেটিচে কৈছে: "এপলোৱে মোৰ বিয়াত গান গাই গাই মোৰ সুখী মাতৃত্ব, ৰোগমুক্ত জীৱনৰ দীঘলীয়া দিনবোৰৰ প্ৰশংসা কৰিলে; হিয়া উথলি উঠা সুৰত মোৰ স্বৰ্গীয় সৌভাগ্যক শলাগিলে আৰু ময়ো সেইবোৰ সত্যপ্ৰাণ সিদ্ধপুৰুষৰ বাণী বুলি গ্ৰহণ কৰিলোঁ। কিন্তু এইজনেই মোৰ বিয়াৰ আলহী হৈ, গীত গাই, অতবোৰ প্ৰশংসা কৰি মোৰ পুত্ৰকো হত্যা কৰিলে।" যি কবিয়ে দেৱতাসকলৰ বিষয়ে এনেদৰে ক'ব পাৰে তেওঁৰ ওপৰত আমাৰ খং নুঠিব কেলৈ? তেনে কবিক আমি কেতিয়াও গীত গাবলৈ সুবিধা নিদিম। আমাৰ তৰুণহঁতক শিক্ষা দিওঁতে শিক্ষকসকলকো এনে কবিৰ ৰচনা পঢ়াবলৈ দিব নোৱাৰোঁ—যদি হে আমাৰ ৰাজ্যপালক সকলক মানুহ হিচাপে যিমান দেৱতুল্য আৰু দেৱতা বিশ্বাসী হ'ব পাৰে সিমান হোৱাটো আমি বাঞ্ছা কৰোঁ।"

তেওঁ ক'লে, "এই সূত্ৰ কেইটাৰ যথাৰ্থতা-সম্পৰ্কত তোমাৰ কথাখিনি মই সম্পূৰ্ণ মানি লৈছোঁ। এই সকলো কেইটাকে বিধি হিচাপে গ্ৰহণ কৰিববলৈ মই ৰাজী।"

---

১৯। ইলিয়াদ ‖.১ ২০। এথন হেৰোৱা নাটকৰপৰা

তাৰ পাছত মই ক'লোঁ, "দেৱতাসকলক আৰু পিতৃ-মাতৃক ভক্তি কৰিবলৈ হ'লে আৰু পাৰস্পৰিক বন্ধুত্ব স্থাপনত বিশ্বাস ৰাখিবলৈ হ'লে শিশু অৱস্থাতে ল'ৰা-ছোৱালীক দেৱতাসকলৰ বিষয়ে কি কি কথা ক'ব লাগিব আৰু কি কি ক'ব নালাগিব সেইটো আমি তেনেহ'লে স্থিৰ কৰিলোঁহক। নহয় জানো?"

"হয়। আমি যিখিনি কৈছোঁ শুদ্ধই হৈছে।"

"বাৰু তেন্তে। আমাৰ নাগৰিকহঁত সাহসী হোৱাটো বিচাৰিলে আমি জানো তেওঁলোকক এনে শিক্ষা দিব নালাগিব যি তেওঁলোকৰ মনৰ্ক সম্পূৰ্ণভাৱে মৃত্যুৰ বিভীষিকামুক্ত কৰি তুলিব? নে, মৃত্যুৰ বিভীষিকাগ্ৰস্ত জনো সাহসী হ'ব পাৰিব বুলি ভাবা?"

"ওহোঁ। কেতিয়াও নাভাবোঁ।"

"বাৰু। যমপুৰী আৰু যমপুৰীৰ শাস্তিত যিজনে বিশ্বাস কৰে তেওঁ বাৰু মৃত্যুৰ সকলো ভয়ৰপৰা কেতিয়াবা মুক্ত হ'বগৈ পাৰিব বুলি আৰু যুদ্ধক্ষেত্ৰত পৰাস্ত হোৱাৰ পাছত সেইজনে দাসত্ব স্বীকাৰ কৰাতকৈ মৃত্যু বৰণ কৰাকে শ্ৰেয় বুলি ভাবিব বুলি তোমাৰ ধাৰণা হয় নে?"

"কেতিয়াও নহয়।"

"তেনেহ'লে এতিয়া বুজা গ'ল যে এনে ধৰণৰ কাহিনী লিখিবলৈ গাত লোৱাসকল আৰু আনসকলৰ ওপৰতো আমি নিয়ন্ত্ৰণ ৰাখিব লাগিব। সেইসকললৈ আমাৰ নিৰ্দেশ হ'ব যাতে তেওঁলোকে পৰ-জগতক একেবাৰে সেইদৰে মুকলিভাৱে নিন্দা নকৰি ভাল বুলি হে কয়। সিপুৰীক অন্ধকাৰময় বুলি বৰ্ণনা কৰাটো এহাতে যেনেকৈ অসত্য কথা, আনহাতে তেনেকৈ আমি যি সকলক বীৰৰ দৰে গঢ়িব খুজিছোঁ তেওঁলোকৰ পক্ষেও উপকাৰী নহয়।"

"হয়, তেনে নিৰ্দেশ দিবই লাগিব।"

"তেন্তে আমি এই কথা ফাঁকিৰ নিচিনা যিমানবোৰ উদ্ধৃতি আছে সেই সকলোবোৰ গুচাই পেলাব লাগিব, যেনে—

"লাগিলে বহতীয়াকে হ'ম আৰু উদং ভঁৰালৰ দুৰ্ভগীয়া গিৰিহঁতৰ

মাটিত গেবাৰি খাটিবলৈকে যাম; তথাপি মৰি ভূত হোৱা মৃতকৰ ৰাজ্যত একছত্ৰী ৰজা হ'বলৈ যাব নোৱাৰোঁ।”[১] আকৌ এই কেফাঁকিও বাদ যাব—“আৰু নশ্বৰ মানুহ আৰু অমৰ দেৱতাসকলেও দেখক সেই দেৱতাসকলৰ বাবে ভয়ঙ্কৰ সেমেকা আৰু উৰ্ঁলি যোৱা ঘৰবোৰ।”[২];

'আৰু 'যমপুৰীৰ ঘৰবোৰৰ ভিতৰখনতো সঁচাকৈয়ে আত্মা আৰু ছায়ামূৰ্ত্তি বিদ্যমান; কিন্তু সেইবোৰৰ মাজত চেতনা নাই।[৩]

আৰু 'ছয়াময়া মূৰ্ত্তিবোৰৰ মাজত অকল এজনেই হে জ্ঞানী।'[৪]

এনে বিধৰ কবিতাৰ শাৰী—আৰু লগতে এনে ধৰণৰ আন ছত্ৰবোৰো যদি আমি কিতাপৰপৰা তুলি দিওঁ তেন্তে হোমাৰ আৰু আন আন কবিসকলে আশা কৰোঁ আমাৰ দায় নধৰিব। এইবোৰক কবিত্বসুলভ বুলিব নোৱাৰি নাইবা এইবোৰ শুনি সৰহ ভাগ মানুহেই ভাল নেপায়—এনে বুলি অৱশ্যে আমি তুলি দিব খোজা নাই। খুজিছোঁ এইবাবেই যে এনেবিধ ৰচনা যিমানেই কবিত্বসুলভ হ'ব সিমানেই সেইবোৰক সৰু-ডাঙৰ কোনেও শুনিবলৈ নোপোৱা কৰিব হে লাগিব; কিয়নো, সৰু-ডাঙৰ সকলোৰেই স্বাধীনচেতা হোৱাটো আৰু সকলোৱে মৃত্যুতকৈ দাসত্বকহে ভয় কৰাটো হে আমি বিচাৰোঁ।”

“এই কাম আমি যেনেতেনেই সমাধা কৰিব লাগিব।”

“সেইদৰেই আমি এই কাহিনীবোৰত থকা সকলোবোৰ ভয়ঙ্কৰ আৰু ভীতিপ্ৰদৰ্শক নাম আৰু শব্দ, যেনে কছিটুজেচ আৰু ষ্টিক্‌চেজ,[৫] নাৰকী, জকা—এই সকলোবোৰ উঠাই পেলাব লাগিব; কিয়নো এনেধৰণৰ শব্দবোৰ উচ্চাৰণ কৰা মাত্ৰকেই ভয়ত মানুহৰ মন একেবাৰে কোঁচ খাই যায়। অন্য কোনোবা ক্ষেত্ৰত হয়তো এনেবোৰ

১। ওডিছি ১১।৪৮৯

২। ইলিয়াড ২০।৬৪

৩। ইলিয়াড ২৩।১০৩

৪। ওডিচি ১০।৪০৫

৫। ইয়াৰ অৰ্থ হল কান্দোনকাটোন কৰা আৰু ঘৃণনীয়

শব্দ লাগতিয়াল হ'ব পাৰে ; কিন্তু আমাৰ ৰাজ্যপালক সকলৰ বাবে নহয়। এনেবোৰ শব্দই ৰাজ্যপালক সকলক বেচিকৈ হে নিস্তেজ আৰু পুৰুষত্বহীন কৰি পেলোৱাৰ সম্ভাৱনা আছে।"

"আমাৰ এনে আশঙ্কা ভিত্তিহীন নহয়।"

"গতিকেই এনেবোৰ শব্দ আমি থাকিবলৈ দিব নোৱাৰোঁ। নহয় জানো ?"

"হয়।"

"এতেকে আমি লিখোঁতে আৰু কওঁতে ঠিক তাৰ বিপৰীত আহিত ক'ব নালাগিব জানো ?"

"নিশ্চয় লাগিব।"

"তেনেহ'লে ইয়াৰ লগতে প্ৰখ্যাত বীৰসকলৰ কান্দোন-কাটোন আৰু ইননি-বিননিবোৰো বন্ধ কৰি দিব নালাগিব জানো ?"

"হয়। কবিতাৰ শাৰীবোৰ যেতিয়া গুচোৱা হ'ল, এইবোৰো আঁতৰাব লাগিব।"

"বাৰু, এতিয়া ভাবি চোৱাঁচোন, এইবোৰ বন্ধ কৰি দিলে আমি ভাল কৰা হ'ব নে বেয়া কৰা হ'ব। আমাৰ কথা হৈছে, এজন সুপুৰুষে মৃত্যুক আঁকোৱালি লোৱা কাৰ্য্যক তেওঁৰ মিত্ৰ অন্য এজন সুপুৰুষে কেতিয়াও ভয়ঙ্কৰ কাম কৰা বুলি নধৰিব।"

"ওঁ। আমাৰ কথাও সেইটোৱেই।"

"যদি সেইটোৱেই হয়, তেন্তে বন্ধু-বিয়োগৰ সময়ত তেওঁ কেতিয়াও এনেদৰে বিলাপ নকৰিব—যেন তেওঁৰ জীৱনত কিবা ভয়ঙ্কৰ বিপদে হে আগুৰি ধৰিছে।"

"নিশ্চয় নকৰে।"

"তদুপৰি এইটোও আমি ক'ব পাৰোঁ যে সুখী জীৱনৰ বাবে লাগতিয়াল সকলোখিনিয়েই এইজন সুপুৰুষৰ নিজৰ গাতেই পূৰ্ণমাত্ৰায় আছে। বাহ্যিক সহায়ৰ ওপৰত নিৰ্ভৰশীল হ'ব নলগাকৈ থাকিবপৰা তেওঁৰ গাত যি বিশিষ্ট ধৰ্ম্ম আছে সিয়েই তেওঁক সকলোৰে ওপৰত স্থান দিছে।"

"সঁচা।"

"এতেকে পুত্ৰহানি বা ভ্ৰাতৃহানি নাইবা পাৰ্থিব সম্পত্তি হানি

বা অন্য যি কোনো বস্তুৰ হানি, কোনোটোতেই তেওঁ অইনৰ দৰে বিচলিত হৈ নপৰিব।"

"ঠিক কৈছাঁ।"

"গতিকে কেতিয়াবা কিবা বিপদ-বিঘিনিয়ে হেঁচা মাৰি ধৰিলেও তেওঁ অইনৰ নিচিনাকৈ হা-হুতাহ নকৰি বিনাবাক্যে সহ্য কৰি হে যাব।"

"হয় সঁচা কথা।"

"তেনেহ'লে, যশস্বী মানুহৰ বচনত যি বিলাক বিলাপ সুমুৱাই দিয়া হৈছে সেইবোৰ আঁতৰাই পেলাব লাগিব। আৰু সেইবোৰ নি তিৰোতাৰ মুখেদি (তিৰোতাৰ ভিতৰতো যি বোৰ উত্তম নহয় সেইবোৰৰ মুখেদি হে) আৰু নিকৃষ্ট পুৰুষৰ মুখেদি কোৱাব লাগিব—যাতে যি সকলক আমি দেশৰ শাসক বা ৰাজ্যপালক হিছাপে প্ৰশিক্ষণ দিব খুজিছোঁ সেইসকলে এনে মানুহৰ দৰে কাম কৰিবলৈ লাজ পায়।"

"তেনে কৰাটো ভাল হ'ব।"

"দেবীপুত্ৰ একিলেজে এবাৰ ইফালে এবাৰ সিফালে, এবাৰ পিঠিফালে এবাৰ মুখৰ ফালে 'হালিজালি'[৬] থকা বুলি আৰু তাৰ পিছত ঠিয় হৈ অনন্ত সাগৰৰ পাৰত বলিয়াৰ দৰে ঘূৰি ফুৰা বুলি; আকৌ, দুই হাতত ক'লা পোৰা ছাইবোৰ[৭] লৈ নিজৰ মূৰৰ ওপৰতে পেলাই দিয়া বুলি আৰু কন্দা-কটা কৰি থকা বুলি যিবোৰ বৰ্ণনা হোমাৰ আৰু অন্যান্য কবি সকলে দিছে তেনে বৰ্ণনা নিদিবলৈ তেওঁলোকক আমি অনুৰোধ কৰিব লাগিব। আকৌ, দেৱতাৰ অংশস্বৰূপ প্ৰায়ামে 'গোবৰত বাগৰি-বাগৰি আৰু নাম ধৰি ধৰি প্ৰত্যেকৰে ওচৰতে চিঞৰি চিঞৰি' অনুনয়-বিনয়[৮] কৰা বুলি বৰ্ণনা কৰা হৈছে। এনে বৰ্ণনা নকৰিবলৈও আমি কবিসকলক অনুৰোধ জনাম। আমি তেওঁলোকক সনিৰ্বন্ধ অনুৰোধ কৰিম যাতে তেওঁলোকে অইন যিহকে নকৰক লাগে, দেৱতাসকলক পেনপেনাই থকা বুলি

৬। ইলিয়াদ ২৪।১০ ৭। ইলিয়াদ ১৮।২৩

৮। ইলিয়াদ ২২।১৬৮

আৰু "হায়! মই কি হতভগীয়া! মই মোৰ অতি সাহসী সতি-সন্ততিবোৰক শোক-বেজাৰলৈ ঠেলি দিলোঁ'[৯] —এনে উক্তি কৰা বুলি যাতে বৰ্ণনা নকৰে। নাইবা, তেওঁলোকে সকলো দেৱতাকে সম্মান কৰিবলৈ মাত্তি হ'ব মুখুজিলেও নেলাগে বাৰু, কিন্তু আমি তেওঁলোকক খাটিম যাতে সৰ্ব্বশ্ৰেষ্ঠ দেৱতাজনৰ চৰিত্ৰৰ এনে বিসদৃশ চিত্ৰ দাঙি নধৰে আৰু সেইজনৰ মুখেদি যাতে এইবুলি উচ্চাৰণ নকৰায় যে 'এদিনাখনৰ কথা। যাক মই ভাল পাওঁ তেওঁক নগৰৰ সীমাৰ চাৰিওফালে খেদি ফুৰা দেখিলোঁ। মোৰ হিয়া দেইপুৰি গৈছে'।[১০] বুজিছাঁ, এডিমেণ্টুচ, আমাৰ ডেকা ল'ৰাবোৰে এনে বৰ্ণনাবোৰ অশ্ৰাব্য বুলি নধৰি যদি কাণ পাতি শুনিবলৈ লয় তেন্তে সিহঁতৰ কোনো এজনেও তেনে অপুৰুষোচিত আচৰণক অপমানজনক বুলি নাভাবিবগৈ; আৰু কেতিয়াবা সিহঁতৰ কাৰোবাক কোনোবাই কথাৰে বা কাৰ্য্যেৰে ফুচুলাই তেনে আচৰণ কৰোৱালেও সিহঁতে প্ৰৱঞ্চকজনক কেতিয়াও আনকি গালি এষাৰো দিবলৈ পাহৰিব। বৰঞ্চ লাজ-কাজ কাতি কৰি হৈ সিহঁতে বিননিৰ গীত জুৰিবলৈ হে ধৰিব আৰু সামান্য দুৰ্ভাগ্যৰ অৱস্থাতে কান্দি-কাটি বাউল হ'বগৈ।"

"তুমি একেবাৰে সত্য কথা কৈছাঁ।"

"কিন্তু আমি এইমাত্ৰ আমাৰ যুক্তিৰপৰা যি বুজিলোঁ সেইমতে ডেকা ল'ৰাবোৰে এনেকুৱা কৰাটো অন্যায় হ'ব। এই যুক্তিতকৈও বেছি ভাল যুক্তি দাঙি ধৰি কোনোবাই আমাৰ মত সলনি কৰিব নোৱৰালৈকে আমি এইষাৰ কথা মানি চলিব লাগিব।"

"নিশ্চয়, ডেকা ল'ৰাবোৰে এনে কাম কৰিব নোৱাৰিব।"

"আকৌ, আমাৰ ৰাজ্যপালক সকলে হোৱাই-নোহোৱাই হাঁহিব নোৱাৰিব; কিয়নো এজনে গিৰ্জ্জনি মাৰি দিলে সমানেই প্ৰবল প্ৰতিক্ৰিয়াও হ'ব।"

"মইও সেইদৰেই ভাবোঁ।"

"এতেকে যদি কোনোবা কবিয়ে সম্ভ্ৰান্ত মানুহ এজনক হাঁহি হাঁহি বাগৰি পৰা বুলি বৰ্ণনা কৰে তেন্তে আমি তেনে বৰ্ণনা সমৰ্থন

---

৯। ইলিয়াদ ১৮।৫৪ ১০। ইলিয়াদ ১৬।১৬৮

কৰিব নোৱাৰিম। কোনোবা দেৱতাৰ বিষয়ে তেনে বৰ্ণনা দিবলৈ গ'লে তো কথাই নাই।"

"তেতিয়াতো কোনোপধ্যেই নোৱাৰি।"

"তেন্তে কথা যদি এয়েই হয়, তেতিয়া হ'লে দেৱতাসকলৰ বিষয়ে কওঁতে 'যেতিয়াই তেওঁলোকে দেখিলে হিফেষ্টচ ইকোঠাৰ-পৰা সিকোঠালৈ ঢপলিয়াই ফুৰিছে আৰু হাঁহোতে হাঁহোতে স্বৰ্গৰ দেৱতাসকলৰ পেটু-নাড়ী ছিগি গ'ল'[১১] বুলি হোমাৰক ক'বলৈ তোমাৰ সূত্ৰ মতে দিব নোৱাৰিম।"

"ওঁ। যদি হে অৱশ্যে সেইবোৰ সূত্ৰ মোৰ বুলি কোৱা," তেওঁ উত্তৰ দিলে, "যি কি নহওক। আমি তেনে অনুমতি দিব নোৱাৰিম।"

"কিন্তু আৰু এটা কথা। সত্যৰ ওপৰত আমি শ্ৰেষ্ঠ মূল্য দিব লাগিব। কিয়নো, আমি এইমাত্ৰ যি ক'লোঁ সেয়া যদি শুদ্ধ হয় আৰু যদি দেৱতা সকলৰ বাবে অসত্যৰ কোনো প্ৰয়োজনেই নাই আৰু মানুহৰ বাবেও অসত্যক একমাত্ৰ ঔষধ হিচাপে হে লাগে, তেন্তে এইষাৰ পৰিষ্কাৰ যে অকল চিকিৎসকৰ হাতত হে তেনে এটা বস্তু থাকিব পাৰিব। অন্যই তাক প্ৰয়োগ কৰিব নোৱাৰিব।"

"নিশ্চয়।"

"তেনেহ'লে, যদিহে অসত্য প্ৰয়োগ কৰিবলৈ নিতান্তই কাৰোবাক দিব পাৰি, তেন্তে একমাত্ৰ ৰাজ্যৰ শাসনকৰ্ত্তা সকলক হে ৰাজ্যৰ স্বাৰ্থত শত্ৰুক বা নিজ ৰাজ্যৰ নাগৰিকসকলক প্ৰৱঞ্চনা কৰিবৰ বাবে অসত্য প্ৰয়োগ কৰাৰ অধিকাৰ দিব পৰা হ'ব। বাকী আন কোনোৱেই এনে অধিকাৰ দাবী কৰিব নোৱাৰিব। কিন্তু সাধাৰণ মানুহে যদি বিচাৰকৰ আগত মিছা কথা কয়, তেন্তে সেইটো, স্বাস্থ্যৰ সম্পৰ্কত ৰোগীয়ে চিকিৎসকক মিছা কথা কৈ প্ৰৱঞ্চনা কৰাৰ বা ব্যায়াম শিক্ষাৰ্থীয়ে ব্যায়াম-শিক্ষকক ফাঁকি দিয়াৰ নাইবা নাৱিকে নিজৰ বা নাৱিকৰ অৱস্থা বৰ্ণনা কৰাৰ সময়ত জাহাজ নাইবা জাহাজৰ কৰ্ম্মীবোৰৰ বিষয়ে আৱিকাটিক মিছা কথা কোৱাৰ সমানেই ডাঙৰ অপৰাধ কৰা হ'ব।"

---

১১। ইলিয়াদ ১।৫৯৯

"একেবাৰে সঁচা কথা।"

"বাৰু। যেতিয়া অইন যি কোনো এজনক প্ৰতাৰণা কৰাৰ দোষত দোষী পোৱা যায়, তেতিয়া পিছে কি হ'ব?—অৰ্থাৎ, মঙ্গলতী, পণ্ডিত, বেজ, নাইবা কাঠমিস্ত্ৰী এইবোৰৰ ভিতৰত যি জনেই প্ৰবঞ্চনা কৰি ধৰা পৰে[১২] সেই জনকেই এনে দুষ্কৰ্ম্ম কৰাৰ বাবে শাসনকৰ্তা সকলে শাস্তি বিহিব নেলাগিব জানো? যেনেকৈ এনে বিধ মাৰাত্মক দুষ্কৰ্ম্মৰ বাবে জাহাজৰ ভিতৰত শাস্তি দিয়া হয়।"

তেওঁ ক'লে, "হয়। তেনে কাম কৰিলে শাস্তি দিবই লাগিব।"

"বাৰু, আৰু এটা কথা সোধোঁচোন। আমাৰ ডেকা ল'ৰাবোৰ জানো সংযমী হ'ব নেলাগিব?"

"নিশ্চয় লাগিব।"

"বাৰু। সাধাৰণতে বুজা মতে মিতাচাৰিতা মানে এই কেইটা কথাই নহয় জানো?—অৰ্থাৎ প্ৰথমে সকলোৱে শাসক সকলক মানি চলিব লাগে; দ্বিতীয়তে, আহাৰ, পানী আৰু প্ৰণয়ৰ সুখভোগৰপৰা পোৱা আনন্দ নিজে নিজেই সকলোৱে নিয়ন্ত্ৰণ কৰি ৰাখিব লাগে।"

"মইও সেই বুলিয়েই ভাবোঁ।"

"তেনেহ'লে মই ভাবোঁতে হোমাৰে ডায়মেডিচৰ মুখেৰে কোওৱা সকলোখিনি কথাকে আমি অনুমোদন কৰিব পাৰোঁ; যেনে;—'বন্ধুবৰ। নীৰৱে বহাঁ আৰু মোৰ কথাখিনি কাণ পাতি শুনা।' আৰু তাৰ পাছৰ শাৰী হ'ল—'নায়ক সকলৰ পৰাক্ৰমত মূৰ দোৱাঁই,[১৩] মনৰ খং মনতে সামৰি একীয়াবাসী সকল আগবাঢ়িবলৈ ধৰিলে।' এনে ধৰণৰ সকলো বৰ্ণনা আমি অনুমোদন কৰিব পাৰিম।"

"হয়। কৰিম।"

"কিন্তু? 'দুৰ্ঘোৰ মদপী, যাৰ মুখখন কুকুৰৰ দৰে আৰু বুকুখন হ'ল মৃগৰ দৰে!'"[১৪]—এনেবিধৰ ভাষা জানো আমি সমৰ্থন কৰিব পাৰিম? তলতীয়া কৰ্মচাৰীৰ মুখত ওপৰৱলাক সম্বোধন কৰি কোৱা

---

১২। ওডিচি ১৪।১৭।৩৮৩

১৩। ইলিয়াদ ৪।৪১২

১৪। ইলিয়াদ ১।২২৫

এনে ধৰণৰ দাম্ভিক কথা গদ্য-পদ্য য'তেই ব্যৱহাৰ কৰা নহওক সেইবোৰ জানো সমৰ্থন কৰিব পাৰি ?"

"ওহোঁ। কেতিয়াও নোৱাৰি।"

"মোৰ মতে এনেবোৰ বৰ্ণনাই যৌৱন কালত মিতাচাৰিতা শিকাব নোৱাৰে। অইন কিহবাৰ ক্ষেত্ৰত এনে বৰ্ণনাই কাৰোবাক সন্তোষ দিলেও অৱশ্যে আচৰিত হ'বলগীয়া একো নাই। তুমি বাৰু কি বোলাঁ ?"

"তোমাৰে সৈতে মোৰো মত একেটাই।"

"কিন্তু, বাৰু কোৱাঁচোন, যেতিয়া মানুহৰ ভিতৰত জ্ঞানীশ্ৰেষ্ঠ জনৰ মুখেদি কোওৱা হয় যে যেতিয়া 'মেজৰ ওপৰত ৰুটি-মঙ্গহ ওপচাই থোৱা থাকে, বিলনীয়াবোৰে কেয়োপিনে মদৰ গিলাচ ভৰাই দিয়ে আৰু মদৰ গিলাচবোৰ তিৰবিৰাই থাকে'[১৫] তেতিয়া সেইটোৱেই তেওঁৰ বাবে আটাইতকৈ মধুৰ দৃশ্য'—তেতিয়া তুমি বাৰু ইয়াৰ দ্বাৰা আমাৰ ডেকাইঁতক আত্মসংযম শিকাবপৰা হ'ব বুলি ভাবাঁ নে ? নাইবা, 'দুৰ্ভিক্ষত মৰি নিয়তিৰ হাতত সমৰ্পণ কৰিব লগা হোৱাতকৈ দুৰ্ভাগ্যৰ কথা হ'ব নোৱাৰে' বোলা কথাষাৰে জানো এনে সংযম শিকাব ?[১৬] আকৌ, চোৱাঁচোন দেৱৰাজক কেনেকৈ বৰ্ণনা কৰা হৈছে। কোৱা হৈছে যে 'দেৱতাসকল আৰু আন সকলো মানুহ টোপনিত লালকাল দি থকাৰ সময়ত অকলে বহি চাই থাকোঁতে দেৱৰাজে কামনাত অন্ধ হৈ ইমান দিনে কৰা তপস্যাৰ কথা ততালিকে পাহৰি পেলালে।' আকৌ কোৱা হৈছে যে 'হেৰাক দেখা মাত্ৰকেই তেওঁৰ বাসনা চৰিতাৰ্থ কৰিবৰ বাবে দেৱৰাজ ইমান উন্মত্ত হৈ পৰিল যে শোৱনী কোঠাৰ ভিতৰলৈ সোমোৱালৈ বাটকে চাব নোৱাৰিলে—মাক-বাপেকহঁতে নজনাকৈ দেৱৰাজ আৰু হেৰাৰ প্ৰথম মিলনৰ সময়তকৈও এতিয়া দেৱৰাজৰ বাসনা প্ৰবল হৈ পৰিছিল।' এনেবোৰ কথা জানো তুমি সমৰ্থন কৰিব পাৰিবাঁ ? আকৌ, চোৱাঁ এৰেজ আৰু এফ্ৰডাইটৰ কাহিনীলৈ।[১৭] তাত কোৱা হৈছে যে দেৱৰাজে

১৫। ওডিচি, ৯।৮ ১৬। ওডিচি ১২।৩৪২

১৭। ওডিচি ৮।২৬৬

যি কাৰ্য্য কৰিলে তেনে কাৰ্য্যৰ বাবেই এৰেজ আৰু এফ্ৰডাইটক হেফাষ্টুচে শিকলিৰে বান্ধি পেলাইছিল। এনে কাহিনীৰ বিষয়ে তোমাৰ মত কি ?"

"মোৰ মতে এনে ধৰণৰ কাহিনী ক'বই নেপায়।"

"কিন্তু সকলো বিপদৰ মাজতো মহাপুৰুষ সকলে বচন আৰু কাৰ্য্যত দেখুওৱা সহিষ্ণুতা আৰু দৃঢ়তাৰ কথা যদি বৰ্ণনা কৰা হয় তেন্তে সেইবোৰ আমি মনোযোগেৰে শুনিম আৰু গ্ৰহণো কৰিম। উদাহৰণ স্বৰূপে যেনে 'নিজৰ বুকুত ঢকিয়াই ককৰ্থনাৰ সুৰত নিজৰ হিয়াঁকে সম্বোধন কৰি তেওঁ ক'লে, 'ধৈৰ্য্য ধৰ, মোৰ হৃদয়; ধৈৰ্য্য ধৰ; তই ইয়াতকৈও প্ৰবল উত্তেজনা আগতে পাই আহিছ।' "[১৮]

"তদুপৰি মই ভাবোঁতে আমাৰ মানুহক কেতিয়াও ভেঁটি খাবলৈ বা ধনৰ লোভত পৰিবলৈ দিব নোৱাৰোঁ।"

"কেতিয়াও নোৱাৰি।"

"গতিকে তেওঁলোকৰ আগত আমি এই বুলি গাই শুনাব নোৱাৰোঁ যে 'উপঢৌকনেৰে দেৱতা সকলৰ মন ভুলাব পাৰি। ভেঁটি দিলে নিৰ্দয় ৰজাকো বশ মনাব পাৰি।"[১৯]

"পিছে আমি একিলেজৰ অভিভাৱক ফেনিক্সকো প্ৰশংসা কৰিব নোৱাৰিম। ফেনিক্সে এইবুলি উপদেশ দিছিল যে তেওঁক একীয়াবাসী-সকলে ভেঁটি দিলে হে সিহঁতক সহায় কৰিব লাগে আৰু যদি হে নিদিয়ে তেন্তে সিহঁতৰ ওপৰত খং সম্বৰণ কৰিব নেলাগে। এনেবিধ উপদেশক সজ বুলি আমি ক'ব নোৱাৰোঁ। একিলেজ নিজে ইমান লোভী আছিল যে এগামেমননৰপৰা ভেঁটি লৈছিল, আৰু আন এটা সময়ত ধন লৈ হে মৰা শ এটা এৰি দিছিল বুলিও আমি বিশ্বাস নকৰোঁ বা এনে কথা হ'বলৈ এৰি দিব নোৱাৰোঁ।"

"হোমাৰৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে বুলি হে মই কৈছোঁ; নহ'লে এইবোৰ কথা কৈ ঘোৰ অন্যায় কৰা হৈছে বুলি ক'লোঁ হেঁতেন। এনেদৰে অইনে ক'লেও বিশ্বাস কৰাটো মহাপাপ। একে কাৰণতেই

---

১৮। ওডিচি ২০।১৭

১৯। হেছিয়ডৰপৰা

হোমাৰে এপোলোক যিখিনি কথা কৈছে সেইখিনি বিশ্বাস কৰাটোও অন্যায় বুলি ক'লোঁহেঁতেন। এপোলোক হোমাৰে কি কৈছে শুনা— "হেৰা, দূৰণিৰ কোঁৱৰ! তুমি মোক অপকাৰ কৰিছা। তোমাৰ দৰে কোনো দেৱতা ইমান অনিষ্টকাৰী নহয়। শুনা, যদি হে মোৰ গাত শক্তি থাকিলেহেঁতেন তোমাৰ ওপৰত মই প্ৰতিশোধ ললোঁহেঁতেন।"[২০] আকৌ কোৱা হৈছে যে এপলোই নদীক[২১] অতি দাম্ভিক ব্যৱহাৰ কৰিছে; অথচ নদীও তেওঁৰেই সমকক্ষ একে দেৱতা। নৈৰ আন জন দেৱতা সপাৰ্কিয়ুচক উচৰ্গা কৰিবলৈ অনা চুলিকোছাৰ কথা এপোলোৱে হেনো এনেকৈ কৈছে: 'বীৰ পেট্ৰোক্লুজৰ হাতত এই চুলিকোছা সমৰ্পণ কৰিবলৈ[২২] পোৱা হ'লে কিমান আনন্দ পালোঁহেঁতেন অথচ পেট্ৰোক্লুজৰ প্ৰাণবায়ু ইতিমধ্যে শেষ হৈ গৈছে।' এইবোৰ কাম কৰিয়েই এপোলোৱে তেওঁৰ কাৰ্য্যসিদ্ধি কৰা বুলি কোৱা হৈছে। কিন্তু এনে ধৰণৰ যিবোৰ কাহিনী আছে সেইবোৰ কোনেও বিশ্বাস কৰিব নেলাগে। তদুপৰি পেট্ৰোক্লুজৰ মৰিশালিৰ চাৰিওফালে এপোলাই হেক্টৰক চোঁচোৰাই নিয়া আৰু বন্দীবোৰক চিতাত জ্বলাই দিয়াৰ যিবোৰ কাহিনী[২৩] আছে সেইবোৰো আমি অসত্য বুলি এতিয়াই ঘোষণ কৰিব পাৰোঁ। আকৌ, অতি সাধু যুৱৰাজ তথা স্বয়ং দেৱৰাজৰ বংশধৰ পেলিয়ুচৰ ঔৰষত আৰু এগৰাকী দেবীৰ গৰ্ভত একিলেজৰ জন্ম। ইফালে একিলেজ হ'ল শিক্ষক সকলৰ ভিতৰত মহাজ্ঞানী কাইৰোণৰ শিষ্য। এনেস্থলত একিলেজক জধামূৰ্খ বুলি কৈ নীচ আক্ৰোহ আৰু দেৱতা তথা মানুহৰ প্ৰতি দাম্ভিকতাপূৰ্ণ ঘৃণাভাৱৰ নিচিনা দুই বিপৰীতধৰ্ম্মী ব্যাধিৰ সংমিশ্ৰণৰ এক মূৰ্ত্তি বুলি বিশ্বাস কৰিবলৈ ডেকাহঁতক এৰি দিব নোৱাৰোঁ।"

"ঠিক কৈছা।"

"আকৌ, পছিদনৰ পুতেক থেচিয়ুচে আৰু দেৱৰাজৰ পুতেক

---

২০। ইলিয়াদ ২২শ ১৫

২১। ইলিয়াদ ২২শ ১৫

২২। ইলিয়াদ ২৩শ, ১৫১

২৩। ইলিয়াদ ২২শ ৩৯৪

পেৰিথুচে অতি জঘন্যভাৱে বলাৎকাৰ কৰিবলৈ গৈছিল বুলি আমি নিজেতো বিশ্বাস কৰিব নোৱাৰোঁৱেই, এনে কথা লোককো ক'বলৈ দিব নোৱাৰোঁ। তদুপৰি, দেৱসম্ভূত বীৰসকলে যি ধৰণৰ মাৰাত্মক পাপকাৰ্য্যত লিপ্ত থকা বুলি বৰ্ত্তমানে অপপ্ৰচাৰ চলোৱা হৈছে তেনে কাৰ্য্য তেওঁলোকে কেতিয়াও কৰিব নোৱাৰে। বৰঞ্চ, আমাৰ কবিসকলক এইষাৰ কথা হে স্বীকাৰ কৰিবলৈ বাধ্য কৰিব লাগিব যে যিবোৰ কাৰ্য্যকলাপৰ কথা বৰ্ণনা কৰা হৈছে· সেইবোৰ, হয়, দেৱতাসকলে কৰা নাই, নহয়, সেই কাৰ্য্য কৰাসকল দেৱতাৰ সন্তান নহয়। কবিসকলে যাতে দুইটা কথা একেলগে সাঙুৰিবলৈ নাযায়। দেৱতাসকলেই সকলো অনিষ্টৰ মূল আৰু বীৰসকল কোনো গুণেই সাধাৰণ মানুহতকৈ উচ্চ খাপৰ নহয় বুলিও যাতে আমাৰ যুৱকবোৰক বুজাবলৈ চেষ্টা কৰা নহয়। কাৰণ আমি আগতে কৈছোঁৱেই এনেবোৰ বৰ্ণনা অকল অসত্যই নহয়, অপমানজনক ও। আমি ইতিমধ্যে এইটো বোধকৰোঁ প্ৰমাণ কৰিছোঁৱেই যে দেৱতাসকলৰপৰা কোনো অনিষ্ট হ'বই নোৱাৰে।"

"হয়। সেইটো প্ৰমাণ কৰিছোঁহক।"

"তদুপৰি এনেবোৰ বৰ্ণনা শুনোতাৰ বাবেও হানিকৰ; কিয়নো 'যিসকল দেৱতা দেৱৰাজৰ কুটুম্ব, যিসকলৰ বাসস্থান স্বৰ্গৰ ইডা পাহাৰত দেৱৰাজৰ কাষতে আৰু যিসকলৰ ধমনীত এতিয়াও দেৱতাৰ ৰক্ত বৈয়েই আছে,'[২৪] সেইসকলেই যদি এনে ধৰণৰ কাম কৰিছিল আৰু এতিয়াও কৰি আছে বুলি যুৱকসকলৰ মনত সোমায় তেন্তে পাপকাৰ্য্যত লিপ্ত হ'বলৈ কোনেও ভয়েই নকৰিবগৈ। এইবোৰ কাৰণতেই আমি এনে আখ্যানবোৰ বন্ধ কৰিব লাগিব। ন'হলে এইবোৰ কুপ্ৰবৃত্তিৰ প্ৰতি আমাৰ ডেকাসকলৰ ধাউতি বাঢ়ি যাব।"

"এই বিষয়ত মই তোমাৰ সৈতে একমত।"

ইয়াৰ পিছত মই সুধিলোঁ—"কোন বিধ আখ্যানক চলন্তি হ'বলৈ দিবপৰা হ'ব আৰু কোনবিধক নহ'ব সেই বিষয়ত আমি যি আলোচনা কৰিছিলোঁ তাৰ ভিতৰত কোন বিধৰ ব্যাখ্যা এতিয়াও

---

২৪। একিলুজৰ নায়বিৰপৰা

বাকী থাকিলগৈ বাৰু? দেৱতা, উপদেৱতা, বীৰ আৰু মাতৃসকলৰ বিষয়ে কওঁতে কাৰ ক্ষেত্ৰত কি নিয়ম খাটিব সেইটো ইতিমধ্যে ব্যাখ্যা কৰা হৈ গৈছে।

"হয়, কৰা হৈছে।"

"তেনেহ'লে মানুহৰ বিষয়ে কওঁতে কি নিয়ম মানি চলিব লাগিব সেইটো হে বাকী ৰ'লগৈ আৰু। নহয় জানো?"

"এৰা সেইটো হে আছে গৈ।"

"পিছে, সখি, আমাৰ অনুসন্ধানৰ বৰ্ত্তমান অৱস্থাত সেই বিষয়ে মীমাংসা কৰিবলৈ টান হ'ল নহয়!"

"কিয়?"

"কাৰণ, আমি এইটো দেখিছোঁ যে মানৱ জীৱনৰ কথা কওঁতে কবি আৰু কথা-সাহিত্যিক উভয়েই অতি গুৰুত্বপূৰ্ণ কথাতেই মাৰাত্মক ভুল কৰি আহিছে। যেনে, এইসকলে কৈছে—অধৰ্ম্মী হৈও বহুত মানুহ সুখী হ'ব পাৰে, ধাৰ্ম্মিক হৈয়ো বহুতে দুখ ভোগ কৰে, ধৰা নপৰাকৈ সাৰিব পাৰিলে অন্যায় কৰাৰপৰা লাভ আছে, তুমি ন্যায় আচৰণ কৰিলে তোমাৰ চুবুৰীয়াৰ লাভ হ'ব কিন্তু তোমাৰ বাবে লোকচান হ'ব ইত্যাদি। আমি কিন্তু এনে ধৰণৰ কথাবোৰ নিষিদ্ধ কৰি দিব লাগিব। সকলো লিখককে তেওঁলোকৰ গীত আৰু আখ্যানত ঠিক এনে ধৰণৰ অনুভূতিৰ বিপৰীতটো প্ৰকাশ কৰিবলৈ হে নিৰ্দেশ দিব লাগিব। তুমি বাৰু কি ভাবাঁ?"

"এইটো কৰিবই লাগিব।"

"বাৰু তেনেহ'লে। মোক শুদ্ধ বুলি মানি লোৱাৰ লগে লগে মই এতিয়া ধৰি ল'ব নোৱাৰোঁ নে যে মোৰ কথাষাৰো তুমি স্বীকাৰ কৰি লৈছাঁ? এই কথাই হ'ল আমাৰ অনুসন্ধানৰ বিষয়বস্তু।"

"তোমাৰ ধাৰণা ঠিকেই হৈছে।" তেওঁ উত্তৰ দিলে।

"কিন্তু কথা হ'ল, মানুহৰ বিষয়ে আলোচনা কৰোঁতে কি ভিত্তিত কৰিম সেই কথাত একমত হ'ব জানো এতিয়াই পৰা হ'ব? তাৰ আগতেই আমি ন্যায়ৰ প্ৰকৃত স্বৰূপ কি তাক উলিয়াই ললে হে হ'ব আৰু লগতে এইটোও প্ৰমাণ কৰি ল'ব লাগিব যে ন্যায়ৰ

প্ৰকৃতিয়েই হ'ল গৰাকীক উপকাৰ কৰা—লাগিলে ন্যায়ৰ সেই গৰাকীজনৰ চৰিত্ৰ ন্যায্য হওকেই বা নহওকেই।"

"ওঁ। একেবাৰে ঠিক কথা।"

"তেনেহ'লে, আখ্যান সম্পৰ্কীয় আমাৰ আলোচনাৰ সামৰণি মাৰোঁহক। এতিয়া ইয়াৰ পাছৰ কাম হ'ল আখ্যানৰ আৰ্হি কেনে হ'ব লাগে তাৰ অনুসন্ধান কৰা। সেইটো উলিওৱাৰ পিছত আমি পুঙ্খানুপুঙ্খভাৱে বিবেচনা কৰিম আখ্যানত কি কোৱা উচিত আৰু কেনেকৈ কোৱা উচিত।"

তেনেতে এডিমেণ্টুচে মাত লগালে—"তুমি কি অৰ্থ কৰিছাঁ মই হ'লে একো ধৰিবপৰা নাই।"

মই ক'লোঁ, "কিন্তু তুমি ভালকৈ বুজা দৰ্কাৰ। বাৰু, মই এইদৰে কথাষাৰ ক'লে তুমি বোধকৰোঁ বুজি পাবাঁ—কবি সকল আৰু উপাখ্যানকাৰক সকলৰ ৰচনাবোৰ জানো অতীতত হৈ যোৱা, বৰ্ত্তমানে হৈ থকা আৰু ভৱিষ্যতত হ'ব লগা ঘটনাৰেই বৰ্ণনা বুলি ক'ব নোৱাৰি?"

"সিয়েই নহৈ আৰু কি হ'ব?"

"তেন্তে, হয় সৰল বৰ্ণনাৰ যোগে নহয় অনুকৰণৰ মাধ্যমত বৰ্ণনাৰ ৰূপ দি নাইবা দুইটাৰে সংমিশ্ৰণৰ দ্বাৰায় জানো লিখক সকলে নিজৰ উদ্দেশ্য সাধন নকৰে?"

"নাই। এইষাৰ কথাও তুমি আৰু সহজকৈ মোক বুজাই দিব লাগিব। তেহে হ'ব।"

"এৰা, শিক্ষক হিছাপে তোমাক বুজাবলৈ যাওঁতে মোৰ কথাবোৰ অতিপাত দুৰূহ হৈ হে পৰিছে। এতেকে মই এতিয়া বক্তৃতা দিয়াৰ যোগ্যতা নথকা মানুহৰ দৰে কথাবোৰ ক'ম। সাধাৰণভাৱে বিষয়টোৰ আলোচনাত নধৰি মই এতিয়া একোটা বিশেষ উদাহৰণৰ সহায় লম আৰু তাৰ যোগেদি মোৰ কথাখিনি বুজাবলৈ চেষ্টা কৰিম। বাৰু, কোৱাঁচোন, ইলিয়াদৰ আৰম্ভণি কথাখিনিৰ লগত তোমালোকৰ ভালকৈ পৰিচয় আছে নে, য'ত কবিয়ে আমাক কৈছে যে ক্ৰাইছেজে জীয়েকৰ মুক্তিৰ বাবে আগামেম্ননক প্ৰাৰ্থনা কৰিছিল আৰু আগামেম্ননে তেতিয়া ক্ৰাইছেজৰ ওপৰত খং কৰিছিল। যেতিয়া

আগামেম্ননে তেওঁৰ অনুৰোধ প্ৰত্যাখান কৰিলে তেতিয়া ক্ৰাইছেজে আগামেম্ননক এশিকনি দিবৰ বাবে একীয়াবাসীৰ ওপৰত পোতক তুলিবলৈ তেওঁৰ ইষ্টদেৱতাৰ ওচৰত প্ৰাৰ্থনা জনালে। এই কথাবোৰ জানা জানো ?

"হয়। জানো।"

"বাৰু, তুমি এই শাৰী কথাও জানা নে বাৰু—'তেওঁ সকলো একীয়াবাসীলৈ আবেদন কৰিলে ; বিশেষকৈ সেনাবাহিনীৰ নেতৃত্ব কৰা এট্ৰিয়চৰ পুতেক দুটালৈ আবেদন জনালে ?' এই কেষাৰ কথা কবিয়ে নিজেই কৈছে। তেওঁৰ বাহিৰে অইনে যে কোৱা নাই সেইটো তেওঁ ক'তো লুকুওৱা নাই। কিন্তু ইয়াৰ পিছৰ ছোৱাত যিখিনি কৈছে সেইখিনিত তেওঁ ক্ৰাইছেজৰূপে হে কৈছে আৰু যিমান পাৰে তেওঁ এইটো বুজাবলৈ চেষ্টা কৰিছে যে ইয়াত হোমাৰে নিজে কোৱা নাই, কৈছে বুঢ়া পুৰোহিতে হে। আৰু এই প্ৰণালীতে তেওঁ ট্ৰোজান যুদ্ধৰ বাকী অংশৰ বিৱৰণ দাঙি ধৰিছে। সেইদৰেই ইথাকাত হোৱা ঘটনাৱলীৰ বৰ্ণনা আৰু ওডিছিৰ সমগ্ৰ বৰ্ণনাতো।"

"হয়। ঠিক কৈছা।"

"কবিয়ে মাজে মাজে নিজৰ কথাকে কওক নাইবা অন্তৰ্বৰ্ত্তী ঘটনাৰে বৰ্ণনা কৰক, সেই একে বিৱৰণেই নহয় জানো ?"

"হয়।"

"কিন্তু তেওঁ যেতিয়া অইন এটা চৰিত্ৰৰ মুখেদি কথা কয় তেতিয়া সেই ক্ষেত্ৰত যিমান পাৰে সিমানে বক্তা জনৰ লগত সাদৃশ্য ৰাখিবলৈ চেষ্টা কৰে বুলি আমি নকম জানো ?"

"কেলৈ নক'ম ?"

"বাৰু। যেতিয়া এজন মানুহে অইন এজনৰ মাতৰ বা চেহেৰাৰ সাদৃশ্য ধাৰণ কৰে তেতিয়া তাকে অনুকৰণ নোবোলে জানো ?"

"অনুকৰণ নহয় আৰু কি ?"

"এতেকে এনেকুৱা ক্ষেত্ৰত দেখা গৈছে হোমাৰ আৰু আন আন কবিসকলে অনুকৰণৰ মাধ্যমত বৰ্ণনা কৰি গৈছে।

"এৰা হয়।"

"কিন্তু কবিয়ে যদি ক'তো নিজকে লুকুৱাই নাৰাখিলেহেঁতেন তেন্তে তেওঁৰ ৰচনা আৰু বৰ্ণনাত অনুকৰণৰ চিনেই নেথাকিলেহেঁতেন। তুমি পিচে এনে এটা কথা কেনেকৈ হ'ব পাৰে বুলি এতিয়াই সুমুখিৰাঁ—সেই বিষয়েও কম বাৰু। হোমাৰৰ বৰ্ণনাত আছে জীয়েকৰ উদ্ধাৰৰ বাবে ধন গোটাই আনি ক্ৰাইছিচে একীয়বাসীৰ ওচৰত আৰু বিশেষকৈ তেওঁলোকৰ ৰজাৰ ওচৰত অনুনয়-বিনয় কৰিলেহি। এইদৰে ক্ৰাইছেজক প্ৰাৰ্থনাকাৰী হিচাপে দেখুৱাই পাচৰখিনিত হোমাৰে ক্ৰাইছেজৰ মুখেদি কথা নকৈ যদি নিজৰ মুখেই কৈ গ'লহেঁতেন, তেতিয়া হ'ল জানাই, সেইটো অনুকৰণ নহৈ মাত্ৰ সাধাৰণ বিৱৰণহে হ'লহেঁতেন। তেতিয়া কাহিনীটো এক প্ৰকাৰ এই নিচিনা হ'লহেঁতেন—মই নিজে কবি নহওঁ, গতিকে গদ্যতে কম। বুঢ়া পুৰোহিত আহিল। আহি, দেৱতাসকলক এইবুলি প্ৰাৰ্থনা কৰিলেহি যে ট্ৰয় নগৰ লুণ্ঠন কৰিবৰ বাবে আৰু লুণ্ঠন কৰি নিৰাপদে উলটি আহিবৰ বাবে গ্ৰীকসকলক বৰ দিব লাগে। কিন্তু সেই বৰ একমাত্ৰ এটা ছৰ্ত্তত হে দিয়া হ'ব। অৰ্থাৎ ক্ৰাইছেজে জীয়েকৰ উদ্ধাৰৰ কাৰণে আগবঢ়োৱা ধন গ্ৰহণ কৰি আৰু তেওঁৰ ইষ্টদেৱতাৰ প্ৰতি গ্ৰীকসকলে সম্মান প্ৰদৰ্শন কৰি তেওঁৰ জীয়েকক মুক্তি দি তেওঁৰ-হাতত অৰ্পণ কৰিব। তেওঁৰ এই কথাত বাকী সকলোৱেই মুগ্ধ হৈ পৰিল আৰু তেওঁৰ কথাত সম্মতি প্ৰকাশ কৰিলে। কিন্তু অগামেম্ননে ক্ৰোধ মূৰ্ত্তি ধাৰণ কৰি তেওঁক তৎক্ষণাৎ তাৰপৰা গুচি যাবলৈ আদেশ দিলে আৰু ক'লে বোলে তেওঁ যেন আৰু কেতিয়াও তালৈ আহি দেৱতাসকলৰ হাতত শাস্তি নাখায়হি। লগতে আগামেম্ননে আৰু ক'লে যে ক্ৰাইছেজৰ জীয়েকে মুক্তি লাভ কৰাৰ আগতে আৰ্গচত তেওঁৰ লগত থাকি বুঢ়ী হৈ হ'ব লাগিব। এই বুলি তেওঁক বিদায় দিলে আৰু লগতে সোৱঁৰাই দিলে যে যদি হে তেওঁ নিৰাপদে ঘূৰি ঘৰ পাবগৈ খুজিছে তেন্তে তেওঁ যেন আৰু বিৰক্ত নকৰে। এই কথা শুনি বুঢ়াই ভয় খালে আৰু নিঃশব্দে আঁতৰি গুছি গ'ল। কিন্তু শিবিৰৰ সীমা পাৰ হৈ গৈ তেওঁ এপলো দেৱতাক বিভিন্ন নামেৰে মাতি স্তুতি-প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। নানান কথা সোঁৱৰাই দি তেওঁ এপলোক খাটিলে, যদি হে

তেওঁ এপোলোক কোনোবা সময়ত মন্দিৰ-নিৰ্মাণত বা বলি দান কৰোঁতে কিবা সন্তোষজনক নৈবেদ্য দিছিল তেন্তে এতিয়া এপোলোয়ে ধাৰ সুজিব লাগে। এইবাবেই এতিয়া তেওঁ প্ৰাৰ্থনা কৰিছে যাতে এপোলোয়ে কাঁড় নিক্ষেপ কৰি একীয়াবাসীৰ ওপৰত প্ৰতিশোধ লৈ তেওঁৰ চকু-লো মচি দিয়ে। সখা, ইয়েই হ'ল অনুকৰণ নথকা সৰল বিবৰণৰ নমুনা।"

"এতিয়া বুজি পালোঁ," তেওঁ ক'লে।

"ৰ'বা। আৰু এটা কথা তোমাক বুজাওঁ। যদি হে বচনবোৰৰ মাজে মাজে থকা কবিৰ নিজৰ কথাবোৰ গুচাই দি অকল সংলাপখিনি হে ৰখা হয়, তেতিয়া কথাটো সম্পূৰ্ণ বেলেগ হৈ পৰিব।"

"হয়, হয়। বুজিছোঁ। ট্ৰেজেডিয়েই তেনেবিধৰ ভিতৰত পৰে।"

"ঠিক ধৰিছা। এতিয়া গম পালোঁ, তোমাক যিখিনি কথা আগতে স্পষ্টকৈ বুজাবপৰা নাছিলোঁ এতিয়া পাৰিম। বুজিছা, কাব্য আৰু উপাখ্যান ৰচনাৰ এভাগ হ'ল সম্পূৰ্ণ অনুকৰণ, অৰ্থাৎ তুমি কোৱাৰ দৰে ট্ৰেজেডি আৰু কমেডি। আৰু আন ভাগ হ'ল, য'ত কবিয়ে মাত্ৰ নিজৰ কথা নিজেই গীতি-কবিতাৰ আবেগময়ী ভাষাত আবৃত্তি কৰি কৈ যায়। আকৌ, তৃতীয় এবিধো আছে য'ত অনুকৰণ আৰু আবৃত্তি দুয়োটাকে পোৱা যায়। মহাকাব্য আৰু আন বহুতত্তে ইয়াক পাবাঁ।"

"ওঁ! তুমি আগতে কোৱা কথাষাৰ এতিয়া হে ভালকৈ ধৰিব পাৰিছোঁ।"

"বাৰু আমি ইয়াৰ আগতে কৈছিলোঁৱেই নহয় যে ৰচনাৰ বিষয়-বস্তু সম্পৰ্কীয় প্ৰশ্ন মীমাংসা কৰিব পাৰিলে ৰচনা লিখা প্ৰণালী কেনে হ'ব লাগে সেই কথা হে স্থিৰ কৰিবলৈ বাকী ৰ'বগৈ।"

"হয়। কৈছিলোঁ।"

"তেতিয়াও মই এইষাৰ কথাকে কৈছিলোঁ। অৰ্থাৎ আখ্যান ৰচনা কৰোঁতে আমাৰ কবিসকলক সম্পূৰ্ণ অনুকৰণ কৰিবলৈ দিম নে আলপ-অচৰপ অনুকৰণ কৰিবলৈ দিম আৰু অনুকৰণ কৰোঁতে

কেনে ধৰণৰ বিবেচনাৰ দ্বাৰা পৰিচালিত হ'বলৈ দিম, নে একেবাৰেই অনুকৰণ কৰিবলৈ নিদিম—এইবোৰ কথাত আমি এটা মীমাংসালৈ আহিব লাগে।"

তেতিয়া তেওঁ এই বুলি ক'লে, "অ' মই বুজি পাইছোঁ। তুমি ভাবিছা আমাৰ ৰাজ্যত ট্ৰেজেডি আৰু কমেডি সোমাবলৈ দিম নে নিদিম।"

মই উত্তৰ দিলোঁ, "দিব নোৱাৰি। ট্ৰেজেডি-কমেডিয়েই নহয়, আনবোৰকো সোমোৱাত বন্ধ কৰিব লগা হ'ব পাৰে। অৱশ্যে সেইবোৰ কি হ'ব প্ৰকৃততে মই নিজেই এতিয়ালৈকে উলিয়াবপৰা নাই। এতেকে এতিয়া যুক্তিয়ে আমাক য'লৈকে টানি নিয়ে ত'লৈকে যাম—যেনেকৈ বতাহে যি ফালেই ঠেলে সেই ফালেই নাওখন গৈ থাকে।"

"কথাটো ঠিক ধৰিছা।"

"বাৰু এডিমেণ্টচ, আৰু এটা কথা তোমাৰ বিবেচনাৰ অৰ্থে দাঙি ধৰোঁচোন—আমাৰ ৰাজ্যপালকসকল সুযোগ্য অনুকৰণকাৰী হোৱাটো উচিত হ'ব নে নহ'ব বাৰু? নে, আমি পূৰ্ব্বতে কোৱা দৰে, যেই কোনো মানুহে একেটা বৃত্তিতে লাগি থাকিলে হে সফল হ'ব পাৰিব, দহোটাত ধৰিলে কোনোটোতে একো নহবগৈ? অথবা একেলগে বহুত কামত ধৰিলে সকলো পৰিশ্ৰম অথলে যাব আৰু কোনো এটা কামকেই ভালকৈ কৰা নহ'ব।"

"হয়। পৰিণাম সেইটোৱেই হ'বগৈ।"

"তেন্তে অনুকৰণৰ ক্ষেত্ৰতো একেটা সূত্ৰই নেখাটিব জানো? নে একেজন মানুহেই এটা বস্তু অনুকৰণ কৰিবপৰাৰ লগতে একে-লগে আন বহুত বস্তুবো অনুকৰণ কৰিব পাৰিব?"

"কেতিয়াও নোৱাৰে।"

"তেনেহ'লে, একেজন মানুহেই এহাতে এটা ডাঙৰ কামত লাগি থাকিব আৰু আনহাতে একে সময়তে কেবাটাও কামৰ অনুকৰণ কৰিবলৈ শিকিব আৰু সেইদৰে এক সফল অনুকৰণকাৰী হব—এনে এটা কথা কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। দৃষ্টান্ত স্বৰূপে ধৰাঁ, ট্ৰেজেডি আৰু কমেডিৰ ৰচনা। এই দুইটাকে তুমি অলপ

আগতে অনুকৰণ বুলি কৈছিলোঁ। কোৱা নাছিলা জানো? এই দুইটাতে একেলগে সফল হ'ব পাৰিব নে?

"হয় কৈছিলোঁ। তুমি ঠিকেই কৈছা, একেজন মানুহে দুইবিধ ৰচনাতে সফলতা অৰ্জ্জন কৰিব নোৱাৰে।"

"মহাকাব্যৰ গায়ক-বৃত্তি আৰু অভিনয়-বৃত্তি দুইটাকে কোনো মানুহেই একেলগে অনুসৰণ কৰিব নোৱাৰে।"

"সঁচা কথা।"

"সেয়েই নহয়। একেজন অভিনেতাই ট্ৰেজেডি আৰু কমেডি উভয়তে ভাও ল'বও নোৱাৰে। কাৰণ, এই সকলোবোৰেই হ'ল অনুকৰণ কলা। নহয় জানো?

"হয়।"

"এডিমেণ্টচ, মই দেখাত মানৱ চৰিত্ৰ ইয়াতোকৈ সূক্ষ্ম অজস্ৰ ভাগত বিভক্ত হৈ পৰিছে। সেইবাবেই কোনো মানুহেই সকলো কথা সমানে অনুকৰণ কৰিব নোৱাৰে। নাইবা যিবোৰৰ অনুকৰণ কৰা মানে হুবহু একে হৈ পৰা সেইবোৰো কোনেও সাধন কৰিব নোৱাৰে।"

"একেবাৰে সঁচা কথা।"

"যদি হে আমাৰ প্ৰথম মতটোকে ৰাখোঁ, অৰ্থাৎ আমি যদি কওঁ আমাৰ ৰাজ্যপালক সকলক অন্য সকলো কামৰপৰা অব্যাহতি দিব লাগে আৰু দেশৰ স্বাধীনতা নিৰ্ম্মাণ কৰাৰ উৎকৃষ্ট কৌশল আয়ত্ত কৰাত সম্পূৰ্ণ মনোযোগ দিয়াৰ সুবিধাৰ্থে এনে নিৰ্ম্মাণত সহায় হোৱা বৃত্তিৰ বাহিৰে অইন কোনো বৃত্তি ৰাজ্যপালকসকলে অনুসৰণ কৰিব নেলাগে—তেতিয়া হ'লে তেওঁলোকে অন্য কোনো বৃত্তিত ধৰাটো নাইবা অন্য কিবা অনুকৰণ কৰাটো উচিত নহ'ব। আৰু যদি হে তেওঁলোকে অনুকৰণ কৰিবই লাগে, তেন্তে তেওঁলোকৰ বৃত্তিৰ বাবে যিটোৱেই উপকাৰী তাকেই হে কেচুৱা কালৰেপৰা অনুকৰণ কৰা উচিত—অৰ্থাৎ সাহসী, সংযমী, ধৰ্ম্মভীৰু আৰু সম্ভ্ৰান্তপুৰুষক অনুকৰণ কৰিব লাগে। কিন্তু কোনো ক্ষেত্ৰতেই নীচতা আদি অধম প্ৰবৃত্তিবোৰ তেওঁলোকে কেতিয়াও অভ্যাস কৰিবলৈ বা সেইবোৰ অনুকৰণৰ কৌশল আয়ত্ত কৰিবলৈ চেষ্টা

কৰিব নেলাগিব ; কিয়নো সেইবোৰৰ অনুকৰণ কৰিবলৈ গ'লেই তাৰ কালিকা গাত লম্ভিব পাৰে। তুমিতো মন কৰিবই পোৱা যে অঙ্গী-ভঙ্গীৰেই হওক বা মাত-কথাৰেই হওক নাইবা চিন্তাধাৰাৰেই হওক, সৰুকালৰেপৰা অনুকৰণ কৰিবলৈ ধৰিলে সিয়েই গৈ অভ্যাসত, আৰু অভ্যাস গৈ স্বভাৱত পৰিণত হয়গৈ।"

"হয়। মন কৰিছোঁ।"

"এতেকে আমি যি সকলৰ কথা ভাবিছোঁ আৰু যাক আমি সুপুৰুষ হোৱাটো বাঞ্ছা কৰিছোঁ সেই সকল যেহেতু পুৰুষ, এতেকে কোনো তিৰোতাকে অনুকৰণ কৰিবলৈ তেওঁলোকক এৰি দিব নোৱাৰি। তিৰোতা, গাভৰুও হ'ব পাৰে, বুঢ়ীও হ'ব পাৰে। এনে তিৰোতাই, পুৰুষ মানুহক নিন্দা কৰা বিধৰ নাইবা ভাগ্যৱতী হ'বলৈ পাই দেৱতাসকলৰ ওচৰত ডাঙ্কোপ মাৰিবলৈ যোৱা বিধৰ নাইবা দুৰ্ভাগ্যত পৰি কান্দি-কাটি হা-হুমুনিয়াহ কাঢ়ি অশান্তিত থকা বিধৰো হ'ব পাৰে। এইবোৰৰ কোনো এবিধকে অনুকৰণ কৰিবলৈ দিব নোৱাৰি। যিবোৰ তিৰোতা বেমাৰী বা যিবোৰ প্ৰেমত পৰিছে বা যি বোৰৰ প্ৰসব বেদনা হৈছে সেইবোৰক তো অনুকৰণ কৰাৰ কথা সমূলি নুঠেই।"

"ওঁ, একেবাৰে ঠিক কথা।"

"আকৌ, লোকৰ দাসত্বত থকা কোনো দাস-দাসীকে অনুকৰণ কৰিবলৈ দিবও নোৱাৰি।"

"ওহোঁ। কোনোপধ্যেই নোৱাৰি।"

"আকৌ, আৰু বহুত পুৰুষ মানুহকো অনুকৰণ কৰিবলৈ দিব নোৱাৰি ; অৰ্থাৎ, যিবোৰ ভীৰু আৰু যি বিলাকৰ চৰিত্ৰ আমি এই-মাত্ৰ বৰ্ণনা কৰা বিধৰ সম্পূৰ্ণ বিপৰীত, যিবোৰে লোকক গালি-শপনি পাৰি থাকে বা লোকক ভেঙুচালি কৰে আৰু যি বিলাকে মতলীয়া অৱস্থাতেই হওক বা সাধাৰণ অৱস্থাতেই হওক অবাইচ মাত মতাত বা এনে ধৰণে আনৰ বা নিজৰ অনিষ্ট কৰাত অভ্যস্ত হৈ পৰিছে, তেনে বিধ পুৰুষক অনুকৰণ কৰিবলৈ দিব নোৱাৰি। মই এইটোও ভাবোঁ যে আনকি কথাবতৰা হওঁতে বা কামকাজ কৰোঁতেও আমাৰ ৰাজ্যপালক সকলে পগলাৰ ভাও জুৰিব নোৱাৰিব।

কিয়নো তেওঁলোকে স্ত্ৰী-পুৰুষ উভয় বিধৰে পগলা আৰু দুষ্টবোৰক চিনি লোৱাৰ প্ৰয়োজন আছে হয়, কিন্তু সেইবুলি তেওঁলোকে সেই-বোৰৰ নিচিনা হৈ কাম কৰিব বা সেইবোৰক অনুকৰণ কৰা উচিত নহ'ব।"

"ওঁ। একেবাৰে সঁচা কথা।"

"বাৰু তেন্তে ৰাজ্যপালক সকলে কমাৰ, সোণাৰি বা আন খণিকৰৰ কাম কৰা সকলক নাইবা চ'ৰা-নাও চলোৱা নাৱৰীয়া বা গুৰিয়াল বা এনে বিধৰ যি কোনো মানুহক অনুকৰণ কৰিব পাৰিব নে?"

"কেতিয়াও নোৱাৰে।" তেওঁ উত্তৰ দিলে, "কিয়নো ৰাজ্যপালক সকলক এনেবোৰ বৃত্তিত চকু দিবলৈও দিব নোৱাৰি।"

"বুজিলোঁ। বাৰু, তেওঁলোকে পিচে ঘোঁৰাৰ দৰে হিঁ-হিঁয়নি মাৰি বা যাঁড়-গৰুৰ দৰে হোঁকৰণি মাৰি বা নৈৰ দৰে হো-হোৱাই, সাগৰৰ দৰে গৰ্জন কৰি আৰু ঢেৰেকনিৰ দৰে গৰ্জন কৰি নাইবা এনে বিধৰ যেই কোনো নৈসৰ্গিক ঘটনাৰ অনুকৰণ কৰি দেখুৱাব পাৰিব নে নোৱাৰে?"

"ওহোঁ নোৱাৰে। আমি দেখোন ইতিমধ্যে পগলা হোৱাটো নিষিদ্ধ কৰি দিছোঁৱেই।

"এতিয়া তেনেহ'লে, তোমাৰ কথাখিনি যদি মই ঠিক মতে ধৰিব পাৰিছোঁ তেন্তে কথাটো হ'ব এনে—যদি হে সম্মানী আৰু গুণী মানুহ এজনক কিবা এটা কাহিনী ক'বলৈ দিয়া হয়, তেন্তে তেওঁৰ কাহিনী কথনত বিশেষ এক শৈলী থাকিব আৰু যদি হে, স্বভাৱে-শিক্ষায় সম্মানীজনৰ বিপৰীত চৰিত্ৰৰ জনক এই বৰ্ণনা কৰিবলৈ দিয়া হয় তেন্তে সেইজনে সততে অন্য এটা শৈলী অৱলম্বন কৰিব।"

"কিন্তু এই দুবিধ শৈলী নো কি কি?" তেওঁ সুধিলে।

"শুনা। আগৰ জনে, অৰ্থাৎ সুনিয়ন্ত্ৰিত চৰিত্ৰৰ মানুহ এজনে আখ্যান এটা বৰ্ণনা কৰি যাওঁতে সুপুৰুষে কোৱা কথা বা কৰা কামৰ উল্লেখ কৰিবলগীয়া হ'লে এনে ধৰণে দেখুৱাব যেন সেইখিনি তেওঁ নিজেই কোৱা কথা বা নিজেই কৰা কাম হে। এনে

অনুকৰণত তেওঁ লাজ নাপায়। সুস্থিৰ আৰু জ্ঞানী পুৰুষৰ আচৰণ অনুকৰণ কৰিবলৈ তেওঁ সদায় বিচাৰিব। অৱশ্যে যদি হে অসুস্থ হৈ বা প্ৰেমত পৰি নাইবা নিচাৰ জালত পৰি বা অন্য দুখত পৰি তেনে পুৰুষে জ্ঞান হেৰুৱাই পেলায়, তেতিয়া অৱশ্যে তেওঁক সিমান দৰে অনুকৰণ কৰিবলৈ নেযাব। আন হাতে, সুনিয়ন্ত্রিত চৰিত্ৰৰ মানুহ এজনে যেতিয়া তেওঁতকৈ তল খাপৰ মানুহ এজনৰ চৰিত্ৰ বৰ্ণনা কৰিব লগা হ'ব, তেতিয়া কিন্তু তেনে চৰিত্ৰৰ লগত নিজক মিলাই দিবলৈ কোনোমতেই ভাল নেপাব; বৰঞ্চ লাজ হে পাব। অৱশ্যে হয়তো কোনোবা মুহূৰ্ত্তত সেই মানুহটোৱে সজ কাম কৰা দেখুৱাবলৈ যাওঁতে তেনে আপত্তি নেথাকিব। কথা হ'ল, এনে নিকৃষ্ট চৰিত্ৰ অনুকৰণ কৰাৰ অভ্যাস তেওঁৰ নাই। এনে বিধ চৰিত্ৰক তেওঁ অন্তৰৰপৰা ঘিণ কৰা হেতুকেই তেনে নিকৃষ্ট মানুহৰ সাঁচত নিজকে ঢালিবলৈ তেওঁ কোনো পধ্যে যাব নোৱাৰে। অৱশ্যে কেতিয়াবা ৰং-ধেমালি কৰোঁতে তেনে ভাও দিয়াটোৰ কথা সুকীয়া।"

"এনেকুৱাইতো হোৱা উচিত।"

"পিচে অলপ আগতে হোমাৰৰ কাব্যৰ দৃষ্টান্ত দি যি কাহিনী কথনৰ শৈলীৰ কথা কলোঁহক সেইটোকে জানো তেওঁ ব্যৱহাৰ নকৰিব? অৰ্থাৎ সেই শৈলীত জানো অনুকৰণ আৰু সৰল বিবৰণ উভয়ৰে সংমিশ্ৰণ নেথাকিব? অৱশ্যে দীঘলীয়া সংলাপৰ মাজত অনুকৰণৰ ভাগ নিচেই কম হ'ব। নে মোৰ কথাষাৰ একেবাৰে ভুল হৈছে?"

"ওহোঁ। ভুল হোৱা নাই। এই ধৰণৰ গায়কৰ নমুনা কি হ'ব পাৰে তোমাৰ বৰ্ণনাত সুন্দৰকৈ প্ৰকাশ পাইছে।"

"আকৌ চোৱা। যি জন এনে চৰিত্ৰৰ অধিকাৰী নহয়, তেনে মানুহ যিমানেই নীচ হ'ব সিমানেই তেওঁৰ বৰ্ণনাত কোনো কথা বাদ নিদিয়াৰ প্ৰবৃত্তি বেছি হ'ব আৰু বৰ্ণনাত বাদ পেলাবলৈ তেওঁ কোনো কথাকেই তুচ্ছ বুলি নেভাবিব। গতিকেই তেওঁ সকলো শ্ৰোতাৰ সমুখতেই অতি আগ্ৰহেৰে সম্পূৰ্ণকৈ সকলো কথাকে অনুকৰণ কৰিবলৈ চাব। সেই ক্ষেত্ৰত, আনকি আমি এইমাত্ৰ উল্লেখ কৰা কোনো বিধৰ ঘটনাও তেওঁ এৰি নিদিব। তদুপৰি ধুমুহাৰ শব্দ,

ৰতাহৰ হো-হোৱনি, চকাৰ ঘৰ্ঘৰণি, ঢোল-পেঁপা আৰু সকলো বিধ সঙ্গীত যন্ত্ৰৰ মাত একোকে বাদ নিদিব। সেয়েই নহয়, এইবোৰৰ উপৰিও কুকুৰৰ ভুকভুকনি, ছাগলিৰ বেবনি, চৰাইৰ চিঁ-চিঁয়নিকো এনে মানুহে অনুকৰণ কৰিব। মুঠতে এই জনৰ বৰ্ণনা ৰীতি হ'ব শব্দ আৰু আকৃতিৰ অনুকৰণ মাত্ৰ। আৰু সেই ৰীতিত বৰ্ণনা বুলিবলৈ যৎকিঞ্চিৎ হে ৰ'বগৈ।"

"এয়েই নহৈ আৰু কি হ'ব?" তেওঁ ক'লে।

"এতেকে মই যে ৰচনাশৈলী দুবিধৰ কথা কৈছিলোঁ, এই দুবিধেই।"

"ওঁ এতিয়া বুজিলোঁ, এনেকুৱা দুবিধ শৈলী আছে।"

"তুমি এতিয়া মন কৰিলা নে যে এবিধ শৈলীৰ যি পৰিবৰ্ত্তন ঘটা দেখা যায় সি একেবাৰে নগণ্য বিধৰ আৰু তুমি যদি হে ৰচনা-ৰীতিৰ উপযোগীকৈ তাল-মান-ছন্দ মিলাব পাৰা তেতিয়া হ'লে ৰচনা-শৈলীৰ কোনো সালসলনি নকৰাকৈয়েই একে তাল-মান-ছন্দতে শুদ্ধকৈ আবৃত্তি কৰাতো বিশেষ অসুবিধা নহ'ব। কিবা পৰিবৰ্ত্তন ঘটিলেও সি একেবাৰে নগণ্য হ'ব। নহয় জানো?"

"কিয় নহ'ব। একেবাৰে ঠিক কথা কৈছা।"

"কিন্তু ইবিধত তাৰ বিপৰীত লক্ষণ দেখোঁহক। অৰ্থাৎ ইবিধ ৰচনাভঙ্গীৰ আখ্যান শুদ্ধকৈ আবৃত্তি কৰিবলৈ হ'লে বিভিন্ন প্ৰকাৰৰ তাল-মান-ছন্দ দৰ্কাৰ হ'ব।—কিয়নো এনে ৰচনাশৈলীত অলেখ সংক্ৰমণৰ সংমিশ্ৰণ হয়।

"হয় ঠিক কৈছা।"

"পিছে যি কোনো কবিয়েই আৰু যি কোনো আখ্যান-ৰচকৰ ৰচনাই এই দুইবিধ ৰচনাশৈলীৰেই এটা নহয় এটাত নপৰিব জানো? নে, দুইটাৰে সংমিশ্ৰণত হোৱা অন্য এক নতুন শৈলী হ'ব?"

"যেই কোনো এটা হে হ'ব।"

"তেনেহ'লে আমি এতিয়া কি কৰিম? আমাৰ ৰাজ্যত এই তিনিও বিধকে থাকিবলৈ দিম নে মাত্ৰ কোনোবা এবিধক হে? অইন প্ৰকাৰে ক'বলৈ গ'লে, সংমিশ্ৰিত বিধৰ নে, বাকী অমিশ্ৰিত বিধৰ দুটাৰ কোনোবা এটা?"

"মোৰ মতে হ'লে, সাধু জনক অনুকৰণ কৰা সৰল। এতেকে নির্ভাজ শৈলী হে মাত্র থাকিব পাৰিব।"

"তোমাৰটোও সঁচা। পিছে এডিমেণ্ট্চ, মিশ্রিত ৰচনাশৈলীৰ-ফালে দেখোন আকর্ষণ বেছি যেন পাওঁ। ল'ৰা-ছোৱালী, ল'ৰা-ছোৱালীৰ লিগিৰী আৰু ইতৰ শ্রেণী মানুহৰ বাবে যিটো আটাইতকৈ আকর্ষনীয় সেইটো তুমি বিচৰাটোৰ ঠিক বিপৰীত হে।"

"হয়।"

"অৱশ্যে তুমি ক'বাঁ যে সেইটো আমাৰ ৰাজ্যৰ মূল প্রকৃতিৰ লগত খাপ নেখাব—কিয়নো আমাৰ মতে প্রত্যেক মানুহৰ যেহেতু এটা হে মাথোন বৃত্তি থাকিব, গতিকেই দ্বি-বৃত্তি বা বহু-বৃত্তিৰ মানুহ হ'ব নোৱাৰে।"

"তুমি ঠিক কৈছা। তেনেকুৱা হ'লে খাপ নেখাব।"

"এই বাবেই হে আমাৰ খনৰ দৰে ৰাজ্যত মুচিয়াৰক মুচিয়াৰ স্বৰূপে হে সদাই পাম। মুচিয়াৰে সেই কামৰ ওপৰত নাবিকৰ কামত লাগিব নোৱাৰিব। সেইদৰে খেতিয়ক খেতিয়কেই হে, খেতিয়কৰ লগতে বিচাৰকো নহয়। আৰু, চিপাহীও চিপাহীয়েই, তাৰ ওপৰত বেপাৰী হ'ব নোৱাৰে। সকলোতে এই কথাই খাটিব। এনে নিয়ম আমাৰ ৰাজ্যত হে চলিব। অন্য কোনো ৰাজ্যত নচলে।"

"সঁচা।"

"তেনেহ'লে কথাটো এনে হ'ব—বিভিন্ন চৰিত্ৰৰ ভাও দিবপৰা আৰু সকলো বস্তুৰ অনুকৰণ কৰাত পাকৈত মানুহ এজন আহি আমাৰ ৰাজ্যত যদি ওলায়হি আৰু আহি, তেওঁৰ প্রতিভা আৰু কৌশল প্রদর্শন কৰিবৰ বাবে যদি হে প্রস্তাৱ কৰেহি, তেতিয়া আমি তেওঁৰ পৱিত্র, চমৎকাৰ আৰু যাদুকৰী ব্যক্তিত্বৰ প্ৰতি সম্মান দেখুৱাই লাহেকৈ ক'ম যে আমাৰ ৰাজ্যত তেওঁৰ দৰে চৰিত্ৰৰ বাবে কোনো স্থান নাই। এই বুলি কৈ আমি তেওঁৰ মূৰত সুগন্ধি তেল দি আৰু উলৰ ফিটা মেৰিয়াই অইন এখন ৰাজ্যলৈ পঠাই দিম। আনহাতে, আমাৰ কল্যাণ সাধনৰ অৰ্থে আমি অধিক সংযমী আৰু কম আকর্ষক এনে কবি আৰু কাহিনী লেখকক হে নিয়োগ কৰিম যি আমাৰ হকে সাধু পুৰুষৰ ৰৰণ-কৰণ অনুকৰণ কৰিব। আমাৰ

সেনাবাহিনীৰ প্ৰশিক্ষণৰ ক্ষেত্ৰতো প্ৰথম ছোৱাতেই আমি যি সাঁচ বাছি দিছিলোঁ সেই সাঁচতেই এনে কবিয়ে সকলো কাহিনী ঢালি দিব।"

"আমাৰ ক্ষমতাৰ ভিতৰত হ'লে জৰুৰ এইদৰেই কৰিম।"

"বাৰু তেন্তে বন্ধুবৰ, কাল্পনিক তথা অন্যান্য আখ্যান থকা সংগীত শ্ৰেণী বিষয়ত আমাৰ অনুসন্ধানৰ কাম সম্পূৰ্ণ হ'ব পায়; কিয়নো, কি ক'ব লাগে আৰু কেনেকৈ ক'ব লাগে এই দুয়োটা কথাৰে ব্যাখ্যা কৰা হৈ গ'ল।"

"মই ভবাত হৈ গৈছে।"

তাৰ পাছত মই ক'লোঁ, "তেনেহ'লে আমাৰ ইয়াৰ পিছৰ বিষয় হ'ল সুৰ-সংস্থান আৰু গান[৩১]। নহয় জানো?

"হয়।"

"আমাৰ আগৰ সিদ্ধান্ত অনুসৰি আমি নো এই দুটাৰ বিষয়ে আৰু দুয়োটাৰে প্ৰকৃত স্বৰূপ সম্পৰ্কে কি কোৱা উচিত তাক উলিয়াবলৈ কাৰোবাৰ অসুবিধা হ'ব জানো?"

এইখিনিতে গ্লকনে হাঁহি এটা মাৰি ক'লে, "তেনেহ'লে ছক্ৰেটিচ, ময়েই সেই 'কাৰোবাৰ'ৰ ভিতৰত পৰিম যেন পাইছোঁ। অৰ্থাৎ কোন কোন বিধৰ সুৰ আৰু গান আমি প্ৰচলন হ'বলৈ দিম সেই বিষয়ে মই যথাযুক্ত সিদ্ধান্ত দিব নোৱাৰিম—যদিও অৱশ্যে কিছুদূৰ অনুমান কৰিব পাৰিছোঁ।"

"কিন্তু, শব্দ, সুৰ-সংস্থান আৰু তাল এই তিনিওটা মিলি হে যে গান হয় সেইষাৰ নিশ্চয় সমৰ্থন কৰিব পাৰিবা।"

"ওঁ সেইটো পাৰিম।"

"তেন্তে মই ভাবোঁতে গানত ব্যৱহাৰ কৰা শব্দ আৰু সুৰ সংযোজনা নকৰা শব্দৰ মাজত কোনো প্ৰভেদ নাই—অন্ততঃ একেটা পদ্ধতিকে অনুসৰণ কৰি আমি নিৰ্দ্দিষ্ট কৰি দিয়া আদৰ্শত ৰচনা কৰাৰ যুক্তিযুক্ততালৈ চাই।"

---

৩১। প্ৰাচীন গ্ৰীক সঙ্গীতশাস্ত্ৰত ব্যৱহাৰ কৰা মূল শব্দৰ অৰ্থ আধুনিক অৰ্থত প্ৰকাশ কৰা কঠিন। গান শব্দত ইয়াক সকলোৱ অৰ্থত ব্যৱহাৰ কৰা হৈছে।

"সঁচা।"

"আৰু তুমি এইটোও বোধকৰোঁ মানিবা যে শব্দ অনুসৰি হে সুৰ-সংস্থান আৰু তাল হোৱা উচিত।"

"নিশ্চয়।"

"কিন্তু তোমাৰ মনত থাকিব পায়, আমি শব্দ প্ৰয়োগৰ ক্ষেত্ৰত এই বুলি কৈছিলোঁ যে আমাক বিননি জোৰা কন্দা-কটা আৰু ওজৰ-আপত্তি কৰা বিধৰ শব্দ নেলাগে।"

"নেলাগে। নেলাগে সেইবোৰ।"

"তুমি নিজেই যেতিয়া এজন সঙ্গীতপ্ৰিয় লোক, কোৱাচোন বাৰু কোনবোৰ নো বিননিৰ সুৰ?"

"মিশ্ৰ লাইডীয়ান আৰু লাইডীয়ান সুৰ আৰু তাৰ লগৰ সুৰ বোৰেই হ'ল বিননিৰ সুৰ।"

"তেনেহ'লে সেইবোৰ থাকিবলৈ দিব নোৱাৰি। পুৰুষৰ কথাই নাই, সেইবোৰ আনকি ধাৰ্ম্মিক বিধৰ তিৰোতাৰ বাবেও অযোগ্য।"

"ঠিক কৈছা।"

"তুমি এইটোও বোধকৰোঁ মানিবা যে মাতলামী, কাপুৰুষালি আৰু সোৰোপালি এইবোৰ ৰাজ্যপালক শ্ৰেণীৰ গাত শোভা নাপায়।"

"কেতিয়াও নেপায়।"

"বাৰু, পিচে সুৰৰ ভিতৰত কোনবোৰ নো তিৰোতাৰ দৰে আশকতীয়া আৰু কোনবোৰ নো উত্ৰাৱল?"

"সেইবোৰ হ'ল আয়নীয় আৰু লাইডীয় গান—যি বোৰকে 'বিলম্বিত' সুৰৰ গান বোলা হৈছে।"

"তেনেহ'লে সখা, তুমি যোদ্ধাসকলক প্ৰশিক্ষণ দিওঁতেও এইবোৰ শিকাবাঁ নেকি?"

"ওহোঁ, সেইবোৰ কোনোমতে নোৱাৰি। তোমাৰ হাতত এতিয়া একমাত্ৰ ডোৰিয়ান আৰু ফ্ৰাইজীয়ান সুৰ হে বাকী আছেগৈ।"

মই তেতিয়া ক'লোঁ, "মই নিজে অৱশ্যে এইবোৰ সমন্বয় নো কি নেজানো। সংগ্ৰামত বা যি কোনো দুঃসাহসিক কামত লিপ্ত হৈ থকা বীৰ পুৰুষ এজনৰ স্বৰ আৰু উচ্চাৰণৰ সমুচিত প্ৰকাশ কৰিবপৰা সমন্বয় এবিধ তুমিয়েই দেখুওৱাচোন। এনে বীৰ পুৰুষজন

যুদ্ধত পৰাজিতেই হওক বা ক্ষত-বিক্ষতই হওক নাইবা মৃত্যুৰ মুখতেই পৰক বা যি কোনো বিপদতেই পৰক, সকলো অৱস্থাতে অবিচলিত হৈ থাকিব আৰু ধৈৰ্য্যেৰে সৈতে দুৰ্ভাগ্যৰ আক্ৰমণ ওফোৰাই দিব। মোক তুমি বাৰু এবিধ সমন্বয়ৰ কথা জনোৱাঁচোন যিটো সমন্বয়ে এনে এজনৰ মনৰ ভাব সম্পূৰ্ণকৈ প্ৰকাশ কৰিব যি জনৰ জীৱিকা নিৰ্ব্বাহ প্ৰণালী উগ্ৰ নহয়, বৰঞ্চ শান্তিপূৰ্ণ আৰু সৰল। এনে মানুহে এহাতে সকলোকে বুজনি দি বা অনুনয়-বিনয় কৰি, দৰ্কাৰমতে দেৱতাক প্ৰাৰ্থনা জনাই আৰু মানুহক উপদেশ-পৰামৰ্শ দি, আৰু আনহাতে অইন মানুহেও তেওঁক অনুৰোধ এটা কৰা বা পৰামৰ্শ এটা দিয়া বা বুজনি এষাৰ দিয়া মাত্ৰকেই তাতে মান্তি হৈ সদায় শান্তিত দিন কটাবলৈ চায়। এনে মানুহে কোনো ক্ষেত্ৰতে দাম্ভিক ব্যৱহাৰ নকৰে, সদায় শান্ত হৈ চলে আৰু যি কোনো অৱস্থাকেই নীৰৱে সহ্য কৰি যায়। এতেকে মোক এতিয়া দুটা সুৰ দিয়া, অৰ্থাৎ এটা উগ্ৰ সুৰ আৰু আনটো শান্ত সুৰ—যি দুটাই যথাক্ৰমে বিপদ আৰু সম্পদৰ অৱস্থাত সংযমী আৰু সাহসী প্ৰকৃতিৰ মানুহৰ স্বভাৱ প্ৰকাশ কৰিব পাৰে।”

তেওঁ তেতিয়া ক'লে, “অ', মই অলপ আগতে যিহৰ কথা কৈছিলোঁ, ঠিক তাৰ কথাই তুমি কৈছো?

“তেতিয়া হ'লে আমাৰ গান আৰু বাদ্যযন্ত্ৰৰ বাবে হৰেক-ৰকমৰ সুৰ-সমন্বয়ৰ প্ৰয়োজন নহ'ব আৰু সকলোবিধ সুৰ সংযোজন কৰা বাদ্যযন্ত্ৰো দৰ্কাৰ নহ'ব।”

“ওহোঁ। নহ'ব।”

“তেনেহ'লে, বহুত তাঁৰযুক্ত আৰু বহুত সুৰ বজাবপৰা বাদ্যযন্ত্ৰ তৈয়াৰ কৰা মানুহ ৰাখিবও নালাগিব।”

“নালাগে।”

“কিন্তু তোমাৰ ৰাজ্যত বাঁহীসাজোঁতা আৰু বাঁহীবাদক ৰাখিবাঁ নে নেৰাখিবাঁ? মই যদি কওঁ অইন বাদ্যযন্ত্ৰতকৈ বাঁহীত তাঁৰ সৰহকৈ আছে আৰু যদি কওঁ মাটিৰে তৈয়াৰী পেঁপাটো হৈছে বাঁহীৰেই অনুকৰণ, তেন্তে মোৰ কথা শুদ্ধ নহ'ব জানো?”

“অৱশ্যে তুমি কথাষাৰ ঠিকেই কৈছা।”

"তেনেহ'লে এতিয়া বীণা আৰু গিটাৰ হে বাকী থাকিল আৰু। এই দুইবিধকেই ৰাজ্যত লাগিব। অৱশ্যে গাঁৱলীয়া অঞ্চলত গৰখীয়াহঁতে এবিধ পেঁপাও ৰাখিব।"

"ওঁ হয়। অন্ততঃ আমাৰ অনুসন্ধানে সেইফালেই নিছে।"

"পিচে সখি, মাৰ্চিয়ুজ আৰু তেওঁৰ বাদ্যযন্ত্ৰতকৈ এপোলো আৰু এপোলোৰ বাদ্যযন্ত্ৰবোৰক বেচি পছন্দ কৰিলে আমাক কিবা এটা নতুন উদ্ভাৱন কৰা বুলি কোনেও নিশ্চয় ক'ব নোৱাৰিব।"

"কি উদ্ভাৱনৰ কথা হ'ব ?"

মই কলোঁ, "অৰ্থাৎ মই ক'ম, যিখন ৰাজ্য অতি বিলাসিতাত মজি গৈছে বুলি আমি এইমাত্ৰ কৈছিলোঁ সেইখনকে অৱশ্যে আমি অজ্ঞাতসাৰেই শোধন কৰি গৈছোঁহক—বুজিছা ?"

"হয়। সেইটো ভাল কামেই হৈছে।"

"বেচ তেন্তে। এতিয়া আমাৰ শোধনকাৰ্য্য সম্পূৰ্ণ কৰি পেলাওহঁক। সুৰ সংস্থানৰ পাচত ধৰিব লাগিব তাল-বিধিত। আমি বহুতবোৰ তাল একেলগে ল'ব নোৱাৰোঁ। জধেমধে এটাইবোৰ তালৰ সংযোগ অধ্যয়ন কৰিব নোৱাৰোঁহঁক। সুনিয়ন্ত্ৰিত পুৰুষোচিত জীৱনৰ কি কি স্বাভাৱিক তাল হ'ব পাৰে তাকে হে আমি নিৰীক্ষণ কৰিম। আৰু যেতিয়া আমি সেইবোৰ উলিয়াব পাৰিম তেতিয়া এনে জীৱনবোধৰ লগত খাপ খোৱাকৈ তালৰ ভাগ বা চৰণবোৰত সমস্ত সঙ্গীত গাথিব লাগিব। কিন্তু জীৱনবোধক তাল আৰু সঙ্গীতৰ অনুকৰণ কৰিবলৈ দিব নোৱাৰি। পিছে এই তালৰ ব্যাখ্যা কৰাৰ ভাৰ তোমাৰ ওপৰত—যেনেকৈ সুৰৰ সংস্থানৰ ব্যাখ্যাও তুমিয়েই কৰিছিলা।"

তেওঁ ক'লে, "ওহোঁ, সঁচা কথা ক'বলৈ গ'লে মই সেইটো নোৱাৰিম। মই যিমান দূৰ ধৰিব পাৰিছোঁ তাল-বাজন ধাইকৈ তিনি বিধত ভগাব পাৰি, যেনেকৈ শব্দৰ ক্ষেত্ৰত সুৰ সংস্থানক চাৰিভাগত বিভক্ত কৰিব পাৰি। কিন্তু কোন বিধ তালে কোন বিধ জীৱন প্ৰকাশ কৰিব সেইটো হে ক'বলৈ মই অপাৰগ।"

মই ক'লোঁ, "বাৰু আমাৰ প্ৰশ্নৰ মীমাংসা কৰিবলৈ ডেমনক মাতি আনোহঁক। কোন বিধ তালে নো নীচতা আৰু দম্ভালি বা

বলিয়ালি বা অন্যান্য দোষ প্ৰকাশ কৰে আৰু কোন বিধে নো এই-বোৰৰ বিপৰীত গুণ প্ৰকাশ কৰে সেই বিষয়ে তেওঁৰ মত লোৱা যাওক। যিমান দূৰ মোৰ মনত পৰে, তেওঁ কিবা এবিধ জটিল সমবোচিত তালৰ কথা কোৱা যেন লাগে। দ্বিতীয়তে এবিধ ত্ৰিপদী তাল আৰু তৃতীয়তে এবিধ আদিলঘুদ্বিক তালৰ উল্লেখ কৰিছিল। এই তিনিও বিধকে তেওঁ কিবা প্ৰকাৰে সজাইছিল ; অৱশ্যে কেনেকৈ মই ক'ব নোৱাৰোঁ। সেইবোৰ চুটি অংশ আৰু দীঘল অংশত ভাগ কৰি, এটাক আদিলঘুদ্বিক আৰু আন এটাক আদিগুৰুদ্বিক নাম দিছিল। ইয়াৰ কিছুমানত তেওঁ তালৰ লগতে চৰণৰ গতিতো সমানে গুৰুত্ব দিছিল। আৰু কেতিয়াবা দুইটাকে সমানেও চাইছিল। অৱশ্যে এই সকলোখিনি কওঁতে মই একেবাৰে সঠিককৈ ক'ব নোৱাৰিলোঁ। যি হওক, এই সকলোবোৰ কথা এতিয়া ডেমনকে সোধা যাওক। এইবোৰৰ মীমাংসা কৰিবলৈ হ'লে সংক্ষেপকৈ আলোচনা কৰিলে নহ'ব। নহয় জানো ? তুমি কি ভাবাঁ ?"

"মোৰ কথাও সেয়েই।"

"কিন্তু এষাৰ কথা দেখোন তুমি নিজেই মীমাংসা কৰিব পাৰাঁ। অৰ্থাৎ, ভাল ছন্দৰ লগত মাধুৰ্য্য আৰু বেয়া ছন্দৰ লগত কদৰ্য্যতা নিহিত আছে বুলি নকৰাঁ জানো ?"

"হয় আছে।"

"তদুপৰি সমীকৰণৰ সোঁতত পৰি ভাল ছন্দই ভাল শৈলী আৰু বেয়া ছন্দই বেয়া শৈলীত প্ৰকাশ পায়গৈ। ভাল আৰু বেয়া তালৰ ক্ষেত্ৰতো সেই একে কথাই ক'ব পাৰি। অৰ্থাৎ শব্দক তাল আৰু সুৰ-সংস্থানৰ লগত মিলাবলৈ নগৈ তাল আৰু সুৰ-সংস্থানক হে শব্দৰ লগত খাপ খুৱাব লাগিব—যিটো কথা আমি এইমাত্ৰ কৈ আহিলোঁ।"

"ঠিক কথা। শব্দৰ লগত তাল আৰু সুৰ-সংস্থান খাপ খাব লাগিব।"

"পিচে শৈলী আৰু কথাৰ বিষয়েনো তোমাৰ মত কি ? আত্মাৰ নৈতিক স্বভাৱে জানো এইবোৰ নিৰ্ণয় নকৰে ?"

"নিশ্চয় কৰে।"

"পিচে, বাদ-বাকী সকলো খিনি তেন্তে প্ৰকাশভঙ্গীয়েই নিৰ্ণয় কৰে ?"

"কৰে।"

"তেনেহ'লে ভাষা-মাধুৰ্য্য, সুৰ-মাধুৰ্য্য আৰু তাল-মাধুৰ্য্য আদি সকলো নিৰ্ভৰ কৰে ভাল স্বভাৱৰ ওপৰত। অৱশ্যে ভাল স্বভাব মানে অল্পবুদ্ধিৰ সজ প্ৰকৃতি নহয়। ভাল স্বভাৱৰ অৰ্থ হ'ল নৈতিক চৰিত্ৰৰ ভিত্তিত গঢ় লোৱা প্ৰকৃততে সুসংস্কৃত মন।"

"সম্পূৰ্ণ সত্য কথা।"

"তেনেহ'লে, আমাৰ ডেকাসকলে প্ৰকৃত কৰ্ত্তব্য পালন কৰিবলৈ হ'লে সকলো ক্ষেত্ৰতে এই গুণবোৰ আয়ত্ত কৰিব নেলাগিব জানো ?"

"হয় লাগিব।"

"মই ভাবোঁতে চিত্ৰকলা আৰু তেনে ধৰণৰ শিল্পকাৰ্য্য, বয়ন-শিল্প, কাৰ্শীপিকাজ, স্থাপত্য বিদ্যা আৰু সকলো বিধ সাজ-সৰঞ্জাম তৈয়াৰী কৰা শিল্প—এই সকলোবোৰতে এনেবোৰ গুণকে পোৱা যায়। অকল সেয়েই নহয়, এইবোৰ গুণ সকলো জীৱন্ত প্ৰাণী আৰু গছ-গছনিতো আছে; কিয়নো, এই এটাইবোৰতে মাধুৰ্য্য আৰু মাধুৰ্য্যবিহীনতা উভয়কে দেখা পোৱা যায়। এহাতে যেনেকৈ কমনীয়তা, ছন্দ আৰু সমলয়ৰ অবৰ্ত্তমানৰ লগত অনুচিত শৈলী আৰু কুচৰিত্ৰৰ অতি ওচৰ সম্বন্ধ, আনহাতে তেনেকৈ এই তিনিওবো বৰ্ত্তমানত বিপৰীত চৰিত্ৰৰ অৰ্থাৎ বীৰত্ব আৰু সংযমৰ গুণ জড়িত থাকে আৰু প্ৰকাশ পায়।"

"কথাষাৰ একেবাৰে সত্য।"

"তেনেহ'লে এনেস্থলত অকল আমাৰ কবিসকলৰ ওপৰত তদাৰক কৰিয়েই, আৰু তেওঁলোকৰ ৰচনাত উৎকৃষ্ট নৈতিক চৰিত্ৰ ফুটাই তুলিবলৈ বাধ্য কৰায়েই, আৰু তাৰ লগতে, এনে নকৰিলে তেওঁলোকক গীত ৰচনা কৰিবলৈ নিদিব বুলি ভয় দেখুৱায়েই জানো আমি ক্ষান্ত থাকিম ? আমাৰ এই নিয়ন্ত্ৰণ সকলো শিল্পীৰ ওপৰতে প্ৰয়োগ কৰি তেওঁলোককো কুচৰিত্ৰ, অনাচাৰ, নীচতা, কদৰ্য্যতাৰ কোনো প্ৰকাৰৰ নিদৰ্শন জীৱন্ত প্ৰাণীৰ প্ৰকৃতিয়েই হওক

বা ঘৰদুৱাৰ অট্টালিকাই হওক নাইবা অন্য যেই কোনো নির্ম্মাণ কার্য্যতেই হওক ক'তোৱেই ৰাখিবলৈ নিষেধ কৰিমহক নে নকৰিম ? যি সকলে আমাৰ নির্দ্দেশ মতে কাম কৰিব নোৱাৰে তেওঁলোকক আমাৰ ৰাজ্যত থাকিবলৈ দিব নোৱাৰি ; কিয়নো আমাৰ ৰাজ্য-পালক সকলক কুকর্ম্মৰ আদর্শত লালিত-পালিত হ'বলৈ আমি এৰি দিব নোৱাৰোঁ। অপকাৰী ঘাঁহ থকা ঘাঁহনিত চৰিবলৈ দিয়াৰ দৰে কু-আদর্শৰ প্রভাৱত পৰিবলৈ এৰি দিলে ৰাজ্যপালক সকলে ভিন ভিন ঠাইত নিতৌ একামোৰ-দুকামোৰ মাৰি পেট ভৰাই যাওঁতে শেহত গৈ কেতিয়া তেওঁলোকৰ আত্মাৰ নিভৃততম স্থানত বদগুণৰ জাবৰ ঠাহ খাই পৰিবগৈ তাক ততকে ধৰিব নোৱাৰিব। আনহাতে আমি জানো বেলেগ সাঁচত গঢ়া এবিধ কলাকাৰ বিচৰা উচিত নহ'ব, যি সকলৰ প্রতিভাই ন্যায় আৰু সৌন্দর্য্যৰ প্রকৃতি বিচাৰি উলিয়াব আৰু তাকে কৰি আমাৰ যুৱকসকলকো স্বাস্থ্যকৰ অঞ্চলত বাস কৰাৰ সুবিধা দিব ? তেতিয়া যুবকসকলে বিভিন্ন ঠাইৰপৰা ভাল বস্তু আহৰণ কৰিবলৈ পাব, সকলো সৎকর্ম্ম সিহঁতৰ চকুত পৰিব আৰু সৎকর্ম্মৰ বাতৰি আহি সিহঁতৰ কাণত সোমাব—ঠিক যেনেকৈ বতাহে স্বাস্থ্যকৰ ঠাইৰপৰা নির্ম্মল বায়ু কঢ়িয়াই আনি দিয়েহি তেনেকৈয়ে এই বিধ কলাকাৰে যুবকসকলৰ বাবে ভাল আদর্শ কঢ়িয়াই আনি দিবহি। আৰু এইদৰেই নিচেই ল'ৰাকালতেই সিহঁতৰ মনত জ্ঞানৰ প্রকৃত সৌন্দর্য্যৰ প্রতি আকর্ষণ ঢালি দিব আৰু সেই সৌন্দর্য্যৰ সৈতে সিহঁতৰ মনৰ সংযোগ স্থাপন কৰিব।"

তেতিয়া তেওঁ ক'লে, "এনে ধৰণে লালন-পালন কৰাটোৱেই উত্তম কথা হ'ব।"

"তেতিয়া হ'লে গ্লকন, এইবোৰ কাৰণতেই আমি সাহিত্য আৰু সঙ্গীত-শিক্ষাৰ ওপৰত আটাইতকৈ বেচি গুৰুত্ব দিছোঁ নেকি ? ছন্দ আৰু সুৰ দুয়ো নিভৃততম কোণলৈকে প্রৱেশ কৰি আত্মাৰ ওপৰত প্রৱল প্রভাৱ বিস্তাৰ কৰে ; কৰি, আত্মাক মাধুর্য্য দান কৰে। যথাযথ ভাৱে লালিত-পালিত হোৱা মানুহক এই ছন্দ আৰু সুৰৰ প্রভাৱে সুন্দৰ কৰি তোলে। অৱশ্যে সেইদৰে লালিত-পালিত নোহোৱা জনৰ ওপৰত তাৰ বিপৰীত প্রভাৱ পৰিব। নহয় জানো ?

আকৌ, কথা হ'ল যে যিজন এনেকৈ ভালদৰে লালিত-পালিত হৈছে তেওঁৰ চকুত সকলো প্ৰকাৰৰ ত্ৰুটী ততালিকে ধৰা পৰিব— সেই ত্ৰুটী কলাৰ ব্যৰ্থতাৰেই হওক বা স্বাভাৱিক অনুচিত বিকাশৰেই হওক। তেতিয়া তেওঁ এনেবোৰ ত্ৰুটীৰ নিন্দা কৰিব আৰু সকলো সুন্দৰ বস্তুৰ প্ৰশংসা কৰিব। সুন্দৰ বস্তুৰ সৌন্দৰ্য্য তেওঁ নিজৰ আত্মাত প্ৰতিষ্ঠা কৰিব, সেই সৌন্দৰ্য্যৰ ৰস পান কৰিব আৰু তাকে কৰি, মহৎ আৰু উত্তম ব্যক্তি হৈ উঠিব। শিশু কালতেই, অৰ্থাৎ যি সময়ত ভাল-বেয়াৰ বিচাৰ কৰিবলৈ জ্ঞান নৌ হয় এথোন, তেতিয়াই তেওঁ সকলো কদৰ্য্য বস্তুকে গৰিহণা দিবলৈ আৰু অশ্ৰদ্ধা কৰিবলৈ শিকিব। আৰু পিচলৈ যেতিয়া তেওঁৰ ভাল-বেয়া বিচাৰ কৰিবপৰা শক্তি হ'ব তেতিয়া তেওঁ তেনেদৰে লালিত-পালিত হোৱাৰ গুণতেই, সহজতে বিবেকক চিনি পাব আৰু আন্তৰিকতাৰে বিবেকক আদৰণি জনাব।"

তেওঁ ক'লে, "এনেবোৰ কাৰণতেই যে সঙ্গীত-শিক্ষাৰ দৰ্কাৰ সেই বিষয়ে কোনো সন্দেহ থাকিব নোৱাৰে।"

তাৰ পিছত মই ক'লোঁ, "তুমি জানাই, পঢ়িবলৈ শিকা সময়ত আমি সানমিহলি আখৰৰ মাজৰপৰা কোনটো কি আখৰ ঠিকমতে উলিয়াব পৰা হ'লেই ভালকৈ পঢ়িবপৰা বুলি ধৰোঁহক। সেই আখৰবোৰৰ কোনোবাটোহঁত সৰু শব্দত বা কোনোবাটো ডাঙৰ শব্দত সোমাই থাকিব পাৰে। কিন্তু সেই বুলিয়েই সিহঁতৰ মূল্য নাইকিয়া বুলি আমি নকওঁ; বৰঞ্চ সিহঁত য'তেই থাকক সিহঁতক চিনি উলিয়াবলৈ চেষ্টা কৰোঁহক; কিয়নো আমি জানো যে এইদৰে চিনি পাব নোৱৰালৈকে আমি পঢ়িব জনাৰ শাৰীত স্থান নাপাওঁ।"

"সঁচা।"

"বাৰু পিচে, লগতে এইটোও জানো সঁচা নহয় যে যেতিয়ালৈকে আখৰবোৰ সঠিককৈ চিনি নাপাওঁ তেতিয়ালৈকে আৰ্চীত বা স্থিৰ পানীত পৰা সেই আখৰৰ প্ৰতিবিম্বও চিনিব নোৱাৰিম; কাৰণ, মূল বস্তুটোৰ জ্ঞান আৰু তাৰ প্ৰতিবিম্বৰ জ্ঞান এই দুয়োটা সেই একেবিধ কলা আৰু অনুশীলনত হে থাকে।"

"একেবাৰে সঁচা কথা।"

"বাৰু, এতিয়া মই দিয়া দৃষ্টান্তবোৰ এৰি দি, যিবোৰ বস্তুৰ দৃষ্টান্ত দিছিলোঁ ঠিক সেই বস্তুবোৰলৈকে আহোঁচোন। কোৱাঁচোন বাৰু, আমি নিজেই হওঁ বা আমি যাক শিক্ষা দিবলৈ গৈছোঁ সেই ৰাজ্য-পালক সকলেই হওক, সংযম, সাহস, উদাৰতা আৰু বদান্যতা আদি গুণৰ আৰু এই সকলোবোৰৰ বিপৰীত গুণৰ মূল ৰূপটো বুজি নোপোৱালৈকে কোনোবাই প্ৰকৃততকে সঙ্গীত বুজি পাবনে? এই গুণবোৰ আৰু তাৰ বিপৰীতখিনি আৰু সেইবোৰৰ প্ৰতিবিম্ব য'তেই সিঁচৰতি হৈ থাকক লাগিলে, সকলোখিনি ভালকৈ নিৰীক্ষণ কৰিব লাগিব আৰু সেইবোৰক ডাঙৰ বা সৰু বস্তুত থকা বুলিয়েই নকৰি এইটো হে চাব লাগিব যে সেইবোৰৰ নিজা আকৃতি আৰু সেইবোৰৰ প্ৰতিবিম্বৰ আকৃতি বুজাৰ মাধ্যম হ'ল একে বিধ কলা আৰু অনুশীলনেই।"

"সেইটো হ'বই লাগিব।"

"তেনেহ'লে, যিজন পুৰুষ অন্তৰৰ নৈতিক সৌন্দৰ্য্যৰ লগতে সেই অনুৰূপে মিলি যোৱা বাহ্যিক চেহেৰাৰ সৌন্দৰ্য্যৰো অধিকাৰী হয়, প্ৰকৃততে সৌন্দৰ্য্য উপভোগ কৰিব জনা জনৰ বাবে এনে সুশ্ৰী পুৰুষ এজনতকৈ অধিক মনোৰম দৃশ্য ক'তো হ'ব নোৱাৰে। এনে আন্তৰিক আৰু বাহ্যিক সৌন্দৰ্য্য দুয়োটা একে ঠাইতে থকাৰ মূলতে কথা হ'ল এই দুয়ো একে মহৎ আৰ্হিৰেই অংশবিশেষ।"

"ইয়াতকৈ মনোৰম দৃশ্য কেতিয়াও ওলাব নোৱাৰে।"

"এতিয়া জানো তুমি স্বীকাৰ নকৰিবাঁ যে যি টোৱেই আটাইতকৈ সুশ্ৰী সেইটোৱেই আটাইতকৈ মনোহৰো?"

"কিয় নকৰিম।"

"এতেকে নৈতিক আৰু শাৰীৰিক সৌন্দৰ্য্য উভয়কে উৎকৃষ্ট ৰূপত যি সকলৰ লগত দেখা যায় সেই সকলোকে সঙ্গীতানুৰাগী জনে আদৰ কৰিব। আৰু, যাৰ গাত এই দুই গুণৰ মিল নাথাকে তেনে মানুহৰ কাকো তেওঁ আদৰ নকৰে।"

"নহয়, আত্মাত কিবা ছিদ্ৰ নাথাকিলে হে আদৰ নকৰিব। কিন্তু যদি দৈহিক ছিদ্ৰ হে মাত্ৰ কিবা থাকে তেন্তে সঙ্গীতানুৰাগী জনে অসন্তোষ নকৰি সেই ছিদ্ৰ মাৰ্জনা কৰিব।

মই ক'লোঁ, "বাৰু মই এতিয়া বুজিলোঁ, এই বিধৰ কোনোবা প্ৰিয়পাত্ৰ তোমাৰ ওলাইছে বা ইতিমধ্যে আছেই। গতিকে সেই বিষয়ে আৰু নেমাতোঁ। বাৰু এইটো কোৱাচোন—অতিচাৰ আনন্দক পৰিমিতাচাৰৰ সৈতে একেলগে দেখা যায় নে নেযায়?"

"ওহোঁ, অতিচাৰ আনন্দয়ো যি স্থলত শৰীৰত কষ্ট দিয়াৰ দৰেই মনকো অস্থিৰ কৰি তোলে, তেনে স্থলত এই দুয়োটা একেলগে কেনেকৈ থাকিব?"

"বাৰু, সাধাৰণতঃ অতিচাৰ আনন্দৰ কিবা সদ্‌গুণ আছে নে?"

"একো থাকিব নোৱাৰে।"

"বাৰু, চঞ্চলতা আৰু ব্যাভিচাৰিতাৰে সৈতে তাৰ কিবা সম্বন্ধ আছে নে?"

"নিশ্চয় আছে।"

"তুমি বাৰু এনেঃএবিধ সম্ভোগৰ নাম ক'ব পাৰিবাঁ নে যি প্ৰেম প্ৰবৃত্তি চৰিতাৰ্থ কৰা সুখতকৈ অধিক প্ৰবল আৰু প্ৰচণ্ড হ'ব?"

"সেইটো ক'ব নোৱাৰিম। বলিয়ালিৰ তেনেই ওচৰ চপা বিধৰ যদি কিবা আছে নেজানো।"

"কিন্তু সংযম আৰু সদ্ভাবেৰে সুশীল আৰু সুন্দৰ পাত্ৰ লাভৰ হেপাহ কৰাটোৱেই জানো ন্যায়সঙ্গত প্ৰেমৰ স্বৰূপ নহয়?"

"কিয় নহ'ব?"

"তেনেহ'লে বলিয়ালি বা লম্পট স্বভাৱৰ লেখীয়া কোনো কথাই ন্যায়সঙ্গত প্ৰেমৰ ওচৰ চাপিব নোৱাৰে?"

"কেতিয়াও নোৱাৰে।"

"তেনেহ'লে আমি যি সম্ভোগৰ কথা কৈছোঁ সি এই প্ৰেমৰ ওচৰ চাপিব নোৱাৰিব; নাইবা যি প্ৰেমিক-প্ৰেমিকাৰ ভিতৰত প্ৰেমৰ ন্যায়সঙ্গত আদান-প্ৰদান হৈছে, তেনে প্ৰেমিক-প্ৰেমিকাই অতিচাৰ সম্ভোগৰ কালে যাব নোৱাৰিব।"

"ঠিক কৈছা, ছক্ৰেটিচ। নোৱাৰে।"

"তেন্তে এতিয়া দেখা গ'ল যে যি ধৰ ৰাজ্য আমি সংগঠন কৰিম তাত তুমি এনেকুৱা বিধি প্ৰৱৰ্ত্তন কৰিবাঁ যাতে প্ৰেমিক এজনে তেওঁৰ প্ৰিয়জনক ভাল পাব পাৰিব, প্ৰিয়জনৰ সঙ্গত থাকিব পাৰিব

আৰু প্ৰিয়জনৰ সৌন্দৰ্য্য উপাসনাৰ অৰ্থে প্ৰিয়জনৰ সম্মতিক্ৰমে প্ৰিয়জনক নিজৰ পুত্ৰেকৰ দৰে আলিঙ্গন কৰিব পাৰিব ; কিন্তু অইন বিষয়ত প্ৰিয়জনৰ লগত সম্পৰ্ক এনেদৰে নিয়ন্ত্ৰিত কৰি ৰাখিব যাতে ইয়াতকৈ বেছি ঘনিষ্ঠতা কৰা বুলি কোনেও সন্দেহ কৰিব নোৱাৰে। ইয়াৰ ব্যতিক্ৰম হ'লেই তেওঁক বৰ্ব্বৰতা আৰু অভদ্ৰতা দোষৰ বাবে গৰিহনা দিয়া হ'ব।"

"সেইটো কৰিবই লাগিব।"

"মোৰ সঙ্গীত-তত্ত্ব এতিয়া সম্পূৰ্ণ হ'ল বুলি ভাবিব পাৰিছা নে নাই পিচে? যিয়েই হওক, মুঠতে মোৰ সিদ্ধান্ত য'ত সমাপ্ত হ'ব লগা আছিল হ'লহি ; কিয়নো মোৰ মতে সঙ্গীতৰ পূৰ্ণপ্ৰাপ্তি হ'ব লাগে সুন্দৰৰ প্ৰেমত।"

তেওঁ ক'লে, "তোমাৰ কথা মানিছোঁ।"

"আমাৰ যুবকসকলৰ শিক্ষাৰ বিষয়ত সঙ্গীতৰ পিচতে স্থান হ'ল ব্যায়ামৰ।"

"হয়।"

"প্ৰকৃততে শিশুকালতেই ব্যায়াম আৰু সঙ্গীতৰ শিক্ষা সাৱধানে আৰম্ভ কৰিব লাগে আৰু তাক সমগ্ৰ জীৱনতেই চৰ্চ্চা কৰি থাকিব লাগে। কিন্তু মোৰ মতে এনেদৰে ললে হে কথাটো ধৰিবপৰা হ'ব —যাক যেনেকুৱা বুলি ভাবোঁ, তাক তেনেদৰেই চাওঁ। মোৰ বিশ্বাস মতে সুগঠিত দেহাৰ সৌন্দৰ্য্যৰ বিশিষ্টতাই আত্মাক সুন্দৰ কৰিব নোৱাৰে। অপৰপক্ষে পবিত্ৰ আত্মাই নিজ গুণৰ দ্বাৰায় দেহাক পাৰ্য্যমানে সুন্দৰ কৰি তোলে। এই বিষয়ে বাৰু তুমি কি কোৱা?"

"তুমি যি কৈছা তাকেময়ো কওঁ।"

"বাৰু তেনেহ'লে, আমি যদি পোনতে মনৰ উপযুক্ত চিকিৎসা কৰিব লগা হয় আৰু তাৰ পিছতে শৰীৰৰ চিকিৎসাৰ বাবে বিস্তৃত ব্যৱস্থা ল'বৰ বাবে মনক ভাৰ দিব লগা হয় আৰু যদি এই দায়িত্ব দিওঁতে বাহুল্যৰ হাত সাৰিবৰ বাবে আমি চিকিৎসাৰ সাধাৰণ সূত্ৰ কেইটাকে হে মাথোন দাঙি ধৰোঁ, তেতিয়া আমি উচিত কাম কৰা হ'ব নে বাৰু?"

"হ'ব।"

"আমি ইতিমধ্যে কৈছোঁৱেই যে আমাৰ যুবকসকল মাতাল হ'ব নোৱাৰিব ; কিয়নো কোনো ৰাজ্যপালককেই কেতিয়াও মাতাল হৈ চেতনা হেৰুৱাবলৈ দিব নোৱাৰি। অইনে যি কৰে কৰক।

"সঁচা কথা। ৰাজ্যপালকক ৰখীয়া দিবলগীয়াত পৰিলে কথা বৰ অশোভনীয় হ'বগৈ।"

"কিন্তু আহাৰৰ বিষয়ে কি হ'ব? আমি যি সকলৰ কথা কৈছোঁ তেওঁলোক হ'ল অতি প্ৰয়োজনীয় ক্ষেত্ৰৰ যোদ্ধা। নহয় জানো?"

"হয়।"

"পিচে, মালযুঁজ প্ৰশিক্ষণৰ যোগে আয়ত্ত কৰা শাৰীৰিক শক্তি জানো ৰাজ্যপালক সকলৰ বাবে উপযুক্ত হ'ব?"

"হ'ব কিজানি।"

"বাৰু। কিন্তু, এই বিধ টোপনি অহা পথ্য হে হ'ব ; আৰু সুস্বাস্থ্যক দুৰ্ব্বল হে কৰিবগৈ। তুমি জানো মন কৰা নাই যে ধৰাবন্ধা নিয়মত থকাসকলে জীৱনটো শুই-শুইয়েই কটায় আৰু সিহঁতৰ নিৰ্দ্দিষ্ট আহাৰৰ অলপ ইফাল-সিফাল হ'লেই অতি ভয়ানক বিধৰ শাৰীৰিক বিকাৰে দেখা দিয়ে।"

"হয়। মন কৰিছোঁ।"

"এতেকে আমাৰ যোদ্ধাসকলৰ বাবে তাতকৈ ভাল বিধৰ পথ্যৰ দৰ্কাৰ। কাৰণ, তেওঁলোক প্ৰহৰী কুকুৰৰ দৰে সদায় সজাগ হৈ থাকিব লাগিব। তেওঁলোকৰ চকু-কাণ তীক্ষ্ণ হ'ব লাগিব। যুদ্ধ-ক্ষেত্ৰত থকাৰ সময়ত তেওঁলোকে য'তে ত'তে যেনেকৈ-তেনেকৈ ভাতপানী খাব লগা হ'ব আৰু গেলেপালগা গৰম আৰু ঠেঁটুৱৈ ধৰা জাৰতো কটাব লাগিব। এতেকে তেওঁলোকৰ দেহা ঠুনুকা হ'লে নচলিব।"

"ঠিক কথা কৈছা।"

"তেনেহ'লে আমি যি সঙ্গীতৰ কথা অলপ আগতে কৈছিলোঁহক সেই সঙ্গীতক সৰ্ব্বোৎকৃষ্ট বিধৰ ব্যায়ামৰ লগৰীয়া বুলি ক'বপৰা যায় নে বাৰু?"

"কোন বিধ ব্যায়ামৰ কথা নো কৈছাঁ ?"

"আমাৰ যোদ্ধা সকলৰ বাবে ৰখা সাধাৰণ নিয়মীয়া পদ্ধতিৰ ব্যায়াম।"

"এই পদ্ধতি নো কেনে ধৰণৰ হ'ব ?"

"এইবোৰ বিষয়ত আমি হোমাৰৰপৰা কিছু শিকিব পাৰোঁ। জানাই নহয়, হোমাৰৰ বীৰসকলে যুদ্ধক্ষেত্ৰত থাকোঁতে যেতিয়া আহাৰ খাবলৈ বহে তেতিয়া তেওঁলোকক হেলেছপন্তৰ পাৰতে থাকিলেও কেতিয়াও মাছ খাবলৈ দিয়া নহয়। আনকি সিজোৱা মঙহো দিয়া নহয়। মাত্ৰ দিয়া হয় জুইত সেকা বা পোৰা আহাৰ, যিটো সৈনিক সকলে সহজে যোগাৰ কৰিব পাৰে। কথাটো হ'ল, য'তেই থকা হওক বা য'লৈকে যোৱা যাওক, জুইকুৰা ধৰি লোৱাত চৰু-হাড়ি কঢ়িয়াই লৈ ফুৰোৱাৰ আহুকালবোৰ নেথাকে।"

"ক'বই নেলাগে।"

"যিমান দূৰ মোৰ মনত আছে, হোমাৰে ক'তো ছাটনিৰ কথাও উল্লেখ কৰা নাই। যি হওক, এই কথা প্ৰশিক্ষণত থকা সকলোৱে জানে। হোমাৰেও জানে যে যি জনেই ভাল স্বাস্থ্যৰ অধিকাৰী হ'ব খোজে তেওঁ বৰ বেচি জিভাৰ জুতি বিচাৰিব নেলাগে। হয় নে নহয় ?"

"তেওঁলোকেও জানে। সেইবোৰ নাখাই ভালকে কৰিছে।"

"তেন্তে বান্ধ! তুমি এনে বিধ পৰিমিত ভোজনকেই ভাল বুলি ভাবিছা যেতিয়া চাইৰাকুজীয় আহাৰ আৰু চিচিলীয় ব্যঞ্জনো তোমাক নালাগে তেনেহ'লে ?"

"ওহোঁ নেলাগে।"

"যি সকলে সুগঠিত শৰীৰৰ অধিকাৰী পুৰুষ হ'ব খোজে তেওঁলোকে কৰিণ্থৰ গাভৰুহঁতৰ প্ৰতি হেপাহ কৰাটো তেন্তে ভাল নোবোলাঁ ?"

"ওহোঁ নোবোলোঁ।"

"বাৰু তুমি আমাৰ এথেন্স নগৰৰ মিঠাইৱলাহঁতে তৈয়াৰ কৰা প্ৰখ্যাত সুখাদ্যবোৰ বেয়া বুলি ক'বাঁ নেকি ?"

"নিশ্চয় কম।"

"প্ৰকৃততে আহাৰ-বিহাৰৰ এই সমস্ত ব্যৱস্থা প্ৰণালীক যদি পান হাৰ্মানিয়ামৰ সুৰৰ লগত বিজোৰা হয় তেন্তে নিশ্চয় ভুল কৰা নহ'ব।"

"তেনে ৰিজনি যথাৰ্থ ৰিজনিয়েই হ'ব।"

"তেনে হ'লে এইটো সঁচা নহয় জানো যে নানাবিধ সঙ্গীত উপভোগে যেনেকৈ আত্মাক নষ্ট কৰে তেনেকৈ এই ক্ষেত্ৰত নানাবিধ সুখাদ্য খালেও শৰীৰত বেমাৰৰ উৎপত্তি হয়। আনহাতে কিন্তু যেনেকৈ সৰল সঙ্গীতে সংযম শিকায় সেইদৰে সৰল ব্যায়ামৰপৰা সুস্বাস্থ্য লাভ হয়।"

"একেবাৰে সঁচা কথা।"

কিন্তু যেতিয়া ইন্দ্ৰিয়াসক্তি আৰু ৰোগ-ব্যাধি ৰাজ্যৰ চাৰিওফালে বিয়পি পৰে তেতিয়াই জানো বিচাৰালয় আৰু চিকিৎসালয়ৰ সংখ্যাও উভৈনদী হৈ নপৰে। সদ্বংশজাত সকলৰ মানুহপৰাও বহুতে আহি যেতিয়া এনে বৃত্তিত সোমাবলৈ হাবাথুৰি খাই পৰেহি তেতিয়াই জানো আইন আৰু ঔষধে প্ৰাধান্য লাভ কৰি নেপেলায়?"

"সেয়েই নহে আৰু কি হ'বগৈ?"

"বাৰু কোৱাঁচোন, ৰাজ্যৰ প্ৰচলিত শিক্ষা যে অধঃপাতে গৈছে আৰু দূষিত হৈছে তাৰ জ্বলন্ত প্ৰমাণ বিচাৰিলে ক'ত পোৱা যাব? —অধম বংশত ওপজা কাৰিকৰবোৰৰ কথা নকওঁৱেই, সম্ভ্ৰান্ত বংশত জন্ম গ্ৰহণ কৰা আৰু লালিত-পালিত হোৱা বুলি দাবী কৰা সকলকো যেতিয়া উৎকৃষ্ট চিকিৎসক আৰু বিচাৰকৰ প্ৰয়োজন হয় তেতিয়াই জানো এই প্ৰমাণ ওলাই নপৰে? নিজৰ দেশত উপযুক্ত লোক নথকাত ন্যায়বিচাৰ কৰিবৰ বাবে বাহিৰৰপৰা সম্ভ্ৰান্ত লোক আৰু বিচাৰক আমদানি কৰিবলগা হোৱাটোৱেই জানো অতিশয় নিন্দনীয় কথা আৰু শিক্ষাব্যৱস্থাৰ ব্যৰ্থতাৰ প্ৰমাণ নহয়?"

"ইয়াতকৈ আৰু ডাঙৰ অপবাদৰ কথা হ'বই নোৱাৰে।"

"আকৌ বাৰু কোৱাঁচোন। এনে এজন মানুহ জানিবাঁ আছে যি জীৱনৰ সৰহভাগ সময় বিচাৰালয়ত ফৰিয়দী বা আচামী হৈয়েই কটায় আৰু এনেদৰে কটোৱাটোক গৌৰৱৰ কথা বুলি হে ভাবে; তদুপৰি সেইজনে এইবুলিও গৰ্ব্ব কৰে যে তেওঁ নানা ৰকম অপৰাধ কৰাত পাকৈত আৰু বুধি-ফন্দি, পাক-চক্ৰ কৰাত এনে পটু যে

সকলো ক্ষেত্ৰতেই কিবা উপায়েৰে নহয় কিবা উপায়েৰে আইনৰ হাত সাৰি শাস্তি নোভোগাকৈ থাকিব পাৰে। এই মানুহজনৰ জীৱনটো বাৰু কম নিন্দনীয় বুলি কৰঁ৷ নে? অবাবত অলাগতিয়াল কথা কিছুমানত লাগি থাকি অযথা নিৰ্জীৱ বিচাৰকৰ হাতত পৰিব লগাৰপৰা হাত সাৰি চলিবপৰা হ'লে তেওঁৰ জীৱন কিমান মহৎ আৰু সুখৰ হ'লহেঁতেন!"

"ঠিক কথা কৈছা। এইটো আৰু ডাঙৰ অপবাদৰ কথা।"

"বাৰু। আৰু এটা কথা মন কৰঁাচোন। কেতিয়াবা ক'ৰবাত আঘাত পালে নাইবা বতৰ সলনিৰ সময়ত জ্বৰ-নৰিয়াত পৰিলে চিকিৎসা কৰাটো ভাল। কিন্তু আমাৰ এলেহুৱা স্বভাৱৰ হেতুকে আৰু নিজৰ শৰীৰৰ ওপৰত অত্যাচাৰ কৰাৰ বাবেই যদি বায়ু-পিত্ত-কফৰ বিকাৰ হয় যাক এচ্‌ক্লিপিয়ুজৰ সন্তানসকলে পেট-ওভন্দোৱা পানীলগা আদি বেমাৰৰ নাম দিছে আৰু এইবাবেই যদি চিকিৎসক মাতিব লগা হয়, তেন্তে সেইটো ঘৃণনীয় কথা নহ'বনে?"

"নিশ্চয়, বেমাৰ-আজাৰৰ এইবোৰ নতুন নতুন অচিনাকি নাম বুলি ক'ব লাগিব।"

"মই জনাত এইবোৰ বেমাৰ এচ্‌ক্লিপিয়ুজৰ দিনত ওলোৱা নাছিল। সেইবাবেই কিজানি ট্ৰয়ত ইউৰিপাইলুচে আঘাত প্ৰাপ্ত হৈ পৰি থাকোঁতে মানুহ এজনীয়ে আহি সবহকৈ য-ধানৰ পিঠাগুৰি আৰু পনিৰ মিহলোৱা মদ এঢোকা খাবলৈ দিলতো ইউৰিপাইলুচৰ পুতেকহঁতে মানুহজনীক দোষ দিয়া নাছিল। অথচ এই য-ধানৰ পিঠাগুৰি আৰু পনিৰ মিহলোৱা মদ অতি চোকা দৰবেই আছিল। তদুপৰি ইউৰিপাইলুচৰ ঘা-বোৰ বান্ধি দিওঁতে পুতেকহঁতে পেট্ৰক্লুজক খং কৰাও নাছিল।"

তেতিয়া তেওঁ ক'লে, "এবা তেওঁৰ নিচিনা সম্ভ্ৰান্ত মানুহ এজনৰ বাবে এই পালি দেৱাই অতি অদ্ভুত আছিল।"

"নহয়; তেতিয়াৰ দিনৰ অৱস্থালৈ চাই অদ্ভুত নহয়। আগৰ দিনত অৰ্থাৎ হেৰডিকাচৰ দিনলৈকে আমি জনামতে এচ্‌ক্লিপিয়ুজে বৰ্ত্তমান যুগৰ চিকিৎসা পদ্ধতি প্ৰয়োগ কৰা নাছিল, অৰ্থাৎ ধনী মানুহৰ ল'ৰাক চাকৰ-নাকৰে শুশ্ৰূষা কৰাৰ নিচিনাকৈ নকৰিছিল।

কিন্তু ওজা-শিক্ষক হেৰডিকাচৰ নিজৰে যেতিয়া স্বাস্থ্য পৰি আহিল তেতিয়া তেওঁ ঔষধ আৰু ব্যায়াম দুইটাৰে সংমিশ্ৰণৰ চিকিৎসা পদ্ধতি এটা উলিয়ালে। তেওঁৰ পিছত অৱশ্যে বহুতে এই পদ্ধতিকে গ্ৰহণ কৰিলে।"

"এইটো কেনেকৈ সম্ভৱ হ'ল ?"

"তেওঁৰ নিজৰ মৰণ বিলম্বিত কৰি। তেওঁৰ বেমাৰটো আছিল ভয়ানক। নিজেই নিজৰ বেমাৰ ভাল কৰিবলৈ তেওঁ লাগি গ'ল। কিন্তু যেতিয়া ভাল কৰিব নোৱৰা যেন দেখিলে, তেতিয়া মোৰ অনুমানত, তেওঁ নিজকে শুশ্ৰূষা কৰাতে একাপপতীয়াকৈ লাগি থাকিবলৈ ধৰিলে। নিৰ্দ্দিষ্ট আহাৰৰ অলপমান সলনি হ'লেই তেওঁ অশেষ যন্ত্ৰণা ভুগিব লগা হৈছিল। এইদৰেই কিন্তু তেওঁ মৃত্যুৰ লগত যুঁজি থাকিল আৰু এনে বুদ্ধিৰ বলতেই বুঢ়া বয়সলৈকে তেওঁ জীয়াই থাকিবলৈ সমৰ্থ হ'ল।"

"এৰা, চেষ্টাৰ সুন্দৰ পুৰস্কাৰ !"

মই আকৌ ক'লোঁ, "এচ্‌ক্লিপিয়ুজৰ বিষয়ে নজনাসকলে হয়তো এইদৰেই ভাবিব পাৰে যে এচ্‌ক্লিপিয়ুজে এই চিকিৎসা-পদ্ধতি নাজানিছিল। পিছে এই চিকিৎসা-পদ্ধতি উত্তৰাধিকাৰী সকলৈ আবিষ্কাৰ কৰি থৈ নোযোৱাৰ কাৰণ এইটো নাছিল যে তেওঁ নিজে এই বিষয়ে নাজানিছিল বা এনে ধৰণৰ চিকিৎসা-পদ্ধতিৰ পৰীক্ষা কৰা নাছিল। আচল কথা হ'ল, তেওঁ এইটো জানিছিল যে যি কোনো সুনিয়ন্ত্ৰিত সমাজতে প্ৰতিজন ব্যক্তিয়ে ৰাজ্যৰ নিৰ্দ্ধাৰিত কাম কৰিব-লাগিব। অকৰ্ম্মণ্যৰ দৰে ডাক্তৰৰ হতুৱাই চিকিৎসা কৰোৱাতেই জীৱন কটাবলৈ কাৰো আহৰি নেথাকে। এনে কথাই আমি শ্ৰমিক শ্ৰেণীৰ মাজত দেখিবলৈ পাওঁহক ; অথচ অতি আচৰিত কথা যে ধনী আৰু সুখী বুলি কোৱা সকলৰ মাজত তাকেই নেদেখোঁ।"

"সেইটো নো কেনেকৈ হ'বলৈ পালে ?" তেওঁ সুধিলে।

মই উত্তৰ দিলোঁ, "যেতিয়াই কাঠমিস্ত্ৰী এজন নৰীয়াত পৰে তেতিয়া তেওঁ ডাক্তৰৰপৰা এনে এপালি দৰৱ বিচাৰে যি পালিয়ে বমি কৰাই বা শৌচ কৰাই তেওঁৰ বেমাৰটো উলিয়াই দিব পাৰিব ;

নহ'লে পুৰি দি বা অস্ত্ৰোপচাৰ কৰি বেমাৰটো নাইকিয়া কৰি দিব পাৰে। কিন্তু কোনোবা চিকিৎসকে যদি তেওঁক আহাৰ নিয়ন্ত্ৰনৰ দীঘলীয়া ব্যৱস্থা দিয়ে নাইবা মূৰত বেগেজ বান্ধিবলৈ দি আনুষঙ্গিক চিকিৎসা কৰিবলৈ কয়, তেতিয়া কাঠমিস্ত্ৰীয়ে তেনেবিধ চিকিৎসকক তৎক্ষণাৎ কৈ দিব যে তেনেকৈ পৰি থাকিবলৈ তেওঁৰ আহৰি নাই। আৰু এইটোও ক'ব যে তেওঁৰ আচল দৰ্কাৰি কাম এৰি বেমাৰ বতাতে লাগি থাকি জীয়াই থকাৰ সকাম নাই। এইদৰে কৈ, ডাক্তৰক বিদায় দি কাঠমিস্ত্ৰীয়ে নিজৰ দৈনন্দিন কামত ধৰিবগৈ আৰু হয়, স্বাস্থ্য ঘূৰাই পালে ব্যৱসায় চলাই যাব, নহয়, শৰীৰে টানিব নোৱাৰিলে মৃত্যু-শয্যাত সকলো কষ্টৰ সামৰণি পেলাবগৈ।"

"হয়; তেনে অৱস্থাৰ মানুহৰ বাবে চিকিৎসকৰ সহায় সেই হিচাপে লোৱাটোৱেই উচিত বুলি ধৰা হয়।"

"কিয়? এই কাৰণেই নে কি যে তেওঁৰ এনে কৰ্ত্তব্য কাম আছে যি খিনি কৰিব নোৱাৰি তেওঁৰ জীৱনেই বৃথা হৈ পৰিব?"

"সেইটো ওলাই থকা কথা।"

"তেন্তে ধনী মানুহৰ জীৱনত এনে ধৰণৰ কোনো নিৰ্দ্দিষ্ট কাম নাই যিটো কৰিব নোৱৰা মানে তেওঁৰ জীৱন বৃথা হৈ যোৱা।"

"নহয়, এনে কাম নাই বুলি ধাৰণা হে কৰা হয়।"

"তেনেহ'লে ফচিলাইডিচে কোৱা কথাষাৰ অৰ্থাৎ জীৱন নিৰ্ব্বাহৰ বাবে লাগতিয়াল খিনি আহৰণ কৰা হ'লেই মানুহে ধৰ্ম্ম অৰ্জ্জন কৰিব লাগে বুলি কোৱা কথাষাৰ তুমি মানিব নোখোজাঁ?

তেতিয়া মই ক'লোঁ, "বাৰু সেই কথাত আমি তৰ্ক নকৰোঁ এতিয়া। কিন্তু ধনী মানুহৰ বাবে ন্যায় আচৰণ কৰাটো প্ৰয়োজনীয় হয় নে নহয় আৰু যদি হে নকৰে তেন্তে তেওঁলোকৰ জীৱন বৃথায় যায় নে নেযায়, নাইবা ৰুগীয়া অৱস্থাই কাঠমিস্ত্ৰীৰ কামত বা তেনে কামত মনোযোগ দিয়াত প্ৰতিবন্ধক জন্মায় যদিও ফচিলাইডিচৰ উপদেশ পালনত প্ৰতিবন্ধক জন্মায় নে নজন্মায় এইখিনি আমি বিচাৰ কৰি চাওঁহক।

"ওহোঁ, সঁচা কথা ক'বলৈ গ'লে মই হ'লে ভাবোঁ, ব্যায়াম কৰাতে সন্তুষ্ট নহৈ তাৰ ওপৰতো অতিপাতকৈ শৰীৰৰ যত্ন লোৱাটোৱে

ধৰ্ম্ম আচৰণৰ পথত যিমান প্ৰতিবন্ধক জন্মায় তাতকৈ ডাঙৰ প্ৰতিবন্ধক আৰু হ'ব নোৱাৰে। কিয়নো মানুহে ঘৰৰ কামকেই কৰক বা পথাৰৰ কামকেই কৰক নাইবা ঘৰতে বহি বিচাৰকৰ কামকেই কৰক, সকলোৰে বাবেই এনে যত্ন লোৱাটো কষ্টকৰ হৈ পৰে।"

"কিন্তু আটাইতকৈ ডাঙৰ কথা হ'ল এইটোৱেই যে সকলো-প্ৰকাৰ অধ্যয়ন, চিন্তা আৰু মানসিক সাধনাৰ পথত এনে অতিপাত যত্নই ভয়ঙ্কৰ প্ৰতিবন্ধক হৈ পৰে। এনে অৱস্থাত কোন মুহূৰ্ত্তত মূৰ কামোৰণি বা মূৰফুৰণি হয় তাৰ ভয়েই সদায় লগত লাগি থাকিব। আৰু এই মূৰ কামোৰণি, জ্ঞান-চৰ্চ্চাৰ বাবেই হোৱা বুলি ধৰি ল'ব। এতেকে মানসিক অধ্যয়নৰ সফলতা লাভ কৰাৰ পথত এনেবিধ অতিপাত যত্নই প্ৰধান অন্তৰায় হৈ পৰে; কিয়নো এনে অৱস্থাত মানুহটোৱে নিজকে সদায় বেমাৰী বুলিয়েই ভাবি থাকে আৰু বেমাৰৰ ভয়েই মানুহটোক তেনেই জুৰুলা কৰি পেলায়।"

"হয়, সেইটোৱেই হ'ল ৰুগীয়া অৱস্থাৰ স্বাভাৱিক ফল।"

"তেনেহলে আমি এতিয়া ধৰি নলমনেকি যে এচ্‌ক্লিপিয়ুজে এই সকলোবোৰ জানি-শুনিও তেওঁৰ আৰোগ্যবিধি অকল সেইসকলৰ উপকাৰৰ বাবে হে দিলে যাৰ শৰীৰৰ অৱস্থা ভাল আৰু যাৰ স্বাস্থ্য স্বভাৱে নষ্ট কৰা নাই কিন্তু যি মাথোন কিবা দুই-এক অসুখত মাত্ৰ ভুগিছে। এচ্‌ক্লিপিয়ুজে এইবোৰ অসুখ গুচাবলৈ ঔষধ প্ৰয়োগ আৰু অস্ত্ৰ প্ৰয়োগ কৰিছিল। এইদৰে চিকিৎসা কৰোঁতে তেওঁ কাৰো নিয়মীয়া কাম-কাজত বাধা পৰিবলৈ, এতেকেই ৰাজ্যৰ স্বাৰ্থতো কোনো বিঘিনি হ'বলৈ, নিদিছিল। কিন্তু বেমাৰে যেতিয়া দেহা একেবাৰে ঘূনীয়া কৰি পেলায় তেতিয়া আৰু এচ্‌ক্লিপিয়ুজে ভিন ভিন ঔষধ প্ৰয়োগ কৰি ৰোগীৰ যন্ত্ৰনাৰ দিন দীঘলীয়া কৰিবলৈ চেষ্টা নকৰিছিল; কিয়নো তেনে কৰাৰপৰা ৰুগীয়াজনক ৰোগগ্ৰস্ত সতি-সন্ততি উৎপাদন কৰি শাস্তি খাবলৈ দিয়াৰ বাহিৰে একো নহ'ব। তেওঁ এইটোও ভাবিছিল যে যিজন মানুহ নিজৰ নিয়মীয়া কৰ্ত্তব্য পালন কৰিবলৈ অপাৰগ, তেনেজনক চিকিৎসা কৰাৰপৰা লাভ নাই—কিয়নো এনে মানুহ নিজকো নালাগে আৰু ৰাজ্যতো নেলাগে।"

"তুমি দেখিছো এচ্‌ক্লিপিয়ুজক একেবাৰে অগাধ ৰাজনীতিজ্ঞৰ শাৰীত থলাগৈ।"

"তেওঁ সেই শাৰীত পৰেই। সেইবাবে হে থৈছো। তেওঁ তেনে আছিল বুলিয়েই তেওঁৰ পুতেকহঁতে ট্ৰয়ৰ আগৰখন যুদ্ধত বীৰত্ব দেখুৱাব পাৰিছিল। মই এতিয়া বৰ্ণনা কৰা চিকিৎসা-কলাৰ প্ৰয়োগো সেইবাবেই পুতেকহঁতে কৰিব পাৰিছিল। কেনৈ, মেনিলাছক পাণ্ডাৰুচে যাঠিৰে খোচাৰ সময়ত সিহঁতেই মেনিলাচৰ 'ঘাৰ তেজ শোহা মাৰি তাত বনৌষধ দিয়া'ৰ কথা পাহৰিলা নেকি?[৩৩] কিন্তু তাৰ পাছত মেনিলাচে কি পথ্য খাব সেই বিষয়ে হ'লে সিহঁতে কোনো ব্যৱস্থা নিদিলে—যি দৰে ইউৰিপাইলুচৰ ক্ষেত্ৰতো নিদিছিল। কাৰণ সিহঁতে জানিছিল, আঘাত পোৱাৰ আগছোৱাত যি সকল নিৰোগী আৰু নিয়মীয়া হৈ আছিল তেওঁলোকক আৰোগ্য কৰিবৰ বাবে বনৌষধেই যথেষ্ট। তাৰ পিচ মুহূৰ্ত্তত তেওঁলোকে ৰুটি-মদ-পনিৰৰ সানমিহলি আহাৰ খালেও হানি নাই। কিন্তু যি সকলৰ দেহা ৰুগীয়া আৰু যি সকল অপৰিমিতাচাৰী তেনে মানুহ নিজৰ বা দহৰ কোনো কামত নাহে বুলি সিহঁতে ভাবিছিল। সেই গতিকেই তেনেকুৱা মানুহৰ বাবে সিহঁতৰ চিকিৎসাৰ প্ৰয়োজনো নাই। মিডাচতকৈও ধনী হ'লেও তেনে মানুহক আৰোগ্য কৰিবলৈ চেষ্টা কৰাটো ভুল হ'ব।"

"তুমি এতিয়া যি খিনি কথা ক'লা তাৰপৰা বুজা গ'ল এচ্‌ক্লিপিয়ুজৰ পুতেকহঁত অত্যন্ত চালাক আছিল।"

"হয়। সিহঁত চালাক হ'বই লাগিব। তথাপিও পিচে ট্ৰেজেডি লেখকসকলৰ আৰু পিণ্ডাৰৰ মত আমাৰ লগত নিমিলিব। এচ্‌ক্লিপিয়ুজক এপোলোৰ সন্তান বুলি কৈ এওঁলোকে এই বুলি উলিয়াইছিল যে সোণৰ মোহৰৰ ভেটী খাই ধনী মানুহ এজন মৰা-শটো জীয়াবলৈ গৈছিল বাবেই এচ্‌ক্লিপিয়ুজ বজ্ৰপাত পৰি মৰিব-লগা হ'ল। কিন্তু আমাৰ নীতি মানিবলৈ হ'লে তেওঁলোকৰ কথা এটাও বিশ্বাস কৰিব নোৱাৰোঁহঁক। তাৰ বিপৰীতে আমি এইটো হে

---

৩৩। ইলিয়াদ ৪ৰ্থ, ২১৮

ক'ম যে এপোলো যদি দেৱতাৰেই সন্তান হয়, তেন্তে তেওঁ কেতিয়াও লোভী হ'ব নোৱাৰে ; আৰু যদি লোভীয়েই হয়, তেন্তে দেৱতাৰ সন্তান হ'ব নোৱাৰে।"

তেতিয়া তেওঁ ক'লে, "হয়। আমাৰ এইষাৰ কথা সম্পূর্ণ শুদ্ধ হ'ব। কিন্তু ছক্রেটিচ, তুমি বাৰু এই বিষয়ত কি কোৱাঁ? আমাৰ ৰাজ্যত জানো ভাল চিকিৎসকৰ দৰ্কাৰ নহ'ব? যি সকলৰ ওচৰলৈ নিৰোগী আৰু ৰুগীয়া উভয় বিধৰেই বহুত মানুহ আহে সেই সকলেই মই ভাবোঁতে উৎকৃষ্ট চিকিৎসক হ'ব, যেনে দৰে বিভিন্ন চৰিত্রৰ মানুহৰ লগত পৰিচয় থকা জনেই উৎকৃষ্ট বিচাৰক হ'ব পাৰিব।"

মই কলোঁ, "কিয় নালাগিব। ভাল চিকিৎসক মোকো লাগে। কিন্তু মই কাক ভাল চিকিৎসক বুলিছোঁ তুমি জানো গম পাইছাঁ?"

"তুমি ক'লে হে পাম।"

"কওঁ বাৰু। কিন্তু আৰম্ভনিতে ক'ব লাগিব যে তোমাৰ প্রশ্নটোত একেটা শব্দয়েই দুটা বিপৰীত ধৰণৰ বস্তুৰ কথা ক'লে।"

"কেনেকৈ?"

"অবশ্যে এইটো সঁচা যে যি সকলে ল'ৰাকালৰ পৰাই চিকিৎসা-শাস্ত্র অধ্যয়ন কৰে, বহু সংখ্যক টান বেমাৰী চাবলৈ পায়, সকলো বিধ ব্যাধিৰ ব্যক্তিগত অভিজ্ঞতা লাভ কৰে আৰু যি সকল স্বভাৱতঃ খুব স্বাস্থ্যৱানো নহয় সেই সকল হে সুবিজ্ঞ চিকিৎসক হয়। কথা হ'ল, ডাক্তৰৰ শৰীৰটোৱে অইন এজনৰ শৰীৰৰ বেমাৰ ভাল নকৰে। সেইটো হ'বলৈ হ'লে ডাক্তৰৰ শৰীৰ কোনো কালেই অসুস্থ হ'ব নোৱাৰিব বা অসুখত ভুগিব নোৱাৰিব। কিন্তু লোকৰ শৰীৰ আৰোগ্য কৰে ডাক্তৰৰ মনটোৱে হে। এতেকে এই মনটো যদি অনাচাৰী হয় নাইবা সদায়েই অনাচাৰী আছিল, তেন্তে সি আৰু কোনো চিকিৎসাকে দক্ষতাৰে কৰিব নোৱাৰে।"

"ঠিক কৈছাঁ।"

"কিন্তু বান্ধ! বিচাৰকৰ ক্ষেত্রত কথাটো সুকীয়া হ'ব। বিচাৰকে মনেৰে মনক শাসন কৰে। এতেকে সৰু কালতেই তেওঁৰ মনক আন আন পাপীষ্ঠ মনৰ মাজত লালিতপালিত হ'বলৈ বা তেনে বিধ মনৰ সংশ্ৰৱত আহিবলৈ দিব নোৱাৰি। ব্যক্তিগত অভিজ্ঞতাৰে

আনৰ শৰীৰত থকা ব্যাধি চিনি পাবলৈ দিয়াৰ দৰে, আনৰ মনৰ ব্যাধি ধৰা পেলাবলৈ সকলো ৰকমৰ কুকৰ্ম্মৰ অভিজ্ঞতা অৰ্জ্জন কৰিবলৈ মনক এৰি দিব নোৱাৰি। অপৰপক্ষে, ল'ৰাকালৰেপৰাই এই মনক সকলো প্ৰকাৰৰ কুঅভ্যাসৰ পৰিচয় আৰু প্ৰভাৱৰপৰা মুক্ত কৰি ৰাখিব লাগিব। তেহে মনে উৎকৃষ্টতা লাভ কৰি তাৰ গুণতে উত্তম বিচাৰ কৰাৰ যোগ্যতা অৰ্জ্জন কৰিব ; আৰু সেইবাবেই সুপুৰুষসকলক ডেকা বয়সত সৰল যেন দেখা যায় আৰু সহজতে অসৎ মানুহৰ ফান্দত পৰাও দেখা পোৱা হয়। সুপুৰুষজনৰ মনৰ সৈতে অসৎজনৰ কুপ্ৰবৃত্তিৰ পৰিচয় নাই বাবেই এনে হ'বলৈ পায়।"

"হয়। তেওঁলোক এনে ফান্দত পৰাৰ আশঙ্কা খুব বেচি।"

"গতিকেই সুবিচাৰক হ'বলৈ হ'লে মানুহজন ডেকা নহৈ বুঢ়া হ'ব লাগিব। অন্যায় কি এই কথাৰ জ্ঞান এইজন মানুহে জীৱনৰ শেহৰ ফালে হে আহৰণ কৰিব লাগিব। তাকো নিজৰ মনৰ ভিতৰত অৱস্থিত অন্যায়ক নিৰীক্ষণ কৰি নহয়, পৰৰ আত্মাত অৱস্থিত অন্যায়ৰ অসুস্থ প্ৰকৃতিক দীৰ্ঘকাল ধৰি লক্ষ্য কৰি হে। আন কথাত ক'বলৈ গ'লে ব্যক্তিগত অভিজ্ঞতাই তেওঁক পৰিচালিত নকৰে, জ্ঞানে হে কৰে।"

"নিশ্চয়। এয়েই হ'ল বিচাৰকৰ প্ৰকৃত বৈশিষ্ট্য।"

"হয়। সুবিচাৰকৰো বৈশিষ্ট্য সেইটোৱেই। কিন্তু প্ৰশ্ন হ'ল, সুবিচাৰক কোন জন ? কথা হৈছে, যি জনৰেই আত্মা উত্তম, তেওঁ মানুহো উত্তম। কিন্তু তোমাৰ চতুৰ সন্দেহী বিচাৰক যি জন, তেওঁ হ'ল নিজেই অলেখ পাপত পাপী। অথচ তেওঁ ভাবে যেন তেৱেঁই হে জ্ঞানী আৰু বুধিয়ক। যেতিয়ালৈকে তেওঁ তেওঁৰ নিজৰ নিচিনা মানুহক বিচাৰ কৰিব লগা হয় তেতিয়ালৈকে তেওঁ আচৰিত ভাৱে সতৰ্ক হৈ থাকে ; কিয়নো তেওঁৰ নিজৰ ভিতৰতে তেনেবোৰ দৃষ্টান্ত সদায় দেখি আছে। কিন্তু বয়সিয়াল আৰু ধাৰ্ম্মিক মানুহক বিচাৰ কৰিব লগা হ'লেই তেওঁ একেবাৰে বিবুধি হৈ পৰে। বুদ্ধিৰ অপৰিপক্কতা আৰু সজ চৰিত্ৰৰ সম্পৰ্কে অজ্ঞতায়েই তেওঁক এনে বিবুধিত পেলায়। ইকালে বয়সৰ মহিমা আৰু ধাৰ্ম্মিক গুণ নো

কি বস্তু তাক চিনি নোপোৱাৰ বাবেই তেওঁৰ এনে বিড়ম্বনা হয়। কিন্তু যেহেতু তেওঁ সৎপুৰুষতকৈ অসৎপুৰুষৰ সঘনে লগ পাই থাকে, সেইবাবেই তেওঁ নিজে আৰু আনবোৰেও তেওঁক মূৰ্খ নুবুলি চতুৰ জ্ঞান কৰে।”

“ই একেবাৰে সত্য কথা।”

“তেনেহ'লে আমি উত্তম আৰু জ্ঞানী বিচাৰক পাবলৈ হ'লে এই বিধ মানুহৰ মাজত নিবিচাৰি আগেয়ে কোৱা কোনোবা শ্ৰেণীত বিচাৰিব লাগিব। কথা হ'ল, অধৰ্মই নিজক আৰু ধৰ্মক উভয়কে কেতিয়াও চিনি পাব নোৱাৰে। কিন্তু নিয়মমতে শিক্ষাপ্ৰাপ্ত চৰিত্ৰৰ ধৰ্মই উপযুক্ত সময়ত ধৰ্ম আৰু অধৰ্ম কি বস্তু তৎক্ষণাৎ বুজিব পাৰে। সেইবাবে মোৰ মতে ধাৰ্ম্মিক পুৰুষ হে জ্ঞানী বিচাৰক হ'ব। অসৎজন হ'ব নোৱাৰে।”

“তোমাৰ সৈতে এই বিষয়ত মোৰো মত একেই।”

“তেনেহ'লে, আমি কোৱা ধৰণৰ চিকিৎসা শাস্ত্ৰ আৰু আইনৰ বিভাগ জানো তোমাৰ ৰাজ্যত স্থাপন নকৰিবা? আমাৰ মতে হ'বলৈ হ'লে, চিকিৎসা-শাস্ত্ৰ আৰু আইনে একমাত্ৰ সেই সকল নাগৰিকক হে সহায় কৰিব যাৰ দেহা আৰু মন উভয়েই নিৰোগী আৰু নিঘূণী হৈ আছে। যি বোৰৰ দেহা ঘূণীয়া আৰু ৰুগীয়া সেই সকলক মৰিবলৈকে এৰি দিব আৰু যিবোৰ মানুহৰ মন স্বভাৱতে দুৰ্নীতিগ্ৰস্ত আৰু দুৰাৰোগ্য তেনেবোৰ মানুহক একেবাৰে মাৰিয়েই পেলাব নালাগিব জানো?”

তেতিয়া তেওঁ ক'লে, “বুজিছোঁ, ৰোগগ্ৰস্তবোৰৰ নিজৰ বাবেও আৰু লগত ৰাজ্যৰ স্বাৰ্থৰ কাৰণেও সেইটোৱেই শ্ৰেষ্ঠ পন্থা হ'ব।”

মই আকৌ ক'লোঁ, “আৰু, আমাৰ যুৱক সকলেও যেতিয়ালৈকে সৰল বিধৰ সঙ্গীতকে চৰ্চ্চা কৰি থাকিব, তেতিয়ালৈকে তেওঁলোকে আইনৰ কবলত যাতে নপৰে তাৰ বাবে সাৱধানে চলিব; কিয়নো এনেবিধ সঙ্গীতে আত্মাক সদায় মিতাচাৰী কৰি ৰাখে।”

“হয়, এই বিষয়ে সন্দেহ নাই।”

“বাৰু তেনেহ'লে। সঙ্গীতত পাৰ্গত ছাত্ৰ এজনে যদি শৰীৰ-চৰ্চ্চাৰ ক্ষেত্ৰতো এই একে পথকে ধৰে, তেতিয়া তেওঁ দুই-এক চূড়ান্ত

বিপদৰ অৱস্থাৰ বাদে সকলো সময়তে চিকিৎসা-কলাৰ হাত সাৰি চলিব নোৱাৰিব জানো ?"

"মই ভাবোঁতে পাৰিব।"

"আনহাতে চাবলৈ গ'লে, ছাত্ৰ জনে এই সকলোবোৰ কষ্ট-পৰিশ্ৰম মুৰ পাতি লৈছে দৈহিক শক্তি বৃদ্ধি কৰিবৰ উদ্দেশ্যে নহয়, বৰঞ্চ লৈছে তেওঁৰ চৰিত্ৰত তেজস্বী গুণৰ বিকাশ সাধন কৰিবৰ বাবে'হে। যি খিনি আহাৰ আৰু পৰিশ্ৰমৰ ব্যৱস্থা দিয়া হয় সেয়া পালন কৰোঁতেও এনে ছাত্ৰই সাধাৰণ মালযুঁজাৰুৰ নিচিনাকৈ অকল মাংসপেশীৰ বল বঢ়াবৰ বাবেই নকৰে।"

"ঠিক কৈছা।"

"বাৰু শুনাচোন গ্লকন, বহুতে কয় বোলে সঙ্গীত আৰু শৰীৰ-চৰ্চ্চাত শিক্ষাদানৰ বাবে ব্যৱস্থা কৰাসকলে সঙ্গীতক আত্মাৰ বিকাশ আৰু ব্যায়ামক দেহাৰ উন্নতি সাধনৰ বাবে প্ৰয়োগ কৰা উদ্দেশ্যে হে কৰিছে। কিন্তু প্ৰকৃততে এই কথা শুদ্ধ নহয় বুলি যদি কওঁ মোৰ ভুল হ'ব নেকি ?"

"কিয়, উদ্দেশ্য যদি সেইটোৱেই নহয়, তেনেহ'লে কি নো ?"

"মোৰ বোধেৰে উভয় বিধ শিক্ষাদানেই ঘাইকৈ আত্মাৰ বাবেই কৰা হৈছে।"

"কেনেকৈ ?"

"যি সকল মানুহে সদায় ব্যায়ামকে হে চৰ্চ্চা কৰিছে, সঙ্গীতৰ লগত কোনো সম্পৰ্ক ৰখা নাই, সেই সকলৰ মনৰ বৈশিষ্ট্য কি মন কৰিছা জানো ? আৰু যি বোৰ ইয়াৰ ঠিক বিপৰীত সেইবোৰৰ মনৰ একা ?"

"তুমি নো ক'ব খুজিছা কি ?"

"মই ক'ব খুজিছোঁ, এবিধৰ বিশেষত্ব হ'ল কৰ্কশতা তথা উগ্ৰতা আৰু আন বিধৰ হ'ল কোমলতা তথা নম্ৰতা।"

"অ' এতিয়া বুজিলোঁ। অৰ্থাৎ যি সকলে ব্যায়ামত হে এদনীয়াকৈ লাগি থাকে সেইবোৰ বৰ বেচি কৰ্কশ হৈ পৰেগৈ আৰু যি সকলে সঙ্গীতত্তে লাগি থাকে সেইসকল হ'ব লগাতকৈও বেচি কোমল হৈ পৰেগৈ।"

"অৱশ্যে আমি জানো যে উগ্ৰতাৰ স্বাভাৱিক উৎপত্তি স্থল হ'ল তেজস্বিতা। এই উগ্ৰতাৰ উপাদানৰ উচিত ভাৱে বিকাশ হ'লে সিয়েই সাহসত পৰিণত হ'বগৈ। কিন্তু তাকে নকৰি যদি তাক বৰকৈ বাঢ়িবলৈ এৰি দিয়া হয় তেন্তে সিয়েই গৈ কৰ্কশ আৰু দুৰ্দ্দান্ত স্বভাৱৰ ৰূপ লোৱাৰ সকলো সম্ভাৱনা আছে।"

"মইও সেই বুলিয়েই ভাবোঁ।"

"বাৰু, এটা কথা কোৱাঁচোন। নম্ৰতা জানো দাৰ্শনিক স্বভাৱৰে ধৰ্ম নহয়? আৰু এই ধৰ্ম্ম অতিপাতকৈ আচৰণ কৰা মানেই জানো অতিমাত্ৰা কোমলতা নহ'ব? কিন্তু তাকেই উচিত মাত্ৰাত আচৰণ কৰিলে সিয়েই হ'ব নম্ৰতা আৰু শান্ত স্বভাৱ। হয় নে নহয়?"

"হয়।"

"কিন্তু আমি কৈছোঁ আমাৰ ৰাজ্যপালক সকল নম্ৰও হ'ব লাগিব আৰু শান্তও হ'ব লাগিব।"

"হয়। হোৱা উচিত।"

"তেনেহ'লে দুইটাৰ মাজত সমন্বয় সাধন হ'ব নেলাগিব জানো?"

"নিশ্চয় লাগিব।"

"তেন্তে যেতিয়াই এই সমন্বয় সাধন হৈছে, তেতিয়াই আত্মাও সংযমী আৰু সাহসী হৈছে। নহয় জানো?"

"নিশ্চয় হ'ব।"

"আৰু যেতিয়াই এই সমন্বয়ৰ অভাৱ ঘটিছে তেতিয়াই আত্মা কাপুৰুষ আৰু অশিষ্ট হৈ পৰিছে।"

"ঠিক সেইটোৱেই ঘটে।"

"এতেকে যেতিয়াই মানুহ এজন সঙ্গীত আৰু বাঁহীৰ সুৰতেই একেবাৰে অভিভূত হৈ পৰে আৰু যি মিঠা কোমল সুৰৰ কথা আমি এইমাত্ৰ কৈছিলোঁ সেই সুৰৰ মূৰ্চ্ছনাক কাণৰ চুপিয়েদি প্ৰৱেশ কৰি আত্মাক প্লাবিত কৰিবলৈ এৰি দিয়ে, আৰু সমস্ত জীৱন গান-বাজনাৰ আনন্দত হেলাৰঙে কটাই দিয়ে, তেতিয়াই প্ৰথম অৱস্থাত মানুহৰ গাত থকা তেজস্বী গুণবোৰক এনে মানুহে তীখা পাগত তোলাদি পাগত তুলি লয়। তেতিয়া তেওঁৰ গাত থকা তেজস্বী গুণবোৰ চনকা আৰু অকামিলা গুচি কামিলা আৰু চোকা হৈ পৰে।

কিন্তু যদি হে তেওঁ একেবাৰে গা ঢালি দি সঙ্গীতৰ বশীভূত হৈ হে পৰে তেতিয়া হ'লে তেজস্বী গুণ লাহে লাহে গলি নাইকিয়া হৈ তেওঁৰ আত্মাৰপৰা একেবাৰে বাহিৰ হৈ যায় আৰু তেওঁক 'নিশকতীয়া যাঠিধাৰী'ৰ ৰূপত এৰি দিয়ে।"

"একেবাৰে সঁচা কথা।"

"আৰু যদি হে জন্মতে তেওঁ তেজস্বিতাবিহীন আত্মাৰ অধিকাৰী হৈ হে আছিল তেনেহ'লে এনে এটা পৰিণতি ততালিকে দেখা পোৱা যাব। কিন্তু তেনে নহ'লেও, মানুহ জনে ইমান দৰে তেজস্বিতা হেৰুৱাই পেলালে যে তাৰ ফলত তেওঁৰ মনৰ স্থিৰতাই হেৰাই গৈছে। কেতিয়াবা অকণমান কথাতে তেওঁ উতলা হৈ পৰে; আকৌ সেইদৰে ক্ষন্তেকতে চেঁচা পৰে। পৰিশেষত, এনে মানুহ তেজস্বী হোৱাৰ পৰিবৰ্ত্তে খঙাল আৰু খিটখিটীয়া আৰু অলপ কথাতে বিমৰ্ষ হৈ পৰা বিধৰ হয়গৈ।"

"ঠিক ধৰিছা।"

"বাৰু, কিন্তু আনহাতে যদি এনে মানুহে এফালে শৰীৰ-চৰ্চ্চাত কঠিন পৰিশ্ৰম কৰে আৰু আনফালে সঙ্গীত আৰু দৰ্শনলৈ একেবাৰে পিঠি দি দৈহিক সুখভোগত নিমগ্ন হৈ পৰে, তেতিয়া তেওঁৰ এই সুন্দৰ স্বাস্থ্যই জানো প্ৰথম অৱস্থাত তেওঁক আত্মবিশ্বাস আৰু তেজস্বিতাৰ প্ৰেৰণা নিদিব আৰু পাচত অসীম সাহসী কৰি নুতুলিব?"

"হয়, তুলিব।"

"কিন্তু, সঙ্গীত দেৱীৰ প্ৰভাৱৰপৰা সম্পূৰ্ণকৈ আঁতৰি থাকি এইদৰে এই একেটা মাথোন কামতে লাগি থাকিলে তাৰ প্ৰতিফল কি হ'বগৈ? ধৰি লওঁ জানিবা পোনতে শিক্ষালাভৰ বাবে তেওঁৰ স্পৃহা আছিলেই। পিচে যদি হে সেই স্পৃহাত জ্ঞান বা অনুসন্ধিৎসাৰ সাৰ-জাবৰ দিয়া নহয় আৰু কোনো প্ৰকাৰৰ তৰ্কবিচাৰত বা মানসিক অনুশীলনত তেওঁ ভাগ নলয়, তেন্তে লাগতিয়াল উদ্দীপনা আৰু পুষ্টিৰ অভাৱত পৰি আৰু লগতে ইন্দ্ৰিয়বোৰো শোধন হ'বলৈ নোপোৱাত, সেই স্পৃহা দুৰ্ব্বল, বোবা আৰু কণা হৈ নপৰিব নে?"

"কিয় নপাৰিব ?"

"ঠিক এই কাৰণতেই মই ভাবোঁতে এনে মানুহে তৰ্ক-বিচাৰৰ নাম শুনিলেই নাক কোঁচাবলৈ ধৰে আৰু পৰিণামত মূৰ্খ হৈ পৰেগৈ। যুক্তিৰে বুজাই আনৰ মত সলনি কৰাৰ পথ ত্যাগ কৰি তেনে মানুহে সকলো কথাকে বনৰীয়া জন্তুৰ দৰে গাৰ জোৰেৰে অভদ্ৰভাৱে মীমাংসা কৰিবলৈ বিচাৰে আৰু জীৱনৰ সকলো সৌন্দৰ্য্য আৰু কমনীয়তাৰপৰা বঞ্চিত হৈ অজ্ঞতা আৰু কদৰ্য্যতাৰ মাজত জীৱন অতিবাহিত কৰে।"

"হয়, ঠিক কথা সেইটোৱেই।"

"এতেকে দেখা গৈছে, তেজস্বী আৰু দাৰ্শনিক এই দুই বিপৰীতমুখী স্বভাৱক সংশোধিত কৰিবলৈকে কোনো এজন দেৱতাই সঙ্গীত আৰু ব্যায়াম-শিক্ষাৰ দুবিধ কলা মানুহক দান কৰিছে। এই দুই কলাৰ এটাক মনৰ বাবে আৰু আনটোক শৰীৰৰ বাবে বুলি বেলেগ বেলেগকৈ দিয়া নাই; তেজস্বী আৰু দাৰ্শনিক স্বভাৱৰ উভয়ৰেই বাবে স্পষ্টকৈ দিয়া হৈছে, যাতে দুইটাৰ মাজত হোৱা টনা-আজোৰাত উত্তেজনাৰ সৃষ্টি হ'লেই এই দুই কলাই আৱশ্যকমতে সেই উত্তেজনা কমাই বা বঢ়াই উভয় স্বভাৱকে উচিত সীমাত ৰাখি দুইৰো ভিতৰত মিলন স্থাপন কৰি দিব পাৰে।"

"তেনে যেনেই দেখা যায়।"

"এতেকে যিয়েই সঙ্গীত আৰু ব্যায়ামক সংমিশ্ৰিত কৰিব পাৰিব আৰু দুইটাকে মনৰ ওপৰত সুবিবেচনাপূৰ্ব্বক প্ৰয়োগ কৰিব পাৰিব তেওঁকেই আমি শ্ৰেষ্ঠ সঙ্গীতজ্ঞ আৰু উৎকৃষ্ট সমন্বয়ৰ ওজা বুলি ক'ম। বীণৰ তাঁৰত সুৰ দিয়া শিল্পীতকৈ এওঁৰ স্থান বহুত ওপৰত হ'ব।"

"হয়, ছক্ৰেটিচ। উচিত যুক্তিৰ কথাই কৈছা।"

"তেনেহ'লে গ্ৰকন, আমাৰ ৰাজ্যখন স্থায়ী কৰিবলৈ হ'লে আমাক জানো এনে বিধৰ শাসক এজনকেই সকলো সময়তে দৰ্কাৰ নহ'ব ?"

"এৰা, এনে এজন বিষয়া নহ'লেই নহ'ব।"

"গতিকে আমাৰ শিক্ষা আৰু প্ৰশিক্ষণৰ ব্যৱস্থাও এই আহিছেই

হ'ব লাগিব। আমাৰ ৰাজ্যত প্ৰচলন কৰা নৃত্য, চিকাৰ, খেত্তিপথাৰ, খেলধেমালি আৰু ঘোৰ-দৌৰ আদিৰ কোনটো কেনেকুৱা হ'ব সেই বিষয়ে এতিয়া বিস্তৃত আলোচনা নকৰিলেও হ'ব। অৱশ্যে এইটো ঠিক যে আমাৰ আহিঁৰ লগত এই আটাইখিনি খাপ খাব লাগিব। কোনটোক কেনেকৈ খাপ খুওৱা হ'ব সেইটো নিৰ্ণয় কৰাত ও বিশেষ অসুবিধা নহ'ব।"

"খুব সম্ভৱ অসুবিধা নহ'ব।"

"ভাল কথা। পিচে এতিয়া আমি কোনটো কথা নিৰ্ণয় কৰিম? এনে ধৰণে শিক্ষাপ্ৰাপ্ত ৰাজ্যপালকৰ ভিতৰত কোনবোৰে শাসন কৰিব আৰু কোনবোৰে আজ্ঞা পালন কৰিব, এইটোকে ঠিক কৰিব নালাগিব জানো?"

"এই বিষয়ত আৰু প্ৰশ্নই নুঠে।"

"এটা কথা ঠিক যে শাসক হ'ব লাগিব বয়োবৃদ্ধ সকল আৰু শাসিত হ'ব লাগিব অল্পবয়স্ক সকল।"

"সঁচা কথা।"

"লগতে আৰু এটা কথা লাগিব। ৰাজ্যপালক সকলৰ ভিতৰত আটাইতকৈ উৎকৃষ্ট সকলেই হে শাসক হ'ব পাৰিব।"

"সেইটোও সঁচা।"

"বাৰু তেনে কোৱাঁচোন, আটাইতকৈ কৃষিধৰ্ম্মীজনেই সৰ্ব্বোৎকৃষ্ট কৃষক নহয় জানো?"

"হয়।"

"বৰ্ত্তমান ক্ষেত্ৰত আমি যেহেতু সৰ্ব্বোৎকৃষ্ট ৰাজ্যপালক সকলকে বিচাৰিছোঁ, এতেকে যি সকল ৰাজ্যপালনত আটাইতকৈ উপযোগী সেই সকলৰ মাজতেই জানো আমি তেওঁলোকক নেপাম?"

"পাম।"

"তেনেহ'লে এই ক্ষেত্ৰত তেওঁলোক জানো বুদ্ধিমান আৰু বলবান হোৱাৰ উপৰিও ৰাজ্যৰ স্বাৰ্থৰক্ষাৰ্থে বিশেষ যত্নবান হ'ব নেলাগিব?"

"লাগিবই। কিয় নেলাগিব?"

"কিন্তু মানুহ এজন কিহৰ বাবে বিশেষ যত্নবান হয়?—যিটো বস্তুলৈ তেওঁৰ মৰম আছে তাৰ বাবেই নহয় জানো?"

"নিশ্চয় হয়।"

"আৰু এইটোও নিশ্চিত যে এজন মানুহৰ বাবে সেইটোৱেই আটাইতকৈ প্ৰিয়, যিটোৰ স্বাৰ্থৰ লগত তেওঁৰ স্বাৰ্থ একে বুলি আৰু যাৰ শ্ৰীবৃদ্ধি বা দুৰ্দ্দশাৰ লগত তেওঁৰ নিজৰ ভাগ্য জড়িত থাকে বুলি ভাবে।"

"একেবাৰে ঠিক কথা।"

"তেনেহ'লে আমি ভালকৈ নিৰীক্ষণ কৰি লৈ সমূহ ৰাজ্যপালকৰ মাজৰপৰা কেইজনমানক বাছি উলিয়াব লাগিব। ৰাজ্যৰ হিতসাধক বুলি যিটোকে ভাবে তাকেহে সকলো সময়তে কৰাৰ আৰু অহিতকাৰী বুলি যিটোকে বিবেচনা কৰে সেইটো কৰিবলৈ কোনো-মতে মান্তি নোহোৱাৰ ক্ষেত্ৰত আমি যি কেইজনক বিশিষ্ট হিচাপে পাওঁ, সেই কেইজনক হে আমি বাছিব লাগিব।"

তেওঁ ক'লে, "হয়। এওঁলোকেই যোগ্য ব্যক্তি হ'ব।"

"কিন্তু জীৱনৰ সকলো স্তৰতে তেওঁলোকৰ ওপৰত আমি চোকা নজৰ ৰাখিব লাগিব আৰু এনে বিশ্বাসক সবোগত কৰি তেওঁলোক নো দৃঢ়প্ৰতিজ্ঞ ৰাজ্যপালক হ'ব নে নহয়, নাইবা ৰাজ্যৰ বাবে যিটো পৰম হিতসাধক সেইটো হে কৰাটো কৰ্ত্তব্য বুলি কৰা বিশ্বাসক কিবা মোহিনী শক্তিত পৰিয়েই বা আন বাধ্য-বাধকতাত পৰি পৰিত্যাগ কৰিয়েই পেলাব নে নেপেলাব এই কথা লক্ষ্য কৰিব লাগিব।"

"তুমি যে ক'লা বিশ্বাস পৰিত্যাগৰ কথা, সেইটো নো কি?"

"ক'ম বাৰু। মই দেখাত, মানুহে নিজৰ বিশ্বাস পৰিত্যাগ কৰে দুই প্ৰকাৰে—স্বইচ্ছায় নাইবা বাধ্যত পৰি। কৃত্ৰিম মতৰ বেলিকা দেখা যায়, যেতিয়াই তেনে মত ধাৰণ কৰা জনৰ আগত ভুলটো ধৰা পৰে তেতিয়াই তেওঁ স্বইচ্ছায় সেই মত পৰিত্যাগ কৰে। কিন্তু শুদ্ধ মত পৰিত্যাগ কৰা হয় বাধ্যত পৰি হে।"

"স্বইচ্ছায় পৰিত্যাগ কৰা কথাটো বাৰু বুজি পালোঁ। কিন্তু বাধ্যত পৰি পৰিত্যাগ কৰাৰ অৰ্থ কি কৰিছা তাকে হে এতিয়াও ধৰিব পৰা নাই।"

"অ'। আৰু এটা কথা কোৱাঁচোন। ভাল বস্তু এটা এৰি দিব লগা হ'লে কোনেও স্বইচ্ছাৰে কেতিয়াও এৰি নিদিয়ে; কিন্তু কোনো

বস্তুটো হ'লে স্বইচ্ছায় এৰি দিব—এইষাৰ যুক্তি তুমি মানা নে নেমানা? আকৌ, মিছাৰ বন্দী হোৱাটো বেয়া কথা আৰু সঁচাৰ অধিকাৰী হোৱাটো ভাল কথা। নহয় জানো? তদুপৰি, কোনো এজনে দিয়া মতত যেতিয়া বস্তু এটা হুবহু প্ৰকাশ পায় তেতিয়া সেইজনক সত্যৰ অধিকাৰী বুলি নক'বা নে?"

"হয়। তুমি ঠিকেই ধৰিছা। মোৰো বিশ্বাস, শুদ্ধমতবপৰা কাৰোবাক একৰাবলৈ হ'লে তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে হে কৰিব লাগিব।"

"গতিকে যেতিয়া এনে ধৰণৰ ঘটনা হয় সেইটো চুৰি-প্ৰলোভনৰ প্ৰভাৱ নাইবা বলপ্ৰয়োগৰ বাবে হে নহ'ব নে?"

"ওহোঁ। তোমাৰ কথাষাৰ এতিয়াও বুজিব পৰা নাই।"

"এৰা। মই ট্ৰেজেডিৰ দুৰূহ ভাষাত হে কৈছোঁ হ'ব পায়। বাৰু সহজকৈ কওঁ। কিছুমান মানুহ আছে যি নিজৰ মতকে পাহৰি পেলায়। হয়, যুক্তি-তৰ্কত পৰি পাহৰে, নহয়, সময়ৰ সোঁতত ক'ব নোৱৰাকৈয়ে নিজৰ মত এৰি দিয়ে। এই লেখীয়া মানুহৰ ওপৰতে চুৰিবিদ্যা প্ৰয়োগ কৰা বুলি মই কৈছোঁ। এতিয়া বুজিলা নে?"

"এতিয়া বুজিলোঁ।"

"আকৌ যি সকলে দুখ-বেজাৰত পৰি নিজৰ মত পৰিবৰ্ত্তন কৰে সেইসকলৰ ওপৰতে মই বল প্ৰয়োগ কৰা বুলি কৈছোঁ।"

"এইটোও বুজিছোঁ। তুমি ঠিকেই ধৰিছা।"

"আৰু যি সকল প্ৰলোভনত পৰে তেওঁলোকৰ বিষয়ত তুমি নিজেই দেখোন কৈছা ই—যিবোৰে সম্ভোগৰ প্ৰলোভনত পৰি নাইবা ভয়ত আতুৰ হৈ নিজৰ মত পৰিবৰ্ত্তন কৰে তেওঁলোকেই হ'ল মোহিনী-মন্ত্ৰত পৰা লোক।"

"হয়। অৰ্থাৎ যিয়েই প্ৰতাৰণা কৰে সিয়েই মোহিনীমন্ত্ৰ মৰা বুলিব পাৰি।"

"তেনেহ'লে, মই অলপ আগতে কোৱা মতে আমি এতিয়া বিচাৰ কৰিব লাগিব এনে দৃঢ়সংকল্প থকা ৰাজ্যপালক নো কোন কোন আছে, অৰ্থাৎ যি জনে ৰাজ্যৰ হকে সৰ্ব্বোৎকৃষ্ট বুলি ভবাটো হে সকলো সময়তে কৰি যাব। এই বিধ ৰাজপালকক একেবাৰে শিশু

কালৰেপৰা নজৰত ৰাখিব লাগিব ; তেওঁলোকক এনে কামত লগাই দি চাব লাগিব যিবোৰৰ মাজত মানুহে এনে দৃঢ়সংকল্পৰ কথা পাহৰি পেলোৱাৰ বা পথভ্ৰষ্ট হোৱাৰ খুব সম্ভাৱনা থাকে। এই বোৰৰ ভিতৰত যি সকলে কোনোমতেই নিজ সংকল্প নেপাহৰে আৰু যাক কোনো প্ৰতাৰণাই বলে নোৱাৰে, সেই সকলকে আমি বাছনিত তুলি বাকীবোৰক এৰি দিব লাগিব। এইটোকে নকৰিম জানো ?"

"হয়, কৰিব লাগিব।"

"তেওঁলোকক কঠোৰ পৰিশ্ৰম কৰিবলৈ দি, নানা ৰকম আমনি দি আৰু নানান প্ৰতিযোগিতাত লগাই দিও তেওঁলোকৰ চৰিত্ৰ-বল পৰীক্ষা কৰি চাব লাগিব।"

"ঠিক কৈছা।"

"তদুপৰি, তৃতীয় এবিধ পৰীক্ষাও হ'ব। তেওঁলোকক নানান প্ৰলোভনত পৰিবলৈ দি তেওঁলোকেনো তেতিয়া কেনে বিধৰ আচৰণ কৰে চাব লাগিব—যেনেকৈ ঘোঁৰা পোৱালি এজাক ভয়াতুৰ হয় নে নহয় চাবলৈ হ'লে সিহঁতক মানুহৰ কোলাহলৰ মাজলৈ লৈ যোৱা হয়। সেইদৰেই সৰুকালতেই ভয়ঙ্কৰ দৃশ্যৰ মাজলৈ নি তাৰ পিচতে আকৌ সুন্দৰ বস্তু দেখুৱাই আমাৰ ৰাজ্যপালক সকলকো সোণ-খপাতকৈও কঠোৰ পৰীক্ষাৰ সন্মুখীন হ'বলৈ দিব লাগিব। তেতিয়া হে বুজিবপৰা হ'ব তেওঁলোকে সকলো অৱস্থাতে প্ৰলোভনৰ হাত সাৰিব পাৰে নে নোৱাৰে, ভদ্ৰ ব্যৱহাৰ কৰে নে নকৰে, সকলো ক্ষেত্ৰতে তাল-মান ৰক্ষা কৰি তেওঁলোকে শিকা সঙ্গীতৰ নিয়ম পালন কৰিব পাৰে নে নোৱাৰে। এইদৰে বিভিন্ন সময়ত, অৰ্থাৎ শিশু হিচাপে, যুবক হিচাপে আৰু বয়সস্থ মানুহ হিচাপে লোৱা পৰীক্ষাত যি জনেই সকলোতে কৃতকাৰ্য্যতাৰে উত্তীৰ্ণ হ'ব পাৰিব তেওঁকেই ৰাজ্যৰ শাসক তথা ৰাজ্যপালক নিযুক্ত কৰিব লাগিব। এই সকল ৰাজ্যপালক জীৱনকালত আৰু মৃত্যুৰ পাচতো সকলো সন্মানৰ অধিকাৰী হ'ব আৰু তেওঁলোকৰ অন্ত্যেষ্টিক্ৰিয়া তথা সোঁৱৰণত সৰ্ব্বোচ্চ সন্মান দেখুৱা হ'ব। আনহাতে যি বোৰ ৰাজ্যপালক এই পৰীক্ষাত উত্তীৰ্ণ নহয়, তেওঁলোকক নাকচ কৰা হ'ব। বুজিছা গ্লকন, মোৰ মতে এয়েই হ'ল আমাৰ শাসক তথা ৰাজ্যপালকৰ বাছনি আৰু

নিযুক্তিৰ শুদ্ধ পদ্ধতি। তাৰে আভাস তোমাৰ সমুখত দাঙি ধৰিলোঁ।”

“ময়ো তোমাৰে একে ধৰণেই ভাবিছোঁ।”

“আমাৰ বাছনিত উঠা ৰাজপালকহঁতক দায়িত্বপালনৰ লায়ক বুলি এতিয়া ধৰিব পৰা হ’ল। এতিয়া দেশীয় বন্ধু নাইবা বিদেশী শত্রু কোনেও তেওঁলোকক অপকাৰ কৰিব নোৱাৰে। গতিকেই এওঁলোকক উপযুক্ত ৰাজ্যপালক বুলি ধৰাটো প্রকৃততে শুদ্ধ নহ’ব জানো? আৰু, যি সকল যুবকক ইয়াৰ আগলৈকে আমি ৰাজ্যপালক আখ্যা দিছিলোঁহক, তেওঁলোকক এতিয়া সহায়কাৰক বোলাটো হে শুদ্ধ নহ’ব জানো? এই সহায়কাৰক সকলৰ কাম হ’ব শাসক-সকলৰ সিদ্ধান্ত সমর্থন কৰা।”

তেওঁ ক’লে, “ময়ো সেইদৰেই ভাবোঁ।”

মই আকৌ ক’লোঁ, “এতিয়া কথা হ’ল, অলপ আগতে উল্লেখ কৰি যোৱা সময়োপযোগী মিছা কথা এষাৰ প্রয়োগ কৰি চাবৰ বাবে কিবা এবিধ সবল পদ্ধতি আমি বাৰু উলিয়াব পাৰিম নে? অর্থাৎ কিবা এটা উত্তেজনাদায়ক কাল্পনিক কাহিনী দাঙি ধৰি, পাৰিলে শাসক সকলক, আৰু তেওঁলোকক নোৱাৰিলে অন্ততঃ ৰাজ্যৰ বাকী অধিবাসী সকলক, পতিয়ন নিয়াব পৰা হ’বনে?”

“কি ধৰণৰ কাল্পনিক কথা নো?”

“একো নতুন কথা নহয়; মাত্র এটা ফনিচীয় সাধু হে। অতীজত বহুত সময়ত এনেবোৰ সাধু কবি সকলে বর্ণনা কৰা আৰু মানুহেও বিশ্বাস কৰি অহা দেখা যায়। আজিকালিৰ দিনত হে মানুহে এইবোৰ বিশ্বাস কৰিবলৈ এৰিলে। আৰু হওঁতে সহজে বিশ্বাস কৰাৰ আশাও নাই। এতিয়া মানুহক বিশ্বাস কৰোৱাবলৈ হ’লেও অশেষ কষ্ট কৰিব লাগিব।”

“তুমি দেখিছোঁ আচল কথাটো ক’বলৈ বৰ অনিচ্ছুক।”

“এৰা। কথাটো কোৱাৰ পাছত অৱশ্যে বুজিবা মই অনিচ্ছুক হোৱাৰো কাৰণ আছিল।”

“কোৱাচোন বাৰু, খোলোচাকৈ কোৱা। কোনো ভয় নাই।”

“বাৰু কওঁ। পিছে কথাটো ক’বলৈ সাহেই নহয় দেখোন আৰু

প্ৰকাশ কৰিবলৈ ভাষাও নোলায় দেখোন। মই পোনতে শাসক-সকলক আৰু সামৰিক শ্ৰেণীক, আৰু তাৰ পিছত ৰাজ্যৰ বাকী অংশক প্ৰত্যয় নিয়াবলৈ চাম যে আমি যেতিয়া তেওঁলোকক প্ৰশিক্ষণ আৰু শিক্ষা দি আছিলোঁ তেতিয়া তেওঁলোকে আচলতে সপোন হে দেখিছিল। সপোনত যদিও এই সকলোবোৰ ঘটনা তেওঁ-লোকৰ চকুৰ আগত চাৰিওকাষে ঘটা যেন লাগিছিল, আচলতে তেতিয়া পৃথিৱীৰ গৰ্ভত হে তেওঁলোকৰ শিক্ষা-প্ৰশিক্ষণ হৈছিল। আৰু এই পৃথিৱীৰ গৰ্ভতে তেওঁলোকৰ দেহা, অস্ত্ৰ-শস্ত্ৰ আদি সকলো সৰঞ্জাম তৈয়াৰ হৈছিল। তাৰ পিছত যেতিয়াই এই সকলোবোৰ নিয়াৰিকৈ তৈয়াৰ কৰা হৈ গ'ল তেতিয়াই তেওঁলোকৰ আচল মাতৃ পৃথিৱীয়ে নিজৰ গৰ্ভৰপৰা ওপৰলৈ উলিয়াই পঠিয়ালে। এতেকে তেওঁলোকে এতিয়া যি ভূমিত বাস কৰিছে সেই ভূমিক মাতৃজ্ঞান কৰিব লাগে, সেই ভূমিৰ যত্ন ল'ব লাগে আৰু সেই ভূমিৰ ওপৰত কোনোবাই আক্ৰমণ কৰিলে প্ৰতিহত কৰিব লাগে, আৰু সহযোগী নাগৰিক সকলকো একে পৃথিৱীৰে সন্তান আপোন ভাই-ককাই বুলি ভাবিব লাগে।"

"অ' এতিয়া হে বুজিলোঁ। ইমান পৰে আখ্যানটো ক'বলৈ লাজ কৰাৰ কাৰণ আছিল হয়।"

সেইটো মই দুই নকৰোঁ। যি হওক সাধুটোৰ পিছৰ ডোখৰ শুনা এতিয়া। আমি আমাৰ মানুহখিনিৰ আগত এইবুলি কাল্পনিক ভাষাত ক'ম—"তোমালোকৰ যি খিনিয়ে এই ৰাজ্যত বাস কৰিছাহক সকলোবোৰেই আপোন ভাই-ককাই; কিন্তু যি দেৱতাই তোমালোকক সৃষ্টি কৰিলে, তেওঁ, তোমালোকৰ ভিতৰৰে যি বোৰক শাসকৰ লায়ক যেন পালে সেইবোৰৰ শৰীৰত সোণ মিহলাই দিলে, যি বোৰক সহায়কৰ লায়ক পালে সেইবোৰৰ গাত ৰূপ আৰু বাকী যি বোৰক খেতিয়ক-মজদুৰৰ লায়ক যেন দেখিলে সেইবোৰক ক্ৰমান্বয়ে লো আৰু তাম মিহলাই দিলে। এতেকে, তোমালোকৰ সন্তি-সন্ততি-বোৰও তোমালোকৰ নিচিনাই হ'ব। কিন্তু তোমালোক যেহেতু একে পিতৃৰেই সন্তান, সেইবাবেই তোমালোকৰ ভিতৰত সাধাৰণতে স্বৰ্ণময় পিতৃমাতৃয়ে স্বৰ্ণময় সন্তি-সন্ততি লাভেও কেতিয়াবা স্বৰ্ণময়

পিতৃমাতৃয়ে ৰূপময়, আৰু ৰূপময় পিতৃমাতৃয়ে স্বৰ্ণময় সন্তান অৰ্থাৎ এবিধে আন বিধৰ সন্তানো জন্ম দিব পাৰে। গতিকে শাসকবৰ্গক প্ৰথমে-প্ৰথমেই দেৱতাসকলে দায়িত্ব দিলে এই সন্তি-সন্ততিবোৰক চাবলৈ। সচেতন ৰাজ্যপালকৰূপে তেওঁলোকে নৱজাত শিশুবোৰৰ ওপৰত চোকা নজৰ ৰাখিব লাগিব আৰু কোন শিশুৰ মন কোন বিধ ধাতুৰে নিৰ্ম্মিত হৈছে চাব লাগিব। আৰু ৰাজ্যপালকৰ শ্ৰেণীত কোনোবা শিশু যদি হে লো বা তামৰ ভাঁজ লৈ জন্ম হ'ল তেন্তে তাক কোনোৰকম পুতৌ দেখুৱা নহ'ব আৰু তাৰ স্বভাৱৰ প্ৰকৃত মূল্য নিৰূপণ কৰি কাৰিকৰ শ্ৰেণী বা খেতিয়ক শ্ৰেণীৰ মাজত এৰি দিব লাগিব। কিন্তু আকৌ যদি কাৰিকৰ-খেতিয়ক শ্ৰেণীৰ মাজত জন্ম হোৱা কোনোবা শিশুক পৰীক্ষা কৰি সোণ বা ৰূপ মিহলি হৈ থকা পোৱা যায় তেন্তে তাক ওপৰলৈ তুলি আনি ৰাজ্যপালক বা সহায়ক শ্ৰেণীৰ লগত থব লাগিব ; কিয়নো দৈৱ বাণীৰ ঘোষণা হৈছে যে লো বা তাম নিৰ্ম্মিতসকলক ৰখীয়া পাতিলে ৰাজ্য ধ্বংসৰ মুখত পৰিব। বাৰু, এতিয়া কোৱাঁচোন, এই সাধুটোত তেওঁলোকৰ বিশ্বাস জন্মাবলৈ তুমি কিবা এটা বুধি দিব পাৰিবাঁ নে ?"

"যি খিনি মানুহক লৈ আমাৰ নতুন ৰাজ্য আৰম্ভ কৰিছোঁহক তেওঁলোকক পতিয়ন নিয়াবপৰা কোনো উপায়কে মই বিচাৰি পোৱা নাই। কিন্তু মই ভাবোঁতে এইখিনি মানুহৰ পুতেকহঁত, সিহঁতৰ পাচৰ পুৰুষ আৰু তাৰ পাচৰো সকলো পুৰুষকেই পতিয়ন যাবলৈ শিকাবপৰা হ'ব।"

মই তেতিয়া ক'লোঁ, "তুমি কি ক'ব খুজিছা ধৰিব পাৰিছোঁ। হওঁতে, সেইটোৱেও বহুত কাম দিব। আমাৰ মানুহ খিনিয়ে ৰাজ্যখনৰ বাবে, আৰু লগতে ইজনে সিজনৰ বাবে তেতিয়া অধিক যত্ন ল'বলৈ শিকিব। সি যি কি নহওক, সাধুটো আমি ইমানতে এৰোঁ আৰু আমাৰ নিজৰ কথালৈ আহোঁ। আমি পৃথিৱীৰ সন্তানহঁতক অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত কৰিলোঁৱেই। এতিয়া সিহঁতক আগে আগে নায়কৰ তত্ত্বাৱধানত দি ৰাজ্যলৈ লৈ যাওঁহক। ৰাজ্য পায়েই সিহঁতে শিবিৰ পাতিবৰ বাবে সকলো প্ৰকাৰে সুবিধাজনক ঠাই ডোখৰ এনে হ'ব লাগিব যাতে ৰাজ্যৰ অধিবাসীবোৰে কোনোকে

বিদ্ৰোহৰ চেষ্টা কৰিলেও তাৰপৰা সহজে দমন কৰিবপৰা হয়, নাইবা, কুকুৰনেচীয়াই ছাগলী-গড়ালত সোমাবলৈ অহা দি শত্ৰু আহি ৰাজ্যত সোমাবলৈ আহিলেও অনায়াসে খেদি পঠাবপৰা হয়। তাৰ পিছত শিবিৰ বহুৱা হৈ গ'লে আমাৰ মানুহখিনিয়ে ডেকাসকলক ভাগে ভাগে পূজা-পাতল দি শুবৰ বাবে নিজৰ নিজৰ স্থান ঠিক কৰি ল'ব। এই গোটেই কথাখিনি ঠিক হৈছে নে ৰাৰু?"

"ঠিক হৈছে।"

"অৱশ্যে শুবৰ বাবে য'ত ঠাই কৰা হ'ব তাত জহকালি আৰু জাৰকালি উভয়তে নিৰাপদে থাকিবপৰা হ'ব লাগিব। নালাগিব জানো?"

"নিশ্চয় লাগিব। অৰ্থাৎ তুমি জানো থকাঘৰৰ কথাকে কোৱা নাই?"

"কৈছোঁ। পিচে সৈন্য থকা ঘৰ হে, ধনী মানুহ থকা ঘৰ নহয়।"

"এই দুবিধ ঘৰৰ মাজত নো তুমি কি পাৰ্থক্য আছে বুলি ধৰিছঁা?"

মই উত্তৰ দিলোঁ, "কথাষাৰ বাৰু বুজাই দিওঁ। বাৰু, ধৰা জানিবা, ভেৰাৰখীয়া এটাই তাৰ ভেৰাবোৰ ৰাখিবলৈ এজাক কুকুৰ ৰাখিছে। কুকুৰজাক যদি বৰ খঙাল হয় বা পালন কৰাৰ দোষত সিহঁত ভোকত থাকে নাইবা কিবা বদ্‌প্ৰকৃতিৰ হয়, তেনেহ'লে সিহঁতেই ভেৰাবোৰৰ বাবে ভয়ৰ কাৰণ হৈ পৰিব। তেতিয়া আৰু সিহঁত কুকুৰ হৈ নেথাকে, কুকুৰনেচীয়া বাঘ হে হৈ পৰিব। এনে এটা পৰিস্থিতি জানো একেবাৰে জঘন্য আৰু লজ্জাজনক নহ'বগৈ?"

"নিশ্চয় হ'ব।"

"এতেকে আমাৰ সহায়ক শ্ৰেণীৰ বাবেও জানো আমি সতৰ্ক হ'ব নেলাগিব? এই শ্ৰেণীটো হ'ল বাকীবোৰ নাগৰিকতকৈ অধিক বলবান। সিহঁতেও ৰখীয়া কুকুৰবোৰৰ দৰেই ব্যৱহাৰ কৰিবগৈ পাৰে। তেনে অৱস্থাত সিহঁত সহায়ক বন্ধু হওক ছাৰি দুৰ্দান্ত ৰাক্ষসত হে পৰিণত হ'বগৈ পাৰে। এতেকে চাব লাগিব যাতে সিহঁতে এনে কাৰ্য্য কৰিব নোৱাৰে।"

"সঁচা কথা। আমি সতৰ্ক হ'বই লাগিব।"

"তেনেহ'লে, সিহঁতক এনে কামৰপৰা বিৰত কৰি ৰখাৰ একমাত্ৰ উপায় হ'ল প্ৰকৃত সুশিক্ষা দিয়াটো।"

"কিন্তু সিহঁতে দেখোন শিক্ষা পাইছেই।" তেওঁ ক'লে।

তাৰ উত্তৰত মই ক'লোঁ, "বান্ধ গ্লকন, সেইটো কৈ লাভ নাই। আমি এইমাত্ৰ যি কথাৰ উল্লেখ কৰিলোঁ সেইটো হে আটাইতকৈ জৰুৰী। অৰ্থাৎ সিহঁতক সুশিক্ষা দিব লাগিব। সেই সুশিক্ষাৰ অৰ্থ যিয়েই হওক, সেইটোৱেই হে সিহঁতক নিজৰ ভিতৰতে ইটোৱে সিটোৰ প্ৰতি বিনয়ী, আৰু সিহঁতক যাৰ অভিভাৱক পতা হৈছে সেইবোৰৰ প্ৰতিও বিনয়ী কৰি তুলিব।"

"সঁচা।"

"কিন্তু জ্ঞানীজনে হয়তো ক'ব এই শিক্ষা দিয়াৰ উপৰিও সিহঁতক থাকিবলৈ ঘৰ-দুৱাৰ আৰু অন্যান্য সা-সুবিধাৰ ব্যৱস্থাৰ প্ৰতিও চকু দিব লাগিব। এই ব্যৱস্থা ঠিক এনে ধৰণে কৰিব লাগিব যাতে তাৰ দ্বাৰা সিহঁত সৰ্ব্বগুনী ৰাজ্যপালক হোৱাত বাধা নজন্মে নাইবা বাকী নাগৰিকৰ ওপৰত অত্যাচাৰ কৰিবলৈও সিহঁতক উদগনি দিয়া নহয়।"

"হয়। এইষাৰ কথা সত্য।"

মই আকৌ ক'লোঁ, "বাৰু তেনেহ'লে চোৱাঁচোন সিহঁতৰ ঘৰ-দুৱাৰ আৰু জীৱন-প্ৰণালীৰ ক্ষেত্ৰত এইখন আঁচনি কেনে হ'ব ?—অৱশ্যে যদি হে সিহঁতৰ চৰিত্ৰও মই বৰ্ণনা কৰা মতে হ'বলৈ হয়। প্ৰথমতে, পৰাপক্ষত কাকো ব্যক্তিগত সম্পত্তি দিব নেলাগে; দ্বিতীয়তে, কাৰো এনেকুৱা থকাঘৰ বা গুদামঘৰ থাকিব নেলাগে য'ত যেই কোনো মানুহেই ইচ্ছা কৰিলে সোমাব নোৱাৰে; সামৰিক শিক্ষা লাভ কৰা পৰিমিতাচাৰী আৰু সাহিয়াল মানুহক যিখিনি দৰ্কাৰ সেই সকলোখিনিকে পাৰিশ্ৰমিক হিচাপে সহযোগী নাগৰিক-সকলৰপৰা বন্ধা নিয়মত সিহঁতে পাব লাগিব। আৰু এইদৰে যিমানখিনি সিহঁতে পাব সেইখিনিয়েই বছেৰেকটোলৈ ঠিক জোখাৰে হ'ব অৰ্থাৎ, কমো হ'ব নেলাগিব, বেচিও হ'ব নেলাগিব। শিবিৰত থকা মানুহৰ দৰে সিহঁতে একেলগে থাকিব আৰু খোৱা-বোৱা কৰিব আৰু যদি সোণ-ৰূপৰ কথা সিহঁতে উলিয়ায়, তেন্তে ক'ব লাগিব যে এই দুই বিধ মূল্যবান ধাতু সিহঁতৰ আত্মাৰ ভিতৰতে

দেৱতা সকলে চিৰকালৰ বাবে সুমুৱাই দিছেই ; গতিকে অপবিত্ৰতাৰ পাৰ্থিব ধাতু আৰু কিয় লাগিছে ? লগতে এইষাৰ কথাও সিহঁতক ক'ব লাগিব যে অস্থায়ী সোণ মিহলাই দি সিহঁতৰ আধ্যাত্মিক সম্পদ কলুষিত কৰিবলৈ গ'লে অশুচি কথা হে হ'ব। জগতত যিমানবোৰ মুদ্ৰা আছে এটাইবোৰেই অশুচি ; কিন্তু সিহঁতৰ গাত যিটো আছে সি হ'ল পূৰ্ণমাত্ৰায় পৱিত্ৰ। বাকীবোৰ মানুহৰপৰা সিহঁতৰ কথা একেবাৰেই সুকীয়া। এতেকে সিহঁতে সোণ-ৰূপ ব্যৱহাৰ কৰিব বা চুব নোৱাৰিব, তেনেবোৰ ধাতু থকা ঘৰতো সোমাব নোৱাৰিব, সাজপাৰত সেইবোৰ লগাই পিন্ধিবও নোৱাৰিব আৰু সেইবোৰ ধাতুৰ পাত্ৰত পানীও খাব নোৱাৰিব। সিহঁতে যদি এইখিনি নিয়ম পালন কৰে তেন্তে সিহঁতো নিৰাপদে থাকিব আৰু ৰাজ্যখনো নিৰাপদ হ'ব। কিন্তু যি মুহূৰ্ত্তেই সিহঁতে নিজৰ বৰ্ঘীয়াকৈ মাটি-বাৰী, ধন-সোণৰ গৰাকী হ'বলৈ বিচাৰিব সেই মাত্ৰই সিহঁত ৰাজ্যপালক গুছি গৃহস্থ-খেতিয়কত পৰিণত হ'বগৈ আৰু তেতিয়াই সিহঁত সহযোগী নাগৰিক সকলৰ বন্ধু গুচি বৈৰী শাসক হৈ পৰিবগৈ। সেইটো হ'বলৈ হ'লেই সিহঁতে জীৱনব্যাপী লোকক হিংসা কৰিব, লোকেও সিহঁতক হিংসা কৰিব। সিহঁতে অইনৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিব আৰু অইনবোৰেও সিহঁতৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ ধৰিব। এনে অৱস্থাত বিদেশী শত্ৰুতকৈও ঘৰৰ বৈৰীৰ ভয়ত সততে দিন কটাব লাগিব। এইদৰে থাকোঁতে থাকোঁতেই সিহঁত নিজে আৰু লগতে ৰাজ্যৰ বাকী নাগৰিক সকলো ধ্বংসৰ মুখত পৰিবগৈ। এই এটাইবোৰ কথা ভাবিচিন্তি এতিয়া আমি তেন্তে কম নে কি যে আগতে কোৱামতেই ৰাজ্যপালক সকলৰ বাবে ঘৰদুৱাৰ আৰু অন্যান্য সা-সুবিধাৰ সুব্যৱস্থা হ'ব লাগে আৰু সেইমতেই ব্যৱস্থা কৰিব লাগে ? নে, নেলাগে ?"

"লাগিব। কিয় নেলাগিব ?"—গ্লকনে উত্তৰ দিলে।

# চতুৰ্থ খণ্ড

এনেতে এডিমেণ্টচে সুধিলে, "পিচে, ছক্ৰেটিচ, এই শ্ৰেণীটোক তুমি একো সুখ-স্বাচ্ছন্দ্যকে নিদিলা বুলি কোনোবাই আপত্তি দৰ্শালে তাৰ উত্তৰত নো কি বুলি কবাঁ ? সুখী হ'ব নোৱৰাটো তেওঁলোকৰ নিজৰেই দোষ বুলি কবাঁ নেকি ? যদিও তেওঁ-লোককেই ৰাজ্যৰ অধিকাৰী পতা হ'ল, বাকীসকলৰ দৰে তেওঁলোকে কিন্তু কোনো সুবিধাকে নেপালে। বাকীবোৰে মাটি-বাৰী পাইছে, ধুনীয়া ঘৰ সাজি আটকধুনীয়াকৈ সজাইপৰাই লৈছে, নিজ নিজ ঘৰত দেৱতাসকলক পূজা-অৰ্চনা কৰিছে আৰু বন্ধু-বান্ধৱক অভ্যৰ্থনাৰ যোগাৰ কৰিছে; তদুপৰি তুমি কোৱাৰ দৰে এই বোৰে হে সোণ-ৰূপো ৰাখিবলৈ পাইছে। অৰ্থাৎ বাকীখিনিয়ে সুখ-স্বাচ্ছন্দ্যৰ বাবে যিখিনি দৰ্কাৰ সেই সকলো বস্তুকে পাইছে। ইফালে, শাসকশ্ৰেণীৰ অৱস্থা এনেহে হ'লগৈ যেন তেওঁলোক বাত্তিয়ে-দিনে ছেদ-ভেদ নোহোৱাকৈ দুৰ্গৰক্ষাৰ কামতে হে আবদ্ধ হৈ থকা এটা বেতনভোগী সামৰিক বাহিনী হে।"

"হয়, মই কৈছিলোঁ। এই কামৰ বাবে তেওঁলোকক মাত্ৰ খাবলৈ দিয়া হ'ব আৰু লাগতিয়াল বস্তুখিনিৰ বাদে, বাকীবোৰৰ দৰে উপকৰাকৈ তেওঁলোকে কোনো দৰ্মহা নেপায়। এতেকে, মন কৰিলেও নিজে তেওঁলোক ক'লৈকো যাব নোৱাৰে আৰু কোনোবা গাভৰুক কিবা উপহাৰ দিওঁ বুলিলেও দিব নোৱাৰে। যিবোৰক সুখী বুলি কোৱা হৈছে সেইবোৰৰ দৰে তেওঁলোকে আন কিবা অভিলাষ-পূৰণৰ অৰ্থে ধনৰ খৰচো কৰ নোৱাৰে। এই সকলোবোৰ কথা আৰু লগতে এনেকুৱা আন ভালেমান কথা বিবেচনা নকৰাকৈয়ে তুমি মোক দোষ দিছা।"

তেওঁ ক'লে "আৰু এই আটাইবোৰ কথা অভিযোগৰ লেখতে থকা উচিত।"

"অৰ্থাৎ, তুমি সুধিব খুজিছা আমাৰ কৈফিয়ৎ কি হ'ব? নহয় জানো?"

"হয়।"

"তেনেহ'লে, আগৰ বাটেৰেই আকৌ গ'লেই তোমাক দিবলগীয়া উত্তৰ ওলাই পৰিব। উত্তৰত আমি এইটোকে ক'ম যে কোনো কোনো অৱস্থাত এই শ্ৰেণীটোক খুব সুখী হোৱা দেখিলেও আমি আচৰিত নহ'মহঁক; যদিও অৱশ্যে ৰাজ্য প্ৰতিষ্ঠা কৰাৰ সময়ত কোনো এটা শ্ৰেণীক বিশেষভাৱে সুখী কৰাটো আমাৰ কথা নাছিল। আমাৰ উদ্দেশ্য আছিল সমগ্ৰ ৰাজ্যখনকে যিমানপৰা যায় সুখী কৰাটো হে। আমি ভাবিছিলোঁ এনে এখন ৰাজ্যত হে আমি ন্যায়ৰ স্বৰূপ বিচাৰি উলিওৱাটো অতি সহজ হ'ব। আনহাতে, সেইদৰে অতিপাত কুশাসিত ৰাজ্য এখনত অন্যায়ৰ সন্ধান পোৱাটো অতি সহজ হ'ব। এতিয়া এই দুইখন ৰাজ্যকে ভালকৈ নিৰীক্ষণ কৰিলেই আমি যি সমস্যা ইমান পৰে বিচাৰ কৰিলোঁ তাক সমাধান কৰিব পাৰিমহঁক। এতিয়া, প্ৰথমতে বাৰু আমি সুখী ৰাজ্য এখনকে পাতিছোঁ বুলি ধৰোঁ। এইখন পাতোতে কেইজনমান নাগৰিকক বাছি লৈ তেওঁলোককে সুখী কৰিবলৈ বিচৰা নাই; গোটেই ৰাজ্য-খনকে সুখী কৰিবলৈ চোৱা হৈছে। তাৰ পিছত, ঠিক বিপৰীত ধৰণৰ ৰাজ্য এখন পৰীক্ষা কৰি চামহঁক। এতিয়া ধৰাঁ জানিবাঁ, আমি মূৰ্ত্তি এটাত ৰং দি আছোঁ; আৰু ৰং দিওঁতে মূৰ্ত্তিটোৰ চকু-হালত আটাইতকৈ সুন্দৰ অংশটোত কজলা ৰং নিদি ক'লা ৰং দিলোঁ। তেনেতে এজনে আহি আটাইতকৈ সুন্দৰ অংশটোত আমি আটাইতকৈ সুন্দৰ ৰংটো নাই দিয়া বুলি দোষ ধৰিলেহি। তেতিয়া আমি এই বুলি কৈ উত্তৰ দিম—ডাঙৰীয়া, এটা কথা নহয়। চকু-হালক অতি-ধুনীয়া কৰিবলৈ গ'লে চকু গুছি কিবা হে হ'বগৈ দেখোন। তেনে কৰিবলৈ ল'লে বাকীবোৰ অংশতো একেটাই হ'বগৈ। এতেকে আপুনি এইটো হে চাওক, আমি প্ৰতিটো অংশত উচিত ৰং দি গোটেই বস্তুটো সুন্দৰ কৰিছোঁ নে নাই। একেদৰেই, বৰ্ত্তমান ক্ষেত্ৰতো আমাৰ ৰাজ্যপালক শ্ৰেণীকো অতিপাত সুখৰ অধিকাৰী কৰিবলৈ হ'লে তেওঁলোকো ৰাজ্যপালক গুছি কিবা হে

হ'বগৈ। আপোনাৰ নিয়ম মানিবলৈ হ'লে দেখোন আমাৰ খেতিয়ক সকলকো গাত দীঘল ছোলা আৰু মূৰত সোণালী টুপী পিন্ধি ইচ্ছামতে হাল বাবলৈ ক'ব পাৰোঁ। সেইদৰে আমাৰ কুমাৰহঁতেও চাকিটো ওচৰতে পেলাই থৈ জুইৰ কাষতে আৰামত দীঘল দি পৰি আৰু ফটিকা খাই আনন্দত মতলীয়া হৈ খুচীমতে ব্যৱসায় চলাব পাৰিব। তদুপৰি সমগ্ৰ ৰাজ্যখনকেই সুখী কৰিবলৈ হ'লে বাকীখিনি নাগৰিককো এনে অময়া সুখৰ ভাগ দিব লাগিব। এনে পৰামৰ্শ মানিবলৈ হ'লে আৰু খেতিয়ক খেতিয়ক হৈ নেথাকিবগৈ, কুমাৰো কুমাৰ হৈ নৰ'বগৈ; তদুপৰি বাকী যিবোৰ বৃত্তিক লৈ ৰাজ্য গঠন কৰা হৈছে সেইবোৰেও নিজ নিজ চৰিত্ৰ হেৰুৱাই পেলাব। বাদ-বাকী বৃত্তি-ব্যৱসায় সম্পৰ্কত অৱশ্যে বৰ চিন্তা কৰিবলগীয়া নাই। মুচিয়াৰ বৃত্তিত অযোগ্যতা থাকিলেও বা মানসিক অধঃপতন হ'লেও অথবা মুচিয়াৰে অজ্ঞ হৈ জ্ঞানীৰ ভাও জুৰিলেও, ৰাজ্যৰ সামূহিক অপকাৰ নঘটে। কিন্তু ৰাজ্যপালকসকলৰ ক্ষেত্ৰত এই কথা নেখাটিব। এওঁলোকৰ ওপৰতেই সকলোৰে সুখ-সমৃদ্ধি নিৰ্ভৰ কৰিছে। এওঁলোকেই বিধি-বিধান আৰু ৰাজ্যখনৰ ৰক্ষক। এতেকে এওঁলোক যেতিয়া ৰাজ্যপালক গুছি ছদ্ম ৰাজ্যপালক হ'ব তেতিয়া ৰাজ্য সমূলঞ্চে ধ্বংসৰ পথত পৰিব। আমি বিচাৰিছোঁ এবিধ প্ৰকৃত ৰাজ্য-পালক বাছি উলিয়াবলৈ, যিসকলে ৰাজ্যৰ অনিষ্ট সাধন কৰাৰপৰা সদায় আঁতৰি থাকিব। কিন্তু এই সময়তে আমাৰ কোনোবা সমা-লোচক আহি যদি কয়হি বোলে নাগৰিক সকলক নাপাতি, উৎসৱৰ দিনত ভোজ খাই মতলীয়া হৈ থকা বিধৰ খেতিয়ক এক শ্ৰেণীক হে ৰাজ্যৰ ৰাজ্যপালক পাতিব লাগে, তেতিয়া সেইখন আৰু ৰাজ্য নহৈ কিবা হে হ'বগৈ। এতেকে এতিয়া চাব লাগিব আমাৰ লক্ষ্য কি— যিসকলক আমি ৰাজ্যপালক কৰিম তেওঁলোকৰ বাবে সম্ভৱপৰ সকলো সুখ-স্বাচ্ছন্দ্যৰ ব্যৱস্থা কৰি দিয়াটোৰেই নেকি? নে, আমাৰ কৰ্ত্তব্য হ'ব ৰাজ্যৰ সকলো নাগৰিকেই এনে সুখ-স্বাচ্ছন্দ্যৰ লাভ কৰিবপৰাৰ দিহা কৰা? সকলোকে সুখী কৰিবলৈ হ'লে ৰাজ্যপালক শ্ৰেণী আৰু সহায়ক শ্ৰেণীয়ে নিজৰ নিজৰ দায়িত্ব কেনেকৈ সুন্দৰভাৱে

পালন কৰিব তালৈ হে মাথোন আমি চকু দিব লাগিব। এই কথা তেওঁলোকক আমি বুজাম। দৰ্কাৰ পৰিলে এইবাবে তেওঁলোকক বাধ্যও কৰিব লাগিব।"

তেওঁ উত্তৰ দিলে, "তুমি যিখিনি ক'লা একেবাৰে সত্য।"

"পিচে, মই ইয়াৰ আগতে কোৱা কথাষাৰৰ লগতে যিটো প্ৰস্তাৱ দাঙি ধৰিছিলোঁ সেইটোও শুদ্ধ বুলি নেভাবা জানো?"

"সেইটো প্ৰস্তাৱ নো কি আছিল?"

"ভাবি চোৱাঁচোন বাৰু। এইবিলাক অভিকৰণে একেদৰেই আনবোৰ কাৰিকৰবো অপকাৰ আৰু অনিষ্টসাধন কৰে নে?"

"কোনবোৰ অভিকৰণৰ কথা কৈছা?"

"প্ৰাচুৰ্য্য আৰু দাৰিদ্ৰ্যৰ কথা কৈছোঁ", মই ক'লোঁ।

"এইটো নো আকৌ কেনেকৈ হ'ল?"

"চোৱাঁ, ধনী হ'বলৈ পালে কুমাৰ এটাই তাৰ ব্যৱসায়লৈ আৰু কাণ দিব জানো?"

"নিদিয়ে।"

"অকল সেয়েই নহয়, সি আগতকৈও বেচি এলেহুৱা আৰু অসাৱধান হৈ পৰিব।"

"হয়। ভালকৈয়ে।"

"তেনেহ'লে এতিয়া জানো সি আগতকৈ নিকৃষ্ট কুমাৰ নহ'বগৈ?"

"হয়। একেবাৰে নিকৃষ্ট হ'ব।"

"ইফালে যদি হে দৰিদ্ৰতাৰ হেতুকে কুমাৰটোৱে নিজৰ সঁজুলি বা অন্যান্য সাজ-সৰঞ্জাম গোটাব নোৱাৰে তেন্তে সি নিকৃষ্ট বস্তু হে তৈয়াৰ কৰিব পাৰিব। তাৰ ল'ৰা বা তাৰ লগত কাম কৰা শিকাৰুৱেও বৃত্তিটো ভালকৈ শিকিব নোৱাৰিব।"

"সেইটো হ'বই।"

"এতেকে প্ৰাচুৰ্য্য আৰু দাৰিদ্ৰ্যৰ উভয় পৰিস্থিতিতেই কাৰিকৰৰ তৈয়াৰী বস্তু আৰু লগতে কাৰিকৰবো অনিষ্ট ঘটে।"

"সেইটো হয়।"

"এতেকে আমি আৰু এটা বস্তু পালোঁ। সেইটোৰ ওপৰত আমাৰ ৰাজ্যপালক সকলে নজৰ ৰাখিব লাগিব। অৰ্থাৎ ৰাজ্যপালকসকলে

পহৰাৰ দায়িত্ব এৰি কেতিয়াও মনে মনে গৈ ৰাজ্যত ঘূৰি ফুৰিব নোৱাৰিব। এই বিষয়ত তেওঁলোক সদায় সতৰ্ক থাকিব লাগিব।”

“এইবোৰনো আকৌ কি?”

মই ক'লোঁ। “প্ৰাচুৰ্য্য আৰু দাৰিদ্ৰ্য। অৰ্থাৎ প্ৰথমটোৰ পৰা বিলাসিতা, এলাহ আৰু নানাবিধ নতুন নতুন আমোদ-প্ৰমোদৰ উৎপত্তি হয়। দ্বিতীয়টোৱে আনে নীচতা, অকৰ্মণ্যতা আৰু লগতে অন্যান্য ন-ন বেয়া কথাৰ লোভ।”

“ঠিক কৈছা। কিন্তু ছক্ৰেটিচ, আনহাতে এইটোও ভাবি চোৱাঁচোন, ঐশ্বৰ্য্য নহ'লে আমাৰ ৰাজ্যখনে যুদ্ধ নো কৰিব কেনেকৈ? বিশেষতঃ, যেতিয়া কোনোবা এখন ধনী, ডাঙৰ নগৰেৰে সৈতে যুঁজিব লগা হয় তেতিয়া?”

তেতিয়া মই ক'লোঁ, “হয়। এনেকুৱা ৰাজ্য এখন হ'লে সেইখনৰ বিৰুদ্ধে অৱশ্যে যুদ্ধ দিয়া টান হ'ব। কিন্তু যদি হে তেনে ৰাজ্য দুখন হয় তেতিয়া আকৌ সহজ হৈ পৰিব।”

“সেইটোনো আকৌ কেনেকৈ হ'ব?”

“প্ৰথম কথা হ'ল, যদি হে আমাৰ ৰাজ্যই যুদ্ধত নামিবই খোজে তেন্তে আমাৰ শিক্ষাপ্ৰাপ্ত সৈনিক থাকিব লাগিব আৰু শত্ৰুপক্ষ হ'ব লাগিব ধনী। নহয় জানো?”

“সেইটো হওঁতে সঁচা কথা।”

“তেন্তে, এডিমেণ্টুচ। তাৰ পিছত কি হ'ব বুলি ভাবাঁ বাৰু? একালে হ'ল এজন পাকৈত মুষ্টিযোদ্ধা আৰু আনকালে হ'ল মুষ্টি-যুদ্ধৰ আওভাও নোপোৱা দুজন ধনী, নোদোকা মানুহ। তেতিয়া পাকৈত মুষ্টিযোদ্ধাজনে ধনী, নোদোকা দুজনক অনায়াসে বগৰাই দিব পাৰিব বুলি বাৰু তুমি বিশ্বাস নকৰাঁ নে?”

“একেলগে দুই জনকে বোধকৰোঁ নোৱাৰিব।”

“কিয় নোৱাৰিব? পাকৈত যোদ্ধা জনে প্ৰথমতে প্ৰতিদ্বন্দ্বী দুজনক এজন-এজনকৈ আগবাঢ়ি আহিবলৈ এৰি দিব। সেইদৰে অহাৰ লগে লগেই তেওঁ প্ৰথম জনক আক্ৰমণ কৰিব। পিচ কোবত দ্বিতীয় জনক ধৰিব। প্ৰখৰ ৰ'দত তাপত যেতিয়া এইটো বুদ্ধিৰে

বাৰে-বাৰে আক্ৰমণ কৰিব তেতিয়া ছুজন কিয় বহুত প্ৰতিদ্বন্দ্বীকে পৰাস্ত কৰিব পাৰিব। নোৱাৰিব নে?"

তেওঁ ক'লে, "হওঁতে সম্ভৱ হ'বও পাৰে।"

"ধনীবোৰে তেনেহ'লে যুদ্ধবিদ্যাতকৈও মুষ্টিযুদ্ধৰ সকলো কথা আৰু কৌশল বেচি ভালকৈ জানে বুলি ভাবাঁ নেকি?"

"ভাবোঁ।"

"তেনেহ'লে, বিপক্ষৰ শক্তি ছুই-তিনিগুণ হ'লেও আমাৰ পাকৈত সৈনিকহঁতে সহজে যুদ্ধ জিকাত অসুবিধা নহ'ব।"

"নাই, তোমাৰ ওচৰত হাৰ মানিছোঁ আৰু! দেখিলোঁ তুমি হে সঁচা।"

"কিন্তু ধৰাঁ জানিবাঁ, তেওঁলোকে ৰাজ্য ছুখনৰ কোনো এখনলৈ কটকী পঠাই এই বুলি কোৱালে—'আমি সোণ-ৰূপ একোৰে ব্যৱহাৰ নকৰোঁ। তোমালোকৰ আছে যদিও আমি সেইবোৰত হাত দিয়া নিষেধ। গতিকেই তোমালোকৰ বাহিনী আমাৰ লগত লগ লাগাহি আৰু লগতে লোকৰ সম্পত্তিবো অধিকাৰী হোৱাহি।' এনেদৰে কোৱাৰ পাছতো ভাবাঁ নে যে এনে কোনোবা মানুহ ওলাব যি কুকুৰক লগত লৈ কোমল, নোদোকা ভেৰা-ছাগলী ধৰিবলৈ নগৈ লেৰেলা-চেপেতা কুকুৰৰ বিপক্ষে যুঁজিবলৈ যাব?"

"নেযাব বুলিয়েই ভাবোঁ। কিন্তু এইদৰে সিপক্ষৰ সম্পত্তিও আনি একেখন ৰাজ্যতে গোট খুওৱাটোৱে ছুখীয়া ৰাজ্যখনৰ বাবে বিপদ মাতি নানিব নে?"

মই উত্তৰ দিলোঁ, "সুন্দৰ কথা। আমি প্ৰতিষ্ঠা কৰিবলৈ ওলোৱাখন ৰাজ্যৰ বাদে যেই কোনো অন্য ৰাজ্যকে 'এখন ৰাজ্য' বুলি কোৱাটো হে ভাল হ'ব বুলি যিটো ধাৰণা কৰিছাঁ সি বৰ ভাল হৈছে।"

"তুমি নো বাৰু আনবোৰক কি বুলি বৰ্ণনা কৰিলাহেঁতেন?"

"মোৰ মতে বাকীবোৰকো এবিধ চমৎকাৰ নাম দিব লাগিব। কিয়নো, খেল খেলোতে কোৱাৰ দৰে[১] সেইবোৰৰ প্ৰতিখনেই

১। "নগৰ" (Cities) বোলা এবিধ খেল আছিল। কিন্তু এই খেলৰ নিয়মবোৰ জনা নাযায়।

একোখন মাত্র নগৰ নহয়, প্রত্যেকেই কেবাখনো নগৰৰ সমষ্টি। প্রত্যেকৰ ভিতৰতে অন্ততঃ এনেকুৱা দুখন নগৰ আছে, যাৰ এখন ইখনৰ শত্রু। এখন ধনীৰ, আনখন দৰিদ্রৰ। আকৌ এইবোৰৰ প্রত্যেকেই অনেক নগৰত বিভক্ত। এতেকে এই নগৰ দুখনক প্রত্যেককে একোখন একোখন বুলি ধৰিলে তেনেই ভুল হ'ব। প্রতিখনকে অনেক নগৰৰ সমষ্টি বুলি ধৰা। তাৰ ভিতৰতে এক শ্রেণীক তুমি সম্পত্তি আৰু ক্ষমতা দিয়া; লাগিলে অইন এক শ্রেণীৰ কিছুমান মানুহকো দিয়া। তেতিয়া দেখিবা তোমাৰ বন্ধুৰ সংখ্যা সৰহ হৈ পৰিছে আৰু শত্রুৰ সংখ্যা কমিছে। যেতিয়ালৈকে এই নীতি নিয়াৰিকৈ পৰিচালনা কৰি যাবা তেতিয়ালৈকে নগৰখন সৰ্ব্ববৃহৎ হৈয়েই থাকিব। অৱশ্যে এই নগৰৰ সেনা বাহিনীত এহেজাৰতকৈ ওপৰ মানুহ নাথাকিলেও উচ্চ সম্মান অটুট থাকিব বুলি মই ক'ব খোজা নাই। কিন্তু নগৰ-ৰাজ্য হিচাপে সঁচাকৈয়েই ই বৃহৎ হৈয়েই থাকিব। অৰ্থাৎ, সেইখনৰ নিচিনা ইমান ডাঙৰ ৰাজ্য এখন ক'তো নাপাবা। হওঁতে, তুমি এনেকুৱা অনেক ৰাজ্য পাবা যি দেখাত ইয়াতকৈ বহুত ডাঙৰ যেন লাগিব। এই বিষয়ত বাৰু তোমাৰ মত কি? তুমি কিবা বেলেগ ধৰণে ভাবা নেকি?

"ওহো নেভাবোঁ।"

মই আকৌ ক'লোঁ, "তেনেহ'লে ৰাজ্যৰ জনসংখ্যা আৰু মাটি-কালিৰ সীমা নিৰ্দ্ধাৰণ কৰোঁতে শাসক সকলৰ বাবে এইটোৱেই আটাইতকৈ ভাল আৰ্হি হ'ব। জনসংখ্যা আৰু মাটি এইমতে ৰাখি বাকীখিনি এৰি দিব পাৰিব।"

"পিছে, তোমাৰ আৰ্হিটো নো কি?"—তেওঁ সুধিলে।

"আৰ্হিটো এনে ধৰণৰ হ'ব—আভ্যন্তৰীণ একতাত আঘাত নকৰাকৈ যিমান দূৰলৈকে ৰাজ্যখন বাঢ়িব পাৰে সিমানলৈকে বাঢ়িবলৈ দিব লাগে; তাৰ বেচি আৰু বাঢ়িবলৈ দিব নেলাগে।"

"ওঁ, এইটো দেখোন বৰ ভাল নিয়ম হ'ব।"

"তাৰ পিচত, আৰু এটা ওপৰঞ্চি নিৰ্দ্দেশ আমাৰ ৰাজ্যপালক শ্রেণীক দিয়া হ'ব। তেওঁলোকে চাব লাগিব যাতে ৰাজ্যখন সৰুও

নহয় নাইবা দেখাত বৰ ডাঙৰো নহয় আৰু চাব যাতে ৰাজ্যখন স্বাৱলম্বী হয় আৰু ৰাজ্যখনৰ ঐক্য অটুট থাকে।”

“এইটো অৱশ্যে ৰাজ্যপালক শ্ৰেণীৰ বাবে তেনেই সামান্য কৰ্ত্তব্য হে হ'ব।”

মই ক'লোঁ, “নহয়, তাতোকৈও সামান্য কৰ্ত্তব্যৰ ভাৰ তেওঁলোকৰ ওপৰত দিয়া হ'ব। সেই বিষয়ে আমি আগতে আলোচনা কৰিছোঁৱেই। আমি কৈছিলোঁৱেই নহয়, ৰাজ্যপালক শ্ৰেণীৰ মাজত নিকৃষ্ট শিশু জন্ম হ'লেই তাক আঁতৰাই নি অইন শ্ৰেণীত থৈ দিয়াটো ভাল হ'ব। আনহাতে, অইন শ্ৰেণীৰ মাজত যদি অসাধাৰণ গুণসম্পন্ন শিশুৱে জন্ম লয় তেন্তে ৰাজ্যপালক শ্ৰেণীৰ মাজলৈ আনিব লাগে। এইদৰে কোৱাৰ উদ্দেশ্য আছিল এইটোৱেই যে বাকীবোৰ নাগৰিকেও জানক, প্ৰকৃতিয়ে যাক যি কামৰ বাবে যোগ্যতা দিছে সেইমতেই সকলোৱে কাম কৰিব লাগিব। প্ৰত্যেকেই একোটা নিৰ্দ্দিষ্ট কামত ধৰিব। প্ৰত্যেকেই নিজ নিজ নিৰ্দ্দিষ্ট কামটো কৰি গ'লে দেখা যাব যে গোটেই ৰাজ্যখন অনেক ৰাজ্যৰ সমষ্টি নহৈ এক-ৰাজ্যত পৰিণত হৈছে।”

তেওঁ কলে, “হয়। এইটো পিচে আগৰটোতকৈও সৰু কথা হে।

“ঠিক কৈছা, এডিমেণ্টচ। হয়তো কোনো কেনোৱে ভাবিব আমাৰ এই নিৰ্দ্দেশবোৰ অতি কঠোৰ কৰ্ত্তব্যৰ বাবে দিয়া নিৰ্দ্দেশ। আচলতে কিন্তু তেনে নহয়। অৱশ্যে আমাৰ ৰাজ্যপালক সকলে যদি পটন্তৰত কোৱাৰ দৰে ‘এটা ডাঙৰ কথা’ মনোযোগেৰে পালন কৰে—অৱশ্যে ডাঙৰ নুবুলি প্ৰয়োজনীয় বোলা হে ভাল—তেন্তে সকলোবোৰ নিৰ্দ্দেশ পালন কৰাটোৱেই তেনে তুচ্ছ কথা হৈ পৰিব।”

“সেই ডাঙৰ কথাটো নো কি?”

মই ক'লোঁ, “শিক্ষাদান আৰু লালন-পালন। অৰ্থাৎ তেওঁলোকক ভাল শিক্ষা দি জ্ঞানী পুৰুষ কৰি তুলিলে তেওঁলোকে এইবোৰ সকলো কথা অতি সহজেই বুজি পাব। তদুপৰি, যিবোৰ কথা এতিয়া আমি আলোচনা কৰিব খোজা নাই,—যেনে যৌন সম্পৰ্ক, বিবাহ আৰু সন্তান উৎপাদন,—সেইবোৰো বুজি পাব। এই সকলো ক্ষেত্ৰতে তেওঁলোকে বুজিব যে লাগতিয়াল বচন এষাৰ মিমান দূৰ

পৰা যায় পালন কৰিব লাগে। সেই যাৰেই হ'ল—বন্ধুৰ ভিতৰত থকা সকলো বস্তুৰেই উমৈহতীয়া সম্পত্তি।"

"হয় হয়, এইখনেই শুদ্ধ আঁচনি হ'ব।

"বুজিছা আৰম্ভণতে এবাৰ ৰাজ্যখন ঠিকমতে পাতি ল'ব পাৰিলেই ই বৃত্তাকাৰ পথত দোপতদোপে উন্নতি কৰি যাব। লালন-পালন আৰু শিক্ষাৰ সুব্যৱস্থাই সুস্বভাৱ গঢ়ি তুলিব। ইতৰ জন্তুৰ ক্ষেত্ৰতো আমি দেখিবলৈ পাওঁহক, ভাল শিক্ষা পালে ভাল জাতৰটো আন-বোৰতকৈ বহুত ভাল হৈ পৰে। সেইদৰেই—সুশিক্ষাৰ প্ৰভাৱত সুস্বভাৱজাত ৰাজ্যপালক সকলৰ স্বভাৱ আৰু উন্নত হৈ পৰে।"

"হয় ই স্বাভাৱিকতেই হ'ব। তেন্তে ক'বলৈ গ'লে ৰাজ্যৰ পালকশ্ৰেণীয়ে অতি দৃঢ়তাৰে এটা নিয়ম পালন কৰিব লাগিব। অজ্ঞাতসাৰেও তেওঁলোকে এই নিয়ম কোনো প্ৰকাৰে শিথিল হ'বলৈ দিব নোৱাৰিব। সেই নিয়মক নিৰাপদে ৰখাটোত তেওঁলোকে বিশেষ ভাৱে চকু দিব লাগিব। এই নিয়ম মানে সকলো বিধ নতুন আমদানিক নিষেধ কৰাৰ কথাকে কৈছোঁ। কি শৰীৰ চৰ্চ্চা, কি সঙ্গীত চৰ্চ্চা ক'তোৱেই প্ৰচলিত ব্যৱস্থাৰ পৰিৱৰ্ত্তন হ'ব নোৱাৰিব। এইটো কৰাৰ এটা বিশেষ কাৰণ আছে। 'যিটো গান সৰব্ নতুন তাকেই গোৱা হয় আৰু তাৰ সুৰেই গায়কক আপোন-পাহৰা কৰি তোলে'। এনে বিধ গানলৈ মানুহৰ আকৰ্ষণ বেচি বুলি কোৱা হয়[২] যেতিয়া, তাতেই ভয়ৰ কাৰণ থাকে; কিয়নো, মানুহৰ এনে ভ্ৰান্তিও হ'ব পাৰে যেন কবিয়ে সুৰৰ ঠাঁচ নতুন কৰাৰ কথা হে মাত্ৰ কৈছে, নতুন গীতৰ কথা কোৱা নাই আৰু সেইবাবেই যেন সেই নতুনত্বক আদৰণি জনোৱা ভাল কথা। কিন্তু নতুনত্ব কেতিয়াও সমৰ্থন কৰিব নোৱাৰি আৰু, এই কথাষাৰো এনেকৈ বুজিবলৈ মানুহক এৰি দিব নোৱাৰি। কথা হ'ল, নতুন বিধৰ সঙ্গীত সোমাবলৈ দিয়া মানেই ৰাজ্যক বিপন্ন কৰা। এতেকে তেনেকথা বন্ধ কৰিবই লাগিব; কাৰণ, সঙ্গীতৰ ধৰণ সলোৱাৰ লগে লগেই তাৰ প্ৰভাৱ আহি গুৰুত্বপূৰ্ণ ৰাজনৈতিক অনুষ্ঠানবোৰৰ

২। ওডিচি ১, ৩৫১

ওপৰতো পৰিবহি। এই কথাষাৰ ডেমনেই প্ৰমাণ কৰি থৈ গৈছে। মইও তেওঁক সমৰ্থন কৰোঁ।”

এডিমেণ্টুচে ক'লে, “এই মতত বিশ্বাসী মইও এজন বুলি ধৰিব পাৰোঁ।”

তেতিয়া মই ক'লোঁ, “তেনেহ'লে এইটো স্পষ্ট হৈ পৰিল যে আমাৰ ৰাজ্যপালক সকলে সঙ্গীতৰ ক্ষেত্ৰতো বিশেষ সতৰ্কতা অৱলম্বন কৰিব লাগিব।”

তেওঁ ক'লে, “এৰা, হওঁতে এই ক্ষেত্ৰতেই ব্যভিচাৰে অজ্ঞাতসাৰে গা কৰি উঠে।”

“হয় হয়। নিৰ্দোষ আমোদ-প্ৰমোদৰ বেশত ব্যভিচাৰ আহি সোমায়হি।”

“নহয়। এনে সঙ্গীতে অইন একো কৰিবলৈ নাযায়; মাত্ৰ লাহে লাহে মনৰ ভিতৰত ঠাই অকণমান দখল কৰি মনে মনে আচাৰ-ব্যৱহাৰৰ লগত মিলি পৰেগৈ। যেই সেইখিনি পালেগৈ সেই ই প্ৰকট ৰূপত প্ৰকাশ পায়; ক্ৰমে ক্ৰমে সামাজিক বান্ধোনত আঘাত কৰেগৈ আৰু শেহত গৈ বিধি-বিধান আৰু সংগঠনতো আক্ৰমণ কৰে। বুজিছা, ছক্ৰেটিচ, এই অনুক্ৰমে সম্পূৰ্ণ নিৰ্লজভাৱে ই আগবাঢ়ি গৈ থাকে। যেতিয়ালৈকে সামাজিক তথা ব্যক্তিগত জীৱনৰ সকলো কথা ওলটপালট কৰি পেলাব নোৱাৰে তেতিয়ালৈকে ই ক্ষান্ত নহয়।

মই ক'লোঁ, “বুজিলোঁ। কিন্তু এনে কথা জানো সম্ভৱ হ'ব?”

“মই ভাবোঁতে সম্ভৱ।”

“তেনেহ'লে আৰম্ভণিতে আমি কোৱাৰ দৰেই, আমাৰ শিশু-বোৰক প্ৰথমৰপৰাই অধিক সংযত আমোদ-প্ৰমোদত আৱদ্ধ কৰি ৰাখিব নেলাগিব জানো? কাৰণ, আমোদ-প্ৰমোদ অসংযত হ'লে আৰু তেনে আমোদ-প্ৰমোদ অনুকৰণ কৰিবলৈ ললে শিশুৱে আৰু কোনো কালে ৰাজ্যৰ অনুগত ধাৰ্ম্মিক পুৰুষ হ'বগৈ নোৱাৰিব।”

“সেই কথাত অৱশ্যে কোনো সন্দেহ নাই।”

“গতিকে আমাৰ শিশুবোৰক প্ৰথমৰপৰাই গুৰুত লগাই দি সঙ্গীত শিক্ষাৰ মাধ্যমেৰে সিহঁতৰ মনত আনুগত্য জন্মাই দিব পাৰিলে ঠিক

আগৰটোৰ বিপৰীত ফল পোৱা হ'ব। সেইদৰে কৰিব পাৰিলে সিহঁতৰ মনত আনুগত্যৰ ভাব সদায় থাকিব আৰু সিয়েই সিহঁতৰ উন্নতি সাধন কৰিব। অধঃপাতে যোৱা ৰাজ্য পুনৰুত্থানতো তেতিয়া ইয়েই সহায় কৰিব পাৰিব।"

"হয়, সেইটো সঁচা কথা।"

"এনে কৰিব পাৰিলে আনকি নিচেই সৰু-সুৰা বিধি-বিধানবোৰো সিহঁতৰ চকুত পৰিবহি, যিবোৰ বিধি-বিধান হয়তো বয়সিয়ালবোৰে পাহৰিয়েই গৈছিল বা এৰিয়েই পেলাইছিল।"

"কোনবোৰ বিধি-বিধানৰ কথা নো কৈছা ?

"সেইবোৰ হ'ল ; যেনে, ডাঙৰৰ আগত সৰুৱে সম্ভ্ৰমেৰে মৌনতা অৱলম্বন কৰা, বয়সিয়ালজন সোমাই আহিলে মুৰ দোঁওৱা আৰু বহাৰপৰা উঠা, আৰু মাক-বাপেকক সকলো প্ৰকাৰে সেৱা-শুশ্ৰূষা কৰা। তদুপৰি, চুলিবন্ধাৰ গৎ, সাজপাৰ আৰু জোতামোজা পিন্ধাৰ ধৰণ, শাৰীৰিক শোভাবৰ্দ্ধন ইত্যাদি সকলো বিষয়ৰে বিধি-বিধান। কি কোৱাঁ বাৰু ?"

"মইও তেনেকৈয়ে ভাবোঁ।"

"কিন্তু পিচে মই ভাবোঁতে এই সকলোবোৰৰ বিষয়ে আইন কৰিবলৈ যোৱাটো মূৰ্খামি হে হ'ব হ'বলা। সেইদৰে কোনেও বোধকৰোঁ কৰিবলৈ নেযাব। এইবোৰ কথাত মৌখিক হাক-বচনেও কাম নিদিবগৈ।"

"তেনেহ'লে নো কেনেকৈ কৰা হ'ব ?"

"নহয় এডিমেণ্টুচ, এইখিনি হ'ব শিক্ষাৰ যোগেদি। শিক্ষাই যি ধৰণে গত লগাই দিব সেইমতেই পিচলৈ গত লাগি যাব, কিয়নো যি যাৰ সদৃশ সি তাকেই সদায় বিচাৰি নেযাব জানো ?"

"হয় হয়। ঠিক কৈছা।"

"যেই হওক এতিয়া আমাৰ ব্যৱস্থাই কিবা এটা সম্পূৰ্ণ আৰু চূড়ান্ত পৰিণতিলৈ আহিব পাৰিব বুলি আশা কৰিব পাৰোঁ। অৱশ্যে এই পৰিণতি ভালো হ'ব পাৰে বেয়াও হ'ব পাৰে।"

"নিশ্চয় আশা কৰিব পাৰোঁ।"

"পিচে এইবোৰ যুক্তিকে ভিত্তি কৰিয়েই এনেবোৰ বিষয়তো আইন প্ৰণয়ন কৰাটো মই হ'লে নিবিচাৰোঁ।"

"কোনো দৰ্কাৰ নাই।"

"পিচে বাৰু কোৱাঁচোন, বাকী সাধাৰণ কাম-কাজৰ ক্ষেত্ৰত আমি কি কৰিম?—যেনে, বজাৰত ইজন-সিজনৰ মাজত হোৱা বেচা-কিনা, কাৰিকৰসকলৰ মাজত হোৱা চুক্তি, মানহানি কাৰ্য্য, মাৰপিট, বিচাৰকাৰ্য্য আৰু বিচাৰক-নিযুক্তি, বেহা-বেপাৰৰ কৰ ধাৰ্য্য, বজাৰ আৰু বন্দৰত ধাৰ্য্য কৰিবলগীয়া বহিঃশুল্ক আৰু পুলিছ, বহিঃশুল্ক কাৰ্য্যালয় ইত্যাদি এই সকলোবোৰৰ বাবে আমি বিধি প্ৰণয়ন কৰিম নে নকৰিম?"

"ওহোঁ, সুশিক্ষিত পুৰুষক এইবোৰ বিষয়ত নিৰ্দ্দেশ দিয়াৰ প্ৰয়োজন নাই। কিহত কিহত বিধি প্ৰণয়ন কৰিব লাগে সেইকথা তেওঁলোকে বুজি পাবলৈ কোনো অসুবিধাই নাই।"

"হয় বন্ধু। আমি ইতিমধ্যে আলোচনা কৰা আইন বিলাক প্ৰৱৰ্ত্তন কৰাত যদি হে দেৱতাসকলে তেওঁলোকক সহায় কৰে।"

তেওঁ ক'লে, "সেয়ে নহ'লে এইবোৰ বিষয়ত তেওঁলোকে বাৰে বাৰে আইন প্ৰণয়ন কৰি, বাৰে বাৰে সংশোধন কৰি বিশুদ্ধ কৰিবলৈ চেষ্টা কৰি থাকোঁতেই জীৱন অতিবাহিত হ'ব।"

"অৰ্থাৎ তুমি ক'ব খুজিছা তেওঁলোকে অসুস্থ মানুহৰ দৰে দিন কটাব। ইফালে, আত্মসংযমৰ অভাৱ হেতুকে তেওঁলোকে অনিষ্টকাৰী জীৱনধাৰা পৰিত্যাগ কৰিবলৈও মন বান্ধিব নোৱাৰিব।"

"হয়, একেবাৰে ঠিক কথা।"

"এবা সঁচাকৈয়ে এই মানুহবোৰৰ কি বিভোপন জীৱন! সদায় চিকিৎসকৰ তত্ত্বাৱধানত থাকিবলগীয়া হৈ সিহঁতে কোনোকালে উন্নতি কৰিব নোৱাৰে। ৰুগৰ ভিতৰত বেমাৰ জটিল কৰি তোলে আৰু বঢ়ায়। তথাপি সিহঁতৰ সদায় আশা কোনোবাই আহি যেন সিহঁতক আৰোগ্য কৰিবপৰা ঔষধ দিবহি।"

"হয়, এইবিধ ৰুগীয়া মানুহৰ অৱস্থা এইটোৱেই।"

"আকৌ চোৱাঁচোন। কোনোবাই যদি সিহঁতক এইবুলি কয় যে যেতিয়ালৈকে সিহঁতে মদৰ নিছা, অতিলোভ, ব্যভিচাৰ আৰু এলাহ ত্যাগ নকৰে তেতিয়ালৈকে কোনো দৰৱ-জাতিয়ে বা অস্ত্ৰোপচাৰে নাইবা জৰা-ফুকা, মন্ত্ৰ-তাবিজে গুণ-নিদিয়ে, তেতিয়া

সিহঁতে এনেদৰে সঁচা কথা কোৱাবোৰক হে পৰম শত্ৰু বুলি গণ্য কৰে। ইও এক বিভোপন কথা নহয় নে?"

তেওঁ উত্তৰ দিলে, "এইটোকে বিভোপন জীৱন বুলিব নোৱাৰি দেও। সজ উপদেশ দিওঁতাক দেখিব নোৱৰা হোৱাটোত কোনো সৌন্দৰ্য্য থাকিব নোৱাৰে।"

"এই বিধ মানুহক তুমি বোধকৰোঁ পচন্দ নকৰাঁ?"

"নাই। কেতিয়াও নকৰোঁ।"

"সেইটোৱেই যদি হয় তেন্তে আমি অলপ আগতে কোৱা নিচিনাকৈ গোটেই ৰাজ্যখনে একে ধৰণে আচৰণ কৰাটো তুমি ভাল নোবোলাঁ। কিন্তু, নিকৃষ্ট বিধৰ শাসন চলা ৰাজ্য এখনলৈ কেতিয়াবা মন কৰিছাঁ নে? এনে ৰাজ্যত প্ৰাণদণ্ডৰ ভয় দেখুৱাই সকলো নাগৰিককে আগতীয়াকৈ সতৰ্ক কৰি দিয়া হয় যাতে কোনোৱে ৰাজ্যৰ সংবিধান পৰিৱৰ্তন কৰাৰ চেষ্টা নকৰে। ৰাজ্যই এনে কাম কৰাটো জানো ৰুগীয়া মানুহৰ দৰেই আচৰণ কৰাৰ নিচিনা নহয়? এনে ৰাজ্যত, চলিত ব্যৱস্থা মানি চলি চৰকাৰৰ মন যোগোৱা আৰু, চাটুক্তি আৰু তোষামোদ কৰি সুবিধা আদায় কৰাৰ বুধি থকা মানুহকে সততে অতি সুন্দৰ মানুহ আৰু মহান জ্ঞানী বুলি ধৰা হয় আৰু তেনে মানুহেই এনে চৰকাৰৰ পৰা সম্মানো লাভ কৰে। নহয় জানো?"

উত্তৰত তেওঁ ক'লে, "হয়। এনে চৰকাৰ আৰু ৰুগীয়া মানুহৰ মাজত মই একো পাৰ্থক্য নেদেখোঁ। এনেবিধৰ আচৰণো সমৰ্থন কৰিব নোৱাৰি।"

"কিন্তু, আনহাতে যি সকলে আগবাঢ়ি আহি এনেভাৱে ৰাজ্যৰ সেৱা কৰিবলৈ আগ্ৰহ কৰে সেই সকলৰ সাহস আৰু দক্ষতাক জানো প্ৰশংসা নকৰিবাঁ?"

"কৰিম। কিন্তু যেতিয়া অনেকৰপৰা প্ৰশংসা লাভ কৰি সিহঁতে নিজকে প্ৰকৃত ৰাষ্ট্ৰনায়ক বুলি গণ্য কৰিব তেতিয়া নহয়।"

"এইটো আকৌ কি কথা কৈছাঁ? সিহঁতৰ প্ৰতি আৰু অকণো কৰুণা নেদেখুৱাবাঁই নে? জোখমাখৰ কোনো জ্ঞান নথকা মানুহ এটাক যেতিয়া তাৰ নিচিনাই আন এসোপাই আহি কয় যে সি

হ'ফুট ওখ তেতিয়া সি সিমান ওখ বুলি ভাবিব পাৰিব বুলি জানো তুমি আশা কৰিবা ?"

"ওহোঁ। সেইটো অসম্ভৱ।"

"তেনেহ'লে, সিহঁতৰ ওপৰত কষ্ট নহবাঁচোন বাৰু। ভাবি চোৱাঁচোন, এইবিধেই জানো আচলতে আমোদজনক পুৰুষ নহয় ? আমি যে উল্লেখ কৰিছিলোঁ বিষয়বোৰ, সেইবোৰতে ইহঁতে উৰাই-ঘূৰাই আইন প্ৰণয়ন কৰিব আৰু আকৌ বাৰেপতি তাকে সংশোধন কৰিব। তেনে আইন কৰিয়েই সিহঁতে ভাবিব কোনো মানুহেই চুক্তি ভঙ্গ কৰিব বা অন্য প্ৰকাৰে কাৰো অনিষ্ট কৰিব নোৱাৰে। কিন্তু সিহঁতে এইটো ভাবি নেচায় যে এঠাইত কাটিলে সাত ঠাইত সেইবোৰ গজিবগৈ।"

"সঁচা কথা। সিহঁতে নো আৰু তাতকৈ কি কৰিব ?"

"সেই গতিকেই মোৰ মতে হ'লে ৰাজ্যৰ সংগঠন ভালেই হওক বা বেয়াই হওক, প্ৰকৃত বিধায়কে আইন আৰু শাসনৰ এইবোৰ কথাত মুৰ ঘমোৱাৰ কোনো দৰকাৰ নপৰে। কথা হ'ল, ৰাজ্যৰ সংগঠন বেয়া হ'লে এইবোৰ বাধা-নিষেধৰ কোনো অৰ্থই নহয়। আৰু সেইবোৰৰপৰা কাৰো একো উপকাৰো নহয়। আনহাতে, ৰাজ্য সুসংগঠিত হ'লে নাগৰিকৰ গাত শিক্ষাৰ সদ্গুণ থাকিবই। তেতিয়া তেওঁলোকে নিজে-নিজেই যি আইন লাগে কৰিব আৰু সকলোৱেই স্বভাৱতঃ সেইবোৰ মানি চলিব।"

তেতিয়া তেওঁ সুধিলে, "তেতিয়াহ'লে আমি বিধায়ক হিচাপে কৰিবলগীয়া নো আৰু কি বাকী থাকিলগৈ ?"

মই উত্তৰ দিলোঁ, "আমি কৰিবলৈ একো নাই। কিন্তু ডেলফীয় এপলোৰ বাবে আইন প্ৰণয়নৰ ক্ষেত্ৰত অতিশয় গুৰুত্বপূৰ্ণ, মহৎ আৰু সৰ্বোচ্চ কাম কেইটা বাকী থাকিব।"

"সেইবোৰ নো আকৌ কি ?"

"সেইবোৰ হ'ল, মন্দিৰ নিৰ্ম্মাণ কৰা, দেৱতা-উপদেৱতা আৰু বীৰৰ সম্মানাৰ্থে কি কি বলিদান হ'ব লাগিব কোন বিধ সমাৰোহৰ আয়োজন হ'ব সেইবোৰ নিৰ্ণয় কৰা, মৃতকৰ সৎকাৰ কৰাৰ পদ্ধতি নিৰ্ণয় কৰা আৰু পৰলোকৰ বাসিন্দাসকলক সন্তুষ্ট কৰিবৰ বাবে

পালন কৰিবলগীয়া ৰীতি-নীতি নিৰ্দ্ধাৰণ কৰা। কিন্তু এইবোৰ বিষয় হ'ল আমাৰ জ্ঞানৰ বাহিৰ। এতেকে ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ যাওঁতে এনেবোৰ কথাত আমাৰ দেশৰ পৌৰাণিক দেৱতাসকলে যি মত দিছে বা যি ধৰণে নিৰ্দ্দেশ দিছে সেইমতে চলাহে উচিত হ'ব। এই নিৰ্দ্দেশেই হ'ল সৰ্ব্বজ্ঞ দেৱতাই পৃথিৱীৰ সোঁমাজত থকা অম্ফেলচৰ আসনত বহি এইবোৰ বিষয়ত সমগ্ৰ মানৱজাতিৰ বাবে দিয়া নিৰ্দ্দেশ।"

"একেবাৰে ঠিক কথা কৈছা। আমি সেইমতে হে কৰা উচিত।"

"হেৰা এৰিষ্টনৰ পুত্ৰ! তেনেহ'লে আমাৰ ৰাজ্যৰ সংগঠন কাৰ্য্য সম্পূৰ্ণ হৈছে। এতিয়া ইয়াৰ পাচত তোমাৰ কাম হ'ল ইয়াক পৰীক্ষা কৰা। ক'ত কি পোহৰ বিচাৰি পোৱা চোৱাঁ। তোমাৰ ভায়েৰা পলেমাৰ্কচ আৰু বাকী লগৰীয়া সকলবো সহায় লোৱাঁ। লৈ, আমি উলিয়াবলৈ চেষ্টা কৰোঁহক ৰাজ্যৰ ভিতৰত ন্যায় ক'ত থাকে আৰু অন্যায়েই বা ক'ত থাকে, ন্যায়-অন্যায়ৰ মাজত কোনখিনিত পাৰ্থক্য আছে, জীৱনত সুখী হ'ব খোজাজনৰ গাত এই ছুটাব কোনটো থাকিব লাগে আৰু মানুহ, দেৱতা উভয়েই এই বিষয়ে জানে নে নেজানে।"

গ্লকনে তেতিয়া ক'লে, "ওহোঁ। সেইদৰে নহ'ব। কেলৈ, তুমিয়েই দেখোন অনুসন্ধান কৰিবলৈ লওঁতেই কৈছিলা বোলে ন্যায়দেবীক সকলো প্ৰকাৰে সহায় নকৰিলে তোমাৰ গাত পাপ লাগিব।"

মই ক'লোঁ, "এৰা, এতিয়া মোৰ মনত পৰিছে, সেইবুলি কৈছিলোঁ। গতিকে সেইদৰেই কৰিব লাগিব। কিন্তু তোমালোকেও সহায় কৰিব লগিব হ'লে।"

"আমিও বাৰু সহায় কৰিম।"

"মোৰ বিশ্বাস সেইদৰে অনুসন্ধান কৰিলে হে আমাৰ লক্ষ্যবস্তুটো বিচাৰি পামগৈ। বাৰু, আমাৰ ৰাজ্যখন উচিত ৰূপত সংগঠন কৰা হৈছেই যেতিয়া নিশ্চয় সম্পূৰ্ণ অৰ্থত আদৰ্শ ৰাজ্যই হ'ব।"

"নিশ্চয় হ'ব।"

"অৰ্থাৎ এই ৰাজ্য হ'ব জ্ঞানী, নিৰ্ভীক, সংযমী আৰু ন্যায্য।

তেন্তে, এইবোৰ গুণৰে যদি কেইটামান ৰাজ্যৰ গাত পাওঁহক, এইবোৰৰ বাদে বাকী থকাবোৰেই হ'ল লুকাই থকা গুণ।"

"তেন্তে ধৰাঁ জানিবাঁ কোনোবা এটা বস্তুৰ ভিতৰত যেই কোনো চাৰিটা বস্তু সোমাই আছে আৰু জানিবাঁ তাৰে এটা আমি বাহিৰ কৰিব খুজিছোঁ। বাকী তিনিটা বাহিৰ কৰাৰ আগতেই আমি বিচৰা বস্তুটো পালে আনন্দৰ কথা হ'ব। কিন্তু যদি বাকী তিনিটা হে আগধৰি বিচাৰি পাওঁ, তেতিয়াও আমি বিচৰা বস্তুটো পামহঁক; কিয়নো, পাবলৈ বাকী থকাটোৱেই যে আমি বিচৰাটো বস্তু সেইটো আৰু নক'লেও হ'ব।"

"তুমি ঠিক কৈছাঁ।"

"তেনেহ'লে, এতিয়া আমি যি অনুসন্ধান কৰিব খুজিছোঁ সেই ক্ষেত্ৰতো এই একে পদ্ধতিকে ল'ব নেলাগিব জানো?—যিহেতু এই ক্ষেত্ৰতো চাৰিটা গুণেই আছে।"

"হয় লাগিব।"

"তেনেহ'লে আৰম্ভ কৰোঁহক। প্ৰথম কথা হ'ল—আমাৰ ৰাজ্যত জ্ঞান ক'ত আছে সেইটো দেখদেখকৈ ওলাই আছে। পিছে, কথা হ'ল, লগতে বিপৰীত ধৰ্ম্মী বস্তু এটায়ো দেখা দিছে।"

"সেইটো আকৌ কি?"

"মই যদি বুজাত ভুল কৰা নাই, আমি যিখন ৰাজ্যৰ বৰ্ণনা দিছোঁ সেইখন প্ৰকৃতপক্ষে বিজ্ঞ হ'বলৈ হ'লে সুবিবেচিত পৰামৰ্শ দিবপৰাও হ'ব লাগিব। হয়নে নহয় বাৰু?"

"হয়।"

"আৰু ঠিক এই গুণটোও অৰ্থাৎ পৰামৰ্শদানত সুবিবেচনাও হ'ল এবিধ জ্ঞান। অজ্ঞানতাৰপৰা সুবিবেচনা উৎপত্তি হ'ব নোৱাৰে, জ্ঞানৰপৰাহে হ'ব। এই জ্ঞানৰ বলতেই মানুহে সুবিবেচনা কৰে।"

"সঁচা কথা।"

"কিন্তু ৰাজ্যত বহুত বিধৰ জ্ঞান আছে।"

"নিশ্চয় আছে।"

"তেনেহ'লে, ৰাজ্যত থকা কাঠমিস্ত্ৰীবোৰৰ জ্ঞানৰ গুণতেই ৰাজ্যখনক বিজ্ঞ বুলিব বা পৰামৰ্শদানত সুবিবেচক বুলিবপৰা হ'ব নে?"

"কেতিয়াও হ'ব নোৱাৰে। কাৰণ এনে জ্ঞানৰ অধিকাৰী হ'লে ৰাজ্যখনক অতি বেচি উত্তম কাঠমিস্ত্ৰীবিদ্যাৰ ৰাজ্য বুলিব হে পৰা হ'ব।"

"অৰ্থাৎ, ভাল কাঠৰ নাও এখন কেনেকৈ সুন্দৰকৈ সাজিব পাৰি সেই কথা বিবেচনা কৰিবলৈ যি জ্ঞান প্ৰয়োগ কৰা হয় তেনে জ্ঞানৰ ভিত্তিত আমাৰ ৰাজ্যক বিজ্ঞ বুলিব নোৱাৰোঁ।"

"ওহোঁ নোৱাৰোঁ।"

"তেন্তে এই জ্ঞান, পিতল বা আন বস্তুৰে সজা নাৱৰ বিষয়ে থকা জ্ঞান হ'ব নেকি ?"

"নহয়। সেইবোৰ জ্ঞানো নহয়।"

"সেইদৰেই তেন্তে পথাৰৰ শস্য উৎপাদন কৰা পদ্ধতিৰ বিষয়ে থকা জ্ঞানৰ বাবেও ৰাজ্যক জ্ঞানী আখ্যা দিব নোৱাৰি। এনে জ্ঞান থাকিলে এখন উন্নতিশীল কৃষি-ৰাজ্য হে হ'বগৈ পাৰে।"

"ওঁ, মইও সেইদৰেই ভাবোঁ।"

"বাৰু কোৱাঁচোন। আমাৰ নৱপ্ৰতিষ্ঠিত ৰাজ্যত নাগৰিকসকলৰ মাজত কোনোবা শ্ৰেণীয়ে এনে এবিধ জ্ঞানৰ অধিকাৰী হৈছে নে যি জ্ঞানে ৰাজ্যৰ আভ্যন্তৰীণ আৰু বৈদেশিক সম্পৰ্ক সুনিয়ন্ত্ৰিত কৰাৰ উপায় নিৰ্ণয় কৰি লয় আৰু তাৰ পিচত যি কোনো কাম কৰোঁতে ৰাজ্যৰ ভিতৰৰ কেনো বিশেষ স্বাৰ্থৰ বাবে কাম নকৰি সদায় সমগ্ৰ ৰাজ্যৰ স্বাৰ্থত কাম কৰে ?"

"কিয় নাই, আছে।"

"তেন্তে, সেইবিধ জ্ঞাননো কি ? ইয়াৰ গৰাকী কোন ?"

"এইবিধ জ্ঞানেই হ'ল আমাৰ ৰক্ষাকাৰী জ্ঞান আৰু এই জ্ঞান থাকে আমাৰ শাসক শ্ৰেণীৰ অধিকাৰত। এই শ্ৰেণীকে আমি এইমাত্ৰ আদৰ্শ ৰাজ্যপালক বুলি কৈছিলোঁহক।"

"তেনেহ'লে সেই জ্ঞান থাকিলে ৰাজ্যখনক কি বুলি কবাঁ ?"

"তেতিয়া ৰাজ্যখনক সুবিবেচক পৰামৰ্শদাতা আৰু প্ৰকৃততে সুবিজ্ঞ বুলি ক'ম।"

"পিচে আমাৰ ৰাজ্যত কোনটো শ্ৰেণীৰ মানুহৰ সংখ্যা সৰহ হ'ব বুলি ভাবাঁ ? কাৰিকৰ শ্ৰেণীৰ নে প্ৰকৃত ৰাজ্যপালক শ্ৰেণীৰ ?"

"কাৰিকৰৰ সংখ্যা অপাৰ বেচি হ'ব।"

"তেনেহ'লে, বিভিন্ন বিধ জ্ঞানৰ অধিকাৰী হোৱা আৰু সেই অনুসৰি বিভিন্ন নামধাৰী বিভিন্ন শ্ৰেণীৰ ভিতৰত ৰাজ্যপালক শ্ৰেণীয়েই সকলোতকৈ সংখ্যাত সৰু হ'ব নেকি?"

"হ'ব।"

"তেন্তে আটাইতকৈ মুষ্টিমেয় শ্ৰেণী বা তেনেই সৰু ভাগ অৰ্থাৎ প্ৰধান তথা শাসক-বৰ্গৰ অধিকাৰত থকা জ্ঞানৰ যহতেই ৰাজ্য এখনক ৰাজ্যস্বৰূপে বিজ্ঞ বোলা হয়। এনে ৰাজ্যৰ সংগঠন কৰোঁতেও প্ৰকৃতিৰ নিয়ম মানি হে কৰিব লাগিব। তদুপৰি বিভিন্ন জ্ঞানৰ ভিতৰত একমাত্ৰ যি বিধক প্ৰকৃততে জ্ঞান বুলিব পাৰি সেই বিধ জ্ঞান ভোগ কৰাৰ অধিকাৰ আৰু কৰ্ত্তব্য হ'ল এই শ্ৰেণীৰ, অৰ্থাৎ, ৰাজ্যত থকা আটাইতকৈ মুষ্টিমেয় বৰ্গটোৰ।"

"একেবাৰে সঁচা কথা।"

"এতিয়া, চাৰিবিধ গুণৰ ভিতৰত এবিধক আমি যেনেতেনে প্ৰকাৰে উলিয়ালোঁহক। লগতে, ৰাজ্যৰ যি অংশত এই গুণ থিত লয় তাকো পালোঁহক।"

তেওঁ তেতিয়া ক'লে, "মই ভবাত আমি ঠিকমতেই উলিয়াব পাৰিছোঁ।"

"তেনেহ'লে, ইয়াৰ পাচত এতিয়া সাহসী গুণটো বিচাৰি উলিয়াবলৈ আৰু কোন শ্ৰেণীত এই গুণ থাকে তাক উলিয়াবলৈ বিশেষ অসুবিধা হ'ব নেলাগে। এইটো গুণৰ অধিকাৰী হ'ব পাৰিলেই ৰাজ্যই সাহসীৰাজ্য নাম পায়।"

"এইটো কেনেকৈ হ'ব?"

"ৰাজ্য এখনক সাহসী বা ভীৰু বুলিবলৈ যাওঁতে আমি কিহৰ পিনে চাম? ৰাজ্যৰক্ষাৰ বাবে ৰাজ্যৰ যি অংশই যুদ্ধ কৰে আৰু নগৰৰ হকে যুদ্ধক্ষেত্ৰলৈ যায় সেইখিনিলৈকে নেচাই অইনলৈ চাম জানো?"

"অইনৰ ফালে আৰু কোনে চাব?"

"সেইবাবেই মই ভাবোঁ ৰাজ্যৰ ভীৰুতা বা সাহস বুলিলে যিটো বুজায় সেইটো অন্যান্য শ্ৰেণীত নাথাকিবও পাৰে।"

"নাই। নাথাকে।"

"এতেকে ৰাজ্যৰ কোনোবা একাংশৰ গাত থকা ক্ষমতাৰ বাবেই ৰাজ্যখন সাহসী আৰু বিজ্ঞ হ'ব পাৰে। মানুহে সচৰাচৰ ভয় কৰি চলিব লগা কথাবোৰৰ বিষয়ত যিবিলাকক শুদ্ধমত বুলি ধৰা হয় সেইবোৰক এই ক্ষমতাৰ বলত সদায় নিৰাপদ কৰি ৰখা হয়। লগতে এই ক্ষমতাৰ বলত এইটোও সকলোকে বুজাই দিয়া হয় যে আইন প্ৰণেতাৰ নিৰ্দ্দেশত যি ঘোষণা কৰা হৈছে সিয়েই হ'ল শুদ্ধমত। তুমি সাহস বোলা বস্তুটো জানো এই ক্ষমতায়েই নহয়?"

"তুমি কি ক'লা মই ভালকৈ বুজিব নোৱাৰিলোঁ। আকৌ এবাৰ কোৱাঁচোন।"

"মই এইটোকে কৈছোঁ যে সাহস মানে এবিধ নিৰাপত্তাৰক্ষী-কাৰ্য্য।"

"কেনেকুৱা নিৰাপত্তাৰক্ষী-কাৰ্য্য?"

"আইনৰ দ্বাৰা মত তৈয়াৰ কৰা হয় আৰু শিক্ষাৰ যোগে মত নিৰাপদে ৰখা হয়। কি কি আৰু কেনে বিধ কথালৈ মানুহে ভয় কৰি চলিব লাগে তাকে শিক্ষাই শিকায়। আৰু মই যেতিয়া অবিৰাম নিৰাপত্তা ৰক্ষাৰ কথা কৈছিলোঁ তাৰ অৰ্থ আছিল এইটোৱেই যে সুখ-দুখ, আশা-ভয়ৰ সকলো সময়তে একেবাৰে সম্পূৰ্ণৰূপে এই মত নিৰাপদে ৰক্ষা হ'ব লাগিব আৰু কেতিয়াও কোনেও এই মত এৰিব নোৱাৰিব। এয়েই হ'ল নিৰাপত্তা-ৰক্ষা কাৰ্য্য। বুজিলা নে? লাগিলে উপমা দিও বুজাই দিব পাৰোঁ।"

"উপমা এটা দিয়াঁচোন। মোক লাগে।"

"বাৰু তেনেহ'লে। তুমি তো জানাই যে যি সকলে কাপোৰত ৰং বোলোৱা ব্যৱসায় কৰে তেওঁলোকে যেতিয়া উলত ৰং দি সাইলাখ হেঙুলীয়া বৰণ তুলিব খোজে তেতিয়া নানাবিধ ৰঙৰ উলৰ মাজৰপৰা বিশেষ এবিধ অৰ্থাৎ বগা উল বাছি লয় আৰু তাৰ পিচত সেই উল খুব সাৱধানেৰে ধুই লয়—যাতে ৰংটো যিমান সম্ভৱ উজ্জলকৈ ধৰে। তাৰ পিচত হে তেওঁলোকে উলত ৰং দিয়ে। এই প্ৰণালীত উলৰ ৰং দিলে একেবাৰে পকা হৈ পৰে। চাবোনেৰে ধোৱক বা এনেয়েই ধোৱক সেই ৰঙৰ উজ্জলতা আৰু কেতিয়াও

কমি নেযায়। কিন্তু যেতিয়া এই প্ৰণালীত ৰং কৰা নহয় আৰু লাগতিয়াল আগতীয়া ব্যৱস্থা নোলোৱাকৈ এইটো ৰঙকে নাইবা অন্য ৰঙকে লগোৱা হয় তেতিয়া কি হ'ব জানাই নহয়?"

"ওঁ, তেতিয়া পানীত ধুলেই ৰং নাইকিয়া হৈ যাব।"

"যোদ্ধাসকলক বছা আৰু সিহঁতক সঙ্গীত আৰু ব্যায়াম শিক্ষা দিয়াৰ ক্ষেত্ৰত কিহৰ বাবে আমি যৎপৰোনাস্তি চেষ্টা কৰিছিলোঁ তাক এতিয়া এই কথাৰপৰাই তুমি বুজি পাবাঁ। ধৰা জানিবা, এই যোদ্ধাবোৰক প্ৰশিক্ষণ দি এনে ধৰণৰ কৰি পেলোৱা হ'ল যে সিহঁতে অইনৰ ৰংটো হুবহু লৈ একেবাৰে মিলি গ'ল। তেতিয়া সিহঁতৰ চৰিত্ৰ আৰু প্ৰশিক্ষণৰ মিল হৈ পৰাৰ বাবে মানুহে ভয় কৰিব-লগীয়া সকলো কথাৰ বিষয়ত সিহঁতৰ ধাৰণাও একে হৈ মনত পকা ৰঙৰ দৰে বহি গ'ল। আনহাতে সম্ভোগৰ চোক হ'ল ক'লাখাৰ বা খাৰ-পানীতকৈও উগ্ৰ। সেইদৰে দুখ, ভয় আৰু অভিলাষ এইবোৰো পৃথিৱীৰ যেই কোনো দ্ৰাৱতকৈ অনেক চোকা। এনে বিধৰ উগ্ৰ দ্ৰাৱকেও সিহঁতৰ ৰংটো ধুই নিব নোৱৰা কৰিব লাগিব। এতেকে ভয় কৰিব লগা আৰু ভয় কৰিব নলগা সকলো কথাৰ বিষয়ত থকা শুদ্ধ আৰু আইনসিদ্ধ মত সকলো অৱস্থাতে সদায় দৃঢ়ভাৱে ধৰি থকাৰ শক্তিকে মই সাহস আখ্যা দিছোঁ! আপত্তি নাই যদি তুমিও সেইটোকে গ্ৰহণ কৰিব পাবাঁ।"

"নাই, মোৰ কোনো আপত্তি নাই। কিয়নো, শিক্ষা নোপোৱাকৈ যদি কোনোবাই এইবোৰ বিষয়ত শুদ্ধ মত দিবলৈ চেষ্টা কৰে—যেনেকৈ জন্তু আৰু গোলামে কৰে—তেতিয়া তুমি নিশ্চয় সেইটো উচিত বুলি নক'বাঁ। তেনে ক্ষেত্ৰত তুমি সাহস বুলি নকৈ তাক অইন কিবা নাম হে দিব লাগিব।"

"ঠিক কৈছা।"

"তেনেহ'লে সাহসৰ এই বৰ্ণনা আমি গ্ৰহণ কৰোঁ?"

"কৰা। অন্ততঃ নাগৰিকৰ সাহসৰ বৰ্ণনা হিচাপে গ্ৰহণ কৰিলে শুদ্ধ হ'ব। লাগিলে পিচত আকৌ এই বিষয়টো আমি আৰু বিতংকৈ আলোচনা কৰিম্হঁক। এতিয়া সেইটোৰ দৰকাৰ নাই। এতিয়া আমাৰ অনুসন্ধানৰ বিষয় হ'ল ন্যায়। মোৰ বোধেৰে

ইতিমধ্যে সাহসৰ সম্পৰ্কে যথেষ্ট আলোচনা কৰা হৈয়েই গৈছে।”

“ঠিক কৈছা।”

মই তেতিয়া ক'লোঁ, “বিচাৰি উলিয়াবলৈ ৰাজ্যৰ ভিতৰত আৰু দুটা কথা বাকী থাকিল। তাৰে এটা হ'ল পৰিমিতাচাৰ। আৰু আনটো হ'ল ন্যায়। এই ন্যায়েই হ'ল সকলো অনুসন্ধানৰ মূল বস্তু।”

“হয়। হয়।”

“বাৰু। পৰিমিতাচাৰ সম্পৰ্কে অধিক বিচাৰ নকৰাকৈ ন্যায় ক'ত আছে, কি উপায়েৰে উলিয়াব পাৰি তাকে চাওঁহকচোন। কি বোলা ?”

তেওঁ ক'লে, “মই হ'লে এই বিষয়ে একো নেজানো। অৱশ্যে, ন্যায়ৰ অনুসন্ধান কৰিব নেলাগে বুলি হে ভাবোঁ। কাৰণ, এতিয়াই ন্যায় অনুসন্ধান কৰিবলৈ ল'লে পিচত আৰু অনুসন্ধান অৰ্থহীন হৈ যাব পাৰে। গতিকে যদি হে তুমি মোক বুজাব খুজিছা তেন্তে ন্যায়ৰ বিষয়ে অনুসন্ধান কৰাৰ আগতে পৰিমিতাচাৰৰ আলোচনা হে কৰিব লাগে।”

“বেচ কৈছা। মইও পোনবাটে হে যাব খোজোঁ। এতেকে মইও তাকে হে বিচাৰোঁ।”

“এতিয়া তেনেহ'লে বিচাৰ আৰম্ভ কৰা।”

“কৰোঁ বাৰু। আমি এতিয়া যি মতে বিচাৰিছোঁ সেইমতে, আগৰ গুণবোৰতকৈ পৰিমিতাচাৰত মিলন বা সমন্বয়ৰ প্ৰকাশ বেচিকৈ দেখা পোৱা যায়।”

“কেনেকৈ ?”

“পৰিমিতাচাৰ হ'ল এবিধ শৃঙ্খলা আৰু সৰ্ব্বসাধাৰণৰ ভাষাত ক'বলৈ গ'লে, ভোগ-বিলাসৰ আকাঙ্ক্ষা দমন কৰিবপৰা ক্ষমতা। সাধাৰণতে কোৱা হয় বোলে মানুহ নিজৰ ওপৰত নিজেই গৰাকী। এই ক্ষমতাৰ উল্লেখ আন ভালেমান কথাতো আছে। হয় নে নহয় বাৰু ?”

“হয়। কিয় নহ'ব ?”

“কিন্তু, এই ‘নিজৰ ওপৰত কৰ্তৃত্ব’ বোলা কথাষাৰ অৰ্থহীন নহয় জানো ? যদিহে মানুহ এজন নিজৰ কৰ্ত্তা হ'ব পাৰে তেন্তে তেওঁ

নিজৰ গোলামো হ'ব পাৰিব। আৰু তেতিয়া গোলামেই হ'ব প্ৰভু; কিয়নো এই উভয় ক্ষেত্ৰত একে জনেই কৰ্ত্তা।"

"হ'বই।"

মই আকৌ ক'লোঁ, "মই দেখাত এই কথাষাৰৰ অৰ্থ হ'ব এনেকুৱা—মানুহৰ নিজৰ গাতেই অৰ্থাৎ তেওঁৰ আত্মাৰ ভিতৰতেই সুনীতি আৰু কুনীতি উভয়েই থাকে। আৰু কুনীতিৰ ওপৰত যেতিয়া স্বাভাৱিকতে সুনীতিয়ে আধিপত্য স্থাপন কৰে তেতিয়া সেই অৱস্থাকে 'নিজৰ ওপৰত কৰ্ত্তৃত্ব থকা' বুলি বৰ্ণনা কৰা হৈছে। এই অৰ্থত কথাষাৰ নিশ্চয় প্ৰশংসাসূচক উক্তি। কিন্তু কুপ্ৰশিক্ষণৰ পৰিণামত নাইবা লগৰীয়াৰ কুপ্ৰভাৱত যেতিয়া কুনীতিৰ সংখ্যাধিক শক্তিৰ হাতত সুনীতি পৰাজিত হয় তেতিয়া মানুহজন যিটো অৱস্থাত পৰে তাকে 'স্বাৰ্থৰ দাস', 'অনাচাৰী' আদি গ্লানি আৰু নিন্দাসূচক কথাৰে বৰ্ণোৱা হয়।"

"হয়। এনে বৰ্ণনাই স্বাভাৱিক।"

"এতিয়া আমাৰ নতুন ৰাজ্যৰ ফালে চকু দিয়াঁচোন। এনেকুৱা এটা পৰিস্থিতিকেই তাতো দেখিবলৈ পাবাঁ। কুনীতিৰ ওপৰত সুনীতিৰ শাসনকে যদি আমি পৰিমিতাচাৰ আৰু আত্মসংযম বুলি ঠাৱৰ কৰিব পাৰোঁ, তেতিয়া হ'লেই আমাৰ নতুন ৰাজ্যখনকো 'নিজৰ ওপৰত শাসন থকা' বুলি ক'বলৈ তোমাৰ কোনো আপত্তি নহ'ব।"

"তুমি কোৱামতেই মইও চাইছোঁ আৰু তোমাৰ কথাৰ সত্যতাও স্বীকাৰ কৰিছোঁ।"

"পিচে ইয়াৰ লগতে আৰু এটা কথা দেখা পাবাঁ। অনেক তৰহৰ যিবোৰ কামনা-বাসনা, শোক-বেজাৰ আছে সেইবোৰ হ'ল আচলতে ল'ৰা-ছোৱালী, তিৰোতা, আৰু চাকৰ-নাকৰৰ লক্ষণ। ইতৰ শ্ৰেণীৰ লোক তথা নামত স্বাধীন মানুহ হৈ থকা সকলৰ মাজতো এই লক্ষণ দেখা পোৱা যায়।"

"একেবাৰে সঁচা।"

"আনহাতে আছে এবিধ সৰল, সংযত কামনা-বাসনা। এনে কামনা-বাসনাই বিবেকৰ শাসন মানি চলে আৰু জ্ঞান আৰু শুদ্ধ

বিচাৰৰ লগত থাকে। কিন্তু নিচেই সামান্য সংখ্যক লোকত হে এইবোৰ পোৱা যায়, অৰ্থাৎ যিসকল জন্মগত প্ৰতিভাৰ অধিকাৰী আৰু সুশিক্ষিত তেওঁলোকৰ গাত হে।”

“ঠিক কৈছা।”

“তোমাৰ ৰাজ্যতো জানো একেটা কথাকে মন কৰা নাই? অৰ্থাৎ সংখ্যাধিক ইতৰ মানুহৰ কামনা-বাসনাকে জানো লেখৰ সাধক-সকলৰ ইচ্ছা আৰু প্ৰজ্ঞাই শাসন কৰা নাই?”

“হয়, মন কৰিছোঁ।”

“এতেকে কোনোবা ৰাজ্যক যদি আত্মশাসিত তথা নিজৰ কামনা-বাসনাক দমন কৰিবপৰা বুলি ক’ব পাৰি তেন্তে আমাৰ ৰাজ্যখনকে সেই বুলি নিশ্চয় ক’ব পৰা হ’ব।”

“নিশ্চয় পৰা হ’ব।”

“তেনেহ’লে, এই বাবেই আমাৰ ৰাজ্যক পৰিমিতাচাৰী বুলিও ক’ব নোৱাৰিম জানো?”

“নিশ্চয় পাৰিম।”

“আকৌ, শাসনকাৰ্য্য কোনে চলাব সেই বিষয়ত শাসকশ্ৰেণী আৰু শাসিতশ্ৰেণীৰ মাজত ঐক্যমত যদি কোনোবা ৰাজ্যত থাকিব পাৰে তেন্তে সেই ঐক্যমত আমাৰ খনতে থাকিব। তুমিও এইদৰেই নেভাবাঁ জানো?”

“কেলৈ নেভাবিম?”

“তেন্তে এনে অৱস্থাত থাকিলে নাগৰিক দুশ্ৰেণীৰ ভিতৰত কোন শ্ৰেণীত পৰিমিতাচাৰ দেখা পোৱা যাব বাৰু? শাসকশ্ৰেণীৰ গাত নে শাসিতশ্ৰেণীৰ গাত?”

“মই ভাবোঁতে উভয়ৰে গাতে থাকিব।”

“এতিয়া বুজিলা নহয়, পৰিমিতাচাৰো এবিধ সমন্বয় হে বুলি কওঁতে তেনেহ’লে আমি ঠিকেই ধৰিছিলোঁ।”

“কি কাৰণে?”

“কাৰণটো হ’ল ই সাহস আৰু জ্ঞানৰ দৰে কাম নকৰে। সাহস আৰু জ্ঞান প্ৰত্যেকেই ৰাজ্যৰ নিৰ্দ্দিষ্ট শ্ৰেণীত থাকে। সাহস যি শ্ৰেণীত থাকে তাক সাহসী আৰু জ্ঞান যি শ্ৰেণীত থাকে তাক

বিজ্ঞ কৰে। কিন্তু পৰিমিতাচাৰে সমগ্ৰ ৰাজ্যতে সম্যকভাৱে বিস্তাৰ হৈ দুৰ্ব্বল, বলৱান আৰু মধ্যবৰ্ত্তী সকলো শ্ৰেণীৰ মাজত সমন্বয় স্থাপন কৰে। জ্ঞানশক্তি, দৈহিক শক্তি, সংখ্যা, ধন-সম্পত্তি বা অন্যান্য যিহৰে নিৰিখতেই জোখা, এই সমন্বয় বিচাৰি পাবোঁ। এতেকে পৰিমিতাচাৰক ঐক্যমত বুলি সিদ্ধান্ত কৰোঁতে আমাৰ ভুল হোৱা নাছিল। ৰাজ্যতে হওক বা ব্যক্তিবিশেষতে হওক, সাহস আৰু জ্ঞানৰ কোনটো উপাদানে শাসন কৰা উচিত সেই বিষয়ত স্বভাৱতঃ উত্তম উপাদান আৰু স্বভাৱতঃ অধম উপাদানৰ মাজত হোৱা ঐক্যমতকে আমি পৰিমিতাচাৰ বুলি কৈছিলোঁ।”

“এই কথাতো তোমাৰ লগত মই সম্পূৰ্ণ একমত।”

“বাৰু তেনেহ’লে। তোমাৰ ৰাজ্যত থকা চাৰিবিধ গুণৰ তিনিবিধ বিচাৰি পালোঁ—অন্ততঃ পোৱা যেন লাগিছে। এতিয়া অৱশিষ্ট গুণটো কি হ’ব, অৰ্থাৎ আৰু কি গুণটো হ’লে ৰাজ্যৰ উত্তমতা সম্পূৰ্ণ হ’ব? ন্যায়েই যে এই অৱশিষ্ট গুণ সেইবিষয়ে জানো কিবা সন্দেহ আছে?”

“সেই কথা দেখোন ওলায়েই আছে।”

“তেনেহ’লে গ্লকন, এতিয়া আমি জালৰ চাৰিওফালে থকা চিকাৰী হৈ পৰিছোঁহি। ন্যায়ৰ ওপৰত এতিয়া চোকা নজৰ ৰাখিব লাগিব যাতে ন্যায়দেৱীয়ে কোনো ফালেই পলাই সাৰিব নোৱাৰে নাইবা কেনিও অন্তৰ্ধান হ’ব নোৱাৰে। এই ধৰা পৰে হে লাগে, ন্যায়দেৱী এইখিনিতে ক’ৰবাত আছে। গতিকে চোৱাঁ। ভালকৈ চোৱাঁ। হয়তো তুমিয়েই প্ৰথমে দেখিবলৈ পাবাঁ। দেখামাত্ৰেই মোক সঙ্কেত দিবাঁ।”

তেওঁ উত্তৰ দিলে, “মই পৰা হ’লে ভালেই আছিল। কিন্তু, মোক তোমাৰ খোজ অনুসৰণকাৰী বুলি আৰু তুমি দেখুৱাই নিদিয়ালৈকে একো দেখাৰ সমৰ্থ মোৰ নাই বুলি ধৰিলে হে মোৰপৰা ভাল কাম পাবাঁ।”

“তেন্তে, ভগৱন্তক চিনি মোক অনুসৰণ কৰাঁ।”

“কৰিমেই। মোক মাথোন পথ দেখুৱাই নিয়া।”

মই ক’লোঁ, “পথ সঁচাকৈয়ে দুৰ্গম আৰু কেউপিনে হাবিৰে ভৰা।

চাৰিওপিনে অন্ধকাৰ। সন্ধান উলিওৱাই কঠিন। তথাপি আমি আগবাঢ়ি যাবই লাগিব।”

“নিশ্চয়। আগবাঢ়িমেই।”

এনেতে এচেৰেঙা পোহৰ দেখা পালোঁ। দেখা পায়েই চিঞৰ মাৰি দিলোঁ—“গ্লকন, এইখিনিতে পথৰ উমান পাইছোঁ। এইবাৰ আৰু চিকাৰ আমাৰ হাতৰপৰা সাৰি যাব নোৱাৰিব।”

“বৰ ভাল খবৰ!”

মই ক'লোঁ, “হে'ৰা আমিনো কি মূৰ্খ হে!”

“কিয়, কি হ'ল?”

“নহয়, হে'ৰা, আমি ইমান পৰে যিটো বিচাৰি ফুৰিছিলোঁ সি দেখোন আমাৰ ভৰিৰ কাষতে বাগৰি ফুৰিছে। অথচ তালৈকে চকু নিদি মূৰ্খৰ দৰে ঘূৰি ফুৰিছোঁহক। যেনেকৈ কেতিয়াবা নিজৰ বস্তু এটা হাততে ধৰি ৰাখি তাকে বিচাৰি মানুহ হাবাথুৰি খাই ফুৰে, সেইদৰেই আমিও আচল বস্তুটোৰ ওপৰত চকু নিদি দূৰৈৰ কিবা এটালৈ থৰ হৈ চাই আছিলোঁ। সেইবাবেই আমাৰ চকুত পৰা নাছিল।”

“তুমিনো কিখন কৈছা?”

“মই কৈছোঁ বোলো আমি ইমান পৰে দুয়ো একেলগে ইয়াৰ বিষয়েই আলোচনা কৰি কটালোঁ; অথচ আমিয়েই যে তাক বৰ্ণনা কৰি একপ্ৰকাৰ শেষ কৰিলোঁ সেইটো জ্ঞানেই নহ'ল।”

“ব্যাখ্যা শুনিবলৈ মই উদ্‌গ্ৰীৱ হৈ আছোঁ; ইপিনে আকৌ তুমি দেখোন দীঘলীয়া পাতনি মেলিবলৈ হে ল'লা।”

“বাৰু বাৰু। তেনেহ'লে কওঁ শুনা। মোৰ ভুল হৈছে নে শুদ্ধ হৈছে নিজেই বিচাৰ কৰিবাঁ। আৰম্ভণিতে যেতিয়া আমাৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিলোঁ তেতিয়াই বিশ্বজনীন ব্যৱহাৰবিধি বুলি যি এবিধ বিধি দাঙি ধৰিছিলোঁ, মোৰ যদি ভুল হোৱা নাই, তেন্তে সেই বিধেই বা সেই বিধৰ কোনো ৰূপেই হ'ল ন্যায়। তোমাৰ মনত থাকিব পায় যে আমি এইটোৰ কথাকে স্পষ্টকৈ কৈছিলোঁ আৰু কেবাবাৰ দোহাৰিছিলোঁও। আমি কৈছিলোঁ ৰাজ্যৰ প্ৰতিজন মানুহৰ বাবেই যেই কোনো এবিধ জীৱিকা থাকিব লাগে, অৰ্থাৎ

স্বাভাৱিক প্ৰকৃতি অনুসাৰে যি ব্যক্তি যেনে জীৱিকাৰ বাবে আটাইতকৈ উপযোগী তেনে জীৱিকা।"

"হয় হয়। আমি এই বুলিয়েই কৈছিলোঁ।"

"আনহাতে আকৌ, এই বুলিও সাধাৰণতে কোৱা শুনিছোঁ যে মন পুতি নিজৰ কাম কৰা আৰু লোকৰ কামত লাগিবলৈ নোযোৱা-টোৱেই হ'ল ন্যায্য কথা। এই কথাকেও আমি কৈ আহিছোঁ।"

"কৈছোঁহক।"

"তেনেহ'লে বন্ধু, যি কোনো ধৰণৰেই হওক, নিজৰ কাম নিজে কৰাটোৱেই হ'ল ন্যায়। পিছে, কিহৰপৰা এই কথাষাৰ অনুমান কৰিছোঁ গম ধৰিব পাৰিছাঁ নে?"

"ওহোঁ, নাই পৰা। কোৱাঁচোন।"

"আমি ইতিমধ্যে আলোচনা কৰা গুণ কেইটা এৰি দিলে অৰ্থাৎ পৰিমিতাচাৰ, সাহস আৰু জ্ঞান বাদ দিলে, ৰাজ্যত এটা গুণ ৰ'বগৈ। এই অৱশিষ্ট গুণটোৱেই বাকী তিনিওটা গুণক ৰাজ্যত প্ৰৱেশ কৰিবলৈ সুবিধা কৰি দিছে। তদুপৰি, যিমান দিনলৈকে ৰাজ্যত এই তিনিওটা গুণ থাকিব সিমান দিনলৈকে সিহঁতে নিজৰ অস্তিত্ব ৰক্ষা কৰিব পাৰিব এই অৱশিষ্ট গুণটোৰ সহায়ত হে। ইতিমধ্যে আমি ক'লোঁৱেই নহয় যে চাৰিটা গুণৰ মাজৰপৰা তিনিটা উলিওৱাৰ পাচত বাকী যিটো থাকিল সিয়েই হ'ব ন্যায়।"

"হয়। এইটোত আৰু সন্দেহ নাই।"

"পিচে, এই কেইটা গুণৰ কোনটোৰ উপস্থিতিয়ে নো আমাক উৎকৃষ্টধৰ্ম্মী হোৱাত আটাইতকৈ বেচি সহায় কৰিব—এই কথা অনুসন্ধান কৰিবলৈ দিলে হে পিচে নিৰ্ণয় কৰাটো টান হ'বগৈ। কোনটো গুণ বাৰু সকলোতকৈ প্ৰভাৱশালী হ'ব?—শাসক আৰু শাসিতৰ মাজত হোৱা মতৰ সমন্বয়, নে, কিহৰ বাবে ভয় কৰিব লাগে আৰু কিহৰ বাবে নেলাগে এই বিষয়ত হোৱা বিধিৱদ্ধ ধাৰণাৰ প্ৰতি সৈনিক শ্ৰেণীৰ একান্ত আনুগত্য, নে, শাসকবৰ্গৰ প্ৰজ্ঞা আৰু সতৰ্কতা, নে, ধৰ্ম্মই ৰাজ্যৰ ভিতৰত ক'ত থিত লৈছে উলিয়াবলৈ হ'লে যাইকৈ চতুৰ্থ গুণটো হে বিচাৰিব লাগিব অৰ্থাৎ যিটো ধৰ্ম্ম প্ৰতিটো শিশু, প্ৰতি গৰাকী তিৰোতা, প্ৰতিটো দাস, প্ৰতিজন

স্বাধীন ব্যক্তি, প্ৰতিটো কাৰিকৰ তথা শাসকবৰ্গ আৰু শাসিতবৰ্গৰ সকলোৰে গাত সমানে আছে আৰু যিটো ধৰ্ম্মই প্ৰত্যেক জনকে অইনৰ ফালে চকু নিদিয়াকৈ নিজ নিজ কাম কৰি যাবলৈ নিৰ্দ্দেশ দিছে ?”

“এৰা, মীমাংসা কৰাটো টানেই হৈছে দেখোন।”

“এতেকে বুজা গ'ল, ৰাজ্যক উৎকৃষ্টধৰ্ম্মী কৰাৰ ক্ষেত্ৰত যিটো শক্তিয়ে ৰাজ্যৰ প্ৰত্যেক জন সদস্যকে নিজ নিজ কৰ্ত্তব্যত লগাই দিয়ে সেই শক্তিয়েই জ্ঞান, পৰিমিতাচাৰ আৰু সাহসিকতাৰ সৈতে সমানে প্ৰতিযোগিতাত নামিব লগা হ'ব পাৰে।”

“নিশ্চয় হ'ব পাৰে।”

“কিন্তু যদি এনে এটা উপাদান থাকে যি ৰাজ্যক উৎকৃষ্টধৰ্ম্মী কৰোঁৱাত এই এটাইকেউটা গুণকে চেৰ পেলাব তেন্তে তাকেই জানো ন্যায় বুলি ঠাৱৰ নকৰিবাঁ ?”

“লাগিব।”

“বাৰু, আৰু এটা দিশৰপৰা কথাটো পৰীক্ষা কৰি সেই একেটা সিদ্ধান্তলৈকে আহিব পাৰি নেকি চোৱা যাওকচোন। কোৱাঁচোন বাৰু, ৰাজ্যৰ শাসনকৰ্ত্তাসকলক মকৰ্দ্দমা-বিচাৰৰ ভাৰ দিবা নে নিদিয়া ?”

“কিয় নিদিম ?”

“তেন্তে, তেওঁলোকে বিচাৰ কৰোঁতে কিহৰ ওপৰত নিৰ্ণয় কৰিব ? কোনেও যাতে লোকৰ বস্তুত হাত নিদিয়ে আৰু কাকো যাতে নিজৰ বস্তুৰপৰা বঞ্চিত কৰা নহয়—এনে এটা সূত্ৰৰ ভিত্তিতেই জানো তেওঁলোকে বিচাৰৰ ৰায় নিদিব ?”

“হয়। তেওঁলোকে সেইটোকে ঘাইকৈ বিবেচনা কৰিব।”

“সেইটোৱেই যিহেতু ন্যায্য, সেইবাবেই নেকি ?”

“হয়।”

“এতেকে, এই দৃষ্টিভঙ্গীৰ ফালৰপৰা স্বীকাৰ কৰা হৈছে যে যিটো আমাৰ নিজৰ বৰীয়া সেইটো হে আমি ল'ব লাগে আৰু কৰিব লাগে ; আৰু তেনেদৰে কৰাটোৱেই হ'ল ন্যায়।”

“বাৰু এতিয়া চোৱাচোন, মোৰ মতৰ লগত তোমাৰ মত মিলে নে

নিমিলে। ধৰাঁ জানিবাঁ, কাঠমিস্ত্ৰী এটাই মুচিয়াৰৰ কাম নাইবা মুচিয়াৰ এটাই কাঠমিস্ত্ৰীৰ কাম কৰিবলৈ ইটোৰ সিটোৰে হাথিয়াৰ-পাতি আৰু স্থানৰ সলনা-সলনি কৰি লয়। নাইবা একেটা মানুহেই উভয় বৃত্তিকে হাতত লয়। এনে কৰাৰ পৰা ৰাজ্যৰ কিবা ডাঙৰ হানি হ'ব বুলি ভাবাঁ নেকি ?"

"ওহোঁ, বিশেষ একো হানি নহয়।"

"কাৰিকৰ বা প্ৰস্তুতকাৰীজন ৰণুৱা হ'বৰ আৰু ৰণুৱাজন বিধায়ক অথবা ৰাজ্যপালক হ'বৰ যোগ্য নহয়। এনেস্থলত কাৰিকৰ বা উৎপ্ৰাদনকাৰী জনে ধনৰ লোভত বা ব্যৱসায় বহলোৱাৰ আকাঙ্ক্ষাত নাইবা শাৰীৰিক শক্তি বৃদ্ধি কৰাৰ হেপাহত বা আন যেই কোনো সুবিধাৰ আশাত যদি জোৰকৈ যোদ্ধা হবলৈ যায় আৰু সেইদৰে যোদ্ধা এজন বিধায়ক বা ৰাজ্যপালক হয়গৈ, আৰু তাকে কৰি, সিহঁতৰ ভিতৰত যন্ত্ৰপাতি বা বৃত্তি সালবদল কৰে, নাইবা একেজন মানুহেই একে সময়তে এইবোৰ সকলো কাম কৰিবলৈ লয়, তেতিয়া বাৰু কি হ'ব ? এই ধৰণে বৃত্তি সলনা-সলনি কৰি এজনে আন জনৰ কামত হেতাওপৰা কৰিলে ৰাজ্য ধ্বংসৰ মুখত নপৰিবনে ?"

"ৰাজ্য একেবাৰে ধ্বংস্ হ'ব।"

"এতেকে তিনিও শ্ৰেণীয়ে হেতাওপৰা লগালে নাইবা বৃত্তিৰ সালবদল কৰিলে ৰাজ্যৰ ডাঙৰ অনিষ্ট সাধন কৰা হ'ব। তেতিয়া তাকেই অনিষ্টকাৰী কাৰ্য্য আখ্যা দিয়াটো সম্পূৰ্ণ যুক্তিসংগত হ'ব।"

"ঠিক কৈছা।"

"নিজৰ ৰাজ্যখনৰে চৰম অনিষ্ট সাধন কৰিবলৈ যোৱাটোকে জানো অন্যায় বুলি তুমি নক'বাঁ ?"

"কিয় নক'ম ?"

"এতেকে এয়েই হ'ল অন্যায়। আনহাতে ওলোটাপাকে ক'বলৈ গ'লে, শ্ৰমিক, ৰণুৱা আৰু ৰাজ্যপালক শ্ৰেণীৰ প্ৰত্যেকেই নিজৰ নিজৰ ভাগৰ কাম নিজে নিজে কৰি নিজ নিজ ব্যৱসায়ত লাগি থকাটোৱেই হ'ব ন্যায়; আৰু এইমতে হ'লেই ন্যায় ৰাজ্য স্থাপন হ'ব।"

তেওঁ ক'লে, "এই কথাত তোমাৰ সৈতে মোৰ সম্পূৰ্ণ একমত।"

"হ'বাঁ এথোন। আমি এতিয়াই একেবাৰে খাটাংকৈ ক'বপৰা

হোৱাগৈ নাই। আমাৰ এই ধাৰণাটো মানুহ এজনত প্ৰয়োগ কৰি চাওঁচোন। তেতিয়াও যদি ন্যায়েই বুলি প্ৰমাণ পাওঁ তেন্তে আৰু আমাৰ ক'বলৈ একো নেথাকিব। ইয়াতকৈ নো আৰু আমি কি কৰিব পাৰোঁ? প্ৰমাণ নেপালে অৱশ্যে ন-কৈ অনুসন্ধান কৰিব লাগিব। এতিয়া বাৰু আমি যিটো ধাৰণা লৈ আগবাঢ়িছিলোঁ তাকে পৰীক্ষা কৰি চাওঁহক। আৰু আমাৰ অনুসন্ধানৰ কাম সম্পূৰ্ণ কৰোঁহক। তেতিয়া আমি ভাবিছিলোঁ যে ন্যায় ধাৰণ কৰা এক বিৰাট পুৰুষত থকা ন্যায়ৰ ধাৰণা কৰি ল'ব পাৰিলে ব্যক্তিগত মানুহ এজনত থকা ন্যায়ৰ স্বৰূপ উলিয়াবলৈও আমাৰ বাবে সহজ হৈ পৰিব। উত্তম ৰাজ্যত ন্যায় থাকিবই বুলিও আমি খাটাংকৈ জানিছিলোঁ। গতিকেই, ৰাজ্যক এনে এক বিৰাট পুৰুষ বুলি ধৰি লৈয়েই আমি আদৰ্শ ৰাজ্যৰ সংগঠন কৰিছিলোঁ। বিৰাট পুৰুষত যিখিনি আমাৰ দৃষ্টিগোচৰ হৈছিল সেই খিনিয়েই এতিয়া মানুহ এজনত আছে নে নাই পৰীক্ষা কৰোঁহক। যদি হে থকাটো পাওঁ, আমাৰ কাম সম্পূৰ্ণ হ'ব। আৰু যদি হে, মানুহ এজনত তাকে নেদেখি অইন কিবা হে দেখোঁ, তেতিয়া আমি আকৌ আমাৰ ৰাজ্যলৈ ঘূৰি যাম আৰু আমাৰ সিদ্ধান্ত সঁচা-মিছা পৰীক্ষা কৰি চামগৈ। আৰু হয়তো দুয়োটাকে একেলগে থৈ ইটোক সিটোৰ গাত ঘহাঁই দিলে তাৰ পৰাই ন্যায়ৰ ফিৰিঙতি ওলাই পৰিব—ঠিক যেনেকৈ কনকনীয়া কাঠৰপৰা জুই ওলায় তেনেকৈ। যেতিয়াই এই ফিৰিঙতি জিলিকি পৰিবগৈ তেতিয়াই আমাৰ মনৰ সন্দেহো দূৰ কৰিব পাৰিম।"

তেওঁ তেতিয়া ক'লে, "তোমাৰ প্ৰস্তাৱটো সুন্দৰ হৈছে। সেই-মতেই কৰোঁহক।"

তেতিয়া মই প্ৰশ্ন কৰিলোঁ, "বাৰু কোৱাঁচোন, যেতিয়া দুটা বস্তুক—তাৰে এটা ডাঙৰ আৰু এটা সৰু—একেটা নামেৰেই মতা হয়, তেতিয়া উমেহতীয়া নামটোৰ বাবেই সিহঁত দুটা একে হ'ব নে বেলেগ হ'ব?"

"একেই।"

"তেনেহ'লে ন্যায়ৰ ধাৰণাৰ ভিত্তিত এজন ন্যায়বন্ত মানুহৰ

লগত ন্যায্য ৰাজ্য এখনৰ প্ৰভেদ থাকিব নোৱাৰে ; দুইটাই একে হ'ব।"

"হয় হ'ব।"

"বাৰু, পিচে আমি এই বুলি স্থিৰ কৰিছিলোঁ যে ন্যায্য ৰাজ্য হ'বলৈ হ'লে ৰাজ্যত থকা তিনিও শ্ৰেণীৰ মানুহেই নিজ নিজ ক্ষেত্ৰত নিজ নিজ কৰ্ম্ম সম্পাদন কৰি যাব লাগিব। আৰু লগতে এইটোও কৈছিলোঁ যে এই শ্ৰেণী কেইটাৰ প্ৰবৃত্তি আৰু পৰিস্থিতি অনুসৰি ৰাজ্যখন পৰিমিতাচাৰী, সাহসী বা বিজ্ঞ হ'ব।"

"হয়।"

"তেনেহ'লে বন্ধু, ৰাজ্যত থকা নিচিনাকৈয়েই মানুহৰ আত্মাৰো তিনিটা সাধাৰণ ভাগ আছে। সেই ভাগ কেইটাৰ প্ৰবৃত্তিও ৰাজ্যত থকা তিনিবিধ শ্ৰেণীৰ প্ৰবৃত্তিৰ অনুৰূপ হোৱাৰ কাৰণে মানুহ এজনৰ বেলিকাও ৰাজ্যক দিয়া নাম কেইটাকে তেন্তে দিব পাৰিমহ'ক।"

"দিবই লাগিব।"

"প্ৰিয় বন্ধু! পিচে আকৌ এইবাৰো আমি সহজ প্ৰশ্ন এটাতে উজুটি খাব লগা হ'ল দেখোন। প্ৰশ্নটো হ'ল আত্মাৰ স্বৰূপ সম্পৰ্কে—অৰ্থাৎ, আত্মাত এই তিনিটা স্বভাৱজাত ভাগ আছে নে নাই?"

"ওহোঁ, এই প্ৰশ্নৰ উত্তৰ বৰ সহজ নহয়। কিন্তু, পিচে ছক্ৰেটিচ, মানুহে কথাতে কয় নহয় বোলে যিটো সুন্দৰ সেইটোৱেই কঠিন। কথাষাৰ সঁচা।"

"ওঁ সঁচা যেনেই লাগিছে, গ্লকন। তোমাক খোলোচাকৈয়ে কওঁ, মোৰ মতে আমাৰ আলোচনাত যি প্ৰণালীৰে আগবাঢ়িছোঁহক সেইদৰে গ'লে এই বিষয়ত যথাৰ্থ সত্য উলিয়াব কেতিয়াও নোৱাৰিমগৈ।"

"সি যি কি নহওক, আমাৰ গন্তব্য স্থান পাবলৈ আমি যি পথেৰে যাব লাগিব সেই পথ বহুত দীঘল আৰু সঙ্কটপূৰ্ণ। কিন্তু এই কথা ডাঠি ক'ব পাৰোঁ যে আমাৰ এই প্ৰণালীত আগবাঢ়িলেই আমি সত্যত উপনীত হ'বগৈ পৰিম। এই প্ৰণালীত গ'লেও আমাৰ আগৰ যুক্তি আৰু কল্পনা কেতিয়াও ভুল প্ৰমাণিত ন'হব।"

"সিমানতে জানো আমি সন্তুষ্ট থকা উচিত ন'হব? মই হ'লে বৰ্ত্তমানে তাতকৈ আৰু নিবিচাৰোঁ।"

"মোৰ বাবেও সেয়েই যথেষ্ট হ'ব।"

"তেনেহ'লে আৰু ৰ'বৰ সকাম নাই। অনুসন্ধান আৰম্ভ কৰোঁহক।"

তেতিয়া মই ক'লোঁ, "বাৰু কোৱাঁচোন, যিবোৰ স্বভাৱগত ভাগ বা বৈশিষ্ট্য ৰাজ্যৰ ভিতৰত দেখা পাওঁহক সেইবোৰেই আমাৰ প্ৰত্যেকতে থকাটোৰ কথাও জানো আমি ষুই কৰিব পাৰিম? ৰাজ্যই এইবোৰ স্বভাৱ মানুহৰ বাহিৰে অইন কাৰো পৰা আহৰণ কৰিব নোৱাৰে। চোৱাঁ বাৰু, থ্ৰেচ আৰু চিথিয়াৰ অধিবাসীসকলক সাহসী বুলি কোৱা হয়, উত্তৰৰ দেশবোৰৰ অধিবাসী সকলকো সেইবুলিয়েই সাধাৰণতে কয়। আকৌ, জ্ঞানৰ স্পৃহা থকা বুলিলে আমাৰ দেশৰ মানুহকে ঘাইকৈ বুজোৱা হয় আৰু ইফালে, ফনিচীয় আৰু মিচৰীয় সকলক ধনঘটা প্ৰবৃত্তিৰ অধিকাৰী বুলি কোৱা হয়। অৰ্থাৎ এইবোৰ দেশৰ অধিবাসী সকলৰ ভিতৰত সেই সেই স্বভাৱ আছে বুলি ধৰা হয়। এনে স্থলত, ৰাজ্যৰ সাহসী স্বভাৱটো মানুহৰপৰা নাই অহা বুলি কেনেকৈ কবাঁ?"

"মানুহৰপৰাই আহিছে।"

"তেনেহ'লে এতিয়ালৈকে যিখিনি দেখিলোঁ সেইখিনি বুজাত অসুবিধা নাই।"

"নাই।"

"পিচে, এইখিনিতে এটা অসুবিধা আহি পৰিছে। বাৰু, আমাৰ সকলো কৰ্ম্ম একেটা প্ৰধান প্ৰবৃত্তিয়েই সম্পাদন কৰে নে তিনিওটা প্ৰবৃত্তিয়ে সুকীয়া সুকীয়াকৈ কৰে? এনেকুৱাও হয় নেকি যে কোনোবা এটা প্ৰবৃত্তিৰ যোগে আমি জ্ঞান লাভ কৰোঁ, অন্য এটাৰ যোগে ক্ৰোধৰ ভাব উদয় হয় আৰু তৃতীয় এটাৰ যোগে ভোক-পিয়াহ আৰু যৌন-সম্ভোগৰ সকলো প্ৰকাৰৰ বাসনা জাগে? আকৌ, যেতিয়াই কোনো এটা কাম কৰাৰ প্ৰবৃত্তি হয় তেতিয়াই আমি সেই কামটো মনেচিতে কৰোঁ নে? এই কেইটা প্ৰশ্নৰ সন্তোষজনক মীমাংসা কৰাত হে এতিয়া অলপ অসুবিধা হৈছে।"

"এৰা কথাটো হয়।"

"বাৰু তেন্তে, এই চিত্তবৃত্তিবোৰ এটাইবোৰ একে বিধৰেই, নে সুকীয়া সুকীয়া হে, সেইকথা নিৰ্ণয় কৰিবলৈ এতিয়া এটা উপায় কৰোঁচোন।"

"কিনো উপায় ল'ব খুজিছাঁ?"

"এই কথা স্পষ্ট হৈয়েই আছে যে একেটা বস্তুৰ সম্বন্ধত আৰু একেটা বস্তুৰ একে অংশত একেটা বস্তুৱে দুটা বিপৰীত কাম কৰিব নোৱাৰে বা দুটা বিপৰীত অৱস্থাতো থাকিব নোৱাৰে। যদি হে ক'ৰবাত এনে হোৱা দেখিবলৈ পাওঁহক। তেতিয়া ক'ব লাগিব এনে কাৰ্য্যৰ কৰ্ত্তা এক নহয়, বহুত।"

"বাৰু বুজিছোঁ।"

"এতিয়া মই কি কওঁ শুনা।"

"কৈ যোৱাঁ।"

"বাৰু কোৱাঁচোন, একে সময়তে আৰু একে ঠাইতে একেটা বস্তু স্থিৰেৰে থাকিব আৰু গতিশীল হৈ থাকিবপৰাটো জানো সম্ভৱ?"

"কেতিয়াও নহয়।"

"কথাষাৰ ভালকৈ বুজি লওঁহক, যাতে পিচলৈ আৰু আমাৰ মাজত মতৰ অমিল হ'বলৈ নেপায়গৈ। বাৰু, যদি কোৱা হয় যে এজন মানুহ একেথৰে ঠিয় দি আছে অথচ হাত-মূৰ জোকাৰি আছে, তেতিয়া কিন্তু একেজন মানুহকে একে সময়তে স্থিৰ হৈ থকা আৰু লৰি-চৰি থকা বুলি ক'লে শুদ্ধকৈ কোৱা বুলি ক'ব নোৱাৰি। বৰঞ্চ ক'ব লাগিব মানুহজনৰ এটা অংশ স্থিৰ আৰু এটা অংশ গতিশীল অৱস্থাত আছে। এইদৰেই ক'ব নেলাগিব জানো?"

"লাগিব।"

"কোনোবা বুদ্ধিমান লোকে আৰু সহজকৈ ক'ব খুজিব যে লাটুম এটা যেতিয়া খুটিটোত স্থিৰ হৈ ঘূৰিবলৈ ধৰে তেতিয়া দেখোন সি একে সময়তে স্থিৰ হৈয়ো থাকে ঘূৰিও থাকে; নাইবা অইন কিবা এটা বস্তু একে ঠাইতে ঘূৰি থাকিবলৈ হ'লে সি একে সময়তে স্থিৰ আৰু গতিশীল দুয়োটা হয়। কিন্তু, এনে উদাহৰণ নেখাটিব,

কিয়নো এনে ক্ষেত্ৰত বস্তুটোৰ একোটা অংশ একে সময়তে স্থিৰ অথচ গতিশীল নহয়। বৰঞ্চ আমাৰ উত্তৰ হ'ব এই বুলি হে যে বস্তুটোৰ এক মেৰুদণ্ড আৰু এক পৰিধি আছে। যেতিয়ালৈকে কোনোবা একালে হালি নপৰে তেতিয়ালৈকে মেৰুদণ্ডৰ সম্বন্ধত সি স্থিৰ হৈ আছে, কিন্তু পৰিধিৰ সম্বন্ধত সি অনবৰত ঘূৰিয়েই আছে। ইফালে যদি ঘূৰি থকা অৱস্থাত লাটুমটোৰ মেৰুদণ্ড সোঁফালে বা বাওঁফালে নাইবা আগলৈ বা পাচলৈ হালি যায় তেন্তে লাটুমটোক কোনো প্ৰকাৰে স্থিৰ হৈ থকা বুলি ক'ব নোৱাৰি।"

"সেইটো সঁচা কথা।"

"এতেকে এইবিধ যুক্তিয়ে আমাক ভয় খুৱাব নোৱাৰে। একেটা বস্তু একেটা সময়তে একেটা অংশতে আৰু একেটা বস্তুৰে সম্বন্ধত দুই বিপৰীত ধৰণত প্ৰভাৱিত হ'ব নোৱাৰে। তদুপৰি, একেটা বস্তুকে দুফালৰপৰা দুটা বিপৰীত বস্তু হ'ব বুলিও বা তাৰপৰা দুটা বিপৰীত পৰিণতি হ'ব পাৰে বুলিও এনে যুক্তিয়ে প্ৰমাণ কৰিব নোৱাৰে।"

"মইও সেই বুলিয়েই কওঁ।"

"যেই হওক, এনেবোৰ যুক্তিৰ বিষয়ে অযথা আলোচনা কৰি সেইবোৰকে সঁচা হ'ব নোৱাৰে বুলি প্ৰতিপন্ন কৰাত সময় নষ্ট কৰিবৰ দৰ্কাৰ নকৰে। আমি কোৱাটোকে সঠিক বুলি ধৰি লৈয়েই বিচাৰ কৰোঁহক। এই কথাও স্পষ্ট যে যদি হে আমাৰ ধাৰণা বাদ দি অন্য কিবা ধাৰণাৰ ওপৰত ভিত্তি কৰি বিচাৰ কৰিবলৈ যাওঁ তেতিয়া হ'লে আমাৰ সকলো সিদ্ধান্তই ভুল হৈ যাব।"

"ওঁ, আমাৰটোৱেই হে উৎকৃষ্ট পথ।"

মই তেতিয়া আকৌ সুধিলোঁ, "বাৰু তেনে কোৱাঁচোন, সক্ৰিয় ভাৱেই হওক বা নিষ্ক্ৰিয় ভাৱেই হওক, সম্মতি আৰু অসম্মতি, বস্তু এটালৈ হেপাহ কৰা আৰু তাক গ্ৰহণ কৰিবলৈ অমান্তি হোৱা, আকৰ্ষণ আৰু বিকৰ্ষণ আদিবোৰক তুমি পৰস্পৰ বিপৰীতমুখীৰ শাৰীত থবাঁ নে নোথোৱাঁ?"

"থম।"

"বাৰু, ভোক-পিয়াহ, বিবিধ বাসনা আৰু সেইদৰে হবেক

ৰকমৰ ইচ্ছা-আকাঙ্ক্ষা—এই এটাইবোৰকে জানো তুমি প্ৰথম বিধত্তে নেপেলাবাঁ ? উদাহৰণ স্বৰূপে ক'বলৈ গ'লে জানো কিবা এটা আকুল হেপাহ আগুৰি থকা মনটোৱে হেপাহৰ বস্তুটোক বিচাৰি ফুৰিব ? নাইবা হেপাহৰ বস্তুটোকে মনটোৱে আকৰ্ষণ কৰি আনিব বুলি নকবা জানো ? বা, যিমানলৈকে তেওঁৰ মনে বস্তুটো লাভ কৰিবলৈ বিচাৰে সিমানলৈকে ভিতৰি-ভিতৰি সেই বস্তুৰ প্ৰতি সম্মতি নজনায় জানো ?—যেন হেপাহ পূৰণৰ বাবে বৈ থাকোঁতে কোনোবাই তেওঁক প্ৰশ্ন সোধাত সম্মতিসূচক উত্তৰ হে দিছে।"

"হয় কম।"

"আকৌ, অনিচ্ছা, অসম্মতি আৰু অৰুচিক জানো আমি মানসিক প্ৰত্যাখ্যান আৰু প্ৰতিঘাতৰ শাৰীত নধৰিম ? আৰু তাক সাধাৰণ ভাৱে প্ৰথম বিধৰ বিপৰীত বুলি নকম জানো ?"

"কিয় নকম ?"

"সেয়েই যদি হয় তেন্তে ইচ্ছাকো এবিধ সুকীয়া শ্ৰেণীৰ বস্তু বুলি নকম জানো ? যিবোৰক আমি ভোক-পিয়াহ বুলি কওঁ সেই-বোৰেই জানো সুস্পষ্ট ভাৱে এই শ্ৰেণীত নপৰে ?"

"পৰিব।"

"অৰ্থাৎ এটা হ'ল পানী পিয়াৰ ইচ্ছা আৰু আনটো আহাৰ খোৱাৰ ইচ্ছা।"

"হয়।"

"তেতিয়া হ'লে, পিয়াহ লগা অৱস্থাত পিয়াহক পানী পিয়াৰ বাদে আইন কিহবাৰ ইচ্ছা বুলিব পাৰি নে ? অৰ্থাৎ, চেঁচায় হওক বা তপতেই হওক, সৰহকৈয়ে হওক বা তাকৰকৈয়ে হওক, পানী পিবলৈ ইচ্ছা কৰাটোৱেই জানো প্ৰকৃততে পিয়াহ নহয় ? নাইবা, একেষাৰতে ক'বলৈ গ'লে, ইয়েই জানো যেই কোনো এবিধ পানী পিবলৈ হোৱা হেপাহ নহয় ? নাইবা এই বুলি ক'লে হে জানো শুদ্ধ নহ'ব যে পিয়াহৰ লগত তাপ থকা অৱস্থাৰ সম্বন্ধ থাকিলে চেঁচা পানীৰ হেপাহ বাঢ়িব। আনহাতে, পিয়াহৰ লগত চেঁচা অৱস্থা যোগ হ'লে গৰম পানীৰ হেপাহ বাঢ়িব। তদুপৰি, পিয়াহ অতিমাত্ৰা হ'লে সৰহকৈ পানী পিয়াৰ ইচ্ছা বাঢ়িব আৰু পিয়াহৰ

মাত্ৰা কম হ'লে কমকৈ পানী পিবৰ ইচ্ছা হ'ব। কিন্তু এইটো মনত ৰাখিব লাগিব যে পিয়াহৰ স্বাভাৱিক লক্ষ্য হ'ল পানী। এতেকে পিয়াহক পানীৰ বাদে অন্য কোনো বস্তুৰ হেপাহ বুলিব নোৱাৰি। সেইদৰে ভোক লাগিলে খাদ্যৰ বাদে ভোকৰ অন্য কোনো লক্ষ্য হ'ব নোৱাৰে।"

তেওঁ ক'লে, "তুমি ঠিকেই কৈছা। প্ৰতিবিধ ইচ্ছাৰে নিজ বিষয়ৰ নিৰ্গুণ অৱস্থাৰ লগত সম্বন্ধ আছে, কিন্তু এই ইচ্ছাৰ উপাদান-বোৰে হে বিষয়টোৰ গুণ নিৰ্ণয় কৰে।"

তেতিয়া মই আকৌ ক'লোঁ, "পিচে আমি কথাষাৰ ভালকৈ গমিপিতি চাব লাগিব; নহলে কোনোবাই আকৌ আপত্তি দৰ্শাই ক'বহি বোলে কোনেও পেয় বস্তুকে মাত্ৰ নিবিচাৰে, উৎকৃষ্ট পেয় হে বিচাৰে। সেইদৰে কোনেও খাদ্যকে মাথোন নিবিচাৰে, বিচাৰে সুখাদ্য। কথা হ'ল, সকলোৱেই ভাল বস্তু হে বিচাৰে। এতেকে পিয়াহো যদি এবিধ ইচ্ছা হে তেন্তে সিও এবিধ ভাল বস্তুৰ বাবে হোৱা ইচ্ছা হে হ'ব; লাগিলে সেই বস্তুবিধ পেয়ই হওক বা আন কিবাই হওক। এই যুক্তি সকলো ইচ্ছাৰ ক্ষেত্ৰতেই খাটিব।"

"এৰা, এনে আপত্তি উঠিলে সহজে উৰাই দিবপৰা নহ'ব।"

"যেই হওক, প্ৰকৃততে পাৰস্পৰিক সম্বন্ধ থকা সকলো ক্ষেত্ৰতে প্ৰথমটো শব্দ সীমিত হ'লে দ্বিতীয়টোও সীমিত হয়। যেতিয়া প্ৰথমটো ভাববাচক হয় দ্বিতীয়টোও তেনে হ'ব। ন'হব জানো?"

"ওহোঁ, তুমি কি কৈছা মই হ'লে বুজিব পৰা নাই।"

"তুমি জানো ধৰিবপৰা নাই যে 'বৃহত্তৰ' শব্দটো পাৰস্পৰিক সম্বন্ধসূচক শব্দ হে। এই শব্দটোৱে তাৰ লগতে অন্য এটাও থকাটো বুজায়।"

"জানো।"

"অৰ্থাৎ, ই লগতে 'ইয়াতকৈ কম' এইষাৰো বুজায়। নুবুজায় জানো?"

"হয় বুজায়।"

"সেইদৰে 'বহুত সৰহ' বুলিলে 'বহুত কম' ও বুজায়।"

"হয়।"

"সেইদৰেই, 'এসময়ত সৰহ আছিল' মানেই 'এসময়ত কম আছিল' বুলিও নুবুজাব জানো? আৰু তেনেদৰেই 'ভৱিষ্যতে অধিক সৰহ' বুলিলেও 'ভৱিষ্যতে অধিক কম' নুবুজায় জানো?"

"নুবুজাব বুজাব।"

"তেনেহ'লে, একে যুক্তিকেই জানো 'অধিক', 'কম', 'দুগুণ', 'আধা' ইত্যাদি সকলো পৰিমাণবাচক শব্দত প্ৰয়োগ নহ'ব? সেইদৰে, 'গধুৰ', 'পাতল', 'বেগী', 'মন্থৰ' আদি শব্দ তথা 'চেঁচা', 'তপত' আদি গুণবাচক শব্দৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পৰা নহ'ব জানো?"

"নিশ্চয় হ'ব।"

"কিন্তু জ্ঞান উপলব্ধিৰ বিভিন্ন ক্ষেত্ৰত কি হ'ব? একেটা নিয়মেই নেখাটিব জানো? অৰ্থাৎ সাধাৰণ ভাৱে জ্ঞানৰ উপলব্ধি কৰা মানেই হ'ল উপলব্ধি কৰিবপৰা বস্তুৰ নাইবা যিটোক জ্ঞানৰ উদ্দেশ্য বোলা হয়, তাৰেই জ্ঞান। কিন্তু নিৰ্দ্দিষ্ট প্ৰকাৰৰ জ্ঞান বিশেষৰ নিৰ্দ্দিষ্ট বিধৰ এক বিশেষ উদ্দেশ্য থাকে। মোৰ কথাষাৰ বহলাই ক'বলৈ গ'লে—যেতিয়াই ঘৰ নিৰ্ম্মাণৰ বিজ্ঞান আৱিষ্কাৰ হ'ল তেতিয়াই জানো সি অন্য বিজ্ঞানৰ পৰা সুকীয়া হৈ নপৰিল? গতিকেই তাৰ নাম হ'ল নিৰ্ম্মাণ-বিজ্ঞান।"

"নিশ্চয়।"

"অৰ্থাৎ তাৰ এটা বিশেষ বৈশিষ্ট্য আছে যিটো অন্য বিজ্ঞানৰ নাই। সেইবাবেই নহয় জানো?"

"হয়।"

"এই নিৰ্দ্দিষ্ট বৈশিষ্ট্য জানো এই বিজ্ঞানৰ উদ্দেশ্যৰ নিৰ্দ্দিষ্ট বৈশিষ্ট্যৰপৰাই অহা নাই? এতেকে আমি সকলো বিধ কলা আৰু বিজ্ঞানৰ ক্ষেত্ৰতেই এই একে কথাকে প্ৰযোজ্য বুলি ক'ব নোৱাৰিম জানো?"

"পাৰিম।"

"গতিকেই মই আগতে কোৱা কথাৰ অৰ্থ এইখিনিয়েই বুলি ধৰিব পাৰাঁ। অৱশ্যে যদি হে তুমি এতিয়া বুজিব পাৰিছাঁ যে পাৰস্পৰিক সম্বন্ধ বুজোৱা সকলো সংজ্ঞাৰ ক্ষেত্ৰত প্ৰথমটো সংজ্ঞা

যদি হে ভাববাচক হয়, দ্বিতীয়টোও ভাববাচক হ'ব ; প্ৰথমটো যদি গুণবাচক হয়, দ্বিতীয়টোও তেনে হ'ব। দুইটাৰ বৈশিষ্ট্য একে বুলি মই অৱশ্যে ক'ব খোজা নাই। উদাহৰণ স্বৰূপে, স্বাস্থ্য-বিজ্ঞানকে মই স্বাস্থ্যৱান বুলি কোৱা নাই। সেইদৰেই বেমাৰ-বিজ্ঞানেই বেমাৰী, নাইবা অনিষ্টসাধক বস্তুৰ বিজ্ঞানেই অনিষ্টকাৰক বা মঙ্গলসাধক বস্তুৰ বিজ্ঞানেই মঙ্গলকাৰী বুলিও ক'ব খোজা নাই। কিন্তু যেতিয়াই বিজ্ঞানে নিজ অমূৰ্ত্ত পাত্ৰত আবদ্ধ নেথাকি কোনো এটা নিৰ্দ্দিষ্ট পাত্ৰৰ লগত জড়িত হৈ পৰে—যেনেকৈ বৰ্ত্তমান ক্ষেত্ৰত স্বাস্থ্য আৰু বেমাৰৰ লগত জড়িত হৈছে—তেতিয়াই এইটো পৰিণাম হয় যে সেই বিজ্ঞানক বিজ্ঞানমাত্ৰ বুলি ক'ব নোৱাৰি, তাৰ গাত বিশিষ্ট গুণ জড়িত হৈ পৰি চিকিৎসা বিজ্ঞান হৈ পৰে।"

"এতিয়া বুজিলোঁ। তুমি যিখিনি কৈছা সঁচা যেন লাগিছে।"

"বাৰু, আকৌ পিয়াহৰ কথালৈ আহোঁহক। পিয়াহ বুলি বস্তু এটা যদি হে আছে বুলি ধৰি লওঁ তেন্তে সি কোন প্ৰকাৰৰ হ'ব ? নিজ চৰিত্ৰৰ লগত সম্বন্ধ থকা পাত্ৰ বিচৰাটোৱেই যাৰ স্বভাৱ, পিয়াহকো তেনে এবিধ বস্তু বুলিয়েই নধৰিবাঁ নে ?"

"ধৰিম, পিয়াহৰ পাত্ৰ হ'ল পানীয় বস্তু।"

"তেনেহ'লে, প্ৰত্যেকবিধ পানীয়ৰ বাবে একোবিধ স্বকীয়া পিয়াহ আছে। কিন্তু পিয়াহ হিচাপে পিয়াহটো বেছি পানীয় বা কম পানীয় নাইবা ভাল পানীয় বা বেয়া পানীয় নাইবা একেষাৰতে ক'বলৈ গ'লে কোনো এবিধ বিশেষ পানীয়ৰ বাবে নহয়। একমাত্ৰ পানীৰ বাবেই ই শুধ্ পিয়াহ। নহয় জানো ?"

"ঠিক কৈছা।"

"তেন্তে পিয়াহত আতুৰ হৈ থকা অৱস্থাত আত্মাৰ বাবে পানী খাবলৈ পোৱাটোৱেই হ'ল একমাত্ৰ হেপাহ। আত্মাই তাকে হে ইচ্ছা কৰে আৰু সেইফালেই ঢাল খাই থাকে।"

"হয়।"

"এতেকে পিয়াহৰ প্ৰভাৱত পৰা আত্মাক যেতিয়াই কিহবাই টানি ধৰিছে তেতিয়া সেই টানটো, আৰু আনহাতে যিটো বস্তুৱে পিয়াহ লগায় আৰু গৰুক খেদি নিয়াদি পানী খাবলৈ খেদি লৈ যায়—এই

দুইটা বস্তু নিতান্ত স্বকীয়া হ'ব লাগিব ; কিয়নো আমি কৈছোঁৱেই একেটা বস্তুৱেই একেটা সময়তে নিজৰ একেটা অংশেৰেই আৰু একেটা উদ্দেশ্যেৰেই দুটা বিপৰীত কাম কৰাটো অসম্ভৱ কথা।"

"নিশ্চয় অসম্ভৱ হ'ব।"

"বাৰু উদাহৰণ এটা দি কথাটো বুজাই দিওঁ। কাঁড়ী এটাই একেটা মুহূৰ্ত্ততে কাঁড়ডাল নিজৰ গাৰ ফালেও টানিছে আৰু গাৰ ফালৰপৰা বাহিৰলৈ ঠেলিও দিছে বুলি কোৱাটো, অৰ্থাৎ এখন হাতেৰে কাঁড়ডাল ঠেলি দিছে আৰু ইখন হাতেৰে গাৰ ফাললৈ টানি আনিছে বুলি কোৱাটো শুদ্ধ নহ'ব যেন পাওঁ।"

"ঠিক কৈছা।"

"বাৰু আমি এইষাৰো ক'ব পাৰোঁ নেকি, কেতিয়াবা এনেও হয় যে পিয়াহ লাগে অথচ পানী খাবলৈ ইচ্ছা নহয় ?"

"ওঁ হয়, কেতিয়াবা এনে হয়।"

"তেনেহ'লে, তেনে এটা অৱস্থাক আমি কি বুলি ক'ম ? ক'ব লাগিব, তেওঁলোকৰ আত্মাত দুটা প্ৰবৃত্তি আছে ; তাৰে এটাই পানী খাবলৈ ঠেলি দিয়ে আৰু আনটোৱে পানী খোৱাত বাধা দিয়ে ; আৰু এই ক্ষেত্ৰত পিছৰবিধ আসক্তি আগৰ বিধতকৈ অধিক প্ৰবল হয়। ইয়াকে নকৈ আৰু কি কৰা ?"

"মইও তাকেই কম।"

"যেতিয়াই এনেবোৰ আসক্তি বাৰণ কৰিব পৰা শক্তি আত্মাত উদ্ভৱ হয় তেতিয়া সেই শক্তি জানো বিবেকেই নিদিয়ে আৰু আন-হাতে যিবোৰ শক্তিয়ে এনে আসক্তিৰ ফালে টানি নিয়ে সেইবোৰ জানো নিষ্ক্ৰীয় আৰু ব্যাধিগ্ৰস্ত অৱস্থাৰ সৃষ্টি নহয় ?"

"তেনে যেনেই লাগে।"

"তেন্তে এই দুটা শক্তিক স্বকীয়া স্বকীয়া বুলি ধৰি ল'বলৈ আমাৰ যুক্তি আছে। আমাৰ যিটো অংশই বিচাৰ কৰে তাকেই আমি বিবেকী শক্তি বুলিব পাৰোঁ। আৰু যিটো অংশত আত্মাৰ আসক্তি জন্মে, ভোক লাগে, পিয়াহ লাগে আৰু মুহূৰ্ত্তে মুহূৰ্ত্তে নানান বাসনা ওপজে তাকেই আমি অবিবেকী কামুক শক্তি আখ্যা

দিব পাৰোঁ। এই বিবেকশূন্য প্ৰবৃত্তিয়েই সদায় থাকে হবেক-ৰকমৰ আসক্তি আৰু সম্ভোগৰ সঙ্গত।"

"এনেদৰে ভবাটো অশুদ্ধ নহ'ব।"

"তেতিয়া হ'লে, এতিয়া আমি আত্মাৰ এই দুটা বিশেষ অংশ আছে বুলি খাটাং কৰোঁহক। পিছে, এইখিনিতে কথা হৈছে, যি তেজস্বী প্ৰবৃত্তি থকাৰ বাবেই আমাৰ ক্ৰোধ হয় সেই প্ৰবৃত্তিক আত্মাৰ তৃতীয় বিশিষ্ট অংশ বুলি ধৰিম নে নধৰিম? আৰু যদি হে নহয়, তেন্তে আগেয়ে উল্লেখ কৰা দুই অংশৰ কোনটোৰ সৈতে তেজস্বিতাৰ সম্বন্ধ থাকিব?"

"বোধহয় কামুক প্ৰবৃত্তিৰ লগত।"

"এই বিষয়ত মই আখ্যান এটা শুনিছিলোঁ। আখ্যানটোত মোৰ বিশ্বাসো হৈছিল। তাত কোৱা হৈছে যে আগ্লায়ণৰ পুতেক লিয়ন্টিয়ুচে পাইৰেয়ুজৰপৰা খোজ কাঢ়ি গৈ থাকোঁতে বাহিৰ ফালৰ-পৰা উত্তৰৰ বেৰখনত উপস্থিত হৈ মন কৰিলে, মাটিত কেইটামান মৰা শ পৰি আছে; আৰু ওচৰতে কটোৱালটোক ঠিয় হৈ থকা দেখিলে। তেতিয়া মৰা শ কেইটা চাবলৈ তেওঁ ইচ্ছা অনুভব কৰিলে। ইফালে কিন্তু সেই কেইটালৈ ঘিণও লাগিছে। গতিকে তাৰপৰা তেওঁৰ মনটোক আঁতৰাই নিবলৈ চেষ্টা কৰিলে। কিছুপৰ এইদৰে নিজৰ ভিতৰতে যুদ্ধ কৰি থাকি নিজৰ চকু কেইটাকে ঢাকি ধৰিলে। কিন্তু শেহান্তত ইচ্ছাৰ ওচৰত হাৰ মানি আঙুলি কেইটাৰে নিজৰ চকু কেইটাকে বহলকৈ মেলি দি মৰা শ কেইটাৰ ওচৰলৈ দৌৰ দিলে আৰু নিজকে ধিক্কাৰ দি নিজৰ চকু কেইটাক সম্বোধন কৰি ক'লে—'সোৱা, দুভগীয়াহঁত! এই মনোৰম দৃশ্য চাই-চাই হেপাহ পলুৱাই ল'।"

"ময়ো এই আখ্যানটো শুনিছোঁ।"

"যেই হওক, এই আখ্যানে এইটোক দেখুৱাইছে যে কেতিয়াবা খঙে কামনা-বাসনাৰ বিৰুদ্ধে যুঁজ কৰে। অৰ্থাৎ এই দুটা, দুটা বেলেগ বেলেগ শক্তি।"

"হ'য়। সেইটোকে দেখুৱাইছে।"

"আমি অইন ক্ষেত্ৰতো জানো দেখা নাই যে যেতিয়াই বিবেকৰ

বিৰুদ্ধে কামনাৰ ওচৰত হাৰ মানিব লগাত পৰে তেতিয়াই মানুহে নিজকে তিৰস্কাৰ কৰিবলৈ লয় আৰু তাকে কৰি নিজকে শাস্তি দিব লগা হয় বাবে নিজৰ ওপৰত খং উঠে। এইদৰে হোৱা দুই বিপৰীতমুখী শক্তিৰ টনা-আজোৰা হওঁতে তেজস্বিতাই বিবেকৰ পক্ষ লোৱাটো জানো আমি নেদেখোঁ? কিন্তু বাসনাক বিবেকৰ বিৰুদ্ধে যাব নেলাগে বুলি বিবেকে কওঁতেও তেজস্বিতাই বাসনাৰ পক্ষ লোৱাটো জানো তুমি কেতিয়াবা নিজে পাইছাঁ, নাইবা অইন কাৰোবাৰ ক্ষেত্ৰতে এনে হোৱা দেখিবলৈ পাইছাঁ? নিশ্চয় নাই পোৱা।"

"ওহোঁ, নাই পোৱা।"

"কোনোৱে যেতিয়া নিজৰ দোষতেই ভুল পথে যোৱা বুলি গম পায়, তেতিয়া তেওঁ যাৰ হাতত অনাহাৰত বা জাৰত শাস্তি খোৱা বা তেনে কোনো শাস্তি ভোগ কৰাটো উচিত বুলি ভাবে তেনে-জনৰ ওপৰত খং কৰিব নোৱাৰে। তেওঁৰ চৰিত্ৰত মহত্বৰ ভাগ যিমানে বেচি হয় সিমানে তেওঁৰ ক্ৰোধ শাম কাটি যায়। মই যাক তেজস্বিতা বুলি কৈছোঁ সেই শক্তি এনে শাস্তিৰ বিৰুদ্ধে কেতিয়াও ৰুষ্ট নহয়।"

"সঁচা।"

"আনহাতে যেতিয়া কোনো এজনে ভাবে তেওঁক অন্যায় কৰা হৈছে, তেতিয়া জানো ততালিকে তেওঁ খঙত একো নাই হৈ নপৰে আৰু যিটোকে ন্যায় বুলি ভাবে তাৰ ফলীয়া হৈ নপৰে নে? যিমানেই লাগিলে অনাহাৰ বা জাৰত শাস্তি নেখাওক, তেওঁ সেই সকলোবোৰ সহ্য কৰিব আৰু যেতিয়ালৈকে বিজয়ী হ'ব নোৱাৰে তেতিয়ালৈকে নিজৰ সজ চেষ্টা অবিৰাম চলাই যাব। হয় নিজৰ যুক্তি প্ৰতিপন্ন কৰিব, নহয়, সেই চেষ্টাতে নিজকে জাহ নিয়াব। নাইবা, যেনেকৈ ভেৰাৰখীয়াই কুকুৰটোক ঘূৰাই আনে, সেইদৰে তেওঁৰ অন্তৰ্যামী বিবেকে তেওঁক শান্ত কৰি ঘূৰাই ননালৈকে ক্ষান্ত নহ'ব।"

তেওঁ তেতিয়া ক'লে, "হয়। তুমি বৰ্ণনা কৰা কথাষাৰ এই উদাহৰণটোৱে বঢ়িয়াকৈ বুজাই দিছে। দৰাচলতে, আমাৰ ৰাজ্যত

ভেৰা, কুকুৰ আদি সহায়ক দলক শাসকবৰ্গৰ অধীন কৰি ৰাখিছোঁহক। এই শাসকবৰ্গই হ'ল আমাৰ ৰাজ্যৰ ভেৰাৰখীয়া।"

"কথাষাৰ তুমি এতিয়া বঢ়িয়াকৈ বুজিব পাৰিলোঁ। বাৰু, এতিয়া চোৱাঁচোন মোৰ আৰু এষাৰ মন্তব্য বুজি পোৱাঁ নে নোপোৱাঁ।"

"সেইষাৰ নো আকৌ কি ?"

"কথা হৈছে, তেজস্বিতাৰ সম্পৰ্কত যি ধাৰণা লৈছিলোঁ সি তেনেই ওলোটা হৈ গ'ল। তেতিয়া আমি ভাবিছিলোঁ, তাৰ চৰিত্ৰত ভোগ-প্ৰবৃত্তি প্ৰবল ; কিন্তু এতিয়া আমি ক'ব খুজিছোঁ সেইটো আচলতে নহয়। অৰ্থাৎ এতিয়া আমি কম আত্মাৰ ভিতৰত দ্বন্দ্ব উপস্থিত হোৱা মাত্ৰকেই তেজস্বিতাই বিবেকীশক্তিৰ পক্ষে হে অস্ত্ৰ ধাৰণ কৰে।"

"ঠিক কৈছা।"

"তেনেহ'লে তেজস্বিতা অইন কিবা বেলেগ হে নেকি ? নে, সেই একে প্ৰবৃত্তিৰেই কিবা সংশোধিত ৰূপ হে ? এনে সংশোধনে আত্মাৰ তিনি বিধ প্ৰবৃত্তিৰ ঠাইত দুবিধ হে, অৰ্থাৎ বিবেকী আৰু কামনা প্ৰবৃত্তি হে কৰিলে নেকি ? নে, আমি এইষাৰ হে কোৱা উচিত হ'ব যে ৰাজ্য এখনক উৎপাদক শ্ৰেণী, সহায়ক শ্ৰেণী আৰু বিধায়ক শ্ৰেণী এই তিনিও শ্ৰেণীয়ে যেনেকৈ বান্ধি ৰাখে, তেনেকৈ আত্মাৰ ক্ষেত্ৰতো তেজস্বিতাৰ শক্তি হ'ল তৃতীয় উপাদান, আৰু এই উপাদানটো যদি কুশিক্ষাত পৰি নষ্ট হৈ নাযায় তেন্তে ই সদায় বিবেকীশক্তিৰ সহযোগী হৈ থাকিব ?"

তেওঁ উত্তৰ দিলে, "হয়। ই তৃতীয় উপাদান হ'ব লাগিব।"

মই ক'লোঁ, "হয়। যদি হে ই বিবেক-শক্তিৰপৰা সম্পূৰ্ণ স্বকীয়া হৈ থাকে। যেনেকৈ ইয়াক আমি কামনা প্ৰবৃত্তিৰপৰা বেলেগ হৈ থকা পাইছিলোঁ।"

"ইয়াক স্বকীয়াকৈ দেখা পামেই ; কিয়নো, কণ কণ শিশুৰ ক্ষেত্ৰতো চালে দেখা পোৱা যাব যে জন্মৰেপৰা সিহঁতৰ গাত অফুৰন্ত উদ্যম থাকে। অথচ, বিবেক হ'ল এনে শক্তি যাক বেচিভাগ মানুহেই বয়সতহে লাভ কৰে। কোনো কোনোৱে আকৌ একেবাৰে লাভ নকৰেই।"

"একেবাৰে ঠিক কথা কৈছা। কিন্তু, তুমি যি খিনিৰ কথা ক'লা, সেইখিনি ইতৰ জন্তুৰ গাতো দেখা পোৱা যায়। তদুপৰি, চোৱাঁ, হোমাৰৰ বাক্যষাৰেও—যাক আগতে এবাৰ উল্লেখ কৰিছিলোঁ—আমাৰ এই মতকে সমৰ্থন কৰিব। 'হিয়া ঢাকুৰিয়াই ঢাকুৰিয়াই তেওঁ নিজকে ধিক্কাৰ দি নিজৰ অন্তৰকে এইদৰে ক'বলৈ ধৰিলে' বুলি হোমাৰে কোৱা কথাষাৰত দুটা শক্তিৰ মাজত স্পষ্ট পাৰ্থক্য ৰাখিছে আৰু অনাহক ৰুষ্ট হোৱাটোক নিন্দা কৰাটোকে ভাল-বেয়া বিবেচনা কৰা প্ৰবৃত্তি বুলি দেখুৱাইছে।"

"হয়, তুমি ঠিক কৈছা।"

মই আকৌ কলোঁ, "বহু চেষ্টাৰ মূৰত আৰু অতি কষ্টেৰে আমি জানিবাঁ এতিয়া গন্তব্যস্থান পাইছোঁহি। এই কথা বুজিলোঁহক যে ৰাজ্যত যিমান কেইটা উপাদান আছে, মানুহৰ আত্মাতো সিমান কেইটাই আছে।"

"সঁচা।"

"তেনেহ'লে, কথাটো হ'ল এনে—যেনেকৈ আৰু যিহৰ কাৰণে ৰাজ্য এখন বিজ্ঞ ৰাজ্য হয়, সেইদৰেই আৰু সেই কাৰণতেই এজন ব্যক্তিও জ্ঞানী ব্যক্তি হয়। নহয় জানো?"

"সেইটো আৰু ক'বই নেলাগে।"

"সেইদৰেই, যেনেকৈ আৰু যিহৰপৰা এজন ব্যক্তি সাহসী হয়, ঠিক তেনেকৈয়েই আৰু তেনে কাৰণৰপৰাই ৰাজ্যও সাহসী হয়। এইদৰেই এটাৰ গাত থকা সজ গুণবোৰ যিহৰ কাৰণে উদয় হয়, ঠিক সেই সেই কাৰণবোৰ আনটোৰ গাতো থাকিব।"

"ওঁ, এইটোতো হ'বই।"

"তেনেহ'লে গ্লকন, আমি এই কথাও কম নেকি যে যি হিচাপে আমি এখন ৰাজ্যক ন্যায্য বুলি ধৰিছিলোঁ, তেনেকৈয়েই এজন ব্যক্তিও ন্যায়ৱন্ত হ'ব লাগিব?"

"এইটোও দেখোন আগৰ কথাৰেপৰা ওলাই থকা কথাই।"

"পিচে, ৰাজ্যক যে এটা কথাই অৰ্থাৎ ৰাজ্যৰ ভিতৰত থকা তিনিওটা শ্ৰেণীয়ে নিজ নিজ কৰ্ত্তব্য পালন কৰাৰ কথাই, ন্যায্য ৰাজ্য কৰি তুলিছে সেইটো আমি পাহৰিব নেলাগিব।"

"সেই কথা পাহৰা নাই।"

"তেন্তে আমাৰ অন্তৰ্য্যামী প্ৰবৃত্তিবোৰে নিজ নিজ কাম সুচাৰুৰূপে কৰি গ'লেই প্ৰত্যেকেই ন্যায়ৱন্ত হ'ব আৰু প্ৰত্যেকেই উচিত কৰ্ত্তব্য পালনকৰ্ত্তা হ'ব পাৰিমহঁক। এই কথাষাৰলৈও জানো আমি মন কৰিব নালাগিব?"

"হয় হয়, এইষাৰ মনত ৰাখিব লাগিব।"

"বিবেক হ'ল জ্ঞানৰ অধিকাৰী। আত্মাৰ হৈ বিবেকে বিচাৰবুদ্ধিৰ কাম কৰে। এতেকে বিবেকশক্তিৰ হাতত হে প্ৰকৃততে আদেশ দিয়াৰ দায়িত্ব থাকিব নালাগিব জানো? আৰু তেজস্বী শক্তিৰ কৰ্ত্তব্যও বিবেকক মানি চলা আৰু বিবেকৰ সৈতে সহযোগ কৰাটোৱেই নহ'ব জানো?"

"হ'ব, কিয় নহ'ব।"

"বাৰু, তেনেহ'লে আমি আগতে কোৱাৰ দৰে সঙ্গীত আৰু ব্যায়াম-চৰ্চ্চা দুয়োটাকে লগ লগালে দুয়োৰো মাজত মিলন হ'ব নে? এই মিলনে এটাক উচ্চ ভাব-অনুভূতি আৰু বৈজ্ঞানিক শিক্ষা দান নকৰিব নে? এটাৰ মধুৰ ভাষা আৰু সুৰৰ প্ৰভাৱে আনটোৰ কৰ্কশতা হ্ৰাস নকৰিবনে? শেহান্তত সুৰ আৰু সমন্বয়ৰ দ্বাৰা বন্য স্বভাৱ বশ নহ'বনে?"

"হয়, এইটো হ'ব।"

"এতেকে সাহিত্য-সঙ্গীত আৰু ব্যায়ামৰ চৰ্চ্চা ঠিক মতে হ'লে আৰু দুয়োটাকে আয়ত্ত কৰি যথাৰ্থ শিক্ষালাভ কৰিব পাৰিলে, মানুহৰ কামনা-প্ৰবৃত্তি নিয়ন্ত্ৰিত হৈ থাকিব। এই কামনা-প্ৰবৃত্তিয়েই হ'ল আত্মাৰ সৰ্ব্ববৃহৎ অংশ আৰু স্বভাৱতঃ ই বৰ থকুৰা আৰু ইয়াৰ ভোক কেতিয়াও নপলায়। সঙ্গীত আৰু ব্যায়াম শিক্ষাই তাৰ ওপৰত কিন্তু চোকা দৃষ্টি ৰাখিব আৰু চাব যাতে সি দৈহিক সম্ভোগত গা ঢালি দি ক্ৰমাৎ বাঢ়ি গৈ দুৰন্ত হৈ নপৰে। এইদৰে দুৰন্ত হ'ব লাগিলে কামনা-প্ৰবৃত্তিয়ে নিজৰ কৰ্ত্তব্য কৰিবলৈ এৰি দিবই, তদুপৰি যিবোৰ প্ৰবৃত্তিৰ ওপৰত প্ৰভুত্ব স্থাপন কৰিবলৈ ইয়াৰ কোনো অধিকাৰ নাই সেইবোৰকো সম্পূৰ্ণৰূপে পৰাভূত

কৰিবলৈ বিচাৰিব। এইদৰেই কামনা-প্ৰবৃত্তিয়ে সকলোৰে জীৱনতে অঘটন ঘটাবগৈ।"

"নিশ্চয় ঘটাব।"

"তেনেহ'লে মন আৰু শৰীৰক বাহিৰা আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ বাবে এই দুই শক্তিয়েই জানো আটাইতকৈ উপযুক্ত নহ'ব? বিবেকী শক্তিয়ে বিবেকৰ উপদেশ ল'ব আৰু তেজস্বী শক্তিয়ে বিবেকৰ শাসনত থাকি বাহিৰা শত্ৰুৰ বিৰুদ্ধে যুঁজ দিব আৰু বীৰত্ব-সহকাৰে বিবেকৰ নিৰ্দ্দেশ পালন কৰিব।"

"হয়, ঠিক কৈছা।"

"সেইদৰেই যেতিয়া এজন মানুহ তেজস্বিতাৰ অধিকাৰী হয় আৰু সেই তেজস্বিতাই সুখ-দুখৰ সকলো সময়তে বিবেকৰ নিৰ্দ্দেশ মানি, বিবেকে ভয় কৰিবলৈ কোৱাটোক ভয় কৰে আৰু নকৰিবলৈ কোৱাটোক নকৰে, তেতিয়াই তেওঁৰ স্বভাৱত থকা এই তেজস্বিতাৰ গুণত আমি তেওঁক সাহসী ব্যক্তি বুলিব পাৰোঁ।"

"হয়, একেবাৰে ঠিক কথা কৈছা।"

"আকৌ, এজন মানুহক জ্ঞানী বুলি কওঁতেও এই একে কথাই খাটিব। অৰ্থাৎ তেওঁ অন্তৰত অকণমান অংশ এটা আছে। সেই অংশটোৱেই তেওঁক এনে ধৰণৰ নিৰ্দ্দেশ দিয়ে। তদুপৰি, এই তিনিও উপাদানেৰে গঠিত ৰাজ্যখনৰ বাবে আৰু ৰাজ্যৰ নাগৰিক সকলৰ বাবে কি কথা উপকাৰী সেইটোৰ প্ৰকৃত জ্ঞান এই অংশটোৱে পাইছে। এতেকে এই অংশৰ অধিকাৰী জনকেই আমি জ্ঞানী বোলোঁ।"

"তাকে নুবুলি আৰু কি বুলিম?"

"আকৌ, এই কেইটা উপাদানৰ মাজত থকা সৌহাৰ্দ্দ্য আৰু সমন্বয়ৰ বাবেই জানো মানুহ এজনক পৰিমিতাচাৰী বুলি নকওঁ? অৰ্থাৎ, বিবেকী উপাদানকেই ন্যায্য শাসক বুলি শাসিত উপাদান দুটা আৰু শাসক উপাদান উভয় পক্ষই সমানে মানি লয় আৰু শাসিত উপাদান দুটাই শাসক উপাদানক অৱজ্ঞা কৰিবলৈ আগ নেবাঢ়ে বুলি জানো নকওঁ?"

তেওঁ উত্তৰ দিলে, "ঠিক কৈছা। ৰাজ্য আৰু ব্যক্তি উভয় ক্ষেত্ৰতে পৰিমিতাচাৰ মানে আৰু অইন আৰু কি হ'ব?"

"শেহত কথা হ'ল, মানুহ এজন ন্যায্য হ'বলৈ হ'লে আমি কোৰাৰ দৰেই আৰু আমি উল্লেখ কৰা উপায়েৰেই হ'ব লাগিব।"

"নিশ্চয়। সেইদৰেই হ'ব লাগিব।"

মই তেতিয়া ক'লোঁ, "কোৰাঁচোন বাৰু। ন্যায়ৰ বিষয়ে আমাৰ ধাৰণাত এনে কিবা অস্পষ্টতা বৈ গৈছে নেকি যাৰ বাবে ব্যাক্তিত থকা ন্যায়ৰ লগত ৰাজ্যত থকা ন্যায়ৰ কিবা প্ৰভেদ থকা যেন অনুমান হ'ব পাৰে।"

"মই ভবাত নাই বোৰা।"

"যদি হে আমাৰ মনত এতিয়াও কিবা সন্দেহ ৰৈছেগৈ, তেনেহ'লে দুই-চাৰিটা সাধাৰণ দৃষ্টান্তৰ সহায় লৈ আমি নিশ্চিন্ত হৈ লোৱা ভাল হ'ব।"

"কেনে ধৰণৰ দৃষ্টান্তৰ কথা নো কৈছাঁ?"

"ধৰাঁ জানিবাঁ আমি আমাৰ আদৰ্শ-ৰাজ্যৰ কথা কওঁতে এনে এজন মানুহৰ কথাও কৈছোঁ যি জনৰ স্বভাৱ-চৰিত্ৰ আমাৰ ৰাজ্যৰ স্বভাৱ-চৰিত্ৰৰ সৈতে একে। এনে এজন মানুহে হাতত ধন-সোণৰ টোপোলা এটা পালেও এৰি দিব নে নিদিয়ে বুলি সুধিলে বাৰু আমি কি ক'ম? তেওঁৰ নিচিনা স্বভাৱৰ অধিকাৰী নোহোৱা সকলৰ দৰেই তেওঁও কৰা সম্ভাৱনা বেছি হ'ব বুলিয়েই ক'ম নে কি?"

"এইদৰে কৰিব বুলি কোনেও নেভাবিব।"

"এনে এজন মানুহক জানো দেৱমন্দিৰ অপৱিত্ৰকাৰী বা অপহৰণ-কাৰী নাইবা বন্ধু-বান্ধব প্ৰতাৰক বা দেশদ্ৰোহী বুলি কোনোবাই সন্দেহ কৰিব? এনে সন্দেহৰপৰা তেওঁ মুক্ত নহ'ব জানো?"

"হ'ব।"

"তদুপৰি কোনো ক্ষেত্ৰতেই তেওঁ প্ৰতিশ্ৰুতি ভঙ্গ কৰি বা চুক্তি ভঙ্গ কৰি কাকো বিশ্বাসঘাটকতা কৰিব নোৱাৰে।"

"কেতিয়াও নোৱাৰে।"

"অইন মানুহে যিয়েই নকৰক, তেওঁ কিন্তু কেতিয়াও ব্যভিচাৰ কৰিব বা পিতৃ-মাতৃক আওহেলা কৰিব নোৱাৰে।"

"নিশ্চয় নোৱাৰে।"

"তেনেহ'লে কিহৰ গুণতনো তেওঁ এনে হ'ব পাৰিলে? তেওঁৰ

আহাৰ উপাদানবোৰৰ প্ৰত্যেকেই নিজ নিজ কামত মনোযোগ দি শাসক আৰু শাসিতৰ সম্বন্ধ অটুট ৰখাৰ বাবেই নহয় জানো?"

"হয়, সেইবাবেই।"

"তেন্তে, যি শক্তিয়েই এনেবিধ ব্যক্তি আৰু এনেবিধ ৰাজ্যৰ সৃষ্টি কৰে তাকেই ন্যায় বুলি এতিয়া কম নে নকম? নে অন্য কিবা আৰু আছে?"

"ওহোঁ নাই।"

"তেনেহ'লে এতিয়া আমাৰ চেষ্টা সম্পূৰ্ণ সফল হ'ল বুলি ক'ব পাৰোঁ। দৈৱশক্তিয়ে আমাক প্ৰাথমিক ন্যায়ৰ সন্ধেদ দিব বুলি যি অনুমান আমি ৰাজ্য সংগঠনৰ কাম হাতত লওঁতেই কৰিছিলোঁ সিয়েই এতিয়া সত্য হ'ল।"

"হয়, ঠিক কৈছা।"

"এৰা গ্লকন, যাক প্ৰকৃতিয়ে মুচিয়াৰৰ কামৰ বাবে লায়ক কৰিছে সি সেই কামত হে থাকিব লাগে আৰু যি জনৰ গাত কাঠমিস্ত্ৰীৰ গুণ আছে তেওঁ কাঠমিস্ত্ৰীয়েহে হ'ব লাগে, এই মূল সূত্ৰতে সঁচাকৈয়ে ন্যায়ৰ প্ৰাথমিক পৰিচয় ( গতিকে ন্যায়ৰ উপযোগিতাও ) সোমাই আছিল।"

"হয়, তেনে যেনেই লাগে।"

"প্ৰকৃত কথাটো হ'ল যে দেখাত ন্যায় তেনেকুৱাই কিবা এটা, অৰ্থাৎ বাহ্যিক কাম-কাজলৈ চকু নিদি মানুহৰ আন্তৰিক কাৰ্য্যৰ প্ৰতি হে যি চকু ৰাখে। মনৰ ভিতৰত হোৱা কাৰ্য্যই হে মানুহজনক আৰু তেওঁৰ অভিৰুচি কি তাক প্ৰকাশ কৰে। সেইবাবেই ন্যায়বন্ত-জনে তেওঁৰ অন্তৰ্নিহিত প্ৰবৃত্তিবোৰক নিজ নিজ কৰ্ত্তব্যত বান্ধি ৰাখে আৰু বাহিৰা কামলৈ যাবলৈ এৰি নিদিয়ে। আত্মাৰ ভিতৰত থকা বিভিন্ন শ্ৰেণীক ইটোৱে সিটোৰ ওপৰত হেতা-ওপৰা কৰিবলৈ নিদি তেওঁ নিজৰ ঘৰখন চম্ভালি ৰাখিব। এইদৰে নিজৰ ওপৰত সম্পূৰ্ণ কৰ্ত্তৃত্ব আয়ত্ত কৰি তেওঁৰ নিজৰ চৰিত্ৰ এনেদৰে নিয়ন্ত্ৰিত কৰি ৰাখিব যাতে তেওঁৰ লগত তেওঁৰ চৰিত্ৰৰ কোনো সংঘাত নঘটে। আৰু তাৰ লগে লগে তেওঁ উক্ত তিনিওটা মূল উপাদান এনে ধৰণে বান্ধিব যেন তিনিও একেটা সুৰতে বন্ধা তিনিডাল

তাঁৰ হে—এডাল উচ্চ, এডাল মধ্য আৰু এডাল নিম্ন সুৰৰ তাঁৰ। এই তিনিওকে বান্ধি আঁতাই প্ৰকৃত পৰিমিতাচাৰী পুৰুষ হিচাপে তেওঁৰ প্ৰকৃতিৰ বিভিন্ন উপাদানক একীভূত কৰাৰ পাচত নিজৰ কামত আগবাঢ়িব। অৰ্থাৎ সম্পত্তি আহৰণ, শৰীৰৰ পুষ্টি সাধন আৰু ৰাজ্যৰ কাৰ্য্য অথবা নিজৰ ব্যৱসায়ৰ কাৰ্য্য সম্পাদন কৰিব। এই সকলো ক্ষেত্ৰতে পৰিমিতাচাৰী প্ৰবৃত্তি ৰক্ষা কৰা আৰু তেনে প্ৰবৃত্তি সৃষ্টি কৰাত সহায় কৰিবপৰা টোৰেই ন্যায় আৰু সন্মানৰ পথ বুলি ধৰিব আৰু সেইমতে আচৰণ কৰিব। আৰু, এনে আচৰণৰ পথ নিৰ্দ্দেশ দিয়া সুবিচাৰকে প্ৰজ্ঞা বুলি তেওঁ বিশ্বাস কৰিব আৰু ব্যক্ত কৰিব। আনহাতে, তেওঁ এইটোও বিশ্বাস কৰিব যে এই সংযমী প্ৰবৃত্তি নাশৰ উপক্ৰম কৰা কাৰ্য্যই হ'ল অন্যায় কাৰ্য্য ; তদুপৰি যি অবিবেচিত অভিমতে মানুহক অন্যায় কাৰ্য্যলৈ উদ্‌গণি দিয়ে সিয়েই হ'ল অজ্ঞতা।"

"ছক্ৰেটিচ, তুমি যিখিনি ক'লা, সম্পূৰ্ণ সত্য।"

"বেচ তেন্তে। ন্যায়ৱন্ত পুৰুষ আৰু ন্যায্য ৰাজ্য দুয়োটা আবিস্কাৰ কৰিলোঁ বুলি যদি কওঁ আৰু যদি কওঁ যে এই দুয়োতে থকা ন্যায় ও আবিস্কাৰ কৰিলোঁ, তেনেহ'লে মোৰ বোধেৰে আমি অসত্য কোৱা বুলি কোনেও ক'ব নোৱাৰিব।"

"নাই, কেতিয়াও নকয়।"

"তেন্তে আমি সেই বুলিয়েই কম নে কি ?

"হয় কম।"

মই তেতিয়া ক'লোঁ, "বাৰু সেয়েই হওক। এতিয়া বিচাৰ কৰিব লাগিব অন্যায় নো কি ?"

"ওঁ, কৰিবই লাগিব।"

"তেন্তে, অন্যায় জানো ন্যায়ৰ বিপৰীত অৱস্থা অৰ্থাৎ তিনিওটা মূল উপাদানৰ মাজত হোৱা গৃহ-বিবাদৰ অৱস্থাই নহ'ব ? যিটো নিজৰ কাম নহয় তাত হাত দি খেলিমেলি কৰা আৰু বিধি-পথালি দিয়াৰ প্ৰবৃত্তিয়েই জানো নহ'ব ? সিয়েই জানো মনৰ এক অংশই সমগ্ৰ মনটোৰ বিৰুদ্ধে কৰা বিদ্ৰোহ কাৰ্য্য নহ'ব ? সমগ্ৰ মনটোৰ ওপৰত প্ৰভুত্ব কৰিবলৈ যিটো অংশৰ কোনো ন্যায্য অধিকাৰ

নাই আৰু যিটো অংশৰ কৰ্ত্তব্য হ'ল স্বভাৱতঃ প্ৰভুত্বৰ অধিকাৰী অংশটোক সেৱা কৰা হে, সেই অংশটোৱেই জানো সমগ্ৰ মনটোৰ ওপৰত আধিপত্য স্থাপন কৰিবলৈ চেষ্টা নকৰিব? মোৰ বোধেৰে এনে বিধৰ কাৰ্য্যই উপৰুক্ত উপাদানবোৰৰ মাজত হোৱা খেলিমেলি আৰু কিংকৰ্ত্তব্যবিমূঢ় পৰিস্থিতিয়েই হ'ব অন্যায়, ব্যভিচাৰ, কাপুৰুষতা আৰু মূঢ়তাৰ পৰিস্থিতি। অৰ্থাৎ একে আষাৰতে ক'বলৈ গ'লে ভ্ৰষ্টাচাৰ।"

"হয়, ঠিক কথা।"

"তেন্তে এতিয়া ন্যায় আৰু অন্যায়ৰ প্ৰকৃতি বুজি লোৱাৰ পাচত এহাতে অন্যায় কাম কৰাটো কাক বোলে আৰু অন্যায়কাৰী কাক বোলে, আৰু আনহাতে, ন্যায় কাৰ্য্য কৰাটো কাক বোলে এই কথাবোৰ জানো আমাৰ বাবে ফটফটীয়া হৈ পৰা নাই?"

"কেনেকৈ?"

"কেলৈ, আত্মাৰ ভিতৰত হোৱা এই ক্ৰিয়াবোৰ জানো শৰীৰৰ ক্ষেত্ৰত স্বাস্থ্য আৰু ৰোগৰ উপক্ৰম কৰা কাৰ্য্যকলাপৰ সৈতে সম্পূৰ্ণ একে নহয়?

"কেনেকৈ?

"মই ভাবোঁতে, নিৰোগী অৱস্থাৰপৰা স্বাস্থ্য লাভ হয় আৰু বেমাৰী অৱস্থাৰপৰা ৰোগৰ উৎপত্তি হয়।"

"হয়।"

"সেইদৰেই, ন্যায় আচৰণত ন্যায্য প্ৰবৃত্তিৰ, অন্যায় আচৰণত অন্যায় প্ৰবৃত্তিৰ উৎপত্তি নহ'ব জানো?"

"এতিয়া কথা হ'ল, স্বাস্থ্য লাভ কৰিবলৈ হ'লে শাৰীৰিক শক্তিবোৰ এনেভাৱে সংগঠিত কৰিব লাগিব যাতে প্ৰাকৃতিক নিয়ম অনুসৰি সেই শক্তিবোৰে ইটোৱে সিটোক আয়ত্ত কৰিব আৰু ইটো সিটোৰ আয়ত্তাধীন হ'ব পাৰে। আনহাতে অন্যায়ৰ উৎপত্তি কৰিবলৈ হ'লে সেই শক্তিবোৰে প্ৰকৃতিৰ নিয়ম উলঙ্ঘা কৰি ইটোৱে সিটোৰ ওপৰত প্ৰভুত্ব স্থাপন কৰিব।"

"ঠিক কৈছা।"

"তেনেহ'লে, ধৰ্ম্মও হ'ল এবিধ স্বাস্থ্য আৰু সৌন্দৰ্য্য তথা

আত্মাৰ সু্স্বভাৱ। আৰু অধৰ্ম্ম হ'ল এবিধ ৰোগ আৰু কুৰূপতা তথা আত্মাৰ ব্যাধি।"

"সঁচা কথা।"

"তেন্তে, জগতে আমি এইটোও ক'ব পাৰোঁ নে কি যে সকলো-বিলাক সু-অভ্যাসেই ধৰ্ম্ম আচৰণত সহায় কৰে আৰু সকলো বিলাক কু-অভ্যাসেই ভ্ৰষ্টাচাৰৰ পথ মুকলি কৰে।"

"নিশ্চ, সেইটোৱেই হয়।"

"এতিয়া তেনে এটা কথা হে আমি অনুসন্ধান কৰিবলৈ বাকী থাকিলগৈ। কথাটা হ'ল—লোকে ন্যায়ৱন্ত বুলি কওকেই বা নকওক সেইটোলৈ কাণ নকৰি ন্যায় আচৰণ কৰি যোৱা, সজ আদৰ্শৰ পথ অনুসৰণ কৰা আৰু ন্যায়ধৰ্ম্মী হোৱাটোৱেই লাভজনক হ'ব, নে শাস্তিৰ হাতসাৰি-হাতসাৰি থাকি আৰু সকলো সজ উপদেশলৈ আওকাণ কৰি অন্যায় কাম কৰা আৰু অন্যায়ধৰ্ম্মী হোৱাটো হে লাভজনক হ'ব?"

"নহয় ছক্ৰেটিচ, ন্যায় আৰু অন্যায়ৰ প্ৰকৃত স্বৰূপ বৰ্ণনা কৰি অহাৰ পিচত এতিয়া এই অনুসন্ধান কৰিবলৈ গ'লে কথাটো বেয়া হে হৈ পৰিবগৈ দেখোন। প্ৰশ্নটো হ'ল, সকলো প্ৰকাৰৰ লেহ্য-পেহ্যেৰে ভৰি থকা আৰু অজস্ৰ ধন-সম্পত্তি আৰু ক্ষমতাৰ অধিকাৰী হৈ থকা অৱস্থাত যদি মানুহৰ দেহা একেবাৰে নষ্ট হৈ পৰে, তেতিয়া জানো মানুহে জীৱন অসাৰ্থক হৈ যোৱা বুলি ভাবে? তেতিয়া জানো কোনোবাই, জীয়াই থকাৰ মূল উপাদান নষ্ট হৈ যোৱাৰ পাচতো জীৱনৰ সাৰ্থকতা কিবা থাকিব বুলি ক'ব? তেতিয়াও জানো মানুহে ভ্ৰষ্টাচাৰ আৰু অধৰ্ম্মৰ হাত সাৰিবপৰা আৰু সজগুণ আৰু ধৰ্ম্ম আহৰণ কৰিবপৰা কাৰ্য্য বৰ্জ্জন কৰিব?"

"মই উত্তৰ দিলোঁ—"হয়, কথাটো বেয়া হে হ'ব। কিন্তু তথাপি আমি যেহেতু এইখিনি পালোঁহিয়েই, এতিয়া মন পেলাই দিব নোৱাৰোঁ—যেতিয়ালৈকে আমি সম্পূৰ্ণ স্পষ্ট ৰূপত আমাৰ চূড়ান্ত বিচাৰৰ শুদ্ধতা প্ৰমাণ কৰিব নোৱাৰোঁহক।"

"ওহোঁ নোৱাৰোঁ। অইন যিয়েই নকৰোঁ, মন পেলাই দিব নোৱাৰোঁ।"

"বাৰু তেন্তে আহাঁ, যিমান বিধ অধৰ্ম্ম আছে চাওঁহক। অৱশ্যে মোৰ মতে প্ৰকৃততে বিচাৰৰ যোগ্য কেইবিধ হে পৰীক্ষা কৰিমহক।"

"কৈ যোৱাঁচোন বাৰু।"

"বুজিছা, আমাৰ যুক্তি-বিচাৰত আমি দ'ল এটাৰ সমান ওপৰলৈকে উঠিলোঁৱেই। সিমান ওপৰৰপৰাই মই যেন দেখিবলৈ পাইছোঁ। মই দেখিছোঁ য'ত ধৰ্ম্ম মাত্ৰ এবিধ হে, অধৰ্ম্ম কিন্তু অলেখ; আৰু এইবোৰৰ ভিতৰত চাৰিবিধ হে মাথোন লক্ষ্য কৰিবলগীয়া।"

"তুমি নো কি ক'ব খুজিছা?"

"অৰ্থাৎ, সম্পূৰ্ণ বেলেগ বেলেগ ধৰণৰ যিমান বিধৰ শাসন-ব্যৱস্থা আছে, মনৰ চৰিত্ৰও সিমান বিধ আছে।"

"বাৰু কোৱাঁচোন কেই বিধৰ।"

"শাসন-ব্যৱস্থা হ'ল পাঁচ বিধৰ। আৰু মনৰ চৰিত্ৰও পাঁচ বিধৰ।"

"কি কি কোৱাঁচোন তেন্তে।"

"কওঁ বাৰু। এবিধ শাসন-ব্যৱস্থা হ'ল যাক আমি বৰ্ণনা কৰিলোঁ সেইবিধ। সেই বিধৰে দুটা বেলেগ নাম দিব পাৰি। যদি হে শাসকবৰ্গৰ মাজত এজন মানুহ ওলায় যি বাকী সকলোকে চেৰ পেলাব পাৰে, তেতিয়া হ'লে তাৰ নাম হ'ব ৰাজতন্ত্ৰ। যদি হে এজনতকৈ সৰহ মানুহ উৎকৃষ্ট গুণৰ অধিকাৰী হয় তেন্তে তাক অভিজাততন্ত্ৰ বুলিব পাৰি।

"ঠিক কৈছা।"

"ইয়াকেই মই এবিধ চৰকাৰ বুলি কৈছোঁ। এইবাবেই কৈছোঁ যে সৰ্ব্বময় ক্ষমতা এজনৰ হাতভেই থাকক বা কেবাজনৰো হাতভেই থাকক, শাসকৰ শিক্ষা আৰু সাধনা আমি বৰ্ণনা কৰা মতে হ'লে ৰাজ্যৰ ঘাই বিধি-বিধানত একো অঘটন নঘটিব।"

তেওঁ উত্তৰ দিলে, "হয়, সেইবুলি আমি ক'ব পাৰোঁ।"

"এতেকে যাক মই সুৰাজ্য বা সুসংবিধান বুলিছোঁ সেয়া হ'ল এনেকুৱাই। সুপুৰুষৰ বৰ্ণনাও সেই একেই। এইবিধ ৰাজ্য বা পুৰুষকে যদি উত্তম আৰু উচিত বুলি ধৰি লওঁ আৰু এই সংজ্ঞাকে ৰাজ্যৰ সংগঠন আৰু ব্যক্তিগত চৰিত্ৰ-গঠন উভয়তে প্ৰয়োগ কৰোঁহক, তেনেহ'লে বাকী সকলোবোৰকে অধম আৰু দূষিত বুলিব লাগিব। এই দূষিত সংগঠনবোৰক চাৰি বিধত ভগাব পৰা যাব।"

"কোৱাঁচোন বাৰু, সেই চাৰিবিধ নো কি কি?" তেওঁ সুধিলে।

তেতিয়া মইও এবিধ এবিধকৈ ক'বলৈ ধৰোঁতেই পলেমাৰ্কুচে এডিমেণ্টুচৰ সিকাষে বহি থকাৰেপৰাই ককায়েকৰ কাপোৰত ধৰিবলৈ গৈ বাউসিৰ ওপৰলৈকে হাত মেলি বৈ গ'ল; আৰু হাউলি, ককায়েকৰ কাণে কাণে ফুচফুচাই কিবা ফুআষাৰমান ক'লে। তাৰ ভিতৰত এই কেইষাৰ কথা আমাৰ কাণত পৰিছিলহি ঃ—

"আমি তাক এৰি দিম নে নিদিম?

এডিমেণ্টুচে ডাঙৰকৈ ক'লে—"কেতিয়াও নেৰোঁ।"

তেতিয়া মই ক'লোঁ—"হে'ৰা, কি হ'ল? কাকনো তোমালোকে এৰি দিব নোখোজাৰ কথা কৈছা?"

তেওঁ উত্তৰ দিলে, "তোমাক।"

মই পুনৰ সুধিলোঁ, "কিয়? কি হ'ল?"

"আমি বুজিছোঁ, তুমি কথা সৰুৱাবলৈ চাইছাঁ আৰু এভাগ কথা একেবাৰে লুকুৱাই ৰাখিছাঁ। ভালকৈ সামৰিব নোৱাৰি বুলি বিষয়টোৰ অতি দৰ্কাৰি ভাগ এটাকে এৰি দিছা। ফুআষাৰমান কৈয়েই পাল মাৰি থৈ তুমি হ'বলা ভাবিছিলা আমি তোমাৰ এই কথা ধৰিব পৰা নাই। 'বন্ধুৰ ভিতৰত সকলো বস্তুৱেই উমৈহতীয়া সম্পত্তি' বোলা সূত্ৰটো তিৰোতা আৰু শিশুৰ ক্ষেত্ৰতো প্ৰযোজ্য হোৱাটো সকলোৱেই মানি ল'ব বুলি তুমি ধৰিয়েই লৈছা।"

"হয়। মোৰ জ্ঞানো শুদ্ধ হোৱা নাছিল, এডিমেণ্টুচ?"

"হৈছিল। কিন্তু অইনবোৰৰ দৰেই এই 'শুদ্ধ' শব্দটোৰো ব্যাখ্যা হ'ব লাগিব। আমাক এইটো ক'ব লাগিব বহুত আঁচনিৰ ভিতৰত কোনবিধ আঁচনিত নো সম্পত্তিৰ উমৈহতীয়া স্বত্ব ৰখা হ'ব। এতেকে তুমি কেনে আঁচনিৰ কথা ভাবিছাঁ, আমাক কোৱাঁ। কেনে চৰ্ত্তত নো ল'ৰা-ছোৱালী জন্ম দিব লাগিব, জন্মৰ পাচত সিহঁতক নো কেনেকৈ লালন-পালন কৰিব লাগিব—এইবোৰ কথা তুমি ফঁহিয়াই ক'বাঁ বুলি বহুত সময়ৰেপৰাই বাট চাই আছোঁ। এতিয়া তুমি নো তিৰোতা আৰু ল'ৰা-ছোৱালীৰ উমৈহতীয়া ভোগ-দখলৰ কি সম্পূৰ্ণ আঁচনি কৰিছাঁ কোৱাঁ। কাৰণ, আমাৰ মতে এই আঁচনি কাৰ্য্যকৰী কৰোঁতে ভালকৈ কৰা হ'ব নে বেয়াকৈ কৰা হ'ব সেইটো কথা ৰাজ্যৰ বাবে অতি জৰুৰী কথা। গতিকে আমি যেতিয়া দেখিলোঁ তুমি এইবোৰ কথা নিৰ্ণয় নকৰাকৈয়ে আন কেইবিধ শাসনপদ্ধতিৰ কথালৈ যাব খুজিছাঁ, তেতিয়া আৰু তোমাক, অইনবোবৰ দৰেই এইবোৰ কথাৰো খৰচি নমৰালৈকে যাবলৈ এৰি দিব নোৱাৰোঁ। বোলোঁ, আমাৰ কথাষাৰ এতিয়া শুনিলা নে?"

গ্লকনে মাত লগালে, "তোমালোকৰ এই প্ৰস্তাৱৰ সমৰ্থনত মোৰ সমৰ্থনটোও যোগ দি থোৱাঁ।"

থে্ৰচিমাকুচে ক'লে, "ছক্ৰেটিচ, চমুতে ক'বলৈ গ'লে এই প্ৰস্তাৱত আমি আটাইকেউটা একমত বুলি তুমি ধৰি ল'ব পাৰাঁ।"

মই ক'লোঁ, "এইদৰে মোক জব্দ কৰি তোমালোকে কি যে কামটো কৰিলা! চোৱাঁচোন তোমালোকে কিমান বিশাল প্ৰশ্ন এটাই উলিয়ালাঁহক। এই প্ৰশ্ন উত্থাপন কৰি বিষয়টোকে ঘূৰাই আকৌ বিচাৰ কৰিব লগাত পেলালা। এই বিষয়ে বিচাৰৰ কাম শেষ হৈছে বুলি ভাবি মই মনতে আনন্দ পাইছিলোঁ আৰু বিষয়টোৰ এই কেইটা কথা তেনেকৈয়ে এৰি দি সেই সময়ত যেনেদৰে তোমালোকে কৈছিলা তেনে দৰেই মইও গ্ৰহণ কৰি লৈছিলোঁ। তোমালোকে গমেই পোৱা নাই এই কেইটা কথা উত্থাপন কৰি কিমান জাউৰি প্ৰশ্নৰ উত্তৰ কৰিছাঁ। পিচে, বিচাৰ কৰাৰ সময়ত

মই এই বিষয়টো পৰীক্ষা কৰিছিলোঁ আৰু সেইবাবেই তাক এইদৰে এৰিছিলোঁ—যাতে আমি অনন্ত বেমেজালিত নপৰোঁগে।"

"সেইটোনো আকৌ কেনেকৈ? অ' তুমি হ'ব পায় ভাবিছাঁ, আচলতে আমি দাৰ্শনিক ব্যাখ্যা শুনিবলৈ নাহি ইয়াত সোণৰ চিকাৰ কৰিবলৈ হে আহিছোঁ।"[১]

মই উত্তৰ দিলোঁ, "নহয়, তোমালোকে ব্যাখ্যা শুনিবলৈকে আহিছাঁ। পিছে নিয়মীয়া ব্যাখ্যা হে।"

গ্লকনে ক'লে, "সঁচা কথা, ছক্রেটিচ, জ্ঞানীজনৰ এনে ব্যাখ্যা শুনি গোটেই জীৱনটো কটালেও হানি নাই। এতেকে তুমি চিন্তা কৰিব নালাগে। এতিয়া আমাৰ অনুৰোধ, তুমি যাতে আমি বিচৰা বিষয়ত তোমাৰ মতামত ব্যক্ত কৰিবলৈ নাভাগৰাঁ। অৰ্থাৎ আমাৰ ৰাজ্যপালকহঁতৰ মাজত থাকিব লগা, তিৰোতা আৰু সন্তানৰ উমৈহতীয়া অধিকাৰৰ আচল প্ৰকৃতি কি বুজাই দিয়াঁ। আৰু, জন্ম ও শিক্ষাৰ মাজৰ ছোৱাত ডেকা-ডুমাহাহঁতক দিব লগা প্ৰশিক্ষণ, অৰ্থাৎ যিটো বস্তুক আটাইতকৈ জটিল সমস্যা বুলি ধৰা হৈছে সেইটোনো কি সেই বিষয়েও কোৱাঁ। এই বিষয়ত নো কেনে বিধান হ'ব লাগে তাক ব্যাখ্যা কৰিবলৈও চেষ্টা কৰিবাঁ বুলি ধৰিছোঁ।"

"পিচে বন্ধু, এই প্ৰশ্নৰ মীমাংসা কৰাটো সহজ কথা নহয়, কিয়নো আমাৰ আগৰ সিদ্ধান্তকৈও ই বেছি হে অবিশ্বাসযোগ্য হ'ব। প্ৰথম কথা হ'ল, আমাৰ আঁচনিৰ কাৰ্য্যকাৰিতাৰ ওপৰত কোনেও বিশ্বাস নকৰিব; দ্বিতীয়তে, ভালমতে কাৰ্য্যকৰী কৰিব পাৰিলেও তাৰ ঔচিত্যৰ বিষয়ে মানুহে প্ৰশ্ন কৰিব। সেইবাবেই বিষয়টো হাতত ল'বলৈ মই ইচ্ছা নকৰিছিলোঁ। জানোচা মোক অলীক কল্পনা কৰা বুলিয়েই তোমালোকে ভাবাঁ।"

তেওঁ উত্তৰ দিলে, "নহয়, তুমি অনিচ্ছুক হ'ব নালাগে। তোমাৰ শ্ৰোতাসকল মূৰ্খ নহয়, তোমাৰ প্ৰতি অবিশ্বাসী শত্ৰুভাবাপন্নও নহয়।"

---

১। এই বাক্যৰ অৰ্থ এনেদৰে ধৰা হৈছে—'আমি ইয়ালৈ বিফল মনোৰথ হ'বলৈ আহিছোঁ নে কি?

তেতিয়া মই ক'লোঁ, "প্ৰিয় বন্ধু, তেনেহ'লে সেইবাবেই নিৰ্ভয়ে কৈ যাবলৈ তোমালোকে মোক আশ্বাস দিছিলা, নহয় জানো?"

"ওঁ হয়। দিছিলোঁ।"

"পিচে মই কওঁ শুনা। তুমি ওলোটাটো হে কৰিলাগৈ। বিষয়-টোৰ ওপৰত জ্ঞান থকা বুলি মোৰ নিজৰে বিশ্বাস থকা হ'লে হে তোমাৰ উৎসাহবাণী উপকাৰত আহিলহেঁতেন। কিন্তু কথা হ'ল, বুদ্ধিমান বন্ধুমহলৰ মাজত গুৰুত্বপূৰ্ণ আৰু ৰুচিকৰ বিষয়ত আলোচনা কৰিবলৈ গ'লে কওঁতাজনে নিজে বিষয়টো ভালকৈ জানিব লাগিব, তেহে সাহসেৰে আৰু স্বকলমে ক'ব পাৰিব। কিন্তু যেতিয়া নিজৰ মনতেই সন্দেহ ভৰি থাকে—যিটো অৱস্থা এতিয়া মোৰ হৈছে—তেতিয়া কিবা এটা মত দাঙি ধৰা মানেই পিছল বাটত খোজ দিয়া। গতিকে, সেইবাবেই ভয় খাইছোঁ। অৱশ্যে কোনোবাই মোক হাঁহিব বুলি নহয়; মই ভয় খাইছোঁ জানোচা সেইটো কৰিবলৈ গৈ মই সত্যৰপৰা পিছলি পৰোঁ সেই বুলি হে; আৰু মোৰ লগতে বন্ধু-সকলকো টানি নি এনেকুৱা ঠাইত পেলাওঁ গৈ য'ত অকণমান ভৰি পিছলিলেই ভয়ানক বিপদ। গ্লকন, মই যিখিনি ক'বলৈ ওলাইছোঁ তাৰ বাবে মোৰ ওপৰত প্ৰতিহিংসা দেবী নেমেছিছ অসন্তুষ্ট নহ'বলৈ ভগৱানক প্ৰাৰ্থনা জনাইছোঁ। বুজিছা, সঁচাকৈয়ে মই ভাবোঁ কোনোবাই অজানিতে কিবা অপৰাধ কৰি কাৰোবাৰ মৃত্যু ঘটালেও তেনে অপৰাধক ক্ষমা কৰিব পাৰি; এক মহৎ, উৎকৃষ্ট, ন্যায্য সংগঠনৰ বিষয়ত ভুল ব্যাখ্যা দি প্ৰৱঞ্চনা কৰিবলৈ গ'লে কিন্তু কেতিয়াও ক্ষমা কৰিব নোৱাৰি। শত্ৰুমানুহক প্ৰৱঞ্চনা কৰিও সাৰিবপৰা যাব। কিন্তু মিত্ৰলোকক ফাঁকি দিবলৈ টান। তোমা-লোকে এই বুলিয়েই মোকো উৎসাহ দিছা বুলি মই বুজি পাইছোঁ।"

এইদৰে ক'লত গ্লকনে হাঁহি এটা মাৰি ক'লে, "হ'ব হ'ব, ছক্ৰেটিচ, তোমাক বাৰু কৈ থলোঁ, তোমাৰ মতবাদে যদি আমাক কিবা অন্যায়ো কৰে তেতিয়াও আমি তোমাৰ মুৰ ছিঙি নেপেলাওঁ। তুমি আমাক প্ৰৱঞ্চনা কৰা দোষৰপৰাও তোমাক আমি মুক্ত কৰি দিছোঁ। এতিয়া তুমি নিৰ্ভয়ে কৈ যোৱা।"

মই উত্তৰ দিলোঁ, "এৰা হওঁতে আইনমতে নিৰ্দ্দোষী বুলি খালাচ

পোৱাৰ পাচত মানুহ আনকি পৰজন্মতো শুদ্ধ হৈ পৰে। এতেকে ইহ সংসাৰতো নিশ্চয় শুদ্ধ হ'ব।"

"বাৰু বাৰু, এইটো ভয়ত তোমাৰ মুখ বন্ধ কৰিব নালাগে।"

"তেন্তে আমাৰ আলোচ্য বিষয়টোৰ কথা এবাৰ পুনৰ উত্থাপন কৰি লওঁ। অৱশ্যে আগতেই সেইবাৰ কথা যথাস্থানত মই আলোচনা কৰিব লাগিছিল; হওঁতে এতিয়া কৰা ভাল হে হৈছে। পুৰুষৰ বিষয়ে আলোচনা কৰাৰ পাচত এতিয়া তিৰোতাৰ কাৰ্য্যৰ কথা ধৰোঁহক—বিশেষতঃ যিহেতু তুমি এইদৰে কৰাটোকে বিচাৰিছা।"

"ৰাজ্যপালকহঁতৰ কেনেকৈ জন্ম হ'ব আৰু কেনেধৰণৰ শিক্ষা-দীক্ষা হ'ব সেইটোৰ বৰ্ণনা যি হিচাপে আমি কৰিলোঁ সেইমতে সন্তান-সন্ততি লাভ কৰা আৰু লালন-পালন কৰাৰ বিষয়ত মই ভবাত ৰাজ্যপালকহঁতৰ বাবে এটা হে মাত্ৰ শুদ্ধ পথ আছে। সিয়েই হ'ল, আমি তেওঁলোকক যি মূল-প্ৰেৰণাৰ অধিকাৰী কৰিছোঁ সেই প্ৰেৰণাকে অনুসৰণ কৰা। আমাৰ পৰিকল্পনাৰ লক্ষ্যও আছিল ৰাজ্যপালক শ্ৰেণীক ভেৰা পালৰ ৰখীয়াৰ দৰে গঢ়ি তোলাৰ বাবে হে।"

"হয়।"

"আমি বাৰু এই সূত্ৰতে ধৰি থাকোঁচোন আৰু সেইমতেই সংসাৰ-বৃদ্ধি আৰু সতি-সন্ততি প্ৰতিপালনৰ নিয়ম-প্ৰণালী তৈয়াৰ কৰি সুবিধাজনক হয় নে নহয় চাওঁহকচোন।"

"কেনেকৈ?"

"চোৱাঁ বাৰু, ৰখীয়াবোৰৰ তিৰোতায়ো মতাবোৰৰ লগতে ভেৰা ৰাখিব, চিকাৰ কৰিব আৰু অন্যান্য সকলো কামতে সমানে অংশ ল'ব লাগিব বুলি ভাবাঁ নে কি? যেহেতু সন্তান জন্ম দিয়া আৰু লালন-পালন কৰাৰ দায়িত্ব তিৰোতাৰ গাত, গতিকে সিহঁত ঘৰৰ ভিতৰতে থাকিব নালাগিব জানো? আন হাতে, মতাবোৰৰ কাম, পৰিশ্ৰম কৰা আৰু ভেৰাপালৰ যত্ন লোৱাটোৱেই নহ'ব জানো?"

"নহয়। আমি ভাবোঁ সকলো কামতেই নাৰীয়ে সমানে অংশ গ্ৰহণ কৰিব লাগে। দৈহিক শক্তিৰ ক্ষেত্ৰত হে মাত্ৰ আমি নাৰীক পুৰুষতকৈ দুৰ্ব্বল বুলি কৈছোঁ; বাকী সকলো ক্ষেত্ৰতে সমান।"

"কিন্তু এটাইবোৰ জন্তুকে একে কামতে লগাবলৈ হ'লে জানো

সিহঁতৰ সকলোকে একেধৰণৰ শিক্ষা-প্ৰশিক্ষণ নিদিয়াকৈ পৰা হ'ব ?"

"নহয় ।"

"তেনেহ'লে আমি নাৰীকো পুৰুষৰ সমানে একে দায়িত্ব দিবলৈ হ'লে, একে শিক্ষাকে দিবও লাগিব ।"

"পুৰুষক আমি ইতিমধ্যে কাব্য-সঙ্গীত আৰু ব্যায়াম শিক্ষা দিলোঁ ।"

"ও দিছোঁ ।"

"তেন্তে নাৰীকো সেই দুই বিষয়ৰ শিক্ষা দিব লাগিব । তদুপৰি সামৰিক শিক্ষাও । আৰু, তেতিয়া নাৰীক পুৰুষৰ সৈতে একে শাৰীতে ধৰিব লাগিব ।"

"হয়, এইটো ক'বই নেলাগে আৰু ।"

"কিন্তু আমি কামটো যেনে ধৰণে কৰিবলৈ ওলাইছোঁ ভালেমান কথাই হয়তো বৰ আপচু যেন দেখাবগৈও পাৰে ।"

"কিছুমান কথা নিশ্চয় হ'ব ।"

"বাৰু, তাৰ ভিতৰত কোনবোৰক তুমি আপচু হ'বগৈ বুলিছা ? প্ৰশিক্ষণ কেন্দ্ৰত পুৰুষৰ সৈতে একেলগে নাৰীয়ে উদং গাৰে ব্যায়াম কৰা কথাটোৰেই নহয় জানো ? অকল গাভৰু তিৰোতায়েই নহয়, বুঢ়ী তিৰোতায়ো এই ব্যায়াম কৰিব—যেনেকৈ ব্যায়ামাগাৰত শোটোৰা-শোটোৰ গালেৰে কুৎসিত চেহেৰা লৈও পুৰুষৰ বুঢ়াবোৰে ব্যায়াম কৰি আনন্দ পায় । নহয় জানো ?"

"হয় । অৱশ্যে কথাটো সঁচা । কিন্তু আজিকালিৰ দিনত সেইটো দেখিবলৈ বৰ বেয়া হ'ব ।"

"বাৰু তেন্তে, আমি যেহেতু বিষয়টোৰ আলোচনা আৰম্ভ কৰিলোঁৱেই, এতিয়া আৰু ব্যায়াম আৰু কাব্য-সঙ্গীতৰ ক্ষেত্ৰত আমাৰ আঁচনি কাৰ্য্যকৰী কৰাত, বিশেষকৈ অস্ত্ৰধাৰণ আৰু ঘোঁৰাত উঠাৰ কথাত কোনোবা পণ্ডিতে হাঁহিলেও হাহঁক, তাত ভয় খাবলগীয়া একো নাই ।"

"ও ঠিকেই কৈছা ।"

"বৰঞ্চ আমি এতিয়া আমাৰ আলোচনাত আগবাঢ়িব হে লাগে ।

এতিয়া নিয়ম-শৃঙ্খলাৰ কঠোৰ পথত আগবাঢ়োঁহক। যিসকল পণ্ডিতে আমাৰ বৈপ্লৱিক কথা-বতৰা দেখি বিদ্ৰূপ কৰিব তেওঁলোককো কৈ দিওঁ তেওঁলোকে লোকক বিদ্ৰূপ কৰাৰ অভ্যাসটো এৰি অলপ চিন্তা কৰিবলৈ শিকক। এই পণ্ডিতসকলক এটা কথা সোঁৱৰাই দিওঁ— পুৰুষ নঙঠা হৈ থকাটোক গ্ৰীকসকলে একেবাৰে আপচু আৰু লাজৰ কথা বুলি ধৰাটো বৰ সৰহ দিনৰ কথা নহয়। আদিম জাতিবোৰে নঙঠা হোৱাটো আজিও বেয়া কথা বুলি নাভাবে। আগতে গ্ৰীক-সকলো এইদৰেই আছিল। পোনতে যেতিয়া ক্ৰীটৰ অধিবাসীসকল আৰু পাচত, লেচিডেমনীয়া সকলে শৰীৰচৰ্চ্চা কৰিবলৈ ধৰিছিল, তেতিয়া সেই সময়ৰ পণ্ডিতশ্ৰেণীয়ে এইবোৰ ব্যায়ামক নতুন খেলা বুলি গ্ৰহণ কৰিবও পাৰিছিল। তুমি বাৰু কি কোৱা? হয় নে নহয়?"

"হয়।"

"কিন্তু যেতিয়া অভিজ্ঞতাই আমাক শিকালে, শৰীৰটো ঢাকি ৰখাতকৈ কাপোৰকানি খহাই লোৱাটো হে বেচি সুবিধাজনক আৰু যেতিয়াই সেইটোৱেই বেচি ভাল বুলি প্ৰমাণ কৰা যুক্তিৰ আগত চকুত আপচু দেখাৰ কথাটো তল পৰিল তেতিয়াই এইটোও প্ৰমাণ হৈ গ'ল যে অনিষ্টকাৰী বস্তুৰ বাদে আনবোৰক আপচু বুলি ভবাটো, নাইবা অসঙ্গত আৰু অনিষ্টকাৰী নোহোৱা বস্তুক হাঁহিবলৈ যোৱাটো, মূৰ্খামি হে মাথোন। সেইদৰেই যি জনে সদ্‌গুণৰ বাদে আন সকলোকে প্ৰশংসা কৰিবলৈ যায় সিও মূৰ্খ হে।"

"খুব ঠিক কথা কৈছা।"

"যেই হওক, আমি প্ৰস্তাৱ কৰা নিয়মবোৰ কাৰ্য্যকৰী হ'ব নে নহয় এই কথাত এতিয়া একমত হৈ ল'ব লাগিব। তাৰ পিচত সকলোকে, পাতল মনৰ মানুহেই হওক বা গহীন প্ৰকৃতিৰ লোকেই হওক সকলোকে এই কেইটা প্ৰশ্ন উত্থাপন কৰিবলৈ সুবিধা দিব লাগিব—পুৰুষৰ লগত সকলো কামতে সমানে অংশ ল'বৰ বাবে নাৰীক প্ৰকৃতিয়ে সহায় কৰে নে নকৰে? নাৰী কোনো কামতেই পুৰুষৰ সমান হ'ব নোৱাৰে নে কি? নে, কিছুমান কামত সমান কিন্তু কিছুমানত নহয়? আৰু, যদি এনেকুৱাই হয় তেন্তে সামৰিক

কাৰ্য্য কোনে কৰিব পাৰিব? এইদৰে কথাটো আৰম্ভ কৰিলেই জানো আটাইতকৈ ভাল নহ'ব? সকলো ফালৰপৰা বিবেচনা কৰি চালে এইটোৱেই জানো উৎকৃষ্ট মীমাংসাৰো পথ নহ'ব?"

"হয়। নিশ্চয় হ'ব।"

"বাৰু তেন্তে। আমি এতিয়া আপত্তিকাৰী সকলৰ হৈ আমাৰ নিজৰ বিৰুদ্ধেই যুক্তি প্ৰদৰ্শন কৰোঁচোন। আমাৰ বিৰুদ্ধে বিপক্ষৰ যুক্তিত সমৰ্থন কৰোঁতাও নিশ্চয় ওলাব।"

"এইটো কৰাততো কোনো বাধা নাই।"

"তেন্তে বিপক্ষ দলৰ হৈ এইবুলি কওঁ—'হেৰা ছক্ৰেটিচ, আৰু গ্লকন, তোমালোকৰ বিৰুদ্ধে অইন একো যুক্তি দিবৰেই দৰকাৰ নপৰে। কিয়নো ৰাজ্যগঠনৰ আঁচনি তৈয়াৰ কৰোঁতে তোমালোকে নিজেই মানি লৈছিলা যে ৰাজ্যৰ ভিতৰত থকা প্ৰত্যেক ব্যক্তিয়েই নিজ প্ৰকৃতি অনুসৰি যাৰ ভাগত যি কাম পৰে তাকে কৰিব লাগে।' 'হয় আমি মানি লৈছিলোঁ। নামানিলে কেনেকৈ হ'ব?' 'পিচে তোমালোকে জানো মতা মানুহ আৰু মাইকী মানুহৰ প্ৰকৃতিৰ মাজত স্পষ্ট প্ৰভেদ থকা কথাটো এতিয়া অস্বীকাৰ কৰিবাঁ?' 'অৱশ্যে প্ৰভেদ এটা আছে হয়।' 'তেনেহ'লে পুৰুষ আৰু নাৰী প্ৰত্যেককে নিজ নিজ প্ৰকৃতিত খাপখোৱাকৈ বেলেগ বেলেগ কাম দিয়াটো হে জানো শুদ্ধ নহ'ব?' 'নিঃসন্দেহে হ'ব।' 'যদি সেইটোৱেই হয়, তোমালোকে এতিয়া ভুল কৰিছাঁ আৰু পুৰুষ-নাৰীৰ মাজত প্ৰকৃতিগত ডাঙৰ প্ৰভেদ থকা সত্বেও দুইকো একে বিধ কামতে নিয়োগ কৰিব লাগে বুলি কৈ তোমালোকে এতিয়া নিজৰ কথাৰ বিৰুদ্ধেই গৈছাঁ—হয় নে নহয়?' 'হেৰা, মোৰ বুদ্ধিমান বন্ধু, এনে আপত্তিৰ উত্তৰত এতিয়া তুমি কি বুলি কবাঁ?" "এৰা, মুহূৰ্ত্ততে অৱশ্যে ইয়াৰ জবাব দিয়াটো টান। তথাপি তোমাক ক'ম আৰু এতিয়াও কওঁ, আমাৰ ফালৰ-পৰা কি যুক্তি আছে তুমি কোৱাঁ আৰু ব্যাখ্যা কৰি দিয়াঁ।"

"গ্লকন বুজিছাঁ, এই ধৰণৰ আপত্তি ওলাব বুলি মই আগতেই জানিছিলোঁ। আৰু, সেইবাবেই তিৰোতা আৰু সন্তানৰ ওপৰত অধিকাৰ আৰু সন্তান লালন-পালনৰ ক্ষেত্ৰত প্ৰযোজ্য আইনৰ কথাত আলোচনা কৰিবলৈ মই ভয় খাইছিলোঁ আৰু ইতস্ততঃ কৰিছিলোঁ।"

"সচাঁ কথা ক'বলৈ হ'লে কথাটো বৰ সহজ নহয়।"

"কথাটো হয়। পিচে তুমি অকণমান গা-ধোৱা পুখুৰী এটাত পৰিলে যেনেকৈ সাঁতুৰিব লাগিব, বিশাল সাগৰৰ মাজত পৰিলেও তেনেকৈ সাঁতুৰিব লাগিব।"

"ঠিক কৈছা।"

"তেনেহ'লে, বৰ্ত্তমান ক্ষেত্ৰত এই আলোচনাৰ পাকৰ পৰাই স্থকলমে ওলাই যাবলৈ বাট উলিওৱাটোৱেই ঠিক নহ'ব জানো? ইয়াৰপৰা ওলাব পাৰিলেই কিজানিবা আমাক ডলফিনে[২] বোকোচাত বান্ধি নিয়েহিয়েই নাইবা দৈৱশক্তিয়ে আমাক উদ্ধাৰ কৰি দিয়েহিয়েই।"

"হ'ব, সেইটোৱেই ঠিক হ'ব।"

মই ক'লোঁ, "তেনেহ'লে, চাওঁচোন বাক কিবা উপায় উলিয়াব পাৰি নে কি? মানুহৰ বিভিন্ন প্ৰকৃতি অনুসৰি বিভিন্ন কৰ্ম্ম নিৰ্দ্ধাৰিত হ'ব লাগে বুলি আৰু নাৰীৰ প্ৰকৃতিৰ লগত পুৰুষৰ প্ৰকৃতিৰ অমিল আছে বুলি আমি মানি লৈছিলোঁ। অথচ এতিয়া আমি কৈছোঁ যে এই দুই প্ৰকৃতিয়েই একেটা কামতে ধৰিব লাগে। তুমি জানো ইয়াকে কোৱা নাই? - আমাৰ বিৰুদ্ধে তোমাৰ অভিযোগ এইটোৱেই নহয় জানো?"

"হয়, ঠিক সেইটোৱেই।"

"বুজিছা গ্লকন, তৰ্ক-চাতুৰ্য্যৰ শক্তি অতি প্ৰবল।"

"কেনেকৈ?"

"এই কাৰণেই যে বহুতে নিজ ইচ্ছাৰ বিৰুদ্ধেও এনে তৰ্কত সোমাই পৰেগৈ। তেতিয়া তেওঁলোকে ভাবি লয়, তেওঁলোকে বিষয় এটাৰ আলোচনা কৰিছে। কিন্তু বিভিন্ন প্ৰশ্নৰ বিচাৰ কৰোঁতে তেওঁলোকে একোটা কথাৰ বিভিন্ন অৰ্থৰ মাজত থকা পাৰ্থক্যটো ধৰিব নোৱাৰে। সেইবাবেই কথাষাৰ শুনিয়েই তেওঁলোকে প্ৰতিবাদ তোলে—তৰ্কবিদ্যাৰ চাতুৰ্য্য প্ৰয়োগ কৰি শব্দৰ বাণ মাথোন

---

২। এবিধ সাগৰীয় মাছ। এৰিয়নৰ বিখ্যাত কাহিনীত যোধকৰোঁ উল্লেখ কৰা হৈছে। হেৰডটাছ ১'২৪

মাৰিবলৈ ধৰে; মূল কথাৰ আলোচনাৰ ওচৰ সীমালৈকো নেযায়।"

"হয়, অৱশ্যে বহুতবে ক্ষেত্ৰত এয়েই খাটে। পিচে, বৰ্ত্তমান আমাৰ ক্ষেত্ৰতো জানো একে কথাই খাটিব?"

"কিয় নেখাটিব? অন্ততঃ এইটো ঠিক যে অজ্ঞাতসাৰেই আমি মৌখিক বিবাদত সোমাই পৰা যেন দেখা গৈছে।"

"কেনেকৈ?"

"ভিন্ন প্ৰকৃতিৰ মানুহে ভিন্ন কাম কৰিব লাগে—এই কথাষাৰৰ শব্দ-কেইটাৰ ওপৰতে অধিক জোৰ দি আমি বুকু ফিন্দাই তৰ্ক হে কৰিব লাগিছোঁ। কিন্তু ইফালে 'একে প্ৰকৃতি' আৰু 'ভিন্ন প্ৰকৃতি' এই কথা কেইটা কি অৰ্থত প্ৰয়োগ কৰা হৈছিল সেইটো বিবেচনা কৰিবলৈ একেবাৰে পাহৰিয়েই গলোঁ। যেতিয়া আমি ভিন্ন প্ৰকৃতিক ভিন্ন কাম আৰু একে প্ৰকৃতিক একে কাম দিছিলোঁ, তেতিয়ানো আমি কি উদ্দেশ্য আগত ৰাখি সংজ্ঞা দিছিলোঁ তাকো বিবেচনা কৰিবলৈ পাহৰি গলোঁ।"

"এৰা সঁচা কথা। সেইটো বিবেচনা কৰা হোৱাই নাই।"

"এনে অৱস্থাত চাবলৈ গ'লে আমি নিজকে এই বুলিও সুধিব পাৰোঁ—এজন তপা মানুহ আৰু এজন দীঘল চুলিৰ মানুহ, এই দুইজন একে প্ৰকৃতিৰ, নে, দুয়ো দুটা বিপৰীত প্ৰকৃতিৰ? পিচৰ বিধৰেই হ'ব বুলি ধৰি লৈ আমি ক'ব পাৰিম যে যদি হে তপাজনে জোতা তৈয়াৰ কৰে তেন্তে দীঘলচুলীয়া জনক সেই কাম কৰিবলৈ দিব নেলাগিব আৰু যদি হে দিঘলচুলীয়া জনে সেই কাম কৰে তেন্তে আনজনে সেই কাম কৰাত বাধা দিব লাগিব।"

"ওহোঁ ওহোঁ। সেইটো অসম্ভৱ।"

"এইটো সঁচা কথা, আমি এই 'একে' আৰু 'ভিন্ন' শব্দ দুটা সাৰ্ব্বজনীন ভাৱে ব্যৱহাৰ নকৰিছিলোঁ। কিন্তু সেই বুলিয়েই জানো এতিয়াও নোৱাৰিম? তেতিয়া আমি দুই শব্দক আমাৰ নিৰ্দ্দিষ্ট আলোচনাৰ ক্ষেত্ৰত পোনপটীয়াকৈ থকা সাদৃশ্যতা বা বিভিন্নতা বুজাবলৈ সাধাৰণ ভাৱে ব্যৱহাৰ কৰিছিলোঁ। উদাহৰণ স্বৰূপে আমি দেখোৱা কৈছিলোঁৱেই যে যদি হে দুজন মানুহৰ প্ৰত্যেকৰে চিকিৎসা-

বিত্তাৰ বাবে মানসিক যোগ্যতা আছে, তেনেহ'লে দুয়োজনৰেই প্ৰকৃতি একেই হ'ব। তুমি বাৰু কি কোৱাঁ?"

"মইও তাকেই কওঁ।"

"অৰ্থাৎ যিজন মানুহ ভাল চিকিৎসাবিদ্ হ'ব তেওঁৰ প্ৰকৃতি, ভাল কাঠমিস্ত্ৰী হোৱাজনৰ প্ৰকৃতিৰপৰা বেলেগ হ'ব।"

"নিশ্চয় বেলেগ হ'ব।"

"এতেকে, যদি হে যেই কোনো কলা বা অন্যান্য বৃত্তিৰ ক্ষেত্ৰত পুৰুষ আৰু নাৰীৰ প্ৰভেদ দেখা যায় তেন্তে আমি ক'ম তেনে বৃত্তি পুৰুষ আৰু নাৰী উভয়কে দিব নোৱাৰি, যেই কোনো এজনক হে দিব লাগিব। কিন্তু যদি আমি এইটো দেখোঁ যে দুই প্ৰকৃতিৰ মাজৰ পাৰ্থক্য একমাত্ৰ সন্তান জন্ম দিয়াৰ ক্ষেত্ৰত প্ৰত্যেকে লোৱা অংশৰ ভিত্তিত হে কৰা হৈছে, তেতিয়া হ'লে আমি ক'ম পুৰুষ আৰু নাৰীৰ মাজত তেনে পাৰ্থক্য আমাৰ বিবেচনাৰ বিষয় হ'ব নোৱাৰে। বৰঞ্চ, তেতিয়া আমাৰ ৰাজ্যপালক সকল আৰু তেওঁলোকৰ তিৰোতা-সকল উভয়কে একেটা বৃত্তিতে নিয়োগ কৰাটো হে উচিত হ'ব বুলি ভাবিম।"

"তেনেহ'লে এতিয়া আমাৰ বিপক্ষদলক ক'ব লাগিব তেওঁলোকে আমাক জনাওক ৰাজ্যসংগঠনৰ লগত সংশ্লিষ্ট কোনটো বিশেষ কলা বা বৃত্তিৰ ক্ষেত্ৰত পুৰুষৰ প্ৰকৃতি আৰু নাৰীৰ প্ৰকৃতি একে নহৈ বেলেগ বুলি ধৰিবপৰা হ'ব?"

"হয়। এইটো ক'ব পাৰোঁ।"

"অৱশ্যে তুমি অলপ আগতে যেনেকৈ কৈছিলাঁ সেইদৰে আইনেও ক'ব পাৰে যে ক্ষন্তেকৰ ভিতৰতে সন্তোষজনক উত্তৰ দিয়াটো সহজ নহ'ব, কিন্তু বিবেচনা কৰিবলৈ কিছু সময় দিলে উত্তৰ দিয়া কঠিন নহ'ব।"

"সঁচা কথা।"

"যিসকলে আপত্তি কৰিছে তেওঁলোককো আমাৰ লগতে যোগ দিবলৈ কৈ, আমি চাওঁচোন তেওঁলোকক এইটো দেখুৱাব পাৰোঁ নে কি যে ৰাজ্যসংগঠনৰ বিষয়ত অকল নাৰীয়েহে কৰিবপৰা কোনো-কাম নাই। কি বোলাঁ?"

"কিয় নোৱাৰিম ?"

"বাৰু তেন্তে। আপত্তিকাৰীক আমি এইবুলি সম্বোধন কৰোঁ —হেৰি, কওকচোন বাৰু, আপুনি যেতিয়া কয় একোটা বিষয়ত এজনৰ প্ৰতিভা আছে কিন্তু আন এজনৰ নাই, তেতিয়া জানো ইয়াকেই বুজোৱা নাই যে প্ৰথমজনে সহজে শিকিব পাৰে আৰু দ্বিতীয়জনে শিকোতে কষ্ট কৰিব লাগে ? প্ৰথমজনক অলপমান শিকাই দিলেই সেই বিষয়ত তেওঁ নিজেই বহুত আগবাঢ়িব পাৰে। কিন্তু ইজনে বিস্তৰ শিক্ষা আৰু অভ্যাসৰ পিচতো যিখিনি শিকিলে মনত ৰাখিব নোৱাৰে। এজনৰ মনক শাৰীৰিক শক্তিয়ে লাগতিয়াল সহায় দিয়ে, আনজনক আকৌ সিয়েই মনক মুজুৰাহে কৰে। নহয় জানো ? যি কোনো কামৰ বাবে স্বাভাৱিক প্ৰতিভা থকা বা নথকাৰ চিন এইবোৰেই নহয় জানো ?"

"সকলোৱেই ক'ব, হয়।"

"তেনেহ'লে কোৱাঁচোন বাৰু, মানুহৰ কৰ্ম্মক্ষেত্ৰত এনেকুৱা কিবা শাখা আছে নে কি য'ত এইবোৰ বিষয়ত পুৰুষতকৈ নাৰী হীন নহয় ? উদাহৰণ স্বৰূপে তাঁতবোৱা আৰু পিঠা-পনা তৈয়াৰ কৰা আদি কামৰ কথাও উল্লেখ কৰিব লাগিব নে ? অৰ্থাৎ যিবোৰ কামত তিৰোতাসকলক অধিক পাৰদৰ্শী বুলি ধৰা'হয় আৰু যিবোৰ জ্ঞান নাথাকিলে তেওঁলোক হাঁহিয়াতৰ পাত্ৰ হ'ব লগা হয় ?"

"তুমি ঠিক ধৰিছাঁ। প্ৰায় প্ৰতি বিধ কামতেই পুৰুষ বা নাৰীৰ কোনোবা এজন ইজনতকৈ অনেক গুণে শ্ৰেষ্ঠ হয়। অৱশ্যে এনে নাৰীও আছে যি বহুত বিষয়ত পুৰুষতকৈ চোকা। কিন্তু সাধাৰণতে ক'বলৈ গ'লে তুমি কোৱাটোৱেই হে।"

"বন্ধুবৰ, এতিয়া তেনেহ'লে মই ক'ব পাৰোঁ, নাৰীয়ে নাৰী স্বৰূপে ৰাজ্য পৰিচালনাৰ কোনো কামতেই ভাগ ল'ব নোৱাৰে। অৱশ্যে দুই-চাৰি ক্ষেত্ৰত পুৰুষ আৰু নাৰী উভয়ৰে স্বাভাৱিক প্ৰতিভা দেখা পোৱা যায়। নিজ প্ৰকৃতিত কিন্তু নাৰীয়ে পুৰুষৰ লগত সমানে সকলো কামকে কৰিব পাৰিব—যদিও এই সকলোতে নাৰী পুৰুষতকৈ দুৰ্ব্বল।"

"ঠিক কৈছাঁ।"

"তেন্তে, পুৰুষকে আমি সকলো কৰ্ত্তব্য সঁপি দি নাৰীক একো নিদিম নে কি।"

"সেইটো কেনেকৈ হ'ব।"

"নহয়। অপৰপক্ষে আমি বোধকৰোঁ এইটো হে ক'ব লাগিব যে এগৰাকী নাৰীৰ গাত চিকিৎসা বিজ্ঞানৰ প্ৰতিভা থাকিলে হয়তো আন এগৰাকীৰ গাত নেথাকিবও পাৰে। সেইদৰে এগৰাকী হয়তো সঙ্গীতজ্ঞ হ'ব পাৰে কিন্তু অইন এগৰাকী হয়তো সঙ্গীতবিমুখো হ'ব পাৰে।"

"নিশ্চয়।"

"তেন্তে আমি এইষাৰো নক'ম নে যে ব্যায়ামচৰ্চ্চা আৰু যুদ্ধ-বিদ্যাৰ বাবে এগৰাকী নাৰীৰ যোগ্যতা থাকিব পাৰে, অথচ অইন এগৰাকীৰ আকৌ যুঁজাৰু গুণ বা ব্যায়ামৰ প্ৰতি ৰাপ নেথাকিবও পাৰে।"

"কিয় নক'ম ?"

"আকৌ সেইদৰে জ্ঞানৰ প্ৰতি এগৰাকীৰ স্পৃহা থাকিলেও অইন এগৰাকীৰ আকৌ নেথাকিবও পাবে। এগৰাকী উৎসাহী হ'লে আন এগৰাকী নিৰুৎসাহীও হ'ব পাৰে।"

"এইটোও সঁচা।"

"যদি সেইটোৱেই হয় তেন্তে কোনো কোনো নাৰী ৰাজ্যপালক শ্ৰেণীৰ দায়িত্ব পালনৰ বাবে উপযুক্ত হ'ব, কিন্তু কোনো কোনো উপযুক্ত নহ'ব; কিয়নো এনে দায়িত্ব পালনৰ বাবে পুৰুষৰ বাবেও এইবোৰ গুণকে লাগে বুলি জানো আমি নিৰ্ণয় কৰা নাছিলোঁ ?"

"হয় কৰিছিলোঁ।"

"এতেকে ৰাজ্যপালনৰ ক্ষেত্ৰত পুৰুষ আৰু নাৰীৰ মাজত প্ৰকৃতিগত কোনো পাৰ্থক্য নাই। মাত্ৰ বিভিন্ন স্তৰৰ দুৰ্ব্বলতা বা সবলতাহে আছে।"

"প্ৰকৃতিগত কোনো পাৰ্থক্য নাই।"

"তেন্তে যথাৰ্থতে যোগ্য পুৰুষৰ লগত একেলগে জীৱনৰ দায়িত্ব আৰু ৰাজ্যৰ দায়িত্ব উভয়ৰে ভাব ল'বলৈ আমি যথাৰ্থতে যোগ্য নাৰীকো বাছিব লাগিব—যেহেতু সেই কামৰ বাবে নাৰীকো

আমি উপযুক্ত বুলি আৰু পুৰুষৰ সৈতে একে প্ৰকৃতিৰ বুলিয়েই ধৰিছোঁ।”

“ঠিক।”

“এতেকে আমি জানো একে বিধ প্ৰকৃতিৰ মানুহক একে বিধ কৰ্ম্মকে কৰিবলৈ নিদিম ?”

“জৰুল দিম।”

“তেনেহ’লে, আমি ঘূৰি ঘূৰি আহি আকৌ আগৰ অৱস্থাকে পালোঁহি। ৰাজ্যপালকৰ তিৰোতাসকলক সঙ্গীত আৰু ব্যায়াম চৰ্চ্চাম্ভ লগালে প্ৰকৃতিৰ বিৰুদ্ধে যোৱা নহয় বুলিও আমি মানিব লাগিব।”

“হয় মানিব লাগিব।”

“গতিকেই আমি যি বিধি প্ৰয়োগ কৰিব খুজিছিলোঁ সেই বিধিক দুঃসাধ্য বা অবাস্তৱ বুলিব নোৱাৰি—কিয়নো আমাৰ সেই বিধি প্ৰকৃতিৰ লগত খাপ খুৱাই হে কৰা হৈছিল। বৰঞ্চ আমাৰ প্ৰস্তাৱিত বিধিৰ বিৰুদ্ধে যোৱা বৰ্ত্তমানে প্ৰচলিত প্ৰথাক হে আমি প্ৰকৃতিৰ বিৰুদ্ধে যোৱা বুলি ক’ব পাৰোঁ।”

“হয়।”

“আমাৰ অনুসন্ধানৰ বিষয় আছিল—প্ৰস্তাৱিত ব্যৱস্থাই কাৰ্য্যকৰী হ’ব নে নহয় আৰু সেইটোৱেই আটাইতকৈ বাঞ্ছনীয় হ’ব নে নহয়। নাছিল জানো ?”

“হয়, আছিল।”

“পিচে প্ৰস্তাৱিত ব্যৱস্থা কাৰ্য্যকৰী কৰিবপৰা বিধৰ হ’ব বুলি আমি একমত হৈছোঁ নে নাই ?”

“হৈছোঁ।”

“তেন্তে এতিয়া নিৰ্ণয় কৰিবলগীয়া কথা হ’ল, সেই ব্যৱস্থাই আটাইতকৈ বাঞ্ছনীয় ব্যৱস্থা হয় নে নহয়।”

“হয়, সেইটোৱেই কথা।”

“বাৰু, যদি হে প্ৰশ্নটো নাৰীক ৰাজ্যপালনৰ দায়িত্ব বহনৰ বাবে কি প্ৰকাৰে উপযুক্ত কৰিবপৰা হয় সেইটোৱেই হয়, তেন্তে নিশ্চয় আমি পুৰুষক এবিধ শিক্ষা দি নাৰীক অন্য এবিধ শিক্ষা কেতিয়াও

দিব নোৱাৰিম। বিশেষতঃ যেহেতু উভয়ৰে ক্ষেত্ৰত একে প্ৰকৃতিৰে গঠন হ'ব।"

"নহয়। উভয়ৰে শিক্ষা একেই হ'ব লাগিব।"

"বেচ তেন্তে, আৰু কেইটামান প্ৰশ্নৰ বিষয়ত তোমাৰ মতামত জানি লওঁচোন।"

"কোৱাঁচোন কি আছে।"

"তোমাৰ মতে বাৰু কেনে সূত্ৰৰ ভিত্তিত এজন পুৰুষক আন এজনতকৈ শ্ৰেয় বুলি ধৰিবাঁ? নে সকলোকে সমান বুলিয়েই ধৰিছাঁ?"

"ওহোঁ, সকলোকে সমান বুলি কেতিয়াও ধৰিব নোৱাৰোঁ।"

"তেন্তে আমাৰ আদৰ্শ ৰাজ্যত তোমাৰ মতে এই দুই শ্ৰেণীৰ মানুহৰ ভিতৰত কোন শ্ৰেণীক শ্ৰেয় বুলি ধৰা হৈছে?—আমি বৰ্ণনা কৰা ৰাজ্যপালক শ্ৰেণীক নে চামৰাৰ কামৰ বাবে শিক্ষা দিয়া মুচিয়াৰ শ্ৰেণীক?"

"তুমি নো কিবোৰ প্ৰশ্ন কৰিছাঁ হেঁ?"

"বাৰু বাৰু, বুজিছোঁ। এতিয়া কোৱাঁচোন, এইখিনিয়েই জানো নাগৰিকৰ ভিতৰত উৎকৃষ্ট নহয়?"

"কিয় ন'হব?"

"এতেকে এই নাৰীসকল জানো বাকী সকলোবোৰ নাৰীতকৈ উত্তম নহ'ব?"

"হ'ব। কেলৈ নহ'ব?"

"পুৰুষ আৰু নাৰীৰ ভিতৰত সম্ভৱপৰ শ্ৰেষ্ঠসকলেৰে সংগঠিত হোৱাতকৈ জানো উৎকৃষ্টতৰ কথা ৰাজ্য এখনৰ বাবে হ'ব পাৰে?"

"নাই, নোৱাৰে।"

"পিচে এই কাম সাধিবলৈ হ'লে আমি দিহা দিয়ামতে সঙ্গীত আৰু ব্যায়ামচৰ্চ্চাৰ দ্বাৰায়েই জানো সাধিব নালাগিব?"

"নিশ্চয় লাগিব।"

"তেনেহ'লে আমাৰ প্ৰস্তাৱিত ব্যৱস্থা অকল কাৰ্য্যকৰীয়েই নহয়, ৰাজ্যৰ বাবে আটাইতকৈ উপযোগীও।"

"হয়।"

"এতেকে ৰাজ্যপালকৰ তিৰোতাসকলে ব্যায়াম কৰিবৰ বাবে গা উদং কৰিব লাগিব। অৰ্থাৎ তেওঁলোকে সাজ-পাৰৰ আৱৰণ গুছাই থৈ সদ্‌গুণৰ আৱৰণ পিন্ধিব। আৰু ৰাজ্যপালনৰ বাবে আৱশ্যকীয় যুদ্ধক্ষেত্ৰ তথা অন্যান্য ক্ষেত্ৰৰ কামৰ বাদে অন্য কামত ধৰিব নোৱাৰিব। অৱশ্যে তেওঁলোকৰ শাৰীৰিক দুৰ্ব্বলতাৰ প্ৰতি লক্ষ্য ৰাখি এই সকলোবোৰ কামতে লঘুখিনি পুৰুষক নিদি নাৰীক হে দিয়া হ'ব। সৰ্ব্বগুণী হ'বৰ বাবে তিৰোতাই যেতিয়া উদং গাৰে ব্যায়াম শিক্ষা কৰিবলৈ যায় তেতিয়া যদি কোনোবা পুৰুষে তাকে দেখি বিদ্ৰূপ কৰে সেই বিদ্ৰূপক মাত্ৰ 'জ্ঞানৰ গছৰপৰা ছিঙি অনা অপক্ক ফল'[৩] বুলি হে ক'ব লাগিব। তেনে পুৰুষে যথাৰ্থতে কিহৰ বিদ্ৰূপ কৰিছে বা কি কৰিছে গম পোৱা নাই।—কিয়নো 'যিটো বস্তু উপকাৰী সিয়েই উত্তম, যিটো অপকাৰী সিয়েই অধম' বোলা সুন্দৰ কথাষাৰ পাহৰিব নেলাগে।"

"হয়, ঠিক কথা।"

"নাৰী সম্পৰ্কত বিধিৰ আলোচনা কৰোঁতে আমি এতিয়া যেন ক'বলৈ গ'লে এটা ঢৌ অতিক্ৰম কৰিব পাৰিছোঁ বুলি ধৰিব পাৰোঁ। গতিকে পুৰুষ ৰাজ্যপালক আৰু নাৰী ৰাজ্যপালক উভয়ে একেলগে একে কাম কৰিব লাগে বুলি কোৱা আমাৰ কথাটো একেবাৰে জলমগ্ন হোৱাৰপৰা ৰক্ষা পৰিছে। আমাৰ সিদ্ধান্তও যে কাৰ্য্যকৰী আৰু বাঞ্ছনীয় ব্যৱস্থাৰ ভিত্তিত হে কৰা হৈছে সেই কথাও প্ৰমাণ হৈছে।"

তেওঁ উত্তৰ দিলে, "হয়, তুমি যি ঢৌ পাৰ হ'লা সি কিন্তু সামান্য নহয় দেই।"

মই তেতিয়া ক'লোঁ, "হ'য়। পিচে তুমি ইয়াৰ পিচৰটো ঢৌ দেখিলে এইটোক বৰ ডাঙৰ বুলি হয়তো নক'বাঁগৈ।"

"কৈ যোৱাঁ। চাওঁচোন বাৰু পিচৰটো নো কেনে।"

"একেবাৰে শেহতীয়া আইন আৰু তাৰো আগৰ আইনত মই ভাবোঁতে আৰু এটা কথা জড়িত হৈ আছে।"

---

৩। ষ্টবিয়ুচে দিয়া পিণ্ডাৰৰ উদ্ধৃতি।

"সেইটো নো কি ?"

"সেইটো হ'ল, এই সকলোবোৰ ৰাজ্যপালক নাৰীয়েই এই ৰাজ্যপালক পুৰুষবোৰৰ উমৈহতীয়া তিৰোতা হ'ব। কোনো পুৰুষে কাকো নিজৰ ববীয়াকৈ স্বকীয়া তিৰোতা হিচাপে নাপাব। সেইদৰে সতি-সন্ততিবোৰো উমৈহতীয়া হ'ব। কোনো মাক-বাপেকে কাকো নিজৰ ল'ৰা-ছোৱালী বুলি চিনিবলৈ নাইবা কোনো ল'ৰা-ছোৱালীয়ে নিজৰ মাক-বাপেক বুলি কাকো চিনিবলৈ সুবিধা নেথাকিব।"

"কিন্তু এই ব্যৱস্থাক কাৰ্য্যকৰী আৰু বাঞ্ছনীয় বুলি বুজোৱাত আগৰবোৰ ব্যৱস্থাতকৈও কঠিন হে হ'ব।"

মই ক'লোঁ, "বাঞ্ছনীয়তাৰ ফালৰপৰা চালে তিৰোতা আৰু সতি-সন্ততি সকলোৰে উমৈহতীয়া হোৱাটো যে ডাঙৰ সুবিধাৰ কথা হ'ব সেই কথা মোৰ বোধেৰে কোনেও দুই নকৰিব, যদিহে কাৰ্য্যক্ষেত্ৰত এই কথা সম্ভৱপৰ হয়। কিন্তু এই আঁচনিখনৰ কাৰ্য্যকাৰিতাৰ বিষয়ত হে বেচি আপত্তি উঠিব বুলি মোৰ আশঙ্কা হৈছে।"

"নহয়। উভয় ক্ষেত্ৰতেই বহুত আপত্তি উঠিব যেন পাইছোঁ।"

"তেনেহ'লে উভয় বিষয়ৰে মই আলোচনা কৰিব লাগিব। মই ভাবিছিলোঁ, যদি হে তুমি আঁচনিখনৰ উপযোগিতাৰ কথা মানি লোৱাঁ, তেন্তে সেইটো বিষয় এৰি দি অকল কাৰ্য্যকাৰিতাৰ কথাই আলোচনা কৰিম।"

"কিন্তু পলাব নোৱাৰিলাঁ। ধৰা পৰি গ'লাই ! এতেকে এতিয়া দুইটা বিষয়তে বুজাই ক'ব লাগিব।"

"এৰা দোষৰ বাবে শাস্তি ভুগিবই লাগিব। তথাপিও পিচে তুমি মোক অকণমান দয়া কৰিব লাগিব। মই অলপ জিৰণি ল'ব লগা হ'ল। অকলশৰে ভ্ৰমণ কৰি ফুৰোঁতে নিজৰ চিন্তাতে নিমগ্ন হৈ থকা অলস মনৰ মানুহৰ দৰেই জিৰণি ল'ব লগা হৈছে। বুজিছাঁ, এনেবিধ মানুহে যেতিয়া নিজৰ আকাঙ্ক্ষা পূৰণ কৰাৰ উপায় নাপায়, তেতিয়া সেইবোৰ ত্যাগকে কৰি পেলায় আৰু, তেনে আকাঙ্ক্ষা পূৰণ সম্ভৱ হয় নে নহয়, সেই কথা ভাবি মূৰ ঘমাবলৈ নাযায়। তেতিয়া তেওঁলোকে সেইবোৰ আকাঙ্ক্ষা পূৰণ হ'ল বুলিয়েই ধৰি

লয়, তাকে কৰি তেওঁলোকে তাৰ পিচত কৰিবলগীয়া কামত লাগি যায়, আৰু যি কৰিব খুজিছিল তাৰে কল্পিত পৰিস্থিতি এটা সাজি তাতে বুৰ গৈ থাকে। এইদৰে নিজৰ অলস মনটো আৰু বেচি এলেহুৱা কৰি তোলে। গতিকে এই মুহূৰ্ত্তত মইও অলসতাত বুৰ যাবলৈ নিজকে এৰি দিছোঁ আৰু সম্ভাৱনাৰ কথাটো অনুসন্ধান কৰাটো পিচলৈ থবলৈ ইচ্ছা কৰিছোঁ। এতিয়া তুমি অনুমতি দিলে, বৰ্ত্তমানে সম্ভাৱনা আছে বুলি ধৰি লৈয়েই আমাৰ আইন কাৰ্য্যকৰী কৰাৰ পাচত শাসক শ্ৰেণীয়ে কি বন্দৱস্ত কৰিব তাৰ বিচাৰ কৰোঁ বুলিছোঁ। তাৰ লগতে এইটোও দেখুৱাবলৈ চাম যে কাৰ্য্যক্ষেত্ৰত এইটোৱেই ৰাজ্য আৰু ৰাজ্যপালক শ্ৰেণী উভয়ৰে বাবে আটাইতকৈ সুবিধাজনক কথা হ'ব। তোমাৰে সৈতে লগলাগি এই কথা কেইটাৰ বিশদ আলোচনা কৰাৰ পাচত হে বাকীখিনি হাতত লম—অৱশ্যে তুমি যদি হে মান্তি হোৱা তেতিয়া হে।"

"বাৰু, মান্তি হৈছোঁ। এতিয়া তোমাৰ বিচাৰ আৰম্ভ কৰাঁ।"

তেতিয়া মই কৈ গ'লোঁ, "তেনেহ'লে মই ভাবোঁ আমাৰ শাসক-সকল শাসক নামৰ উপযুক্ত হ'বলৈ হ'লে আৰু তেওঁলোকৰ সহায়ক শ্ৰেণী সহায়ক হিচাপে সেইদৰেই উপযুক্ত হ'বলৈ হ'লে, পিচৰ বিধে সকলো হুকুম পালন কৰিবলৈ মান্তি হ'ব লাগিব আৰু আগৰ বিধে হুকুম দিবৰ সময়ত নিজে-নিজেই আমাৰ আইন মানি চলিব লাগিব। তদুপৰি আমি ৰাজ্যপালক শ্ৰেণীক যি কোনো ক্ষেত্ৰতে আইনৰ খুটি-নাটি কথাবোৰ নিৰ্ণয় কৰিবলৈ ভাৰ দিলে তেওঁলোকে সদায় আইনৰ মৰ্ম্ম উপলব্ধি কৰি নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিব।"

"সেই কথাত সন্দেহ নাই।"

"এতেকে, যিমান দূৰ সম্ভৱ পুৰুষ আৰু তিৰোতা দুইবো প্ৰকৃতি যাতে একে ধৰণৰ হয় তালৈ চকু ৰখা আৰু তুমি যেনেকৈ পুৰুষ ৰাজ্যপালকইঁতৰ বাছনি কৰিছিলা সেইদৰেই তিৰোতা ৰাজ্যপালকবো বাছনি কৰি উভয়কে লগ লগাই দিয়াটোৱেই হ'ব আইন-প্ৰণেতা হিচাপে তোমাৰ কৰ্ত্তব্য। এতিয়া বাসস্থান আৰু খোৱাবোৱা এই দুইটাই একেঠাইতে হ'ব লাগিব। কাৰো হাতত ব্যক্তিগত সম্পত্তি বুলি একো নেথাকিব। পুৰুষ আৰু নাৰী উভয়ে একেলগে থাকিব।

এইদৰে সদায় একেলগে থাকি, একেলগে খাই, একেলগে ব্যায়াম কৰি, একেলগে জিৰণি লৈ থাকোঁতে নাৰী-পুৰুষৰ মাজত অবাধ মিলন হ'ব ; নাৰী আৰু পুৰুষৰ মাজত স্বভাৱজাত আকৰ্ষণ হ'ব। এই সকলোবোৰ অৱশ্যম্ভাৱী বুলি বাৰু তুমি নাভাবা নে ?"

"এই ক্ষেত্ৰত গণিতশাস্ত্ৰৰ প্ৰমাণ বিচাৰি যাবৰ আৰু দৰ্কাৰ নাই ; প্ৰেমৰ প্ৰমাণ আছেই। সকলো পুৰুষকে আকৰ্ষণ কৰা আৰু বন্দী কৰোৱাৰ ক্ষেত্ৰত প্ৰেমতকৈ ডাঙৰ বশীকৰণ শক্তি থাকিব নোৱাৰে।"

"ঠিক কৈছা। পিচে গ্লকন, এটা কথা নহয়। অবাধ মিলন বা যি কোনো প্ৰকাৰৰ অনিয়মেই যেতিয়া সুখী ৰাজ্যৰ অধিবাসীসকলৰ বাবে বদনামৰ কথা হৈ পৰিব, তেতিয়া তেনে অনিয়ম হ'বলৈ দণ্ডাধিকাৰীসকলে কেতিয়াও দিব নোৱাৰিব।"

"কেনেকৈ দিব পাৰিব ?"

"তেনেহ'লে আমি এতিয়া বিবাহ-বান্ধোনৰ বিষয়ত চকু দিব লগা হ'ল। এই বান্ধোনক যিমান দূৰ পৰা যায় পৱিত্ৰ কৰিব লাগিব। যি বিবাহ ঘাইকৈ ৰাজহুৱা উপকাৰৰ বাবে হ'ব সেই বিবাহতে হে এই পৱিত্ৰতা থাকিব।"

"ঠিক কথা।"

"বাৰু গ্লকন। এতিয়া কোৱাঁচোন এই উদ্দেশ্য কেনেকৈ সাধন কৰিব পৰা যাব ? কথা হ'ল, তোমাৰ ঘৰত চিকাৰী কুকুৰ ৰাখিছা আৰু লগতে বহুত চিকাৰী চৰাইও ৰাখিছা। এতিয়া বাৰু মোক কোৱাঁচোন এই জন্তুবোৰৰ মাজত সঙ্গম আৰু সন্তান উৎপাদনৰ ফালে কিবা চকু ৰাখিছা নে ?"

"কিহৰ ক্ষেত্ৰত ?"

"প্ৰথম কথা হ'ল, যদিও এটাইবোৰেই ভাল জাতৰপৰা অহা, তথাপি তাৰ ভিতৰতে কিছুমান আনবোৰতকৈ শ্ৰেয় নাথাকে বা নহয়গৈ জানো ?"

"কেলেই নেথাকে, থাকে।"

"তেন্তে, সকলোবোৰৰ দ্বাৰাই সন্তান জন্ম দিয়াটো বিচাৰিবা, নে, যিমান দূৰ পৰা যায়, উৎকৃষ্টখিনিৰ দ্বাৰাই হে জন্ম দিয়াটো বিচাৰিবা ?"

"উৎকৃষ্টখিনিৰ দ্বাৰাই হে।"

"বুজিছোঁ। পিচে কিমান বয়সত? কুমলীয়া অৱস্থাতে নে একেবাৰে বৃদ্ধ অৱস্থাত? নে পূৰ্ণ যৌৱন অৱস্থাত?"

"পূৰ্ণ যৌৱন অৱস্থাত।"

"এইদৰে নহ'লে তোমাৰ চৰাই আৰু কুকুৰবোৰ একেবাৰে বিজতৰীয়া হ'বগৈ বুলি ভাবাঁ নেকি?"

"ওঁ ভাবোঁ।"

"বাৰু, একে কথাই ঘোঁৰা বা অন্যান্য জন্তুৰ ক্ষেত্ৰতো খাটিব নে?"

"কিয় নাখাটিব? নাখাটিব বোলা কথাষাৰ মনলৈ অনাটোৱেই ভুল হ'ব।"

মই ক'লোঁ, "বন্ধুবৰ, তেনেহ'লে এই কথাকে মানুহতো প্ৰয়োগ কৰিবলৈ হ'লে আমাৰ শাসকসকল প্ৰথম শ্ৰেণীৰ উৎকৃষ্ট লোক হ'ব লাগিব।"

"প্ৰয়োগ কৰিব লাগিব হয়, কিন্তু প্ৰথম শ্ৰেণীৰ হ'ব লাগিব কিয়?"

"কাৰণটো হ'ল, শাসকসকলে ঔষধবো যথেষ্ট ব্যৱহাৰ কৰিব লাগিব। জানাই নহয়, যেতিয়া বেমাৰীয়ে ঔষধ নিবিচাৰে কিন্তু পথ্যৰ নিয়ম মানিবলৈ সাজু, তেতিয়া এজন সাধাৰণ চিকিৎসক হ'লেই হয়। পিচে, যেতিয়া ঔষধ প্ৰয়োগ কৰিবলগীয়া হয় তেতিয়া এজন ভাল বিশেষজ্ঞ মাতিবই লাগিব।"

"কথাটো সঁচা। কিন্তু এই ক্ষেত্ৰত সেই কথা কেনেকৈ খাটিব?"

"চোৱাঁ, এইদৰে—আমাৰ শাসকসকলে প্ৰজাৰ হিতৰ অৰ্থে বহুত প্ৰকাৰৰ মিছা-প্ৰবঞ্চনাৰো আশ্ৰয় ল'বগৈ লগা হ'ব পাৰে। আৰু, তোমাৰ মনত থাকিবই পায়, ঔষধৰ ক্ষেত্ৰতো এনে ধৰণৰ কাৰ্য্য দৰকাৰী বুলি আমি কৈছিলোঁৱেই।"

"ওঁ কৈছিলোঁ। ঠিকেই কৈছিলোঁ।"

"তেনেহ'লে দেখা গ'ল এই শুদ্ধ নীতি, বিবাহ আৰু সন্তান উৎপাদনৰ ক্ষেত্ৰত বিশেষ ভাৱে খাটিব।"

"কেনেকৈ?"

"আমি মানি লোৱা কথাখিনিয়েই প্ৰমাণ কৰে। অৰ্থাৎ পুৰুষ

আৰু তিৰোতা উভয়ৰ মাজৰ যিসকল উৎকৃষ্ট তেওঁলোকক যিমান সঘনে পাৰি একেলগ কৰিব লাগে আৰু যিসকল নিকৃষ্ট তেওঁলোকক যিমান পৰা যায় আঁতৰাই ৰাখিব লাগে। প্ৰথম বিধৰ সঙ্গমত জন্ম হোৱা সতি-সন্ততিক লালন-পালন কৰিব লাগে আৰু দ্বিতীয় বিধৰপৰা হোৱাবোৰক এৰি দিব লাগে। তেতিয়া হে সন্তানবোৰ উৎকৃষ্ট বিধৰ হ'ব। অৱশ্যে এই সকলোবোৰ কথা বিচাৰক শ্ৰেণীৰ বাদে অইনে গম পাব নালাগিব। এই কাম গোপনে কৰিলে হে ৰাজ্যপালক দলটোক নিজৰ ভিতৰত দন-হাই কৰাৰপৰা মুক্ত কৰি ৰাখিবপৰা হ'ব।"

"একেবাৰে ঠিক কথা কৈছা।"

"তেন্তে আমি কিছুমান উৎসৱৰ আয়োজন কৰিব লাগিব। এই উৎসৱবোৰত দৰা আৰু কন্যাক একেলগ কৰিব লাগিব, পূজা-পাতল, বলি-বিধান হ'ব আৰু আমাৰ গায়কসকলে উৎসৱৰ উপযোগী গীত-বাদ্য কৰিব। কিন্তু কিমান সংখ্যক বিয়া পতা হ'ব সেইটো নিৰ্ণয় কৰাৰ ভাৰ থাকিব বিচাৰকসকলৰ হাতত। যুদ্ধ-বিগ্ৰহ, বেমাৰ আজাৰ আদিৰপৰা হ'বপৰা জনক্ষয়ৰ কথা বিবেচনা কৰি বিচাৰক-সকলে যিমান দূৰ সম্ভৱ জনসংখ্যা স্থিৰ কৰি ৰাখিব লাগিব আৰু সেই অনুপাতে বিবাহৰ সংখ্যা বান্ধি দিব। পাৰ্য্যমানে আমি চাব লাগিব যাতে আমাৰ ৰাজ্যখনৰ জনসংখ্যা খুব বেছিও নহয়, খুব কমও হৈ নাযায়।"

"আটুট কথা কৈছা।"

"এনেস্থলত, কোন পুৰুষৰ লগত কোন তিৰোতাৰ যোৰ পতা হ'ব তাক নিৰ্ণয় কৰিবলৈ যাওঁতে আমি ভাগ্যপৰীক্ষাৰ কিবা এটা উপায় উলিয়াব লাগিব। তেতিয়া হ'লে, নিকৃষ্ট ৰাজ্যপালকহঁতে নিজৰ লগৰীয়া লাভ কৰোঁতে নিজৰ কপালৰ গুণে হে পোৱা বুলি ভাবিব; বিচাৰকসকলক আৰু দোষ নিদিব।"

"নিশ্চয়।"

"আনহাতে যিবিলাক ডেকাই যুদ্ধক্ষেত্ৰ আদিত পাৰদৰ্শিতা দেখুৱায় সেইবিলাকে অন্যান্য সুবিধা আৰু পুৰস্কাৰ পোৱাৰ উপৰিও তিৰোতাৰ লৈতে মিলনৰ বাবে অবাধ সুযোগ পাব। সেই

সুযোগতে এনেবিধ ৰাজ্যপালকে যিমান পাৰে সিমান সৰহ সংখ্যক সন্তান জন্ম দিব পাৰিব।”

“ঠিক কৈছা।”

“তদুপৰি, সন্তান জন্ম হোৱাৰ লগে লগেই চমজি ল'বৰ বাবে বিষয়া নিয়োগ কৰা থাকিব। ৰাজ্যৰ বিষয়-বাব মতা-তিৰোতা উভয়েই সমানে পাব। গতিকে এই বিষয়াসকল পুৰুষো হ'ব পাৰিব বা নাৰীও হ'ব পাৰিব নাইবা মিহলিও হ'ব পাৰিব।”

“হয়।”

“এই বিষয়াবোৰে ভাল মাক-বাপেকৰ সন্তানবোৰক নি শিশুৰখা ঘৰত থবগৈ। সেই শিশুগৃহৰ তত্ত্বাৱধান কৰিব এবিধ ধাত্ৰীয়ে। ৰাজ্যৰ নিৰ্দ্দিষ্ট ঠাইত এই ধাত্ৰীবোৰ সুকীয়াকৈ থাকিব। আনহাতে, নিকৃষ্ট মাক-বাপেকৰ সন্তান আৰু অন্যান্যসকলৰ পয়ালগা শিশুবোৰক নি কোনেও নজনাকৈ ক'ৰবাত লুকুৱাই থোৱাটো দৰকাৰ হ'ব।”

“হয়, ৰাজ্যপালক শ্ৰেণীৰপৰা হোৱা সতি-সন্ততিবোৰ বিশুদ্ধকৈ ৰাখিবলৈ হ'লে এনে দিহা কৰাটো প্ৰয়োজনীয় হ'ব।”

“আকৌ, এইবোৰ বিষয়াকে জানো শিশুবোৰক লালন-পালন কৰাৰ বিষয়ত নজৰ ৰাখিবলৈ দিয়া নহ'ব? শিশুবোৰৰ মাকহঁতৰ পিয়াহত যেতিয়া গাখীৰ ভৰি থাকিব তেতিয়া এই বিষয়াসকলে সিহঁতক শিশু-গৃহলৈ লৈ আহিব। অৱশ্যে এইটোতো চকু ৰখা হ'ব যাতে কোনো মাকে নিজৰ সন্তানক চিনি পাব নোৱাৰে। যদিহে মাকবোৰৰ পিয়াহত যথেষ্ট গাখীৰ নাথাকে তেন্তে গাখীৰ থকা অন্য তিৰোতাক আনিব। তদুপৰি, মাকহঁতে কেঁচুৱাক পিয়াহ দিয়াৰ সময়ো বিষয়াসকলেই বান্ধি দিব। কেঁচুৱাবোৰৰ কাৰণে ৰাতি উজাগৰে থকা আৰু অন্যান্য কষ্ট সহ্য কৰাৰ দায়িত্ব ধাত্ৰী আৰু বাকী পৰিচাৰিকা সকলক হে দিব লাগিব। নহয় জানো?”

“এৰা, ৰাজ্যপালকৰ তিৰোতাহঁতৰ কাৰণে সন্তান জন্ম দিয়া কামটো দেখিছোঁ তুমি একেবাৰে সহজ কথা কৰি পেলালা।”

“ওঁ এনে হোৱাই উচিত। বাৰু, এতিয়া আমি ইয়াৰ পিচৰ কথাটোলৈ আহোঁহক। তোমাৰ মনত থাকিব পায়, আমি কৈছিলোঁ

যে এই ল'ৰা-ছোৱালীবোৰ মাক-বাপেকৰ যৌৱন কালৰ সন্তান হে হ'ব লাগে।"

"হয়।"

"বাৰু, যৌৱনৰ সময়, নাৰীৰ বাবে কুৰি বছৰ আৰু পুৰুষৰ বাবে ডেৰ কুৰি বছৰ বুলি তুমিও নোকোৱাঁ জানো?"

"হয়। পিচে তুমিনো বয়সৰ সীমা কেনেকৈ বান্ধিবাঁ?"

"মই হ'লে এই নিয়ম বান্ধি দিম যে তিৰোতাই কুৰি বছৰৰ পৰা দুকুৰি বছৰ বয়সৰ ভিতৰত হে ৰাজ্যৰ বাবে সন্তান গৰ্ভধাৰণ কৰিব। পুৰুষৰ বাবে ভৰ যৌৱন প্ৰাপ্ত হোৱাৰ পৰা ৫৫ বছৰ বয়সলৈকে সময় দিয়া হ'ব।"

তেওঁ ক'লে, "ঠিক ধৰিছাঁ। পুৰুষ আৰু নাৰীৰ প্ৰত্যেকৰে ক্ষেত্ৰত দেহ-মনৰ যৌৱনৰ সময় এইটোৱেই। গতিকে যদি হে কোনো পুৰুষে এই নিৰ্দ্দিষ্ট বয়সৰ তলত বা ওপৰত ৰাজ্যৰ বাবে ল'ৰা-ছোৱালী জন্ম দিয়াৰ কামত লাগিবলৈ ধৰে তেন্তে তেওঁলোকৰ তেনে কাৰ্য্য, ধৰ্ম্ম আৰু ন্যায় বিৰুদ্ধ বুলি আমি ঘোষণা কৰিব লাগিব; কিয়নো, তেনে কৰিবলৈ দিয়া মানে অতিপাত অসংযমৰ দাস হৈ গোপনে তেওঁলোকক সন্তান জন্ম দিবলৈ দিয়া। এনেবোৰ সন্তান হয়তো ধৰা নপৰিবও পাৰে। কিন্তু এইবোৰ সন্তান বিবাহ-মণ্ডপত পুৰোহিতসকলৰ আৰু ৰাজ্যৰ সমগ্ৰ প্ৰজাই যাগ-যজ্ঞ-প্ৰাৰ্থনাৰ দ্বাৰা কৰা অনুমোদনৰ বাহিৰত পৰিব। মাক-বাপেকহঁতকৈও ধাৰ্ম্মিক আৰু গুণী হ'বলৈ দিয়া আশীৰ্ব্বাদৰ পৰা ইহঁত বঞ্চিত হ'ব।"

"হয়, ঠিক কথা কৈছাঁ তুমি।"

"বাপেক হ'বৰ উপযুক্ত বয়স পোৱাৰ আগতেই যদি কোনোবা পুৰুষে বিচাৰকৰ্ত্তাৰ অনুমতি অবিহনে বয়সপ্ৰাপ্ত তিৰোতাৰ লগত হাট-বাট কৰে তেতিয়াও এই একে নিয়মেই খাটিব। কিয়নো সেইটো কৰা মানে ৰাজ্যৰ বাবে জহৰা, অস্বীকৃত আৰু অপৱিত্ৰ শিশু জন্ম দিয়া দোষৰ ভাগী হোৱা।"

"উচিত কৈছাঁ।"

"বয়সপ্ৰাপ্ত হোৱাৰ লগে লগেই সকলো পুৰুষ আৰু নাৰীয়ে যাৰেই সৈতে ইচ্ছা তাৰে লগতে অবাধ সঙ্গমৰ স্বাধীনতা পাব।

অৱশ্যে কোনো পুৰুষে জীয়েক, মাক, জীয়েকৰ সন্তান আৰু বুঢ়ীমাকৰ সৈতে সহবাস কৰিব নোৱাৰিব আৰু কোনো তিৰোতাই সেইদৰে পুতেক, বাপেক বা পোনপটীয়া সম্বন্ধীয় লোকৰ সৈতেও নোৱাৰিব। কিন্তু এই ক্ষেত্ৰত চোকা নির্দেশ থাকিব যাতে এনে সহবাসৰ পৰা কোনো সন্তান জন্ম হ'ব নোৱাৰে। ক'ৰবাত কেনেবাকৈ জন্ম হ'লেও সেই সন্তানক পেলাই দিয়া হ'ব—যেহেতু এনে সহবাসৰ পৰা হোৱা সন্তান প্ৰতিপালিত হ'বলৈ দিব নোৱাৰি।"

"ইও এক যুক্তিযুক্ত ব্যৱস্থা। পিচে, এতিয়া তুমি কোৱামতে সিহঁতে বাপেক, জীয়েক বা সম্বন্ধীয় মানুহকনো কেনেকৈ চিনিব পাৰিব?"

মই ক'লোঁ, "একো অসুবিধা নহ'ব। কথা হ'ল, ৰাজ্যপালকৰ ভিতৰত যেই কোন এজনৰ বিয়াৰ সপ্তম আৰু দশম মাহৰ ভিতৰত জন্ম হোৱা সকলো সন্তানেই তেওঁৰ সন্তান হ'ব—ল'ৰা হ'লে পুতেক, ছোৱালী হ'লে জীয়েক। এই পুতেক-জীয়েকবোৰেই তেওঁক বুলিব পিতা। এই পুতেক-জীয়েকৰ সতি-সন্ততি তেওঁৰ নাতি হ'ব। এই নাতিহঁতে তেওঁক আৰু তেওঁৰ লগৰীয়া দৰাবোৰক ককা আৰু লগৰীয়া কইনাবোৰক আইতা বুলিব। ঠিক সেইদৰেই, মাক-বাপেকে সিহঁতক পৃথিৱীৰ পোহৰলৈ অনাৰ সময়ছোৱাত যিবোৰ সন্তানৰ জন্ম হৈছিল সেই সকলোবোৰে পৰস্পৰে পৰস্পৰক ভাই-ককাই বুলিব। ইহঁতবোৰৰ কোনোৱেই পৰস্পৰৰ মাজত দৈহিক সম্বন্ধ নকৰিব। অৱশ্যে যদি হে বাছনিত সেইমতে পৰে আৰু দেলফীয় পুৰোহিতেও যদি মত দিয়ে তেতিয়া হ'লে ককায়েক ভনীয়েকৰ মাজতো সহবাস হ'ব পাৰিব।"

তেওঁ ক'লে, "উচিত কৈছা।"

"গ্লকন, আমাৰ ৰাজ্যৰ ৰাজ্যপালক সকলৰ তিৰোতা আৰু সতি-সন্ততিৰ সমাজখনৰ ৰূপ এইটোৱেই হ'ব। তদুপৰি, ৰাজ্য-ব্যৱস্থাৰ আনবোৰ কথাৰ লগত এই আঁচনি খাপখাই পৰিব বুলি আৰু এই আঁচনিয়েই উৎকৃষ্টলভ্য ব্যৱস্থা হ'ব বুলিও প্ৰমাণ কৰিব লাগিব। নে তুমি অইন কিবা ক'ব খুজিছা?"

"তোমাৰ মতেই কৰাঁ। মোৰ আপত্তি নাই। এই সম্পৰ্কত আমাৰ মাজত একমত হোৱাৰ আগতে আমি নিজকে পিচে এটা প্ৰশ্ন সুধিব লাগিব। ৰাজ্যৰ সংবিধানৰ উৎকৃষ্ট গুণ, অৰ্থাৎ যিটো গুণলৈ দৃষ্টি ৰাখি বিধি-প্ৰণেতাসকলে বিধি প্ৰণয়ন কৰিব সেইটো নো কি হ'ব? নাইবা, ৰাজ্যৰ নিকৃষ্ট দোষ কি হ'ব? তাৰ পিচত, আমি দাঙি ধৰা উৎকৃষ্টতাৰ আদৰ্শৰ লগত আমি এইমাত্ৰ বৰ্ণনা কৰা আঁচনিখন মিলিছে নে নাই আৰু নিকৃষ্টতাৰ ছবিৰ লগত অমিল হৈছে নে নাই সেইটো কথা বিচাৰ কৰি চাব লাগিব।"

"হয়। এইটো নিৰ্ণয় কৰিব লাগিব।"

"বাৰু, যিটো বস্তুৱে ৰাজ্য একোখন ছিন্নভিন্ন কৰি এখনৰ ভিতৰতে বহুত ৰাজ্যৰ সৃষ্টি কৰে, তাতকৈ জানো ৰাজ্যৰ বাবে বেচি অনিষ্টকাৰী কিবা হ'ব পাৰে? আনহাতে যিটো বস্তুৱে ৰাজ্যখনক বান্ধি ৰাখে আৰু একগোট কৰে তাতকৈ উৎকৃষ্টতৰ গুণ কিবা জানো আছে?"

"মই জনাত নাই।"

"বাৰু তেনেহ'লে। যেতিয়া ৰাজ্যৰ নাগৰিকসকলে যিমান দূৰ পাৰে একেলগে, একেধৰণে, একে আনন্দত হাঁহে আৰু একে বেজাৰত চকুলো টো-কে তেতিয়া তেনে ধৰণৰ সুখ-দুখৰ সমভাগিতায়েই জানো নাগৰিকসকলক একেটা বান্ধোনত বান্ধি নেৰাখে?"

"হয়, ৰাখে।"

"আনহাতে, নগৰ আৰু নগৰৰ অধিবাসীসকলৰ মাজত ঘটা একেবিধ ঘটনাত যেতিয়া কিছুমানে খুব আনন্দ লাভ কৰে আৰু কিছুমানে খুব বেজাৰ পায়, তেতিয়াই এনেধৰণৰ স্বকীয়া মনোভাবেই জানো ৰাজ্যৰ ভিতৰত অনৈক্য সৃষ্টি নকৰিব?"

"অৱশ্যেই কৰিব।"

"তেনেহ'লে যেতিয়াই 'মোৰ' আৰু 'মোৰ নহয়' এই শব্দ কেইটা ৰাজ্যখনত সকলোৱে সমস্বৰে উচ্চাৰণ নকৰে, তেতিয়াই জানো এনে এটা পৰিস্থিতিৰ উদ্ভৱ নহয়? সেইদৰেই 'লোকৰ' শব্দটো প্ৰয়োগ কৰোঁতেও যেতিয়া প্ৰত্যেকেই স্বকীয়া অৰ্থত কৰে, তেতিয়া জানো সেই একে পৰিস্থিতিয়েই নহ'ব?"

"হয়, হ'ব।"

"এতেকে যিখন ৰাজ্যৰ আটাইতকৈ সৰহ সংখ্যক নাগৰিকে 'মোৰ' আৰু 'মোৰ নহয়' শব্দকেইটা একেবিধ বস্তুত একেধৰণে প্ৰয়োগ কৰে, সেইখন ৰাজ্যই হ'ব উৎকৃষ্টভাৱে পৰিচালিত ৰাজ্য।"

"হয়, সকলোতকৈ উৎকৃষ্ট হ'ব।"

"অৰ্থাৎ, আন প্ৰকাৰে ক'বলৈ গ'লে, সেইখন ৰাজ্যই উৎকৃষ্ট যিখনেই মানুহ এজনৰ নিচিনা হৈ পৰে। আমাৰ আঙুলি এটাঁত যেতিয়া আঘাত লাগে তেতিয়া একেটা মূল সূত্ৰত সংগঠিত হোৱা সম্বন্ধত সৰ্ব্বশৰীৰব্যাপী আত্মালৈকে জুৰি এই বেদনা অনুভূত হয়। তেতিয়াই আঘাতপ্ৰাপ্ত অংশৰ সহানুভূতিত সকলো অংশতে বেদনাৰ অনুভৱ হয়। সেইবাবে আমি কওঁ, মানুহটোৰ আঙুলিত বিষ হৈছে। আমাৰ শৰীৰৰ যেই কোনো অংশৰ ক্ষেত্ৰত আমি এই একেটা কথাকে ক'ব পাৰোঁ। আঘাত পালে দুখৰ অনুভূতি আৰু সুখত থাকিলে সুখৰ অনুভূতি হ'ব বুলি ক'ব পাৰোঁ।"

"ওঁ, তেনে ধৰণেই হ'ব। তোমাৰ মূল প্ৰশ্নলৈ ঘূৰি গৈ এতিয়া আমি ক'ব পাৰোঁ যে এই ধৰণৰ অৱস্থাৰ লগত উৎকৃষ্ট ধৰণে পৰিচালিত ৰাজ্য এখনৰ অতি ওচৰ সম্বন্ধ আছে।"

"এতেকে যেতিয়াই এজন নাগৰিকে সুখ পায় বা দুখ ভোগ কৰে তেতিয়াই আমাৰ ৰাজ্যই সেই নাগৰিকৰ সুখ-দুখ নিজৰ গাৰ সুখ-দুখ যেন ভাবিব। আৰু, সেই সুখ-দুখত সমগ্ৰ ৰাজ্যই সহানুভূতি দেখুৱাব। অইনবোৰ ৰাজ্যতকৈ আমাৰখন ৰাজ্যৰ এনে সহানুভূতি বেচি হ'ব।"

"সুসংগঠিত ৰাজ্যত সেইটো হ'বই।"

তাৰ পিচত মই ক'লোঁ, "এতিয়া আকৌ আমাৰ ৰাজ্যলৈ উভতি গৈ চাওঁহকচোন, যিবোৰ গুণ থাকিব লাগে বুলি আমি একমত হৈছোঁ সেইবোৰ গুণ আমাৰ ৰাজ্যত আছে নে নাই। নে, এইবোৰ গুণত অন্যবোৰ ৰাজ্যই আমাৰ ৰাজ্যক চেৰ পেলাইছে?"

"এৰা। সেইটো চোৱাও দৰ্কাৰ হ'ব।"

"বাৰু, শাসনকৰ্ত্তা আৰু সাধাৰণ প্ৰজা, এই দুয়োবিধ যেনেকৈ অন্যান্য ৰাজ্যত আছে, আমাৰ ৰাজ্যতো তেনেকৈয়ে থাকিব। নহয় জানো?"

"হয়, থাকিব।"

"এই দুয়ো, ইবিধে সিবিধক নাগৰিক বুলিয়েই সম্বোধন নকৰিব জানো?"

"অৱশ্যে কৰিব।"

"পিচে, নাগৰিক বুলি সম্বোধন কৰাৰ উপৰিও শাসনকৰ্ত্তা সকলক সাধাৰণ প্ৰজাই অন্যান্য ৰাজ্যত আন কিবা সম্বোধন কৰে নে নকৰে?"

"বেচিভাগ ৰাজ্যতে সাধাৰণ প্ৰজাই শাসনকৰ্ত্তা সকলক গৰাকী বুলি সম্বোধন কৰে। অৱশ্যে গণতন্ত্ৰত শাসন-পৰিচালক হে বোলা হয়। পিচে, আমাৰ ৰাজ্যত সাধাৰণ প্ৰজাই শাসনকৰ্ত্তাক নাগৰিক নামৰ উপৰিও অন্য কিবা নাম দিব নে নিদিয়ে?"

"দিব। ৰক্ষক আৰু সহায়ক বুলি ক'ব।"

"বাৰু, শাসনকৰ্ত্তা সকলে প্ৰজাক কি বুলি ক'ব?"

"দৰমহা-দিওঁতা আৰু ভৰণপোষণ-কৰোঁতা বুলি।"

"বাকী অন্যান্য ৰাজ্যত শাসনকৰ্ত্তাই প্ৰজাক কি বুলি ক'ব?"

"দাস বুলি ক'ব।"

"শাসনকৰ্ত্তা সকলে ইজনে সিজনক একা?"

"সহযোগী শাসক।"

"আমাৰ ৰাজ্যত একা?"

"সহযোগী ৰাজ্যপালক।"

অন্য ৰাজ্যত এজন শাসকে আন শাসকৰ বিষয়ে কওঁতে কোনোজনক তেওঁৰ নিজৰ সম্বন্ধীয় আৰু কোনোজনক অচিনাকি বুলি ক'ব পাৰিব নে বাৰু?"

"ওঁ, বহুতকে পাৰিব।"

"পিচে, তেনেকৈ কওঁতে জানো তেওঁ এজনক আপোন আৰু নিজৰ বুলি ধৰা আৰু আইন এজনক নিজৰ নহয় বুলি ধৰা নহ'ব?"

"হ'ব।"

"বেচ ভেস্তে। আমাৰ ৰাজ্যপালকসকলৰ কোনোবাই জানো সহযোগী ৰাজ্যপালক এজনক অচিনাকি বুলি ক'ব বা ধৰিব পাৰিব?"

"কেতিয়াও নোৱাৰে; কিয়নো তেওঁলোকে যাকেই দেখক সেই জনেই হয় তেওঁৰেই ভায়েক বা ককায়েক, নহয় বায়েক বা ভনীয়েক, নহয় বাপেক, মাক, পুতেক বা জীয়েক, নহয় এইবোৰৰে কাৰোবাৰ সন্তি-সন্ততি অথবা মাক-বাপেক বুলি ধৰিব লাগিব।"

"বঢ়িয়া কথা। বাৰু, মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ দিয়াঁচোন। পৰিয়ালৰ নামটো মাথোন ললেই তুমি সন্তুষ্ট হ'বাঁ নে কি? নে, সেই নাম লোৱাৰ লগতে সেইমতে সকলো ক্ষেত্ৰতে কাম কৰাটোও বিচাৰিবাঁ? সকলো সন্তানে যেনেকৈ মাক-বাপেকক সন্মান কৰে, সহায় কৰে আৰু সকলো কথাতে মানি চলে—কিয়নো তাকে নকৰিলে ইহকাল-পৰকাল উভয়তে অকল্যাণ হ'ব—তেনেকৈ পিতৃৰ প্ৰতি সকলো কৰ্ত্তব্য কৰিব নালাগিব জানো? সেইমতে নকৰিলে জানো ধৰ্ম্ম আৰু ন্যায় লঙ্ঘন কৰা নহ'ব? যিসকলক পিতৃ বুলি দেখুৱাই দিয়া হৈছে সেইসকল তথা সকলো আপোন মানুহৰ বেলিকা জানো এইখিনি উপদেশ বা তেনে ধৰণৰ উপদেশ প্ৰথম অৱস্থাৰ পৰাই নাগৰিকসকলে ল'ৰা-ছোৱালীক দিব নেলাগিব?"

"এইবোৰ উপদেশ দিবই লাগিব; কিয়নো মুখত পৰিয়ালৰ নাম লৈ কামত পৰিয়ালৰ মানুহ নহ'লে নহ'ব।"

"গতিকে এনে এটা অৱস্থাই হ'ব য'ত এজনৰ সুখ বা দুখ দেখিলে বাকী সকলৰো প্ৰতিজনেই সমানে সুখ বা দুখ অনুভৱ কৰিব। এজনৰ সুখ হোৱা দেখিলে আন জনে ক'ব, 'এয়াই মোৰ সুখ' আৰু এজনৰ দুখ দেখিলে আনজনে ক'ব, 'এয়াই মোৰ দুখ'।"

"ঠিক কথা।"

"এনে ধৰণে ভবা আৰু কোৱাটোৱেই জানো লোকৰ সুখ-দুখত সহানুভূতি থকাৰ চিন বুলি আমি কোৱা নাছিলোঁ?"

"হয়, আমি কৈছিলোঁ। আৰু, ঠিকেই কৈছিলোঁ।"

"তেনেহ'লে, এনেদৰে লোকৰ সকলো সুখ-দুখকে 'নিজৰ সুখ-

দুখ' বুলি গণ্য কৰি উমৈহতীয়া স্বাৰ্থ অনুভব কৰাটোৱেই জানো আমাৰ নাগৰিকসকলৰ বিশেষত্ব নহ'ব? আৰু, সেইবাবেই জানো সকলো সময়তে তেওঁলোকৰ মাজত সুখ-দুখৰ সমভাগিতাৰ ভাব প্ৰবল হৈ নেথাকিব?"

"হয়। এই ভাব বিশেষ ভাৱে প্ৰবল হ'ব।"

"তেতিয়া হ'লে, আমাৰ সংবিধানত থকা অন্যান্য বিশেষত্বৰ লগতে, আমাৰ ৰাজ্যপালক সকলে স্ত্ৰী-সন্তান উমৈহতীয়াকৈ ৰখাৰ কথাটোৱেও জানো এওঁলোকক এনেভাৱে সমভাগী হ'বপৰা কৰা নাই?"

"হয়। ঘাইকৈ এইটো কথায়েই কৰিছে।"

"পিচে, তোমাৰ মনত থাকিব পায়, আমি এইটোকে ৰাজ্যৰ উৎকৃষ্টতম গুণ বুলি মানি লৈছিলোঁ। তেতিয়া আমি সুখ-দুখৰ অনুভূতিৰ বিষয়ত শৰীৰৰ সৈতে অঙ্গ-প্ৰত্যঙ্গৰ যি সম্বন্ধ তাৰ লগত সুসংগঠিত ৰাজ্য এখনৰ সৈতে সদস্যসকলৰ সম্বন্ধক মিলাই চাইছিলোঁ।"

"ওঁ, আমি সেইকথা মানি লৈ ঠিক কামেই কৰিছিলোঁ।"

"তেনেহ'লে, এতিয়া আমি বুজিলোঁ যে ৰাজ্যপালক শ্ৰেণীৰ মাজত তিৰোতা আৰু সন্তান উমৈহতীয়া সম্পত্তি হিচাপে থকাৰ বাবেই ৰাজ্য এখন সৰ্ব্বগুণী হ'ব পাৰিছে।"

"হয়, একেবাৰে ঠিক কথা কৈছা।"

"এই ব্যৱস্থা দিওঁতে আমি আমাৰ আগৰ সিদ্ধান্তৰ লগত মিল ৰাখিছোঁ। আমি কৈছিলোঁ যে আমাৰ ৰাজ্যপালকসকলৰ বাবে ঘৰ-দুৱাৰ, মাটি-বাৰী বা অন্যান্য কোনো প্ৰকাৰৰ ব্যক্তিগত সম্পত্তি থাকিব নোৱাৰিব। ৰাজ্যশাসনৰ দায়িত্ব পালনৰ বাবদ তেওঁলোকে বানচ হিচাপে বাকী নাগৰিক সকলৰ পৰা ভৰণ-পোষণ পাব। এই বানচ তেওঁলোকৰ মাজত উমৈহতীয়াকৈ দিয়া হ'ব। আৰু, যথাৰ্থতে তেওঁলোক উপযুক্ত ৰাজ্যপালক হ'বলৈ হ'লে সেই বানচ উমৈহতীয়াকৈ দিব লাগিব।"

"সঁচা।"

"বাৰু তেনেহ'লে, আগতে আমি বান্ধি দিয়া আৰু বিশেষকৈ

এতিয়া ব্যাখ্যা কৰা বিধিসমূহে জানো প্ৰকৃত ৰাজ্যপালক গঢ়ি তুলিব ? ৰাজ্যপালক সকলে তেতিয়া সকলোকে সমভাৱে চাব আৰু কোনো বস্তুতে 'মোৰ' শব্দ প্ৰয়োগ নকৰি 'আমাৰ' শব্দহে কৰিব, যিমান পাৰে বস্তু গাইগুটীয়াকৈ সামৰি নিজৰ ঘৰলৈ নিনিব নাইবা নিজৰ নিজৰ ভাগে তিৰোতা আৰু সন্তানো ল'বলৈ চেষ্টা নকৰিব। অৰ্থাৎ গাইগুটীয়া স্বাৰ্থৰ বশবৰ্ত্তী হৈ নিজৰ নিজৰ সুকীয়া আনন্দ-বেজাৰৰ সৃষ্টি নকৰিব। এইদৰে এই বিধিসমূহে ৰাজ্যপালক শ্ৰেণীক ৰাজ্যখন ছিন্নভিন্ন কৰাৰ পৰা বিৰত ৰাখিব। আনহাতে এই বিধি পালনত ৰাজ্যপালক সকলে কোনটো আপোন কোনটো পৰ এই বিষয়ত একে মতকে পোষণ কৰি ঐক্যবদ্ধ ভাৱে মিলি থাকিব আৰু সকলো সময়তে সমানে তেওঁলোক সকলোৰে সুখত সুখ আৰু দুখত দুখ অনুভব কৰিব।"

"হয়। ঠিক কথা কৈছা।"

"সকলো বস্তুৰেই যেতিয়া উমৈহতীয়া সম্পত্তি হ'ব আৰু নিজৰ দেহাটোৰ বাদে নিজৰ বুলি দাবী কৰিবলৈ অইন একোটোৱেই নেথাকিব, তেতিয়া জানো তেওঁলোকৰ মাজত সকলো মেল-মোকৰ্দমা, অভিযোগৰ স্থলেই নাইকিয়া হৈ নপৰিব ? ধন-বস্তু, সতি-সন্ততি আৰু আপোন মানুহ সুকীয়া-সুকীয়াকৈ থাকিলে যিবোৰ কাজিয়া-পেঁচালৰ সূত্ৰপাত হয় সেইবোৰৰপৰাও জানো মুক্ত নহ'ব ?"

"সেইবোৰৰপৰা মুক্ত হোৱাটো স্বাভাৱিক।"

"তদুপৰি তেওঁলোকৰ ভিতৰত কোনোৱে কাৰোৰ বিৰুদ্ধে জোৰ-জবৰদস্তি কৰাৰ নাইবা মাৰপিট কৰাৰ অভিযোগ উত্থাপন কৰিবলৈও স্থল নেথাকিব, কিয়নো একে বয়সৰে কোনোবাই কাৰোবাক আক্ৰমণ কৰিলে আক্ৰমণকাৰীৰ বিৰুদ্ধে নিজেই আত্মৰক্ষাৰ ব্যৱস্থা লোৱাটো আমাৰ বিধি অনুসৰি সদায় সন্মানজনক আৰু ন্যায়সম্মত হ'ব।"

"ঠিক কৈছা।"

"তাৰ উপৰিও এনে বিধিৰপৰা আন এটা সুবিধা হয়। কোনোবাৰ ওপৰত যদি কাৰবাৰ খং উঠে তেন্তে ইজনে সিজনৰ

বিৰুদ্ধে নিজেই ব্যৱস্থা লৈয়েই থং মাৰ নিয়াব। তেতিয়াহ'লে কাজিয়াই আৰু বৰ বেচি বাঢ়িবলৈ সুবিধা নেপায়।

"নিশ্চয়।"

"অৱশ্যে, বয়সীয়াজনে তেওঁতকৈ সৰুজনক ডাবি-ধমকি দিবলৈ বা তিৰস্কাৰ কৰিবলৈ অধিকাৰ পাব।"

"জৰুৰ পাব লাগিব।"

"কিন্তু, শাসনকৰ্ত্তাৰ নিৰ্দ্দেশ অবিহনে সৰু এজনে কেতিয়াও ডাঙৰ এজনক মাৰপিট কৰিব বা অন্য প্ৰকাৰে আঘাত কৰিব নোৱাৰিব। মোৰ মতে, কোনো ডেকা মানুহে ডাঙৰক কেতিয়াও অপমান কৰিবলৈ নাযাব। তেনে কাৰ্য্য কৰাত দুটা কথাই তেওঁক বাৰণ কৰিব—অৰ্থাৎ, ভয় আৰু লাজে বাৰণ কৰিব। যাক তেওঁ পিতৃ-মাতৃ জ্ঞান কৰে তেনেজনৰ ওপৰত হাত লগাবলৈ তেওঁ লাজ পাব। আনহাতে যিজনক আক্ৰমণ কৰিব খুজিব তেওঁৰ পুতেক, ভাই-ককাই আৰু বাপেকহঁত জানোচা সেইজনৰ ফলীয়া হৈ পৰে সেইটোলৈও তেওঁৰ ভয় থাকিব।"

"হয়, আমাৰ প্ৰণীত বিধিয়ে সেই কথা সাধন কৰিব।"

"এতেকে আমাৰ মানুহখিনিৰ মাজত এই আইনে সকলো প্ৰকাৰে শান্তি স্থাপন কৰিব।"

"হয়, বহুতখিনি শান্তি দিব।"

"কিন্তু এই শ্ৰেণীৰ মানুহখিনি যদি আত্মকলহৰ পৰা মুক্ত হয়, তেন্তে বাকী নাগৰিকখিনিয়েও এওঁলোকৰ সৈতে নাইবা নিজৰ ভিতৰতে হাই-কাজিয়া কৰাৰ আশঙ্কা নেথাকিবগৈ।"

"নাই, নেথাকে।"

"তদুপৰি কিছুমান সৰুসুৰা অপকৰ্ম্ম আছে যিবোৰৰপৰা ৰাজ্যপালক শ্ৰেণী মুক্ত হৈ থাকিব। এইবোৰৰ উল্লেখ কৰিবলৈকে মোৰ লাজেই লাগিছে দেখোন। যেনে, ধনী শ্ৰেণীক দুখীয়া মানুহে কৰা তোষামোদ, পৰিয়াল ভৰণ-পোষণৰ সময়ত পোৱা অস্বস্তি আৰু আহুকাল, ঘৰ চলাবলৈ ধন গোটোৱাত কষ্ট আৰু ধাৰ কৰাৰ পাচত ধৰি ৰাখিব নোৱৰাৰ দুৰৱস্থা, বিভিন্ন প্ৰকাৰে সম্পত্তি আহৰণ কৰি তৈণীয়েকহঁতক বা চাকৰক চলাবলৈ চমজাই দিয়া—এনে

পৰিস্থিতিত সৃষ্টি হোৱা বিপদবোৰ দেখিছাঁই। এইবোৰ ইমান ঘৃণনীয় যে বৰ্ণনাকে কৰিব নোৱাৰি।"

"হয় হয়। সেইবোৰ কথা অঙ্কলা এটায়ো দেখা পাব।"

"এনেবোৰ অপকৰ্ম্মৰপৰা মুক্ত হ'লে ৰাজ্যপালক শ্ৰেণী অলিম্পীয় খেলৰ বিজেতা সকলতকৈও বহুত বেচি সুখ-স্বাচ্ছন্দ্যেৰে জীৱন যাপন কৰিব পাৰিব।"

"কেনেকৈ ?"

"কিয়, অলিম্পিক খেলৰ বিজেতাসকলে আমাৰ ৰাজ্যপালক-সকলৰ সুখ-স্বাচ্ছন্দ্যৰ তেনেই সামান্য অংশ এটা হে পাব পাৰিছে। ৰাজ্যপালক সকলৰ বাবে ৰাজহুৱা ভৰণ-পোষণৰ ব্যৱস্থা যেনে নিখুঁত, তেওঁলোকৰ বিজয়ো তেনে গৌৰৱপূৰ্ণ। সমগ্ৰ ৰাজ্য প্ৰতিপালন কৰাত তেওঁলোকে জয়লাভ কৰিছে। জীৱনকালতে তেওঁলোকে শিৰত মুকুট পিন্ধিবলৈ আৰু সকলো প্ৰকাৰৰ সুবিধা ভোগ কৰিবলৈ পায়। ভৰণ-পোষণৰ বাবে জীৱনত লাগতিয়াল হোৱা সকলে বস্তু অকল তেওঁলোকেই নহয়, তেওঁলোকৰ সতি-সন্ততিবোৰেও দেশৰপৰাই পায়। যেতিয়া তেওঁলোকৰ মৃত্যু হয়, তেতিয়াও অতি সম্মানেৰে তেওঁলোকৰ শেষকৃত্য সম্পন্ন কৰা হয়।

"এৰা হয়, তেওঁলোকৰ ডাঙৰ সৌভাগ্য।"

মই আকৌ আৰম্ভ কৰিলোঁ—"ৰবাঁ. তোমাৰ বোধ কৰোঁ মনত থাকিব পায়, অলপ আগতে কোনোবা এজন আপত্তি-কাৰীয়ে আমাক দোষাৰোপ কৰিছিল আমি হেনো ৰাজ্যপালক-সকলক সুখী কৰিবপৰা নাই। নাগৰিকৰ হাতত যিহকে আছে সেই সকলোবোৰ দখল কৰিবলৈ ৰাজ্যপালক শ্ৰেণীক ক্ষমতা দিলোঁ হয়, কিন্তু তেওঁলোকৰ নিজা বুলিবলৈ একোটোকে নিদিলোঁ। এই আপত্তি উঠাৰ সময়ত আমি এই বুলি উত্তৰ দিছিলোঁ—এই বিষয়ে দৰ্কাৰ হ'লে বাক পিচত বিবেচনা কৰিম। কিন্তু সেই সময়ত আমাৰ লক্ষ্য আছিল আমাৰ ৰাজ্যপালক সকলক যথাৰ্থতে প্ৰকৃত ৰাজ্যপালক কৰি তোলা আৰু ৰাজ্যখনকো যিমান পাৰি সুখী কৰা। তেতিয়া কোনো এক বিশেষ শ্ৰেণীৰ প্ৰতি লক্ষ্য কৰা আৰু সেই

শ্রেণীটোৰ সুখ-স্বাচ্ছন্দ্যৰ কথা ভবা নহ'ল। কথাটো মনত পৰিছে নে বাৰু ?"

"ওঁ পৰিছে।"

"সহায়ক শ্রেণীৰ জীৱন অলিম্পীয় বিজেতা সকলৰ জীৱনতকৈ অধিক গৌৰৱান্বিত আৰু কাম্য বুলি আমি ক'লোঁ হয়, কিন্তু মুচিয়াৰ বা যেই কোনো কাৰিকৰ নাইবা খেতিয়কৰ জীৱনকো তাৰ লগত কিবা প্রকাৰে তুলনা কৰিব পৰা যাব নে বাৰু ?"

তেওঁ ক'লে, "নহ'ব কিজানি।"

"বুজিছোঁ বাৰু। এইখিনিতে আগতে কোৱা কথা এষাৰকে আকৌ উল্লেখ কৰোঁচোন। অর্থাৎ আমাৰ ৰাজ্যপালক সকলে যদি হে নিজক সুখী কৰিবৰ বাবে এনেদৰে চলিবলৈ ধৰে যাৰ ফলত তেওঁ-লোকৰ গাত আৰু ৰাজ্যপালকৰ চিন নাইকিয়া হৈ পৰেগৈ, তেতিয়া কি হ'ব ? সংযত আৰু সুস্থিৰ জীৱনক আমি উৎকৃষ্ট বুলি কৈছোঁহক। কিন্তু তেনে জীৱনধাৰাত সন্তুষ্ট নাথাকি যদি ৰাজ্যপালকসকলে সুখ-সম্পদৰ লোভত নির্ব্বোধ আৰু ল'ৰালি মনোভাবৰ বশৱর্ত্তী হৈ পৰে আৰু ৰাজ্যৰ সমস্ত ভাল বস্তুকেই আত্মসাৎ কৰিবৰ বাবে নিজৰ ক্ষমতা প্রয়োগ কৰিবলৈ ধৰে তেতিয়া তেওঁলোকে বুজিবগৈ যে হেছিয়দে এক অর্থত 'সম্পূর্ণটোতকৈ আধাহে সৰহ'[৪] বুলি কওঁতে যথার্থতে জ্ঞানগর্ভ কথাকে কৈছিল।

"ৰাজ্যপালক সকলে যদি মোৰ উপদেশ শুনে তেন্তে তেওঁলোকৰ ভাগত নির্দ্দিষ্ট কৰি দিয়া জীৱন প্রণালীকে মানি চলিব।"

"তেনেহ'লে তুমি এই সূত্রটো মানিছা। অর্থাৎ আমি বর্ণনা কৰামতে শিক্ষা, সন্তান প্রসৱ আৰু অন্য নাগৰিকৰ ওপৰত পহৰা দিয়াৰ ক্ষেত্রত তিৰোতাক পুৰুষৰ সৈতে একে শাৰীতে ধৰিব লাগিব। ঘৰৰ ভিতৰতেই থাকক বা যুদ্ধ কৰিবলৈকে যাওক তিৰোতাই পুৰুষৰ সৈতে সমানে ৰাজ্যপালনৰ কর্ত্তব্য সম্পাদন কৰিব। পুৰুষৰ লগতে তিৰোতায়ো কুকুৰৰ দৰে শত্রু খেদিবলৈ যাব আৰু সন্তৰপৰ সকলো কাম একেলগেই কৰিব। এনেদৰে

৪। বৰ্কর্ট এণ্ড ডেইজ, ৪০

সকলো কাম কৰোঁতে তিৰোতাই সদায় সমুচিত পথত চলিব আৰু নাৰী-পুৰুষৰ পাৰস্পৰিক সহযোগিতাই নিয়ন্ত্ৰণ কৰা স্বাভাৱিক সম্বন্ধত কোনো সময়তেই আঘাত নকৰিব। হয়নে নহয়?"

তেওঁ উত্তৰ দিলে, "এই সকলোবোৰ মই মানি লৈছোঁ।"

তেতিয়া মই ক'লোঁ, "তেনেহ'লে জন্তুৰ মাজত থাকিবপৰাৰ নিচিনাকৈ এনে এখন সমাজ বাৰু মানুহৰ মাজতো থাকিব পাৰে নে নোৱাৰে? এই কথাটো আৰু লগতে যেনে অৱস্থাত তেনে সমাজ সম্ভৱপৰ হ'ব পাৰে তাকে হে নিৰ্ণয় কৰিবলৈ বাকী আছে নহয় জানো?"

"মই ক'ম বোলা কথাষাৰ তুমি কৈয়েই পেলালা।"

"যুদ্ধ-বিগ্ৰহৰ কামখিনিনো তেওঁলোকে কেনেকৈ চলাব সেইটো বুজিবলৈ মোৰ বোধেৰে এতিয়া সহজ হৈ পৰিব।"

"কেনেকৈ?"

"কিয়, পুৰুষ আৰু নাৰী উভয়ে একেলগে যুদ্ধক্ষেত্ৰলৈ যাব। যাওঁতে, লগতে তেওঁলোকৰ বাহুবলী সন্তানবোৰকো লৈ যাব। অন্যান্য কাৰিকৰৰ ল'ৰা-ছোৱালীৰ দৰে এই সন্তানবোৰেও মাক-বাপেকে যুদ্ধৰ কাম কেনেকৈ চলায় চাবলৈ পাব, অৰ্থাৎ সিহঁত বুজন হ'লে যি বৃত্তিত ধৰিবগৈ লাগিব সেই বৃত্তি কেনে ধৰণে সম্পাদন কৰে চাবলৈ পাব। এইদৰে দৰ্শক হোৱাৰ উপৰিও এই সন্তানবোৰে যুদ্ধক্ষেত্ৰত চাকৰ-নাকৰ আৰু পালি-পহৰীয়াৰ কাম কৰিব আৰু মাক-বাপেকক শুশ্ৰূষা কৰিব। তুমি দেখোন নিজেই দেখিছা কেনেকৈ কুমাৰৰ ল'ৰা-ছোৱালীবোৰে নিজ হাতেৰে মাটিৰ বাচন তৈয়াৰ কৰিবপৰা হোৱাৰ বহুত পূৰ্ব্বৰে পৰাই মাক-বাপেকে কাম কৰা চাই থাকে আৰু বস্তু-বেহানি কঢ়িয়াই দি মাক-বাপেকক সহায় কৰে।"

"ওঁ দেখিছোঁ।"

"তেনেহ'লে কুমাৰহঁতে ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ সময়ত চাক ঘূৰোৱাৰ কাম চাবলৈ দিয়াৰ লগতে নিজ নিজ কাম কৰিবলৈ দিওঁতে আমাৰ ৰাজ্যপালক সকলতকৈও বেচি যত্ন ল'ব নে কি?"

"ওহোঁ, সেইটো কেনেকৈ হ'ব?"

"কিন্তু প্ৰত্যেক প্ৰাণীয়েই নিজৰ সন্তানৰ সমুখত অদ্ভুত সাহসেৰে যুঁজিব।"

"সঁচা, পিচে ছক্ৰেটিচ, এটা কথাত ডাঙৰ বিপদ আছে। যুদ্ধত কেনেবাকৈ হাৰিবলৈ হ'লে মাক-বাপেকৰ লগতে ল'ৰা-ছোৱালীও বলি হ'ব পাৰে। ফলত ৰাজ্যৰ অপূৰণ ক্ষতি হোৱাৰ সম্ভাৱনা আছে।"

মই উত্তৰ দিলোঁ, "হয়, সেইটো সঁচা। পিচে মই এইখিনিতে প্ৰথমে সোধোঁচোন, সম্ভাব্য সকলো বিপদ বাৰণ কৰাৰ বাবে প্ৰতিষেধক ব্যৱস্থা গ্ৰহণ কৰিবলৈ আমি জানো বাধ্য ?"

"কোনোমতেই নহয়।"

"বাৰু যদি একান্তই বিপদৰ সম্মুখীন হ'ব লগাই হয় তেন্তে এনেকুৱা ক্ষেত্ৰতেই হ'ব লাগে য'ত বিজয় লাভৰপৰা আমাৰ উন্নতিৰ সহায় হ'ব। নহয় জানো ?"

"হয়।"

"তেনেহ'লে ভাবাঁ নে কি যে পিচলৈ বয়সত যোদ্ধা হওকগৈয়েই বা নহওক, শিশু অৱস্থাত ল'ৰা-ছোৱালীয়ে যুদ্ধক্ষেত্ৰলৈ গৈ বিপদত পৰিবলৈ যোৱা বা নোযোৱাটো বৰ জৰুৰী কথা নহয় ?"

"নহয়। তুমি যিটো উদ্দেশ্যৰ কথা কৈছিলা সেই উদ্দেশ্য সাধনৰ অৰ্থে এইটো নিতান্তই জৰুৰী কথা হ'ব।"

"তেন্তে ল'ৰা-ছোৱালীবোৰ গৈ যুদ্ধক্ষেত্ৰত দৰ্শক হোৱাৰ কথাত ধৰাবন্ধা নিয়ম থাকিবই লাগিব। লগতে কিন্তু সিহঁতক নিৰাপদে ৰাখিব পৰা বন্দবস্তও হ'ব লাগিব। তেতিয়া হে সকলো সুবিধাজনক হ'ব। নহয় জানো ?"

"হয়।"

"এতেকে প্ৰথম কথা হ'ল, সিহঁতৰ বাপেকবোৰ নিশ্চয় বুদ্ধিমান আৰু দূৰদৰ্শী হ'ব লাগিব; আৰু কোনখন যুদ্ধ বিপদসঙ্কুল হ'ব আৰু কোনখন নিৰাপদ হ'ব সেইটো ধৰিব পাৰিব লাগিব। লাগিব নে নেলাগে ?"

"খুব সম্ভৱ লাগিব।"

"সেইটোৱেই যদি হে হয় তেন্তে তেওঁলোকে ল'ৰা-ছোৱালীক

নিৰাপদ যুদ্ধক্ষেত্ৰলৈহে লগত নিব, বিপদজনক ক্ষেত্ৰলৈ নিবলৈ সঙ্কোচ কৰিব।"

"ঠিক কৈছা।"

"মই ভাবোঁতে সিহঁতক চাবলৈ তেওঁলোকে বিষয়াও নিযুক্ত কৰিব। ল'ৰা-ছোৱালীবোৰক তদাৰক কৰিবলৈ আৰু শিক্ষা দিবৰ বাবে এই বিষয়াবোৰ হে অভিজ্ঞতা আৰু বয়সৰ ফালৰপৰা উপযুক্ত লোক হ'ব। কামবন নাইকিয়া অলায়ক মানুহক এনে দায়িত্ব কেতিয়াও নিদিয়ে।"

"ওঁ, সেইবোৰ বিষয়া উপযুক্ত হ'বই লাগিব।"

"পিচে তথাপিও আমি এইটো স্বীকাৰ কৰিবই লাগিব যে বহুতে হিতৰ আশা কৰোঁতে বিপৰীতো হৈছে।"

"হয়, বহুতৰে হৈছে।"

"তেনেহ'লে জৰুৰী অৱস্থাৰ সম্মুখীন হ'বৰ বাবে আমি ল'ৰা-ছোৱালীবোৰক আৰম্ভণিতেই পাখি যোগাৰ কৰি দিব লাগিব, যাতে দৰ্কাৰ পৰিলেই সিহঁত উৰা মাৰি সাৰিব পাৰে।"

"এইটোৰ নো আকৌ অৰ্থ কি?"

"তাৰ অৰ্থ হ'ল, যিমান সৰুকালৰেপৰা পৰা যায় সিহঁতক ঘোঁৰাৰ পিঠিত উঠিবলৈ দিব লাগে আৰু যেতিয়াই ঘোঁৰা চলাবলৈ শিকাই ল'ব পৰা হয় তেতিয়াই সিহঁতক ঘোঁৰাত তুলি যুদ্ধ চাবলৈ নিব লাগে। নিওঁতে অৱশ্যে চোকা ঘোঁৰা বা যুঁজাৰু ঘোঁৰাৰ ওপৰত নিনি বেগী অথচ শান্ত ঘোঁৰাত হে নিব লাগে। এনেদৰে কৰিলে সিহঁতে নিজৰ ভৱিষ্যত বৃত্তিৰ বিষয়ে ভালকৈ উপলব্ধি কৰিব লাগিব। আৰু, তাৰ লগতে দৰ্কাৰমতে বিপদৰ সময়ত বয়সিয়াল নেতাসকলৰ লগতে সাৰিবৰ বাবে আটাইতকৈ সুবিধাজনক পৰিস্থিতিত থাকিব পাৰিব।"

"তোমাৰ আঁচনি ঠিকেই হৈছে।"

মই তেতিয়া কলোঁ, "এতিয়া বাকু সামৰিক নিয়ম-কানুনৰ বিষয়লৈ আহোঁচোন। নিজ নিজ বাহিনীৰ ভিতৰত আৰু শত্ৰুপক্ষৰ লগত আমাৰ সৈন্যবোৰৰ সম্বন্ধ কি হ'ব বাৰু? এই বিষয়ত মোৰ মতামত শুদ্ধ হৈছে নে নাই হোৱা সেইটো ক'বা আকৌ?"

"তোমাৰ মতামত নো কি সেইটো আগধৰি জানি লওঁচোন।"

"যদি কোনোবা সৈনিকে নিজৰ বাহিনীৰপৰা পলায় বা নিজৰ অস্ত্ৰশস্ত্ৰ দলিয়াই দিয়ে নাইবা কাপুৰুষালি দোষত দোষী হয়, তেন্তে তাক জানো মিস্ত্ৰী বা খেতি-বতুৱাৰ শাৰীলৈ নমাই দিব নালাগিব ?"

"নিশ্চয় দিব লাগিব।"

"আৰু যদি কোনোবা সৈনিক জীয়ন্তে শত্ৰুৰ হাতত পৰেগৈ তেতিয়া তাক যি জনেই ৰাখিব খোজে তেওঁকেই দানস্বৰূপে দি নিদিম জানো ? সেইজনে তেতিয়া তাক লৈ গৈ যি ইচ্ছা তাকে কৰিব পাৰিব।"

"হয়, নিশ্চয় পাৰিব।"

"কিন্তু যদি হে কোনোবা সৈনিকে যুদ্ধক্ষেত্ৰত বিশেষ পাৰদৰ্শিতা দেখুৱাই যশস্যা আৰ্জ্জন কৰে, তেনেহ'লে সেই সৈনিকক, সেনা-বাহিনী যুদ্ধক্ষেত্ৰত থকাৰ অৱস্থাতে সকলো সৈনিকৰ সাক্ষাতে, ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীয়ে এজন এজনকৈ গৈ একো থাৰ মালা পিন্ধাই দিয়া উচিত নহ'বনে ? তুমি কি ভাবাঁ ?"

"হয়। পিন্ধোৱা উচিত।"

"বাৰু, কৰমৰ্দ্দনো কৰিব নালাগিব জানো ?"

"হয়। লাগিব।"

"মই আৰু এটা কথা কওঁ। তুমি এতিয়া সেইটোত মোক সমৰ্থন কঁৰা নে নকৰা !"

"কি বাৰু কোৱাঁচোন।"

"এই সৈনিকজনে সকলোকে চুমা খাব লাগিব আৰু তেওঁকো সকলোৱে চুমা খাব লাগিব। কি বোলাঁ ?"

"নিশ্চয় লাগিব। অকল সেয়েই নহয়। এই নিয়মত আৰু এটা যোগ দিব লাগিব। যুদ্ধ চলি থকা অৱস্থাত তেওঁ যদি কাৰোবাক চুমা খাব খোজে তেওঁক সেইৰূপ আনন্দৰপৰাও কোনেও বঞ্চিত কৰিব নোৱাৰিব ; কিয়নো সৈনিক এজন যেতিয়া কোনোবা পুৰুষ বা নাৰীৰ প্ৰতি আকৃষ্ট হয় তেতিয়া তেওঁ বীৰত্ব প্ৰদৰ্শন কৰিবলৈ অধিক উৎসাহ লাভ কৰে।"

তেতিয়া মই উত্তৰ দিলোঁ, "বেচ, আমি ইতিমধ্যে কৈছিলোঁৱেই

যে বীৰপুৰুষ এজনক অইনবোৰতকৈ বেচি সঘনে বিবাহসূত্ৰত আৱদ্ধ হ'বলৈ দিয়া হ'ব, আৰু তিৰোতা বাছনিৰ বিষয়তো তেওঁক আনসকলতকৈ অধিক স্বাধীনতা দিব লাগিব। কিয়নো তেনে চৰিত্ৰৰ বাপেকৰপৰা যিমান পৰা যায় সিমান সন্তান জন্ম হ'বলৈ দিব লাগে।"

"হয়, কৈছিলোঁ।"

"আকৌ আন প্ৰকাৰৰো বহুত সম্মান আছে, সজ আচৰণত বিশিষ্টতা লাভ কৰা ডেকাহঁতক যিবোৰ হোমাৰৰ মতেও দিব পাৰি। হোমাৰে কৈছে, যুদ্ধত খ্যাতি লাভ কৰাৰ সময়ত আজাস্কক 'গোটে গোটে গৰুৰ বাজহাড়'[৬] পুৰস্কাৰ দিয়া হৈছিল। তেতিয়া ভবা হৈছিল যে যি সম্মানকেই দিয়া নহওক সম্মানিতজনৰ গৌৰৱ বৃদ্ধিৰ লগতে শাৰীৰিক শক্তিও বৃদ্ধি কৰিব লাগিব। ভৰ যৌৱনৰ ডেকা বীৰ এজনৰ ক্ষেত্ৰত এনে কথা বিশেষভাৱে প্ৰয়োগ কৰিব পাৰি।"

"হয় হয়। এইষাৰ খুব ঠিক কথা কৈছে।"

"তেনেহ'লে অন্ততঃ এই বিষয়ত আমি হোমাৰৰ উপদেশ মতে চলিম। যজ্ঞৰ ভোজ আৰু তেনে ধৰণৰ সকলো আমোদ-প্ৰমোদৰ-সময়ত আমিও আমাৰ বাছকবনীয়া সৈনিকসকলক সম্মান জনামহঁক। তেওঁলোকৰ ভিতৰত যি যেনেকৈ দক্ষতা দেখুৱায় সেইমতে উপহাৰ আৰু সা-সুবিধা দিয়া হ'ব। এই বিষয়ে আমি ইতিমধ্যে কৈছোঁৱেই। তদুপৰি তেওঁলোকক 'মদৰ পিয়লা চপচপীয়াকৈ ভৰাই আৰু মঙহ আৰু সম্মানীয় আসন'[৭] দিয়া হ'ব, এইদৰে আমাৰ বীৰ-বীৰাঙ্গনা-সকলক সম্মান জনোৱাৰ লগতে তেওঁলোকৰ প্ৰশিক্ষণতো সহায় কৰা হ'ব।"

তেওঁ ক'লে, "অতি চমৎকাৰ আঁচনি।"

"বাক, পিচে যুদ্ধক্ষেত্ৰত যেতিয়া এই সৈনিকসকলে প্ৰাণ দিয়ে তেতিয়া জানো আমি এইবুলি ঘোষণা নকৰিম যে যিসকলে বীৰ-

---

৬। ইলিয়াদ ৭ম, ৩২১ ৭। ইলিয়াদ ৮ম, ১৬২

দ্বেৰে মৃত্যু বৰণ কৰিছে সেইসকল সৌশৰীৰে দেৱতাসকলৰ শাৰীত উঠিছেগৈ ?”

“কিয় নকৰিম ?”

“হেছিয়দে কৈছে যে এই বীৰসকলে ‘দেহত্যাগ কৰাৰ পাচত অশৰীৰী দেহালৈ ৰূপান্তৰিত হৈ পৃথিৱীত বিচৰণ কৰি সকলো মানুহক সকলো বিপদ-বিঘিনিৰপৰা ৰক্ষা কৰে’[৮]। হেছিয়দৰ এই কথাষাৰ আমি তেনেহ’লে বিশ্বাস নকৰিম নে কি ?”

“কিয় নকৰিম। জৰুল কৰিব লাগিব।”

“তেনেহ’লে, অতিমানৱ আৰু ঐশ্বৰিক গুণসম্পন্ন লোকক সমাধিস্থ কৰোঁতে কেনেকৈ আৰু কেনে সম্মানেৰে কৰিব লাগিব সেই বিষয়েও দৈববাণীক সুধিব লাগিব নে কি ? এইদৰে সুধি লৈ, দৈৱবাণীয়ে যেনে পদ্ধতি আৰু ক্রিয়াকাণ্ডৰ দিহা দিয়ে সেইমতে হে আমি সমাধিস্থ কৰিবলৈ যোৱা উচিত। নহয় জানো ?”

“কৰিবই লাগিব।”

“কিন্তু তাৰ পাচতো আমি তেওঁলোকৰ মৈদামবোৰক উচ্চস্থানীয় পুৰুষৰ মৈদাম জ্ঞান কৰি সেইমতে সম্মান আৰু পূজা দিব নেলাগিব জানো ? আৰু, জীৱনকালত বীৰত্ব দেখুৱাই শ্রদ্ধা আৰ্জ্জন কৰা কোনোবা নাগৰিক যদি বাৰ্দ্ধক্যপ্রাপ্ত হৈ বা আন কোনো কাৰণত পৰলোকপ্রাপ্ত হয়, তেতিয়া তেওঁকো একেদৰেই সম্মান প্রদর্শন কৰিব নালাগিব জানো ?”

“কিয় নালাগিব ? তেনে কৰাটো হে যথাৰ্থ হ’ব।”

“বাৰু, আৰু এটা কথা সোধোঁচোন। শত্রুৰ লগত আমাৰ সৈনিকসকলে কেনে আচৰণ কৰিব ?”

“কেনে কথাত ?”

“প্রথমতে বাৰু গোলাম ৰখা দস্তুৰৰ কথাকে ধৰোঁচোন। গ্রীক-সকলে জানো গ্রীচীয় ৰাজ্যবোৰত স্বাধীন নাগৰিকক গোলাম কৰাটো ন্যায্য কাম বুলি ধৰিব ? এনে এটা প্রথা থাকিলেও তাক গুছাবলৈ তেওঁলোকে যৎপৰোনাস্তি চেষ্টা নকৰিব জানো ? বিদেশী জাতিৰ

৮। বৰ্কৰ্ট এণ্ড ডেভিছ, ১২১

হাতত বন্দী হোৱাৰ ভয়ৰ কাৰণেই তেওঁলোকে নিজৰ বংশৰ মানুহখিনিক ৰক্ষা কৰিবলৈ নিয়ম প্ৰৱৰ্ত্তন নকৰিব জানো ?”

“হয়, দ্বিতীয় পন্থাটোৱেই প্ৰথমটোতকৈ উত্তম ব্যৱস্থা হ'ব।”

“তেনেহ'লে তেওঁলোকে গ্ৰীক গোলাম নৰখাটো হে ভাল হ'ব। গ্ৰীক গোলাম ৰখা প্ৰথা এৰি দিবলৈ আন্ সকল গ্ৰীক নাগৰিককো কোৱা উচিত হ'ব।”

“নিশ্চয়। তেতিয়া তেওঁলোকৰ আক্ৰোশ বিদেশী জাতিৰ বিৰুদ্ধে হে বেচিকৈ হ'ব আৰু তেওঁলোকে নিজৰ ভিতৰত পৰস্পৰে হিংসা কৰাটো কমি যাব।”

“তদুপৰি যুদ্ধ কৰাৰ পাচত নিহত সৈন্যসকলৰ গাৰপৰা অস্ত্ৰ-শস্ত্ৰৰ বাদে আনবোৰ বস্তু এৰুৱাই অনাটো জানো ভাল হ'ব ? এনে কৰিবলৈ হ'লে জানো কাপুৰুষ সৈনিকবোৰেই সুবিধা নেপাব ? তেতিয়া এই কাপুৰুষবোৰে শত্ৰুপক্ষৰ কোনোবাই যুঁজ দি থাকিলেও সেইবোৰৰ সন্মুখীন হ'বলৈ এৰি, মৰা সৈনিকবোৰৰ গালৈকে বন্দুকটো টোৱাঁই-ভিৰাই দেখুৱাই কৰ্ত্তব্যকাম কৰাৰ ভাও জুৰিব। এনেবিধ লুটপাট কৰা স্বভাৱৰ দোষতেই জানো অতীতৰ ভালেমান সেনাবাহিনী ধ্বংস পোৱা নাই ?”

“হয়, এই বিষয়ত কোনো সন্দেহ নাই। মৰাশৰ ওপৰত লুণ্ঠন কৰাটো জানো এবিধ জঘন্য আক্ৰোহ নহয় ? জীৱন্ত শত্ৰুৰ মৃত্যু হোৱাৰ পাচত দেহাটো হে পৰি ৰ'ল। জীয়াই থকা কালত এই দেহাটো যুদ্ধৰ আহিলাহে আছিল। মৰা মানুহৰ দেহাটোলৈ শত্ৰু-ভাব ৰখাটো অতিপাত দুৰ্ব্বল আৰু নীচ মনৰ পৰিচায়ক। যিবোৰে এনে কাম কৰে সিহঁত জানো কুকুৰৰ লগৰ নহয় ? কোনোবা মানুহে কুকুৰৰ গালৈ শিলগুটি এটা মাৰিলে কুকুৰটোৱে মানুহটোক এৰি শিলগুটিটোৰ ওপৰতহে খং কৰে।”

“ঠিক কৈছা। একেবাৰে কুকুৰৰ লগৰ।”

“তেনেহ'লে মৰাশ লুণ্ঠন কৰাটো আৰু মৰাশ দাঙি নৈ যোৱাত বাধা দিয়াৰ দস্তুৰটো বন্ধ কৰিব লাগিব।”

“হয়, কৰিব লাগিব।”

“আমাৰ শত্ৰুৰ হাতত থকা অস্ত্ৰশস্ত্ৰবোৰো মন্দিৰত উৎসৰ্গা

কৰিবলৈ দিব নালাগে—বিশেষকৈ গ্ৰীকসকলৰ অস্ত্ৰশস্ত্ৰ। বাকীসকল গ্ৰীচীয় লোকৰ সৈতে আমি ভাল সম্বন্ধ ৰাখিব খুজিলে এনে কাম কৰিব নোৱাৰিম। আনহাতে, আমাৰ নিজৰ ভাই-ককাইৰ গাৰপৰা একৰাই অনা এনে বিধ পুৰস্কাৰ নি মন্দিৰত থুমুৱালে মন্দিৰ কলুষিতহে কৰা হ'ব। অৱশ্যে দৈৱবাণীয়ে যদি অইন কিবা আদেশ দিয়ে তেন্তে সুকীয়া কথা।"

"তুমি ঠিক কথা কৈছা।"

মই আকৌ ক'লোঁ, "বাৰু, গ্ৰীকসকলৰ মাটিবাৰী নষ্ট কৰা আৰু ঘৰদুৱাৰ জ্বলাই দিয়াৰ ক্ষেত্ৰত তোমাৰ সেনাবোৰে শত্ৰুৰ প্ৰতি কেনে আচৰণ দেখুৱাব ?"

তেওঁ উত্তৰ দিলে, "এই বিষয়ত তোমাৰ মত নো কি তাকে হে জানিব খোঁজো।"

"মোৰ মতৰ কথা হে যদি জানিব খুজিছা তেনেহ'লে মই কওঁ এই দুইটাৰ এটাও মই পছন্দ নকৰোঁ। মাত্ৰ, খেতিৰ বছেৰেকীয়া উৎপন্নখিনি কাঢ়িয়াই লৈ যোৱাত মোৰ সমৰ্থন আছে। এইটোও নো কিয় কৈছোঁ ক'ম নে কি ?"

"কোৱাঁ।"

"মই দেখাত দুটা শব্দৰ সচৰাচৰ ব্যৱহাৰ কৰা হয়—যুদ্ধ আৰু আত্মকলহ।[৯] অৰ্থাৎ দুবিধ সুকীয়া বিবাদ বুজোৱা দুটা সুকীয়া বস্তু। এক ক্ষেত্ৰত বিবাদটো হ'ল বন্ধুবৰ্গ আৰু আপোন মানুহৰ ভিতৰত ; আনটোত হ'ল শত্ৰুপক্ষ আৰু বিদেশীৰ মাজত। প্ৰথম বিধৰ ভিতৰৰ যেতিয়া শত্ৰুতা হয় তাকে আত্মকলহ আৰু দ্বিতীয় বিধৰ মাজত হোৱা বিধেই হ'ল যুদ্ধ।"

"এৰা তুমি যুক্তিৰ কথাই কৈছা।"

"বাৰু, ইয়াৰ লগতে আৰু এটা কথা যোগ দিওঁ। সেইটোও

---

৯। গ্ৰীচ দেশত এৰিষ্টক্ৰেট আৰু ডেমক্ৰেটসকলৰ মাজত সাধাৰণতে দুৰ্ব্বাসন কাজিয়া হৈছিল। এই কাজিয়াৰ ফলত গ্ৰীক ৰাজ্যবোৰত হিংসা কাৰ্য্যই চৰম সীমা পাইছিলগৈ। দেশৰ ভিতৰতে বিভিন্ন দলৰ মাজত হোৱা বিবাদ অৰ্থতেই এই শব্দৰ ব্যৱহাৰ কৰা হৈছে।

যুক্তিসম্মত হয় নে নহয় চোৱাঁ। মই কওঁ গ্ৰীক জাতিৰ সকলো মানুহেই ইটোৱে-সিটোৰ ভাই-ককাই বা আপোন মানুহ। কিন্তু বাহিৰা ম্লেছ জাতিবোৰৰ সম্পৰ্কত তেওঁলোক সকলোৱেই হ'ল শত্ৰু আৰু পৰদেশীয়।"

"সঁচা কথা।"

"এতেকে যেতিয়া গ্ৰীকসকল আৰু ম্লেছৰ* মাজত যুদ্ধ হয় তেতিয়া আমি উভয় পক্ষক স্বভাৱজাত শত্ৰু আখ্যা দিম আৰু সেই ক্ষেত্ৰত দুই স্বভাৱজাত শত্ৰুৱে যুদ্ধ কৰা বুলি ক'ম। এই শত্ৰুতাৰ নামেই হ'ল যুদ্ধ। কিন্তু যদি এদল গ্ৰীচীয় লোকে আন এদল গ্ৰীচীয় লোকৰ সৈতে যুদ্ধ কৰে তেতিয়া আমি ক'ম যে গ্ৰীচীয় লোকসকল স্বভাৱজাত বন্ধু। কিন্তু এনে বন্ধুৰ মাজত যুদ্ধ হ'ব লগা অৱস্থাটো হ'ল গ্ৰীচদেশৰ গৃহযুদ্ধজনিত অধঃপতনৰ অৱস্থা। এনে শত্ৰুতাৰ নামেই হ'ল আত্মকলহ।"

"এই কথাত তোমাৰ লগত মোৰ সম্পূৰ্ণ একমত।"

তেতিয়া মই ক'লোঁ, "তেতিয়া হ'লে এইটো মনত ৰাখিবাঁ যে যেতিয়াই এই ধৰণৰ আত্মকলহ ঘটে, য'তেই এনে পৰিস্থিতিৰ উদ্ভৱ হয় আৰু ৰাজ্যৰ ভিতৰত বিভেদ সৃষ্টি হয়, আৰু, যদি এক পক্ষই আন পক্ষৰ মাটিবাৰী নষ্ট কৰে আৰু ঘৰবাৰী জ্বলাই দিয়ে তেন্তে সেই বিবাদ অধৰ্মী বিবাদ হৈ পৰে। তেতিয়া উভয় পক্ষকে দেশদ্ৰোহী বুলি ধৰা হয়; কিয়নো, দেশপ্ৰেমৰ ভাব থাকিলে সিহঁতৰ নিজৰ ধাত্ৰী আৰু মাকহঁতক ক্ষতবিক্ষত কৰিবলৈ সত নগ'লহেঁতেন। কিন্তু এইটো ধৰি লোৱা হৈছে যে বিজয়ী পক্ষই ন্যায়মতে অতি বেচি শত্ৰুপক্ষৰ খেতিৰ ফচলখিনি হে উঠাই নিব, তাতকৈ বেচি নকৰে। বিজয়ী পক্ষই এইটোও ভাবিব লাগিব যে বিপক্ষৰ লগত এদিন নহয় এদিন মিত্ৰতা কৰিবই লাগিব—চিৰকালৰ বাবে যুদ্ধ কৰি থাকিব নোৱাৰে।"

তেওঁ ক'লে, "হয়। এনে অনুভূতি মানবীয় দৃষ্টিভঙ্গীৰ এক অপূৰ্ব্ব নিদৰ্শন।"

---

* ম্লেছ—বিবিলাক অ-গ্ৰীক অৰ্থাৎ গ্ৰীকজাতিৰ অন্তৰ্ভুক্ত নহয়।

"বাক তেন্তে, তুমি যিখন ৰাজ্য স্থাপন কৰিবলৈ ওলাইছা সেইখন জানো গ্ৰীচীয় নগৰেই নহ'ব ?"

"সেয়েই নহে আৰু কি হ'ব ?"

"তেনেহ'লে সেই ৰাজ্যৰ নাগৰিকবোৰো জানো শান্ত আৰু দয়ালু নহ'ব ?"

"নিশ্চয় হ'ব।"

"আৰু, সেইসকল জানো দেশভক্ত গ্ৰীচবাসী নহ'ব ? তেওঁলোকে জানো সমগ্ৰ হেলেচকে নিজৰ জন্মভূমি বুলি নধৰিব আৰু নিজ দেশবাসী সকলেৰে সৈতে একে ধৰ্ম্মকে আচৰণ নকৰিব ?"

"হয়, কৰিব।"

"এতেকে তেওঁলোকে সকলো গ্ৰীচবাসীকে নিজৰ সহোদৰ বুলি ভবাৰ পিচত সেইসকলৰ সৈতে হোৱা কাজিয়াক যুদ্ধ বুলি নকৈ আত্মকলহ বুলি হে নক'ব জানো ?"

"কিয় নক'ব।"

"আৰু সেই গতিকেই কাজিয়া চলি থকা অৱস্থাতো মনত এই ভাব ৰাখিব যে ভৱিষ্যতে তেওঁলোকৰ মাজত আকৌ মিলন হ'বগৈ।"

"ঠিক কৈছা।"

"গতিকে তেওঁলোকে বিপক্ষৰ মানুহক গোলাম খটুৱাৰ নাইবা সম্পূৰ্ণকৈ ধ্বংস কৰাৰ ভাব মনলৈ নানি সেইসকলক বন্ধু ভাবেৰে শুধৰাবলৈ আৰু শাসন কৰিবলৈ হে চাব—শিক্ষকৰ দৰেহে শাস্তি দিব, শত্ৰুৰ দৰে নহয়।"

"খুব ঠিক কথা কৈছা।"

"গ্ৰীচবাসী হৈ তেনেহ'লে তেওঁলোকে গ্ৰীচদেশৰ ধ্বংস নকৰিব বা ঘৰবাৰীও জুপুৰিব নাইবা ৰাজ্যখনৰ সকলোবোৰ পুৰুষ, তিৰোতা আৰু ল'ৰা-ছোৱালীকেই শত্ৰু বুলিও নল'ব। যি কেইজনে আচলতে কাজিয়া লগায় সেই কেইজনৰ বাদে আনবোৰক তেওঁলোকে কেতিয়াও শত্ৰু আখ্যা নিদিয়ে। এইদৰে সকলোবোৰ কথা বিবেচনা কৰি তেওঁলোকে খেতি-পথাৰ ধ্বংস কৰা বা ঘৰদুৱাৰ ভঙাৰপৰা বিৰত থাকিব—যেহেতু এইবোৰৰ গৰাকীৰ সৰহভাগেই তেওঁলোকৰেই বন্ধু।

তদুপৰি নিৰ্দ্দোষী পক্ষই জগৰীয়া পক্ষৰ সুবিচাৰ কৰাৰ পাচত তেওঁ-লোকে আৰু কাজিয়া চলি থাকিবলৈ নিদিয়ে।"

তেওঁ ক'লে, "মইও মানিছোঁ, প্ৰতিপক্ষৰ প্ৰতি কৰা আচৰণৰ ক্ষেত্ৰত আমাৰ নাগৰিকসকলে এই নিয়মবোৰ পালন কৰিব লাগে। অৱশ্যে মই এইটোও ক'ম যে ম্লেছবিলাকৰ প্ৰতি আচৰণ কৰোঁতেও বৰ্ত্তমানে গ্ৰীচবাসীয়ে গ্ৰীচবাসীৰ প্ৰতি কৰা আচৰণকে কৰিব লাগে।"

"এতেকে খেতি-পথাৰ ধ্বংস কৰা আৰু ঘৰত জুই দিয়াত আমাৰ ৰাজ্যপালক সকলক বাৰণ কৰাৰ ধাৰা এটাও আমাৰ আইনত সুমুৱাই দিম নে কি?"

তেওঁ উত্তৰ দিলে, "হয়, সেইটো কৰিব লাগিব। এইখিনিতে আমি এইটোও ধৰিব লাগিব যে এতিয়াৰ এই নিয়ম আৰু পূৰ্ব্বৰ নিয়ম দুয়োটাই শুদ্ধ।"

তেওঁ আকৌ ক'বলৈ ধৰিলে, "পিচে ছক্ৰেটিচ, মই দেখিছোঁ তোমাক যদি এইদৰে কৈ গৈ থাকিবলৈ দিয়া হয় তেতিয়া হ'লে দেখোন এইবোৰ প্ৰশ্ন ওলোৱাৰ আগতেই তুমি যিখিনি কথা পাচত আলোচনা কৰিবা বুলি থৈছিলা সেই আটাইবোৰ পাহৰিয়েই যাবাঁগৈ—অৰ্থাৎ এনে ব্যৱস্থা সম্ভৱপৰ বুলি প্ৰমাণ কৰাটো আৰু সেই কাৰ্য্য কেনেকৈ সম্পাদন কৰিবপৰা হয় বুজাই দিয়াটো নহ'বগৈয়েই। যি ৰাজ্যত এনে ব্যৱস্থা স্থাপন কৰিব পৰা হ'ব তাত সকলো প্ৰকাৰৰ সা-সুবিধাৰ পথেই মুকলি হৈ পৰিব। ইয়াৰ প্ৰমাণস্বৰূপে মই নিজেই এনে বহুত উদাহৰণ দিব পাৰোঁ যিবোৰ তুমি বাদ দি গৈছিলা। যেনে, আমাৰ নিয়মৰ বান্ধোনত থকা সৈনিকে শত্ৰুৰ বিৰুদ্ধে সদায় বিচক্ষণভাৱে যুঁজিব, কিয়নো সেনা-বাহিনীৰ সকলোৱে ইজনে সিজনক চিনি পায়; প্ৰত্যেকে প্ৰত্যেকৰ ভায়েক, ককায়েক, বাপেক বা পুতেক হোৱাৰ বাবে ইজনে সিজনক আপোন ভাবেৰে মাতবোল কৰিব। গতিকেই যুদ্ধক্ষেত্ৰৰপৰা ইজনে সিজনক এৰি পলাব নোৱাৰে। পুৰুষৰ লগতে একে শাৰীতেই হওক নাইবা পুৰুষৰ পাচত সহায়কাৰী হিচাপেই হওক, শত্ৰুৰ মনত বিভীষিকা সৃষ্টি কৰিবলৈ তথা দৰ্কাৰ মতে সকলো সময়তে সকলো প্ৰকাৰে সহায় কৰিবৰ বাবে যদি তিৰোতাসকলো সেনা-

বাহিনীত থাকে, তেতিয়াহ'লে তেওঁলোক যে অজেয় হৈ পৰিব সেইটোও ধ্ৰুৱপ। তদুপৰি তুমি যিবোৰ সুবিধাৰ কথা বাদ দি গৈছা সেই সকলোবোৰকে যে তেওঁলোকে ঘৰতে পাব সেই কথাও মই হ'লে দেখিছোঁ। কিন্তু যেহেতু আমাৰ সংবিধানত এই সকলো-বোৰ গুণ আৰু তেনেকুৱা অন্যান্য সহস্ৰ গুণ আছে বুলি ধৰিয়েই লৈছোঁ, তেনেস্থলত আৰু এই বিষয়ত অধিক ব্যাখ্যা নিষ্প্ৰয়োজন। বৰঞ্চ, কথাটো যে কাৰ্য্যকৰী হ'ব এইটোকে আমি ঠাৱৰ কৰোঁহক। তাৰ লগতে, কেনেকৈ কাৰ্য্যকৰী কৰিব পৰা হয় তাকো স্থিৰ কৰোঁহক। বাকীবোৰ প্ৰশ্ন এতিয়ালৈ বাদ দিওঁ।"

মই উত্তৰ দিলোঁ, "তুমি দেখোন মোৰ যুক্তিৰ ওপৰত হঠাতে আক্ৰমণ চলাই দিলা। মই চিন্তাত ককবকাই ফুৰা দেখিও তোমাৰ দেখিছোঁ মোলৈ অলপো সহানুভূতি হোৱা নাই। তুমি বোধকৰোঁ বুজা নাই, প্ৰথম দুটা অতিক্ৰম কৰোঁতে—নৌকৰোঁতেই তুমি এতিয়া তৃতীয় বাধা এটা মোৰ সমুখত ঠিয় কৰাই দিলাহি। এইটো বাধা তিনিওটাৰ ভিতৰত আটাইতকৈ ডাঙৰ এক বিশাল পৰ্ব্বত-প্ৰমাণ দুৰ্লঙ্ঘ্য বাধা। কিন্তু তুমি যেতিয়া নিজ চকুৰে দেখিবা বা নিজ কাণেৰে শুনিবা তেতিয়া নিশ্চয় ভাবিবা মই যি কৰিলোঁ সেয়া সঁচাকৈয়ে ক্ষমাৰ যোগ্য। তেতিয়া তুমি এইটোও বুজি পাবা যে এনে এক আচৰিত মতবাদ উত্থাপন কৰিবলৈ আৰু তাৰে বিশ্লেষণ আৰম্ভ কৰিবলৈ ইমান পৰে মই সঙ্কোচ কৰাত যথেষ্ট যুক্তি আছিল।"

তেওঁ ক'লে, "তুমি পিচে যিমানে এই ধৰণে কথা ক'বলৈ ধৰিবা সিমানে এই সংগঠন কেনেকৈ সম্ভৱপৰ হ'ব ব্যাখ্যা নকৰাকৈ তুমি আমাৰপৰা সাৰিবলৈ টান হৈ পৰিব। এতেকে তেতিয়া আৰু বেলি নকৰি তুমি ব্যাখ্যা কৰি যোৱা।"

মই ক'লোঁ, "বাৰু তেনে'হলে। এতিয়া পোনতে আমি এই কথা পাহৰি নেপেলাওঁ যেন আমি ন্যায় আৰু অন্যায়ৰ স্বৰূপ অনুসন্ধান কৰিবলৈ গৈহে এই অৱস্থাত উপনীত হৈছোঁহি।"

"সঁচা কথা। কিন্তু সেইবাবে নো কি হ'ল ?"

"একো হোৱা নাই। কিন্তু ন্যায় কি বস্তু যদি উলিয়াব পাৰোঁ

তেনেহ'লে ন্যায়ৱন্ত মানুহ এজনৰ চৰিত্ৰ ন্যায়ৰপৰা কোনো প্ৰকাৰ স্বকীয়া নহৈ একেবাৰে ন্যায়ৰ হুবহু প্ৰতিলিপিহে হ'ব বুলি আশা কৰিম জানো ? নে ন্যায়ৱন্ত জন যিমান দূৰ সম্ভৱ ন্যায়ৰ কাষচপা যেন দেখিলেই আৰু অন্যান্য সকলোতকৈ সৰহ পৰিমাণত ন্যায়ৰ ভাগী হোৱা যেন দেখিলেই আমি সন্তুষ্ট হ'ম ?"

"পিচৰটো হ'লেই সন্তুষ্ট হ'ম ।"

"তেনেহ'লে, ন্যায় হিচাপে ন্যায়ৰ স্বৰূপ, পূৰ্ণৰূপত ন্যায়ৱন্ত জনৰ চৰিত্ৰ আৰু তেনে এজন মানুহ থকাৰ সম্ভাৱনা অনুসন্ধান কৰিবলৈ আৰু সেইদৰে অন্যায়ৰ স্বৰূপ আৰু সম্পূৰ্ণৰূপে অধৰ্ম্মীজনৰ চৰিত্ৰ অনুসন্ধান কৰিবলৈ লোৱাৰ উদ্দেশ্য আছিল এই দুই জনক লক্ষ্য কৰাটো আৰু সুখ-দুখৰ পৰিস্থিতিত দুই জনৰ কোনে কেনেকৈ চলে তাক নিৰীক্ষণ কৰাটো । আৰু সেইদৰে নিৰীক্ষণ কৰি যাতে আমাৰ বিচাৰত আমি ক'বলৈ বাধ্য হওঁ যে সুখ বা তাৰ বিপৰীতৰ লগত যি জনৰ চৰিত্ৰৰে বহুত মিল দেখা যাব সেই জনেই অনুৰূপ অৱস্থাৰ ভাগী হ'ব । কিন্তু, কাৰ্য্যক্ষেত্ৰত এইবোৰৰ সম্ভাৱনা প্ৰমাণ কৰাৰ ইচ্ছা আমাৰ নাছিল ।"

তেওঁ ক'লে, "সেইটো সঁচা কথা ।"

"বাৰু এজন চিত্ৰকৰে যদি মানব সৌন্দৰ্য্যৰ চৰম নিদৰ্শন তেওঁৰ চিত্ৰত তুলিবলৈ যাওঁতে সেই চিত্ৰত কোনো খুঁতেই নাৰাখে তেতিয়া তেওঁ আঁকা নিখুঁত মানুহ পৃথিৱীত থাকিব পাৰে বুলি প্ৰমাণ কৰিব নোৱৰা বাবেই তুমি সেই চিত্ৰকৰক অযোগ্য বুলি ক'বাঁ নে কি ?"

"নহয়, নকওঁ ।"

"পিচে আমিও জানো সেইদৰেই নিখুঁত ৰাজ্যৰ ছবি এখনকে আমাৰ মতবাদৰ যোগে অঙ্কিত কৰাৰ চেষ্টা কৰা নাছিলোঁ ?"

"হয়, কৰিছিলোঁ ।"

"তেনেহ'লে, যদি হে প্ৰস্তাৱিত ৰূপত ৰাজ্যখন সংগঠিত কৰিব-পৰা হ'ব বুলি প্ৰমাণ কৰিব পৰা নহয় তেন্তে তোমাৰ বিচাৰত আমাৰ সিদ্ধান্তটোও ভুল হ'ব নেকি ?"

"কেতিয়াও নহয় ।"

"এতেকে এইটোৱেই হ'ল আমাৰ সমস্যাৰ প্ৰকৃত স্থিতি । কিন্তু

তোমাক সন্তোষ দিবলৈ মই যদি কোনটো বিশেষ উপায়েৰে আৰু কেনেকুৱা অৱস্থাত আমাৰ আদৰ্শ সুন্দৰভাৱে বাস্তৱত ৰূপায়িত কৰিবপৰা হয় তাক দেখুৱাবলৈ চেষ্টা কৰিব লাগে, তেনেহ'লে এই প্ৰমাণ দেখুৱাবৰ বাবে তুমি আগতে স্বীকাৰ কৰা কথাখিনি আকৌ এবাৰ মানি ল'ব লাগিব।"

"তুমি কিহৰ কথা কৈছা ?"

"যিহৰ কথাই নকওঁ বাৰু, এতিয়া তুমি কোৱাঁচোন, কাল্পনিক ছবি এখন বাস্তৱত সম্পূৰ্ণকৈ পাব পাৰি জানো ? প্ৰকৃতিৰ নিয়মো জানো এইটোৱেই নহয় নে যে কল্পনাই সত্যৰ যিমান ওচৰ চাপিব পাৰে বাস্তৱ ক্ষেত্ৰৰ কাৰ্য্যই কেতিয়াও সিমানে নোৱাৰে ? কোনো কোনোৱে হয়তো এইদৰে নক'বও পাৰে। অইনে বাৰু নকলেও নকওক। কিন্তু তুমি নিজে এই কথা মানা নে নেমানা কোৱাঁচোন।"

"মই মানোৱেই।"

"তেনেহ'লে, আমাৰ সমস্ত সিদ্ধান্ত কাৰ্য্যক্ষেত্ৰত হুবহু প্ৰয়োগ কৰিবপৰাৰ প্ৰমাণ দিয়া কামটো মোৰ মূৰতে জাপি নিদিবাঁচোন। অৱশ্যে ঠিক আমি বৰ্ণনা কৰা অনুৰূপে ৰাজ্য এখন সংগঠিত কৰাৰ উপায় উলিয়াত যদিহে কৃতকাৰ্য্য হওঁহক, তেতিয়া আমাৰ আঁচনি কাৰ্য্যকৰী কৰাৰ সম্ভাৱনা আবিস্কাৰ কৰিব পাৰিলোঁ বুলি তুমি মানি ল'ব লাগিব। অৰ্থাৎ তুমি যিটো বিচাৰ কৰিবলৈ মোক কৈছা, ইমানখিনি পালেই তুমি সন্তুষ্ট নহ'বাঁ জানো ? মই হ'লে সিমানতে সন্তুষ্ট হ'ম।"

"মইও হ'ম।"

এতেকে ইয়াৰ পাচত আমাৰ কাম হ'ল এতিয়া আমি এই কেইটা কথা উলিয়াব আৰু প্ৰমাণ কৰিব লাগিব—আমাৰ ৰাজ্যৰ কাৰ্য্য পৰিচালনাৰ ত্ৰুটি ক'ত ? আমি যি হিচাপে ৰাজ্যৰ নিয়ন্ত্ৰণ হ'ব লাগে বুলিছোঁ তেনে নিয়ন্ত্ৰণৰ বাবে বাধা ক'ত ? আমি যদি একমাত্ৰ এটা সামান্য পৰিবৰ্ত্তনৰ কথা কওঁ তেন্তে সেই পৰিবৰ্ত্তনটো কি, যি আমাৰ ৰাজ্যখনক আমি বিচৰামতে সংগঠিত কৰাত সহায় কৰিব পাৰিব ? এটা পৰিবৰ্ত্তন নহৈ যদি দুটাও হয় তেন্তে সেই দুটানো

কি? নাইবা, মুঠতে এনেকুৱা অতি কম সংখ্যক কি সামান্য পৰিবৰ্ত্তন কৰিব লাগিব যাৰ প্ৰভাৱ অতি নগণ্য হ'ব?"

"হয়, এইটো উলিয়াবলৈ আমি সকলো প্ৰকাৰে চেষ্টা কৰিব লাগিব।"

তেতিয়া মই ক'লোঁ, "হয়, মই ভাবোঁতে অধিক পৰিবৰ্ত্তনৰ দ্বাৰা আৱশ্যকীয় বিপ্লব সাধন কৰা হ'ব বুলি দেখুৱাব পাৰি। কিন্তু সেই পৰিবৰ্ত্তন সম্ভৱপৰ হ'লেও পিচে কোনোমতেই সামান্য বা সহজ নহ'ব।"

"সেইটো নো কি?"

"যি এক বিৰাট ঢৌৰ লগত যিটো কথা আমি তুলনা কৰিছিলোঁ এতিয়া তাৰেই সম্মুখীন হৈছোঁহক। যেই হওক, তাকেই আকৌ এতিয়া ক'ব লাগিব। অৱশ্যে এইযাৰ ক'লে মই হাঁহিয়াতৰ পাত্ৰও হ'ব পাৰোঁ। ঠাট্টা-মস্কৰা আৰু দুৰ্নামৰ জোৱাৰত উটি-ভাহিও যাব পাৰোঁ। কিন্তু তথাপিও ক'ম। এতেকে এতিয়া মই কি ক'ব খুজিছোঁ শুনা।"

তেওঁ উত্তৰ দিলে, "কৈ যোৱা।"

"শুনা কথা দুটাৰ এটা হ'ব লাগিব—হয় ৰাজ্যত দাৰ্শনিক পণ্ডিত-সকলে ৰাজক্ষমতা পাব লাগিব, নহয়, যি সকলক বৰ্ত্তমানে ৰজা বা ৰাজপুৰুষ বোলা হৈছে তেওঁলোক যথেষ্ট পৰিমাণে প্ৰকৃত তত্ত্ব-জ্ঞানৰ অধিকাৰী হ'ব লাগিব। অৰ্থাৎ ৰাজনৈতিক ক্ষমতা আৰু তত্ত্বজ্ঞান একে জনতে সম্মিলিত হ'ব লাগিব। সেইটো নোহোৱাৰ বাবেই এতিয়া বেচি ভাগেই জ্ঞান বা ক্ষমতা যি কোনো এটাত হে লাগি ইটোক সম্পূৰ্ণ বাদ দি চলিছে। ফলত দুয়োটাৰ অধিকাৰী কোনো হ'ব পৰা নাই। ৰাজনৈতিক ক্ষমতা আৰু তত্ত্বজ্ঞান একত্ৰিত নোহোৱালৈকে, বুজিছা গ্লকন, আমাৰ ৰাজ্যৰ কল্যাণ হ'ব নোৱাৰে। তেতিয়ালৈকে মানৱ জাতিৰো কল্যাণ সাধন নহয়। সেইটো নোহোৱালৈকে আমি যি ৰাজ্যৰ পৰিকল্পনা কৰিছোঁ সিও বাস্তৱত সম্ভৱ হৈ নুঠিব। কিন্তু এই কথাটোৱেই সৰ্ব্বসাধাৰণৰ মাজত প্ৰচলিত ধাৰণাৰ সম্পূৰ্ণ বিৰুদ্ধে যাব বুলি জানিয়েই ইমান পৰে মই ব্যক্ত কৰিব খোজা নাছিলোঁ। কথা হ'ল, ৰাজ্য এখন

বা ব্যক্তি এজনে এই পথৰ অবিহনে অন্য কোনো পথতেই সুখ লাভ কৰিব নোৱাৰিব বুলি ক'বলৈ টান হ'ব।"

তেতিয়া গ্লকনে এইবুলি মন্তব্য কৰিলে, "ছক্রেটিচ, তুমি এইমাত্র যেনে ধৰণৰ ভাব-ভাষা প্রকাশ কৰিলা তাৰ প্রতিবাদত অজস্র প্রতিবাদকাৰী আহি মুহূর্ত্ততে তোমাৰ ওপৰত জপিয়াই পৰেহি হে লাগে। এই প্রতিবাদকাৰীৰ দলটো সামান্য বিধৰ বুলিও নাভাবিবা। এইসকলে ভয়ঙ্কৰ মূর্ত্তি ধৰি, ক'বলৈ গ'লে গাৰ কানি-কাপোৰ দলিয়াই পেলাই আৰু সেই অৱস্থাতে য'তে যেনেকৈ পায় অস্ত্রশস্ত্র হাতত তুলি তোমাৰ ওপৰত তীব্র আক্রমণ চলাবহি। এতেকে যদিহে তোমাৰ যুক্তিৰ অস্ত্রেৰে সিহঁতক পৰাস্ত কৰিব নোৱাৰি তুমি পলাবলৈ হয়, তেন্তে তুমি চৰম উপহাসৰ শাস্তি মূৰ পাতি ল'বগৈ লাগিব।"

মই ক'লোঁ, "পিচে তুমিয়েই জানো এই সকলোবোৰ মোৰ ওপৰতে জাপি দিয়া নাছিলা?"

"হয়। ময়েই দিয়াটো সঁচা। কিন্তু মই কথা দিছোঁ, তোমাক এৰি মই নপলাওঁ। আনহাতে, মোৰ হাতত থকা অস্ত্রশস্ত্রেৰে তোমাক মই সহায় হে কৰিম। মোৰ অস্ত্রশস্ত্র হ'ল শুভেচ্ছা আৰু উৎসাহবাণীৰ। মোৰ উত্তৰত বোধকৰোঁ আনতকৈ অধিক কৌশল হে বিচাৰি পাবা। এতেকে মোৰ এই সহায়ৰ ওপৰতে নির্ভৰ কৰি তুমি এতিয়া অজ্ঞানীবোৰক দেখুওৱা যে তুমি যিটো কৈছা সেইটোৱেই হে সত্য।"

মই ক'লোঁ, "তোমাৰপৰা এনে অমূল্য সহায় পাইছোঁ যেতিয়া মই চেষ্টা কৰি চাওঁ বাৰু। এতিয়া তুমি কোৱা আক্রমণকাৰীহঁতৰ পৰা হাত সাৰিবলৈ হ'লে মোৰ বোধেৰে প্রথম দৰকাৰ হ'ব তেওঁলোকক 'দার্শনিকসকলৰ' বিষয়ে আমাৰ ব্যাখ্যা বুজাই দিয়া। এনে দার্শনিকেই শাসন কৰিব লাগে বুলি কওঁতে আমিনো কেনেবিধ মানুহৰ কথা কৈছোঁ দেখুৱাব লাগিব। সেইসকলৰ চৰিত্র সুন্দৰকৈ বুজাই দিয়াৰ পাচত আমাৰ যুক্তি সমর্থনত এই বুলি দেখুৱাম যে তত্বজ্ঞান আহৰণ কৰাটোৱেই হ'ল দার্শনিক সকলৰ কাম আৰু দার্শনিক হোৱাৰ বাবেই এইসকলেই স্বাভাৱিকতেই ৰাজ্যৰ

নেতৃত্ব দিয়ে। এইটোও লগতে দেখুৱাম যে আন সকলোবোৰ মানুহৰ কৰ্ত্তব্য হ'ল তত্ত্বজ্ঞানলৈ চিন্তা নকৰি দাৰ্শনিক সকলৰ নিৰ্দ্দেশ মতে চলা। এইখিনি কৰিব পাৰিলেই আমি আত্মৰক্ষা কৰিব পাৰিমহক।"

তেওঁ ক'লে, "এই ব্যাখ্যা দিয়াৰ এতিয়াই উপযুক্ত সময়।"

"তেন্তে আহাঁ, মোক অনুসৰণ কৰা। আমি চাওঁহক কেনেকৈ আমাৰ ধাৰণাটো সন্তোষজনক ভাৱে ব্যাখ্যা কৰিব পাৰোঁহক।"

"তুমি আগবাঢ়া। মই পাচে পাচে গৈছোঁ।"

""মানুহ এজনে কিবা এটা ভাল পায় বুলি আমি ক'লে, লগতে এইটোও দেখুৱাই দিব লাগিব যে আমাৰ কথাষাৰ যদি শুদ্ধ হয় তেন্তে সেই মানুহজনে সেই বস্তুটোৰ এক খণ্ডহে মাত্ৰ ভাল পোৱাটো নুবুজায়, গোটেই বস্তুটোত আনন্দ পোৱাটোহে বুজায়। তোমাক জানো এইষাৰ কথা সোঁৱৰাই দিব লাগিব? নে, মই সোঁৱৰাই নিদিয়াকৈয়ে তোমাৰ মনত পৰিব?

"কথাষাৰ মোক তুমি মনত পেলাই দিব লাগিব হ'বলা। কাৰণ, তুমি কি কৈছা মই ঠিক ধৰিব পৰা নাই।"

"পিচে গ্লকন, এনে এষাৰ কথা তোমাৰ মুখত শোভা নাপায় দেই। তোমাৰ দৰে প্ৰেমভক্ত এজনে পাহৰা উচিত নহয় যে মৰম-বেথাৰে পৰিপূৰ্ণ যুবক প্ৰেমিক এজনে যি কোনো পূৰ্ণবিকশিত সৌন্দৰ্য্য দেখিলেই কেনেবাকৈ নহয় কেনেবাকৈ আকৰ্ষিত আৰু উত্তেজিত হৈ পৰিবই আৰু সেই সৌন্দৰ্য্যৰ প্ৰতি মনযোগ দিয়া আৰু আসক্ত হোৱা উচিত বুলি ভাবিব। প্ৰিয়ভাজন সকলৰ প্ৰতি তোমাৰ মৰমৰ চিন জানো এইদৰেই দেখুৱা নাই? ল'ৰাৰ ওভোটা নাকক বিজয়ৰ চিন, আকোঁৰা নাকক ৰাজ লক্ষণ আৰু এই দুই বিধৰ মাজৰ বিধ নাকক সুলক্ষণীয়া বুলি তুমিয়েই দেখোন প্ৰশংসা কৰা। যি ল'ৰাৰ বৰণটো গোমোঠা, তাৰ পুৰুষত্ব আছে; বগা ল'ৰা-ছোৱালী হ'ল দেৱতাৰ সন্তান বুলি দেখোন তুমিয়েই কোৱা। আৰু কোনে জানো কৈছিলে 'জলফাই বুলীয়া সেঁতা' বুলি, তাৰ মানে জানো যৌৱনৰ সেঁতা গাল দেখিও সহ্য কৰিবপৰা প্ৰেমিকেই নহয়? একেষাৰতে ক'বলৈ গ'লে, যৌৱনৰ গৰিমা আৰু সৌন্দৰ্য্য

অস্বীকাৰ কৰিবলৈ যোৱাৰ আগতে তুমিয়েই নানা তৰহৰ অজুহাত উলিয়াবা আৰু বিধে বিধে শব্দ প্ৰয়োগ কৰিবা।"

গ্লকনে উত্তৰ দিলে, "মোক্তে গইনা লৈ তুমি যদিও এনে কাৰ্য্য প্ৰেমাসক্তিৰ কাৰণ বুলিয়েই প্ৰতিপন্ন কৰিব খুজিছা, মই বাৰু তৰ্কৰ খাতিৰৰ সেইটো মানি লৈছোঁ।"

"বাৰু। আৰু এটা দৃষ্টান্ত লোৱা। মদখোৱা মানুহ সকলোৰে আচৰণ একে ধৰণৰেই হোৱা কথাটো বাৰু তুমি মন কৰিছা নে? তেওঁলোকে যি প্ৰকাৰৰ মদকেই নেপাওক তাকেই কিবা এটা নহয় এটা যুক্তি উলিয়াই প্ৰশংসামুখৰ হ'বই।"

"হয়। সেইটো সঁচা কথা।"

"আৰু, তুমি এইটোও নিশ্চয় দেখিছা যে যিবোৰ মানুহ সন্মান-প্ৰিয়, সেই সকলে ডাঙৰ সেনাবাহিনী এটাৰ নেতৃত্ব দিবলৈ নেপালে সৰু শাখাবাহিনী এটাৰে নেতা হ'বগৈ। মহৎ আৰু মুখ্যলোকৰপৰা সন্মান নেপালে তেওঁলোকে নিকৃষ্ট মানুহৰপৰা পোৱা সন্মানকে আকোঁৱালি ল'বগৈ। যিকোনো বিধৰ সন্মানৰ প্ৰতি ইমানেই তেওঁলোক লালায়িত!"

"হয় হয়। একেবাৰে ঠিক কথা কৈছা।"

"বাৰু, এইবাৰ আৰু এটা কথা সোধোঁ; তুমি হয় নহয় উত্তৰ দিয়া। কোনোবা এজনৰ কিবা এটাৰ প্ৰতি হেপাহ উপজিছে বুলি যেতিয়া আমি কওঁ তেতিয়া বাৰু সেই মানুহজনে সেই বস্তুটোৰ গোটেইখিনিকে বিচাৰে নে এটা অংশ বিচাৰি আনটো নিবিচৰাকৈ থাকে?"

"তেওঁ গোটেইখিনি বিচাৰে।"

"তেন্তে, যি জনে খণ্ডজ্ঞান নিবিচাৰি অখণ্ড জ্ঞানলাভৰ আকাঙ্ক্ষা কৰে সেই জনকেই দাৰ্শনিক বা তত্ত্বজ্ঞানপ্ৰেমী বুলি নধৰিম জানো?"

"ধৰিম।"

"এতেকে, ডেকা বয়সতে যিজনে অধ্যয়ন কৰিবলৈ টান পায় আৰু কোনটো দৰকাৰী কোনটো অদৰকাৰী বাছিব নেজানে, তেওঁকেই আমি বিদ্যা বা জ্ঞানৰ প্ৰেমিক নহয় বুলি ক'ম—যেনেকৈ খাবৰ সময়ত ৰৰ চিকাচন্দা জনক আমি ভোকত থকা বা আহাৰৰ

বাবে ইচ্ছা থকা বুলিব নোৱাৰোঁ। আৰু তেনেজনক খোৰাত আনন্দ লাভ কৰা বুবুলি নিকৃষ্ট ধৰণৰ আহাৰ-ভৰোৱা নলী হে বুলিম।”

“হয়। সেই বুলি ক'লেহে শুদ্ধ হ'ব।”

“আনহাতে, যেতিয়া এজনে প্ৰত্যেক বিধ জ্ঞানৰ সোৱাদ ল'বলৈ সাজু ও ইচ্ছুক আৰু যেতিয়া তেওঁ আনন্দ মনেৰে অধ্যয়নত আত্মনিয়োগ কৰে, অথচ অধ্যয়নত তেওঁৰ হেপাহ নপলায়, তেতিয়া তেনে এজনক আমি দাৰ্শনিক বুলিবই লাগিব। বুবুলিম নে?”

ইয়াৰ উত্তৰত গ্লকনে ক'লে, “পিচে এটা কথা। তুমি যি বৰ্ণনা দিলাঁ তাত বহুতকে সামৰিলাঁ আৰু সেইবোৰো হ'ল—তেনেই আচহুৱা বিধৰ। মই যি বুজিলোঁ, দৃশ্য চাই ভাল পোৱা আটাই-বোৰেই দাৰ্শনিক। কিয়নো, জ্ঞান আৰ্জ্জনত তেওঁলোক সকলোৱে আনন্দ লাভ কৰে। আকৌ, যিবোৰে শুনি ভাল পায় তেওঁলোককো সুকীয়াকৈ এবিধ দাৰ্শনিকৰ লেখত ল'ব পাৰি; অৰ্থাৎ যি সকলে পৰাপক্ষত কোনো জ্ঞানগৰ্ভ আলোচনা বা জ্ঞানী সমাজত থকিব নোখোজে অথচ ডায়নিচীয় উৎসৱ কোনোটোলৈকে নোযাৱাকৈ নেৰে। এই উৎসৱ গাওঁতে হওক বা নগৰতে হওক, তেওঁলোক তালৈ লৰ ধৰিবই, যেন বছৰৰ উৎসৱটোৰ সকলো গীত-মাত শুনিবলৈকে তেওঁলোকৰ কাণকেইখনক বয়না দি হে ৰখা হৈছে। পিচে এই আটাইবোৰ মানুহকে আৰু লগতে এনে ধৰণৰ অধ্যয়নৰ প্ৰতি ৰাপ থকা আৰু সৰুসুৰা বিদ্যা চৰ্চ্চা কৰাসকলকো দাৰ্শনিক উপাধি দিম জানো?”

মই ক'লোঁ, “কেলৈ দিম? সেইবোৰক আমি নকল-দাৰ্শনিক নাম হে দিব লাগিব।”

তেওঁ সুধিলে, “তেন্তে কাকনো তুমি নিভাঁজ দাৰ্শনিক বুলিবাঁ?”

“সত্য অন্বেষণৰ প্ৰতি যিবোৰৰ আগ্ৰহ আছে সেই সকলক।” —মই উত্তৰ দিলোঁ।

তেওঁ ক'লে, “অৱশ্যে তুমি অশুদ্ধ কথা কোৱা নাই। কিন্তু তুমিনো তাৰ মানে কি বুজাইছা? বুজাই দিবাঁ নে?”

“আইন এজনে এই প্ৰশ্ন কৰা হ'লে উত্তৰ দিয়াটো সহজ নহ'ল-হেঁতেন। পিচে মই ক'বলৈ বিচৰাটো জানো মোক ক'বলৈ দিবাঁ?”

"সেইটো নো কি ?"

"সেইটো হ'ল—সৌন্দৰ্য্য, অৰ্থাৎ কদৰ্য্যতাৰ বিপৰীত ; এতেকে এই দুটা দুটা বেলেগ বস্তু।"

"নিশ্চয় দুইটা বেলেগ বস্তু।"

"এতেকে, যেহেতু দুয়ো দুটা বেলেগ বস্তু, গতিকেই স্বকীয়া স্বকীয়াকৈ প্ৰত্যেকটোৱেই একোটা বস্তু।"

"সেইটো সঁচা।"

"ন্যায়-অন্যায়, ভাল-বেয়া আদি সাধাৰণ ধাৰণাবোৰৰ ক্ষেত্ৰতো একেদৰেই ক'ব পাৰি। এইবোৰৰ প্ৰত্যেকটোৱেই নিজাকৈ একোটা স্বকীয়া বস্তু ; কিন্তু প্ৰত্যেকেই বিভিন্ন বস্তুৰ সংযোগত প্ৰকাশ পায়—বিভিন্ন কাৰ্য্যৰ সংযোগত বা বিভিন্ন বস্তুৰ সংযোগত নাইবা ইটোৱে-সিটোৰ সংযোগত। এইদৰে বিভিন্ন সংযোগত প্ৰকাশ পাওঁতে প্ৰত্যেকটোকেই বহুত যেন দেখি।"

"ঠিক কৈছা।"

"তেনেহ'লে এই সূত্ৰকে অৱলম্বন কৰি এহাতে তুমি যাক এই-মাত্ৰ দৃশ্য দেখি ভাল পাওঁতা, কলাপ্ৰেমী আৰু কাৰ্য্যদক্ষ মানুহ বুলিছা সেইবোৰ, আৰু আনহাতে যিবোৰক আমি এতিয়া বিচাৰিছোঁ অৰ্থাৎ যাক যথাৰ্থতে দাৰ্শনিক নাম দিব পাৰি সেইবোৰৰ মাজত থকা প্ৰভেদ ক'ত তাক দেখুৱাওঁ।"

"তোমাৰ কথাষাৰ বুজাই দিয়াচোঁন বাৰু।"

"কেনৈ, যিবোৰে দেখি আৰু শুনি ভাল পায় সেইবোৰে সুন্দৰ শব্দ, ৰং, গঢ় আৰু সকলো প্ৰকাৰৰ ধুনীয়া বস্তু দেখিলে বা শুনিলেই প্ৰশংসা কৰে। কিন্তু যিটো আচলতে সৌন্দৰ্য্যৰ প্ৰকৃতি সেইসকলে সেইটো বুজিব বা উপলব্ধি কৰিব নোৱাৰে।"

"হয়, তুমি কোৱাটো ঠিক কথা।"

"কিন্তু স্বতন্ত্ৰভাৱে নিজাকৈ বিমূৰ্ত্ত সৌন্দৰ্য্য উপলব্ধি কৰিবপৰা মানুহ ক'ববাত হে এজন পোৱা যাব। নহয় জানো ?"

"হয়।"

"গতিকেই কোনোবাই যদি সুন্দৰ বস্তু এটা দেখিলে ধৰিব পাৰে কিন্তু বিমূৰ্ত্ত সৌন্দৰ্য্য উপলব্ধি কৰিব নোৱাৰে আৰু তেলে

সৌন্দৰ্য্যৰ কথা অইনে বুজাই দিলেও বুজিবৰ ক্ষমতা নাই, তেতিয়া সেইজনক সপোনত আছে বুলি কবাঁ নে দিঠকত আছে বুলিবাঁ ? কথাটো ভাবাঁচোন বাৰু। কোনোবাই যদি আচল বস্তুটোৰ সাদৃশ্যটোকে আচল বস্তু বুলি ভুল কৰে তেতিয়া হ'লে সেইজনে টোপনিয়ায়েই থাওক বা সাৰ পায়েই থাওক আচলতে কিন্তু সপোনহে দেখিছে। হয় নে নহয় ?"

"তেনে ছুৰ্দ্দশাত পৰা মানুহজনে সমাজিক দেখিছে বুলি হে ক'ব লাগিব।"

"বাৰু, এটা বিপৰীত উদাহৰণ দিওঁ। ধৰাঁ, এজনে বিমূৰ্ত্ত সৌন্দৰ্য্য উপলব্ধি কৰিব পাৰে, মুল সৌন্দৰ্য্যৰ সৈতে সেই সৌন্দৰ্য্য প্ৰকাশ পোৱা পাত্ৰৰ প্ৰভেদ ধৰিব পাৰে আৰু সৌন্দৰ্য্যৰ পাত্ৰকে সৌন্দৰ্য্য বুলি নাইবা সৌন্দৰ্য্যকে সৌন্দৰ্য্যৰ পাত্ৰ বুলি ভুল নকৰে। এতিয়া এইজন মানুহ বাৰু সপোনত নে দিঠকত ?"

"দিঠকত আছে বুলি ক'ব লাগিব।"

"যদি সেইটোৱেই হয় তেন্তে আমি উদাহৰণ দি দ্বিতীয়জনৰ মানসিক প্ৰক্ৰিয়াক জ্ঞান্—যেহেতু তেওঁ প্ৰকৃততে জানে; আৰু প্ৰথমজনৰ মানসিক প্ৰক্ৰিয়াক মাত্ৰ অভিমত—যেহেতু তেওঁ অকল মতামত হে ব্যক্ত কৰে—বুলি ক'লে জানো বিশুদ্ধ হ'ব ?"

"কিয় হ'ব—নহয়।"

"বাৰু তেন্তে; এই যি জনক আমি একমাত্ৰ মত ব্যক্তকৰা বুলিছে কৈছোঁ তেওঁ যদি কথাটো বুজি নোপোৱাকৈয়েই আমাৰ ওপৰত কুপিত হয় আৰু যদি কয় আমি কোৱাটো সত্য নহয়, তেতিয়া জানো তেওঁ যে সুস্থ অৱস্থাত থকা নাই সেই কথাষাৰ আমি তেওঁক জানিবলৈ নিদিয়াকৈয়েই তেওঁৰ থং মাৰ নিয়াই তেওঁক বুজাব পৰিম ?"

"সেইটোৱেই খুব উচিত কথা হ'লহেঁতেন।

"তেন্তে আহাঁ, তেওঁক আমি কি ক'ব লাগিব বিবেচনা কৰোঁহক। বাৰু, প্ৰকৃততে তেওঁ কিছু জানে বুলি ধৰি লৈ সেই জ্ঞানত আমি কোনো আপত্তি নকৰাকৈয়ে, বৰঞ্চ তেওঁৰ এই জ্ঞানত আমাৰ আনন্দ প্ৰকাশ কৰি হে, তেওঁৰ বিষয়ে অলপ অনুসন্ধান কৰাটো

বেয়া হ'ব নে? আমি তেওঁক এই বুলি প্ৰশ্ন সুধিম—মানুহ এজনে যেতিয়া কিবা এটা জানে, তেওঁ অলপ হে জানে নে একোকে নেজানে? গ্লকন, মানুহজনৰ হৈ তুমিয়েই এই প্ৰশ্নটোৰ উত্তৰ দিয়াঁ চোন।"

"মোৰ উত্তৰ হ'ব—তেওঁৰ অলপমানৰ হে জ্ঞান আছে।"

"মানে, যিখিনি আছে সেইখিনিৰ, নে যিখিনি নাই সেইখিনিৰ?"

"যিখিনি আছে সেইখিনিৰ হে। যিটো বস্তু নায়েই সেইটোনো আকৌ কেনেকৈ জানিব?"

"যি প্ৰকাৰেই আমি পৰীক্ষা নকৰোঁহক, এই কথা তেনেহ'লে খাটাং নে কি যে যিটো বস্তু সম্পূৰ্ণকৈ আছে সেইটো সম্পূৰ্ণকৈ জানিব পাৰি আৰু যিটো নাই তাক আমি একেবাৰেই নেজানো?"

"হয়, সেইটো বিষয়ে আমি নিশ্চিত।"

"বাৰু, এতিয়া যদি এনেকুৱা এটা বস্তু হয় যিটো আছেও নাইও, তেতিয়া সেই বস্তুটো সম্পূৰ্ণ বিদ্যমান আৰু সম্পূৰ্ণ অবিদ্যমানৰ মাজতে নপৰিব জানো?"

"পৰিব।"

"বেচ তেন্তে, যেহেতু জ্ঞানৰ লগত বিদ্যমানৰ সম্পৰ্ক আছে আৰু জ্ঞানৰ বিপৰীতটোৱেই হ'ল তেনেস্থলত বিদ্যমান আৰু অবিদ্যমানৰ মাজত যেনেকৈ মধ্যস্থ কিবা এটা হ'ব পাৰে, তেনেকৈ জ্ঞান আৰু অজ্ঞতাৰ মাজতো মধ্যস্থ কিবা এটা থাকিব পাৰে নে কি?"

"পাৰিব, কিয় নোৱাৰিব?"

"অভিমতকে তেনেহ'লে সেইটো বুলি ধৰিব পাৰি নে কি?"

"নিশ্চয় পাৰি।"

"পিচে ইয়াক জ্ঞান বা তদ্ৰূপ মানসিক শক্তিৰপৰা সম্পূৰ্ণ সুকীয়া এবিধ প্ৰবৃত্তি বুলি ক'বপৰা হ'ব নে কি?"

"ওঁ সম্পূৰ্ণ সুকীয়া।"

"তেনেহ'লে অভিমতৰ শক্তি এঠাইত থাকে আৰু জ্ঞানৰ শক্তিও এঠাইত থাকে। প্ৰত্যেকটোৱেই নিজ নিজ বিশিষ্ট গুণ অনুসৰি কাম কৰে।"

"ঠিক।"

"জ্ঞান যেহেতু সত্তৰ লৈতে জড়িত, গতিকেই জ্ঞানৰ প্রকৃতি হ'ল যাৰ সত্তা আছে সি কেনেকৈ থাকে সেইটো জনা। নহয় জানো? কিন্তু এইখিনিতে প্রথমে এক প্রভেদৰ নির্ণয় কৰি লোৱাটো উচিত হ'ব বুলি ভাবোঁ।"

"কি?"

"মই যিটো বিশেষ ধাৰণাৰ কথা ক'বলৈ ওলাইছোঁ সেইটো তুমি বুজি পাবলৈ হ'লে আমি এইটো ধৰি ল'ব লাগিব যে সাধাৰণভাৱে সকলো মানসিক শক্তি হ'ল সেইবোৰ বস্তুৱেই যিবোৰৰ জৰিয়তে আমি বা যেই কোনোৱেই কিবা এটা কাম কৰোঁ হক—দৃষ্টান্ত-স্বৰূপে আমি যাক দৃষ্টিশক্তি বা শ্ৰৱণশক্তি বুলি কওঁ।"

"এতিয়া বুজিছোঁ।"

"বাৰু এতিয়া তোমাক কওঁ মইনো সেইবোৰক কি হিচাপে চাইছোঁ। অন্য বহুত বস্তুত ৰং, আকৃতি বা এনেকুৱা কিছুমান গুণ থাকে যিবোৰ বিবেচনা কৰি বহুত ক্ষেত্ৰত এটা বস্তুৰ লগত আনটোৰ প্রভেদ বুজিব পাৰোঁ। কিন্তু মানসিক শক্তিৰ বেলিকা এইবোৰৰ কোনোটোকে মই দেখা নাই। সেয়েই নহয়, মানসিক শক্তিৰ বিষয়ত মই মাত্র তাৰ ক্ষেত্র আৰু কাৰ্য্যলৈ হে চকু ৰাখোঁ। এই নিচিনাকৈ প্রত্যেকটো মানসিক শক্তিকে তাৰ ক্ষেত্র আৰু কাৰ্য্যৰ নামেৰেই মাতোঁ। যিবোৰ মানসিক শক্তিৰ বিভাগ আৰু কাৰ্য্য একে ধৰণৰ সেই বোৰক একে বুলি আৰু যিবোৰৰ ধৰণ বেলেগ বেলেগ সেইবোৰক স্বকীয়া বুলি কওঁ। কিন্তু এইখিনিতে সোধোঁ, তুমি নো কেনেকৈ এই বিষয়ত আগবাঢ়িবাঁ?"

"তুমি যেনেদৰে আগবাঢ়িছা সেইদৰেই।"

"তেন্তে বন্ধু, আহাঁ। আকৌ মোৰ লগতে ঘূৰি আহাঁ। এতিয়া, জ্ঞানক তুমি কোনটো সাধাৰণ সংজ্ঞাৰ ভিতৰত ধৰিবাঁ? জ্ঞানক মানসিক শক্তি বুলি ধৰিবাঁ নে কি?"

"হয়, ধৰিম, ইয়েই হ'ল সকলোবোৰ মানসিক শক্তিৰ ভিতৰত প্রবল।"

"বাৰু তেন্তে, অভিমতক তুমি মানসিক শক্তি বুলিবাঁ নে কি? নে, বেলেগ নামকৰণ হ'ব?"

"নহয়, অইন্ নাম দিব নোৱাৰোঁ। কাৰণ, যিটোৰ দ্বাৰা আমি মতামত দিব পাৰোঁ সি বিশ্বাসৰ বাদে অন্য একো হ'ব নোৱাৰে।"

"কিন্তু অলপ আগতে তুমি কৈছিলা যে জ্ঞান আৰু অভিমত একেবিধ নহয়।"

"হয় কৈছিলোঁ। কোনো বিবেচক মানুহেইতো ভ্ৰান্ত কথা এটাক অভ্ৰান্তৰ সৈতে একে বুলি ক'ব নোৱাৰে।"

"বেচ তেন্তে। অভিমত যে জ্ঞানৰপৰা সম্পূৰ্ণ পৃথক বস্তু সেইটোত আমি এতিয়া একমত হ'লোঁহক। নহয় জানো?"

"হয়।"

"তেনেহ'লে নিজ প্ৰকৃতি অনুসৰি প্ৰত্যেকৰে ক্ষেত্ৰ আৰু ক্ষমতা বেলেগ বেলেগ।"

"তুমি ঠিকেই ধৰিছা।"

"মই ভাবোঁ যাৰ সত্তা আছে তাৰ প্ৰকৃতি বুজাটোৱেই জ্ঞানৰ কাম।"

"হয়।"

"আনহাতে অভিমতৰ কাম হ'ল অভিৰুচি প্ৰকাশ কৰা।"

"হয়।"

"বাৰু, জ্ঞানে যিটো কথা জানে ঠিক সেইটোকে বিশ্বাসে ধৰিব পাৰে নে? আন কথাত, জ্ঞান আৰু অভিমত দুয়োৰে লক্ষ্যবস্তু একেই হয় নে? নে, এনে হোৱাটো সম্ভৱ নহয়?"

"আমি যিখিনি কথা স্বীকাৰ কৰিলোঁ তাৰ পাছত আৰু এনে হোৱাটো অসম্ভৱ। অৰ্থাৎ বিভিন্ন মানসিক শক্তিৰ বিভিন্ন কাম বুলি ধৰি অভিমত আৰু জ্ঞান প্ৰত্যেককে মানসিক শক্তি আৰু প্ৰত্যেককে স্বকীয়া বুলি মানি লোৱাৰ পাছত এইটো অসম্ভৱ। এনেবিলাক সিদ্ধান্ত কৰাৰ পাছত জ্ঞান আৰু অভিমতৰ লক্ষ্যবস্তু একেটাই বুলি কোনোমতেই ক'ব নোৱাৰি।"

"তেনেহ'লে যদি হে যিটোৰ সত্তা আছে সিয়েই যদি জ্ঞানৰ লক্ষ্যবস্তু হয় তেন্তে অভিমতৰ লক্ষ্যবস্তু সত্তা থকাটোৰ বাদে অন্য কিবা এটা হ'ব। নহ'ব জানো?"

"নিশ্চয় হ'ব লাগিব।"

"বাৰু, সত্তাহীনতাৰ ওপৰত জানো বিশ্বাস হ'ব পাৰে, নাইবা যিটো বস্তুৰ সত্তা নাই তাক অভিমতৰ যোগেদিও উপলব্ধি কৰিব পৰাটো জানো অসম্ভৱ?"

"ভাবি চোৱাঁচোন বাৰু যিজনে মতামত ব্যক্ত কৰে তেওঁ জানো কিবা এটাত দৃষ্টি ৰাখি চিন্তা নকৰে? ইফালে, এনেকুৱা এটা মত হ'ব পাৰে নে যিটো কোনো বস্তুৰ বিষয়েই মত নহয়?

"সেইটো অসম্ভৱ।"

"তেনেহ'লে যেতিয়া কোনো এজনে এটা মত দিয়ে তেতিয়া তাৰ অৰ্থ হ'ল কিবা এটা কথাৰ ওপৰত তেওঁৰ এক বিশ্বাস আছে। হয় নে নহয়?"

"হয়।"

"বেচ, যিটো অসৎ তাক কিন্তু কিবা এটা বস্তু বুলি ক'ব নোৱাৰি। তাৰ বিপৰীতে তাক একো নহয় বুলি কোৱাটো হে প্ৰকৃত সত্য হ'ব।"

"ঠিক কৈছা।"

"কিন্তু আমি অজ্ঞতাক অসতৰ লগত আৰু জ্ঞানক সতৰ লগত সংশ্লিষ্ট কৰি ৰাখিছোঁৱেই।"

"সেইটো ঠিকেই কৰা কৈছে।"

"তেন্তে সৎ আৰু অসৎ কোনোটোৱেই অভিমতৰ লক্ষ্যবস্তু নহয়।"

"ওহোঁ নহয়।"

"তেনেহ'লে, অভিমত অজ্ঞতাও হ'ব নোৱাৰে, জ্ঞানো হ'ব নোৱাৰে।"

"নোৱাৰে।"

"তেন্তে ই দুইটাৰে উৰ্দ্ধত নে কি? আৰু সেইবাবে নিশ্চয়তাত জ্ঞানক আৰু অনিশ্চয়তাত অজ্ঞতাক ই চেৰাই গৈছে নে কি?"

"ওহোঁ, এটাও কৰা নাই।"

"বাৰু তেন্তে কোৱাঁচোন, অভিমতক তুমি জ্ঞানতকৈ অধিক অস্পষ্ট আৰু অজ্ঞতাতকৈ অধিক স্পষ্ট বুলি ধৰিবা নে কি?"

"ওহোঁ, এটাও নহয়।"

"তেন্তে ই দুইবো মাজতে পৰিব নে কি ?"

"হয়, পৰিব।"

"তেনেহ'লে, অভিমতক এই দুইটাৰ মাজতে কিবা এটা বুলিব লাগিব।"

"ঠিক কৈছা।"

"কিন্তু অলপ আগতে আমি জানো কোৱা নাছিলোঁ যে যেতিয়া কোনো এটা বস্তুৰ গঠন এনে ধৰণৰ হয় যে সি একে সময়তেই হয় ও নহয় ও, তেতিয়া ই সম্পূৰ্ণ সৎ আৰু সম্পূৰ্ণ অসতৰ মাজত থাকিব লাগিব। তদুপৰি, ই জ্ঞানৰো লক্ষ্যবস্তু নহ'ব, অজ্ঞতাৰো নহ'ব ; হ'ব এক তৃতীয় মানসিক শক্তিৰ হে। জ্ঞান আৰু অজ্ঞতাৰ মাজতে এই শক্তিক বিচাৰি উলিয়াব লাগিব।"

"কৈছিলোঁ।"

"এতিয়া তেনেহ'লে আমি এই দুই মানসিক শক্তি দুটাৰ মধ্যবৰ্ত্তী স্থানত আৰু এটা মানসিক শক্তি পালোঁ ; যাক আমি অভিমত বুলিব পাৰোঁ।"

"হয় পাইছোঁ।"

"আমাৰ তেন্তে এটা কথা উলিয়াবলৈ বাকী থাকিল ; অৰ্থাৎ সেইটো নো কি বস্তু যি আছেও নাইও, অথচ যিটোক যথাৰ্থতে থকা আৰু নথকা কোনোটোৰে লগত সম্পূৰ্ণকৈ আছে বুলিও ক'ব নোৱাৰি। এতেকে আমি যদি সেইটো উলিয়াব পাৰোঁ তেন্তে তাকে আমি বিশ্বাসৰ লক্ষ্যবস্তু বুলি ঠিৰাং কৰিব পাৰিম। এইটো সমাধা কৰিব পাৰিলেই আমি শীৰ্ষবিন্দুৰ লগত শীৰ্ষবিন্দু আৰু মধ্যবিন্দুৰ লগত মধ্যবিন্দুক সংযোগ কৰি দিব পাৰিম অৰ্থাৎ জ্ঞানৰ লক্ষ্যবস্তু বাস্তৱতা, অজ্ঞানতাৰ লক্ষ্যবস্তু অবাস্তৱতা আৰু অভিমতৰ লক্ষ্যবস্তু বাস্তৱ-অবাস্তৱৰ মধ্যৱৰ্ত্তী এটা। মোৰ কথাটো শুদ্ধ হৈছে নে বাৰু ?"

"ঠিকেই কৈছা।"

"এইখিনি কথা স্থিৰ কৰাৰ :পাচত এতিয়া কেইটামান প্ৰশ্ন উত্থাপন কৰোঁ। সুযোগ্য পুৰুষসকলে বিভিন্ন ধৰণৰ সুন্দৰ বস্তু আছে বুলি এহাতে স্বীকাৰ কৰে ; কিন্তু আনহাতে সম্পূৰ্ণৰূপে সুন্দৰ হোৱা কোনো বস্তু থকাটো বা কোনো প্ৰকাৰৰ বিমূৰ্ত্ত সৌন্দৰ্য্য

অব্যয় আৰু অপৰিবৰ্ত্তনীয় হৈ থকাটো মানি নলয়। সেইদৰে দৃশ্য-ভাল পাওঁতা জনে আকৌ সুন্দৰ বস্তু যে সকলোতে সুন্দৰ আৰু ন্যায় যে সকলোতে ন্যায়েই সেই কথা শুনিবই নোখোঁজে। পিচে মই এই দুই বিধকে সুধিব খোজোঁ, বোলোঁ, মহাশয়, এই সুন্দৰ বস্তুবোৰৰ ভিতৰত বাৰু এনেকুৱা এটাও নোলাব নে যি দেখিবলৈ কুৎসিত নহ'বও পাৰে? সকলো ন্যায্য বস্তুৰ মাজত এনেকুৱা এটাও নোলাব নে যাক অন্যায় যেন নেলাগে? নাইবা, সকলোবোৰ পৱিত্ৰ বস্তুৰ মাজত এনেকুৱা এটাও নোলাব নে যাক অপৱিত্ৰ যেন নেলাগে?"

গ্লকনে উত্তৰ দিলে, "নহয়, প্ৰত্যেকেই শেহত গৈ কোনোবা এটা অৰ্থত একেলগে সুন্দৰো হ'ব, কদৰ্য্যও হ'ব; একেলগে ন্যায়ও হ'ব অন্যায়ও হ'ব, একেলগে পৱিত্ৰও হ'ব, অপৱিত্ৰও হ'ব।

"তেন্তে, দুগুণ হোৱা ভালেমান বস্তু আমি আধা বুলি ধৰাৰ লগতে দুগুণ বুলিও ক'ব পাৰিম নে নোৱাৰিম?"

"পাৰিম।"

"একেদৰেই, যিবোৰ বস্তুক আমি বৃহৎ, ক্ষুদ্ৰ, পাতল বা গধুৰ বুলি কওঁ সেইবোৰ জানো সেইবোৰৰ বিপৰীততকৈ কিবা বেলেগ?"

"নহয়, সেইবোৰক সেইবোৰৰ বিপৰীত বুলিও সমানেই ক'ব পাৰি।"

"এতেকে সেই বস্তুবোৰক যি বুলি কোৱা হয় প্ৰত্যেকটোৱেই সেইটো হয় ও আৰু নহয় ও বুলি ঠাৱৰ কৰিলে কথাটো বেচি শুদ্ধ নহ'ব জানো?"

"তোমাৰ কথা শুনি ভাতৰ মেজত উত্থাপন কৰা দ্ব্যৰ্থবোধক প্ৰশ্ন আৰু ল'ৰা-ছোৱালীক দিয়া সাঁথৰবোৰলৈ[১০] মনত পৰিছে। নপুংসকে বলটো দলি মাৰি দিয়াৰ কথা কৈ এই সাঁথৰত কিহেৰে

১০। এই সাঁথৰটো ছলিয়াষ্টে এনেদৰে দিছে; "চৰাই হয় ও চৰাই নহয়ও, গছৰ ডালত বহি আছেও বহি নাইও; তাক দেখিও, নেদেখিও; মানুহ এটা হয়ও, মানুহ এটা নহয়ও; মানুহটোৱে শিলগুটি এটা ললেও, শিলগুটি এটা নললেও; তাৰে চৰাইটো মাৰিলেও, নেমাৰিলেও।" পুথিত এই সাঁথৰৰ আংশিক ভাৱে ব্যাখ্যা কৰা হৈছে। বাকী খিনি পাঠকে নিজে ভাৱিব।

বলটো মাৰিলে আৰু ক'ত পৰিলগৈ সেই বিষয়ে গোপন ইঙ্গিত দিয়া হয়। যিবোৰ বস্তুৰ বিষয়ে কোৱা হয় সেইবোৰ সদায় দ্ব্যৰ্থক ; কোনোটোকে খাটাংকৈ আছে বুলিও ধৰিব নোৱাৰি, নাই বুলিও নোৱাৰি বা দুইটা একে সময়তে থকা বা নথকা বুলিবও নোৱাৰি, নাইবা একেবাৰে এটাও নথকাও বুলিব নোৱাৰি।"

মই ক'লোঁ, "তেন্তে সেইবোৰৰ বিষয়ে কি কৰা যাব বা সিহঁতক থকা আৰু নথকাৰ মাজত ক'ত ভালকৈ পেলাব পাৰি সেই বিষয়ে এতিয়া ক'ব পাৰিবাঁ নে ? কিয়নো, মোৰ ধাৰণাত সিহঁত, হয়, একেবাৰে অবিদ্যমানতকৈও অধিক অস্পষ্ট, এতেকে আৰু অবিদ্যমান ; নহয়, বিদ্যমানতকৈ বেচি উজ্জ্বল, এতেকে আৰু-বিদ্যমান। ।"

"তোমাৰ কথা একেবাৰে সঁচা।"

"তেন্তে এতিয়া বুজি পালোঁ, মানুহৰ মাজত প্ৰচলিত হৈ থকা সৌন্দৰ্য্য, ন্যায় আদিৰ ধাৰণাবোৰ এমূৰে সৎ আৰু আনমূৰে অসতৰ মাজত বিচৰণ কৰি ফুৰিছে।"

"হয়, বুজিলোঁ।"

"আকৌ, ইয়াৰ লগতে আমি কৈছিলোঁ যে এনে ধৰণৰ কিবা এটা যদি ওলায় তেন্তে তাক জ্ঞানৰ লক্ষ্যবস্তু বুলি নকৈ বিশ্বাসৰ লক্ষ্যবস্তু বুলি ক'ব লাগিব। এনেদৰে মাজ-ভাগত উৰি ফুৰাবোৰক মধ্যম মানসিক শক্তিয়েহে ধৰিব।"

"হয়, এই দৰেই কৈছিলোঁ।"

"সেইবাবে, যেতিয়া মানুহে সহস্ৰ সুন্দৰ বস্তু উপভোগ কৰিব পাৰে অথচ সৌন্দৰ্য্য কি বস্তু চিনি নেপায় নাইবা কোনোবাই দেখুৱাই দিলেও চাব নেজানে, যেতিয়া ন্যায্য বস্তু বহুত দেখা পায় অথচ ন্যায় কি বস্তু নেজানে ; আৰু যেতিয়া সকলো ক্ষেত্ৰতে এনেই হয়, তেতিয়া আমি ক'ব লাগিব প্ৰতিটো ক্ষেত্ৰতে তেওঁলোকৰ অভিমত হে আছে কিন্তু যিটো বস্তুৰ বিষয়ে তেওঁলোকে মত প্ৰকাশ কৰিছে তাৰ বিষয়ত যথাৰ্থ জ্ঞান নাই।"

"হয়, সেইটোৱেই একমাত্ৰ সিদ্ধান্ত হ'ব।"

"কিন্তু, যি সকলে বস্তুৰ স্বৰূপ বুজি পায়, আৰু অব্যয়, অপৰিবৰ্ত্তনীয় ৰূপত সেই বস্তু উপলব্ধি কৰে, সেই সকলক তেনেহ'লে

কি বুলি ক'ম ? তেতিয়া তেওঁলোকৰ অকল অভিমতেই নহয়, জ্ঞান থকাও বুলি নক'ম জানো ?"

"তাকে নকৈ আৰু কি বুলি কম ?"

"তেন্তে এতিয়া এই বুলি ঠাৱৰ নকৰিম জানো যে এই সকলে জ্ঞানৰ লক্ষ্যবস্তুক ভাল পায় আৰু প্ৰশংসা কৰে, যি স্থলত বাকীবোৰে বিশ্বাসৰ লক্ষ্যবস্তুক ভাল পায় আৰু প্ৰশংসা কৰে ?—কিয়নো আমাৰ মনত আছেই নহয়—নাই জানো ?—যে পিচৰ বিধৰ মানুহৰ কথা কওঁতে আমি কৈছিলোঁ তেওঁলোকে সুন্দৰ শব্দ, সুন্দৰ ৰং আদি ভাল পায় আৰু সেইবোৰ বিচাৰে, যদিও বিমূৰ্ত্ত সৌন্দৰ্য্যৰ অৱস্থিতিৰ কথা ক'ব নোৱাৰে।"

"নাই, নাই পাহৰা।"

"এতেকে, এনে মানুহক তত্ত্বজ্ঞানী নুবুলি অভিমত প্ৰেমি হে বুলি ক'লে আমাৰ ভুল হ'ব নে কি ? এই বুলি ক'লে তেওঁলোকৰ আকৌ জগৰ লাগে বা ?"

"তেওঁলোকে যদি মোৰ উপদেশ মানে তেন্তে জগৰ লাগিব নোৱাৰে—কিয়নো সত্য কথাত জগৰ ধৰা উচিত নহয়।"

"প্ৰত্যেক ক্ষেত্ৰতে বাস্তৱতে যিটোৰ সত্তা আছে তাকেই যিসকলে বুকুত সাৱটি লয় সেই সকলক তেতিয়া হ'লে আমি অভিমতপ্ৰেমী নুবুলি তত্ত্বজ্ঞানী বুলিব লাগিব। নহয় জানো ?"

"হয়, বুলিবই লাগিব।"

## ষষ্ঠ খণ্ড

মই ক'লোঁ, "গ্লকন, ইমান পৰে যথেষ্ট কষ্টেৰে বিস্তৰ অনুসন্ধান চলোৱাৰ পাচত হে তেও এতিয়া কোননো আচল দাৰ্শনিক আৰু কোননো নহয় বুজিব পৰা হ'লগৈ।"

তেওঁ উত্তৰ দিলে, "হয়। এই অনুসন্ধান চমুৱাবৰো উপায় নাছিল।"

মই ক'লোঁ, "অৱশ্যে নাছিল হয়। কিন্তু সেইটো হ'লেও মই ভাবোঁতে ইয়াতোকৈ স্পষ্টভাৱে কথাবোৰ বুজিবপৰা গ'লহেঁতেন। যদি হে আমি আলোচনা কৰিবলগীয়া সকলোবোৰ কথাকে সামৰি নলৈ একমাত্ৰ এইটোতে হে ধৰিলোঁহেঁতেন তেতিয়া অসাধু জীৱনতকৈ সাধু জীৱন কোন বিষয়ত শ্ৰেয় সেইকথা উলিয়াব পৰা গ'লহেঁতেন।"

"তেনেহ'লে এতিয়ানো আমি কি কৰিম?"

"এতিয়া ক্ৰমান্বয়ে আগবাঢ়ি যাওঁ। যেহেতু শাশ্বত আৰু নিৰ্ব্বিকাৰক উপলব্ধি কৰিবপৰা সকলেই দাৰ্শনিক, আৰু এনে উপলব্ধি কৰিব নোৱাৰি পৰিবৰ্ত্তন আৰু বহুৰূপৰ মাজত সোমাই উৱাদিহ বিচাৰি নোপোৱাসকলক দাৰ্শনিক বুলিব নোৱাৰি, গতিকেই কোৱাঁচোন বাৰু এই দুইবিধৰ কোন বিধে ৰাজ্যশাসনৰ ভাৰ লোৱা উচিত হ'ব?"

"প্ৰশ্নটোৰ সুবিচাৰ কৰিবলৈ হ'লে মইনো এতিয়া কি উত্তৰ দিম?"

"নিজকে তুমি সোধাঁ, এই দুবিধ মানুহৰ কোন বিধক ৰাজ্যৰ বিধি-বিধান আৰু দেশাচাৰ ৰক্ষা কৰিব পাৰিব বুলি ধৰি লৈ শাসক নিযুক্ত কৰিবাঁ।"

"তুমি ঠিক কৈছা।"

"বাৰু কোৱাঁচোন, বস্তু এটাৰ ৰখীয়া পাতিবলৈ হ'লে কণা মানুহ এটা ভাল হ'ব নে প্ৰখৰ দৃষ্টিসম্পন্ন এজন ভাল হ'ব বুলি জানো কোনোবাই প্ৰশ্ন কৰিব ?"

"নাই, কোনেও তেনে প্ৰশ্ন নোসোধে।"

"বাৰু, এতিয়া কোৱাঁচোন, দৃশ্যমান জগতৰ অস্তিত্ব সম্পৰ্কে একো জ্ঞান নথকা মানুহ এজন কণা মানুহ এটাৰপৰা কিবা বেলেগ হ'ব বুলি ভাবাঁ জানো ? চিত্ৰকৰ এজনে চিত্ৰপটত বস্তু এটা তুলি ধৰিবলৈ লওঁতে সেই বস্তুটোৰ বিষয়ে তেওঁৰ মনত থকা স্পষ্ট ছবিটোকে লৈ আঁকে। কিন্তু, এই মানুহজনৰ মনত কোনটো ভাল, কোনটো সত্য, কোনটো ন্যায়, একো স্পষ্ট ধাৰণা নাই। গতিকেই তেওঁ যেতিয়া সমাজত ন্যায় আৰু সততা প্ৰৱৰ্ত্তন কৰিবলৈ বা ৰক্ষা কৰিবলৈ যাব তেতিয়া তেওঁ প্ৰকৃত সত্য কি নজনাকৈয়েই কৰিব লাগিব।"

"নাই, বাস্তৱতে কণা মানুহৰ লগত এইজনৰ কোনো পাৰ্থক্য নাই।"

"তেনেহ'লে, যিবোৰ মানুহে প্ৰত্যেক বস্তুৰ সম্পূৰ্ণ জ্ঞান অৰ্জ্জন কৰিছে আৰু সাংসাৰিক অভিজ্ঞতাতো আমি কণা বোলা বোৰতকৈ হীন নহয় অথবা অইন গুণতো পাচপৰা নহয়, সেইসকলক শাসন-কৰ্ত্তাৰ পদত নবহুৱাই কণাবোৰক বহুৱাম নেকি ?"

"কেলৈ বহুৱাবাঁ ? যদিহে তেওঁলোকৰ অন্যান্য গুণও আছে, তেনেহ'লে তেওঁলোকক নবহুৱাই অইনক কেনেকৈ বহুৱাবাঁ ? ঠিক যিটো বিষয়ত তেওঁলোক উৎকৃষ্ট গুণৰ অধিকাৰী হৈছে সেইটোৱেই জানো আটাইতকৈ দৰ্কাৰি কথা নহয় ?"

"তেনেহ'লে একেখিনি মানুহকে দুইবিধ গুণৰে অধিকাৰী হোৱাত কেনেকৈ সহায় কৰিব পৰা যায় সেই বিষয়েই এতিয়া আমি আলোচনা কৰিম নে কি ?"

"নিশ্চয় কৰিব লাগিব।"

"বাৰু তেন্তে, আমাৰ আলোচনাৰ আৰম্ভণতে কোৱাৰ দৰে তেওঁলোকৰ প্ৰকৃত চৰিত্ৰৰ ভিতৰখন বুজি লৈয়েই আৰম্ভ কৰিব লাগিব। সেই সম্পৰ্কত আমি কোনোমতে একমত হ'ব পাৰিলেই

ছুয়োবিধ গুণ একেজন মানুহতে একত্ৰিত হৈ থাকিব পাৰিব বুলি আৰু একমাত্ৰ এনে গুণবিশিষ্ট চৰিত্ৰৰ বাদে অন্য কোনোৱেই ৰাজ্যৰ উপযুক্ত শাসনকৰ্ত্তা হ'ব নোৱৰাৰ কথাতও একমত হ'ব পাৰিমহঁক।"

"এইটো নো কেনেকৈ হ'ব?"

"দাৰ্শনিক চৰিত্ৰৰ অধিকাৰীসকল যে সকলো সময়তেই সকলো প্ৰকাৰ জ্ঞানৰ প্ৰতি অনুৰক্ত হৈ থাকে সেই কথা স্বতঃসিদ্ধ বুলি আমি ধৰিব ল'ব লাগিব। এইবাবেই তেওঁলোকে জৰা-ব্যাধি-উথান-পতন-মুক্ত- যথাৰ্থ চিৰন্তন সত্যৰ উপলব্ধি কৰিব পাৰে।"

"এই কথা বাৰু মানি লৈছোঁ।"

মই আকৌ ক'লোঁ, "তদুপৰি মূল সত্যৰ উপলব্ধিৰ প্ৰতি তেওঁলোক স্বভাৱতে আকৃষ্ট হৈ থাকে বুলিও আমি ধৰি ল'ব লাগিব। পৰাপৰত তেওঁলোকে কেতিয়াও এই মূল সত্যৰ কোনো অংশকে সৰু, ডাঙৰ, উচ্চ, নীচ বুলি অনাদৰ নকৰে। অৱশ্যে, আগতে উচ্চাকাঙ্ক্ষী আৰু প্ৰেমিক সকলৰ বিষয়ে কওঁতে আমি এইবোৰ কথা দেখুৱায়েই আহিছোঁহক।"

"ঠিক কৈছা।"

"আমাৰ বিৱৰণৰ সদৃশ চৰিত্ৰত আমি তৃতীয় বৈশিষ্ট্য এটাও বিচাৰিব লাগিব নে কি? সেই কথাও এতিয়া চাওঁহকচোন।"

"তুমি কোনটো বৈশিষ্ট্যৰ কথা নো কৈছা?"

"সত্যবাদিতাৰ কথা। অৰ্থাৎ পৰাপক্ষত কোনো প্ৰকাৰৰ অসত্য মানি নোলোৱা, অসত্যক ঘিণ কৰা আৰু সত্যনিষ্ঠা।"

"হয় হয়। এই বৈশিষ্ট্য থকাটো সম্ভৱ।"

"ওহোঁ বন্ধু! কাৰবাৰ যদি স্বাভাৱিকতে কিবা এটা বস্তুৰ প্ৰতি অনুৰাগ থাকে তেন্তে সেই প্ৰিয়বস্তুৰ সৈতে জড়িত হৈ থকা যি কোনো বস্তুৰেই প্ৰতি তেওঁৰ স্নেহ উপজিব। এই কথাষাৰ যে অকল সম্ভৱেই তেনে নহয়, নিতান্ত অনিবাৰ্য্যও।"

তেওঁ ক'লে, "হয়, সঁচা কথা।"

"জ্ঞানৰ সৈতে ওচৰ সম্বন্ধ থকা, সত্যতকৈ আৰু কিবা আছে নে বাৰু?"

"নাই।"

"তেনেহ'লে, একেটা মনতে একে সময়তে জ্ঞানৰ প্ৰতিও আসক্তি আৰু অসত্যৰ প্ৰতিও আসক্তি থাকিব পৰাটো সম্ভৱপৰ হ'ব নে?

"সেইটো কোনোমতেই সম্ভৱ নহয়।"

"এতেকে প্ৰকৃত জ্ঞানপ্ৰেমীয়ে সৰুকালৰেপৰাই দৃঢ়তাৰে সৈতে সম্পূৰ্ণ সত্য পালন কৰিব লাগিব।"

"হয়, সম্পূৰ্ণৰূপে লাগিব।"

"বাৰু, পিছে এটা কথা নহয়। যেনেকৈ নৈয়ে এটা সুঁতি এৰি অইন এটাইদি ব'বলৈ ধৰিলে একালে সোঁত প্ৰবল হৈ আনফালে মৰি যায়, ঠিক তেনেকৈয়েই মানুহৰ আসক্তি ও একালে প্ৰবল হ'লে বাকী সকলো ফালে নিস্তেজ হৈ পৰিব। এইষাৰ কথা আমি শুই কৰিব নোৱাৰোঁ নহয়।"

"হয়, কথাটো সঁচা।"

"গতিকে সোঁত যেতিয়া জ্ঞানৰ শাখা-প্ৰশাখা অভিমুখী হৈ ব'বলৈ ধৰে তেতিয়া মানুহৰ কামনা-বাসনাই বিমল মানসিক আনন্দৰ কাষত হে বিচৰণ কৰে, আৰু দৈহিক সুখৰপৰা পাবপৰা আনন্দলৈ আওকাণ কৰে। অৱশ্যে জ্ঞানৰ স্পৃহা কৃত্ৰিম নহৈ সঁচা হ'ব লাগিব, তেহে।"

"হয়, এনে হ'বই লাগিব।"

"আকৌ, প্ৰকৃততে জ্ঞানীজন সদায় সংযমী আৰু সম্পূৰ্ণৰূপে অপৰিগ্ৰহী হ'ব; কিয়নো, যি কোনো উপায়েৰে ধন ঘটিবৰ বাবে যিবোৰে মানুহক প্ৰলোভিত কৰে সেইবোৰক অইন মানুহে যিমানেই প্ৰশংসা নকৰক, তেওঁ কিন্তু কেতিয়াও নকৰে।"

"সঁচা কথা।"

"তত্ত্বজ্ঞানী চৰিত্ৰৰ সৈতে তত্ত্বজ্ঞানী নোহোৱাজনৰ প্ৰভেদ দেখুৱাবলৈ যাওঁতে তুমি পিছে আৰু এষাৰ কথা বিবেচনা কৰি চাব লাগিব হ'বলা।"

"সেইটোনো কি?"

"ক'ৰবাত কেনেবাকৈ নীচতাৰ চিন আছে নে কি সেইটো ভালকৈ চাব লাগিব। কাৰণ সম্পূৰ্ণ আৰু ব্যাপক ৰূপত মানুহ-

জ্ঞান আৰু দৈৱ জ্ঞান লাভৰ পথত সংকীৰ্ণতাই হ'ল সকলোতকৈ ডাঙৰ বাধা।"

"সেইটো একেবাৰে সঁচা কথা।"

"তেন্তে, উচ্চ চিন্তাত নিৱিষ্ট আৰু মহাকাল মহাবিশ্বৰ উপলব্ধিত নিমগ্ন হৈ থকাজনে ইহ জীৱনত কিবা গুৰুত্ব দিব বুলি জানো তুমি ভাবাঁ ?"

"নাই। নিদিয়ে।"

"তেনেহ'লে এনেজনে মৃত্যুকো ভয়াবহ বুলি নেভাবে। ভাবিব নে বাৰু ?"

"নেভাবে।"

"এতেকে নীচ আৰু কাপুৰুষ চৰিত্ৰৰ মানুহে প্ৰকৃত তত্ত্বজ্ঞান আহৰণ কৰিব নোৱাৰিব ?"

"নোৱাৰে।"

"তেন্তে ? যি মানুহৰ মন সংযমী আৰু যি আক্ৰোহ, নীচতা, ভণ্ডামি, ভীৰুতা আদিৰপৰা মুক্ত, তেনে মানুহ দুৰ্দ্দান্ত বা অধৰ্ম্মী হোৱাৰ কিবা সম্ভাৱনা থাকিব নে ?"

"ওহোঁ। সেইটো হ'ব নোৱাৰে।"

"গতিকে চৰিত্ৰত দাৰ্শনিক লক্ষণেই আছে নে অ-দাৰ্শনিক লক্ষণেই আছে জানিবলৈ হ'লে শিশু অৱস্থাতেই চাব লাগিব মন ন্যায়ধৰ্ম্মী আৰু শান্ত-স্বভাৱৰ নে অজ্ঞীণপাতকী আৰু দুৰ্দ্দান্ত বিধৰ।"

"ঠিক ধৰিছা।"

"কিন্তু আৰু এটা কথা বৈ গ'ল। মই ভাবোঁতে সেইটোও তুমি কোনোমতে বাদ দিব নোৱাৰিবাঁ।"

"সেইটো নো কি ?"

"জ্ঞান আৰ্জ্জনৰ ক্ষেত্ৰত সেই মন প্ৰখৰ নে ভোটা সেই কথা চাব লাগিব। কিয়নো, কাম এটা কৰোঁতে যি জনে কষ্ট অনুভব কৰে আৰু অশেষ চেষ্টা কৰিলে হে অলপমান আগবাঢ়িব পাৰে, তেনে মানুহে সেই কামত কেতিয়াও বিমল আনন্দ পাব বুলি ক'ব নোৱাৰি।

২০

"ওহোঁ, পাৰই নোৱাৰে।"

"আকৌ, যদি হে সেইজন মানুহে" যি থিনি শিকে তাৰ একোকে মনত ৰাখিব নোৱাৰে তেন্তে এনে স্মৃতিশক্তিবিহীন হৈ তেওঁ কি জ্ঞান লাভ কৰিব পাৰিব?

"নাই। একো নোৱাৰে।"

"তেনেহ'লে সকলো পৰিশ্ৰম অথলে যোৱাৰ পাচত সেই মানুহ-জনে শেহান্তত নিজকে ধিক্কাৰ দিব আৰু নিজৰ বৃত্তিকো শাও দিবগৈ। নিদিব নে?"

"নিশ্চয় দিব।"

"এতেকে তত্ত্বজ্ঞান লাভৰ বাবে উপযুক্ত বুলি ধৰা সকলৰ শাৰীত এনেবিধ স্মৃতিশক্তিহীন মানুহক তেতিয়াও ঠাই দিব নোৱাৰি। স্মৃতিশক্তি প্ৰখৰ হৈ থকা সকলক হে আমাৰ দৰ্কাৰ হ'ব।"

"নিশ্চয়!"

"আকৌ, এই কথাও ক'ব লাগিব যে অমাৰ্জ্জিত আৰু বুদ্ধিহীন প্ৰকৃতি সদায়েই মাত্ৰাহীন হৈ পৰে"

"হয়।"

"তেন্তে সত্যৰ লগত কাৰ সম্বন্ধ আছে বুলি ভাবাঁ? মাত্ৰা নে মাত্ৰাহীনতাৰ?"

"মাত্ৰা।"

"দাৰ্শনিক মনৰ বাবে লাগতিয়াল বাকী গুণবোৰ আমি পালোঁহক। তাৰ পাচত এতিয়া আমাক লগা হ'ল এনে এটা মন যি স্বভাৱতঃ সুস্থিৰ, সাধু আৰু যি নিজস্ব স্বভাৱৰ গুণতেই সকলো বস্তুৰ যথাৰ্থ ৰূপ উপলব্ধি কৰিব পাৰিব।"

"হয়। তেনে এক মন বিচাৰিবই লাগিব।"

"সম্পূৰ্ণ ৰূপত আৰু সন্তোষজনক ভাৱে সত্য উপলব্ধি কৰিবলৈ যাওঁতে আত্মাৰ বাবে আমি যিবোৰ গুণৰ লেখ দিলোঁহক সেইবোৰ নহ'লেও হ'ব নে কি বা সেইবোৰ পৰস্পৰ বিৰোধীহে হ'ব বুলি ভাবাঁ নে কি?"

"নহয়। সেইবোৰ অতি আৱশ্যকীয় হে হ'ব।"

"ধৰাঁ জানিবাঁ কাম এটা সুচাৰুৰূপে সম্পাদন কৰিবলৈ হ'লে

কৰোঁতাজন স্বভাৱতঃ প্ৰবল স্মৃতিশক্তি আৰু তীক্ষ্ণ বুদ্ধিসম্পন্ন, উচ্চাভিলাষী আৰু বিনয়ী ন'হলে আৰু লগতে সত্য, ন্যায়, ধৈৰ্য্য, সংযমৰ প্ৰতি স্বাভাৱিক আকৰ্ষণ নহ'লেই নহয়। তেতিয়া তেনে কামটোকে তুমি বেয়া বুলি কৰা নে কি?"

"ওহোঁ। মই হে নালাগে, আনকি সমালোচনা প্ৰতিভাৰ গৰাকী-জনেও এনে কামক বেয়া বুলিব নোৱাৰে।"

"বাৰু, বয়স আৰু শিক্ষাই যেতিয়া এনে চৰিত্ৰৰ মানুহক কৰ্ত্তব্য পালনৰ বাবে উপযুক্ত কৰি তুলিব তেতিয়া তেওঁলোকৰ হাতত ৰাজ্য-পৰিচালনাৰ সম্পূৰ্ণ ভাৰ দিবলৈ ইতস্ততঃ কৰিবা নেকি?"

এনেতে এডিমেণ্টচে মাত লগালে; "ছক্ৰেটিচ, সঁচা কথা, কোনেও এই সিদ্ধান্তত অমত হ'ব নোৱাৰে। কিন্তু তথাপিও যেতিয়াই তুমি এনে মতবাদ উত্থাপন কৰিলা তেতিয়াই এই কথাখিনিৰ ওপৰত শ্ৰোতাসকলৰ সন্দেহ উপস্থিত হ'ল। তেওঁলোকৰ ধাৰণা, তোমাৰ প্ৰশ্নোত্তৰ পদ্ধতিত অভ্যস্ত নোহোৱাৰ বাবে প্ৰত্যেকটো প্ৰশ্নৰ পিচতে যুক্তিয়ে তেওঁলোকক অলপ অলপকৈ ঠেলি নি আছে আৰু শেহান্তত আলোচনাৰ সামৰণিত দেখা গ'ল এনেকৈ অকণ-অকণকৈ আঁতৰি যাওঁতেই গৈ ভৰি ক'ৰবাত পৰিলগৈ। ফলত তেওঁলোকে নিজেই নিজৰ মূল ধাৰণাবোৰ অস্বীকাৰ কৰি পেলোৱা হ'ল। আৰু, যেনেকৈ অনভিজ্ঞ ডবা খেলুৱৈৰ গুটি, অভিজ্ঞ খেলুৱৈৰ হাতৰ কৌশলত পৰি কেউপিনে বান্ধ খাই পৰিবলগা হয়, সেইদৰে তোমাৰ শ্ৰোতাসকলেও, তুমি গুটিৰে নেখেলি শব্দেৰে খেলা অভিনৱ পাশাখেলত তিষ্ঠিব নোৱাৰি কেয়োফালৰপৰা বান্ধ খাই বোবা হৈ পৰা যেন পাইছে; কিয়নো, যিখিনি সিদ্ধান্তলৈ তেওঁলোকক অনা হ'ল সেইখিনি যে শুদ্ধ এই কথাত তেওঁলোক কোনোমতে পতিয়ন যাব পৰা নাই। এইষাৰ কথা কওঁতে অৱশ্যে মই বৰ্ত্তমান ঘটনাটো চকুৰ আগত ৰাখি হে কৈছোঁ। এই মুহূৰ্ত্তত যি কোনো এজন শ্ৰোতাই তোমাক ক'ব যে প্ৰতিটো প্ৰশ্নতে তেওঁ তোমাক বিৰোধিতা কৰি একো মাতিব পৰা নাই যদিও, কাৰ্য্যক্ষেত্ৰত প্ৰশ্নোত্তৰ পদ্ধতিৰ পৰিণতি স্বকীয়া ৰূপত হে ধৰা পৰিছে। তেওঁ দেখিছে যে বহুত দিন ধৰি

এই পদ্ধতিৰ অভ্যাস কৰা দৰ্শনৰ সকলো উপাসকেই সৰহ ভাগ ক্ষেত্ৰতেই এই পদ্ধতিক ডেকা-বয়সত শিক্ষালাভৰ বাবে প্ৰয়োগ নকৰি আৰু শিক্ষালাভৰ পাচতেই তাক এৰি নিদি কিবা একেবাৰে অপদাৰ্থ হোৱাৰ উপৰিও অনাচাৰী হোৱা হে দেখা যায়। আৰু আনহাতে, সিমানতো যিসকল ৰক্ষা পৰি থাকে সেইসকলো, তুমি নিযুক্ত কৰা কামৰ বাবে অনুপযুক্ত হৈ হে পৰেগৈ আৰু দেশৰ বাবেও কোনো কামত নহা হয়গৈ।"

তেওঁ এইদৰে কোৱাৰ পাচত মই উত্তৰ দিলোঁ—"তেন্তে তুমি এনে অভিযোগ মিছা বুলি ক'ব খোজা নেকি?"

তেওঁ ক'লে, "মই ঠিককৈ ক'ব নোৱাৰিম। তুমি কি ভাবাঁ তাকেই কোৱাঁচোন বাৰু।"

"শুনা। মই ক'বলৈ হ'লে এই অভিযোগ সত্য।"

"পিচে, আমি কোৱা দৰেই যদি দাৰ্শনিক শ্ৰেণীটো অলায়ক হয়, তেনেহ'লে সেই দাৰ্শনিকেই শাসনকৰ্ত্তা নহয় মানে ৰাজ্যবোৰৰ দুখ-দুৰ্দ্দশাবো অন্ত নপৰিব বুলি কেনেকৈ ক'ম?"

মই উত্তৰ দিলোঁ, "তুমি যিটো প্ৰশ্ন উলিয়ালাঁ তাৰ উত্তৰ দিব দৃষ্টান্ত এটাৰে হে পাৰিম।"

"কিন্তু তোমাৰ দেখোন দৃষ্টান্ত দিয়াৰ অভ্যাস নাছিলেই।"

"অ', মোক আনি দুৰূহ কথা এটাত শুমুৱাই দি এতিয়া হাঁহিছা হ'বপায়! যেই হওক বাৰু, এতিয়া দৃষ্টান্তটোলৈ চোৱাঁ। তেতিয়াই তুমি আৰু ভালকৈ বুজি পাবাঁ মই কিমান বিপদত পৰিছোঁ। ৰাজ্যৰ ভিতৰত এই সন্মানী লোকসকল যেনে পুতৌ কৰিবলগীয়া অৱস্থাত পৰিছে তেনে অৱস্থাত অইন কোনো ক'তো পৰা নাই। সেইবাবেই মই নানান্ ঠাইৰপৰা সমল গোটাই 'তেওঁলোকৰপৰা সমৰ্থনৰ বাবে এটা কাল্পনিক উপায় যোগাৰ কৰিবলগীয়া হৈছে—যেনেকৈ চিত্ৰকৰে শৰপহু বা তেনে বিৰাটকায় জন্তু এটাৰ ছবিত বং দিওঁতে নানাবিধ বং গোটাই লয়।"

"বাৰু, তুমি এখন অকলশৰীয়াকৈ থকা জাহাজ নাইবা একে-লগে থকা জাহাজ কিছুমানৰ কল্পনা কৰাঁচোন। ধৰি লোৱাঁ সেই জাহাজৰ পৰিস্থিতি জানিবাঁ এনেকুৱা—জাহাজৰ প্ৰধান চালকজন

বাকী খালাচীবোৰতকৈ ওখ আৰু বলী ; কিন্তু কাণেৰে নশুনা আৰু চকুৰে দূৰলৈ নেদেখা হোৱাৰ বাবে নাবিক হিচাপে এই চালক জনৰ দক্ষতা কম। ইফালে জাহাজৰ খালাচীবোৰৰ মাজত কাজিয়া হৈছে, সিহঁতৰ ভিতৰত কোনটোৱে জাহাজখন চলাই লৈ যাব পাৰিব সেই লৈ। সিহঁতৰ ভিতৰত প্ৰত্যেকেই জাহাজৰ গুৰি ধৰিবৰ যোগ্য বুলি ভাবে। কিন্তু সেই মুহূৰ্ত্তলৈকে কোনোটোৱেই জাহাজ পৰিচালনাৰ কৌশল শিকা নাই। কাৰ ওচৰত জাহাজ পৰিচালনাৰ শিক্ষা ল'ব লাগে বা কিমান দিনৰ বাবে শিকিব লাগে এইবোৰ একোটোকে সিহঁতে ক'ব নোৱাৰে। বৰঞ্চ সিহঁতে কয়, জাহাজ পৰিচালনাৰ কৌশল কোনেও কাকো শিকাব নোৱাৰে। এনে শিক্ষা দিব পাৰে বুলি কোনোবাই ক'বলৈ আহিলেও সেই মানুহক সিহঁতে চিৰাচিৰ কৰি পেলাব। ইফালে সিহঁতে কাপ্তানৰ চাৰিওপিনে জুম বান্ধি লৈ তেওঁক নেৰানেপেৰাকৈ ধৰিছে সিহঁতক জাহাজ চলাবলৈ দিব লাগে। তাৰ মাজতে যেতিয়াই সিহঁতৰ ভিতৰৰে এজুমে দেখিছে যে আন এজুমে কাপ্তানক সৈমান কৰাব পৰা হৈছে, তেতিয়াই অকৃতকাৰ্য্য হোৱাবোৰে কৃতকাৰ্য্য হোৱাবোৰক হয় হত্যাই কৰিছে, নহয় জাহাজৰপৰা সাগৰলৈ দলিয়াই দিছে। তাৰ পাচত সাহসী কাপ্তানজনৰ মুখত বিহ বা চোকা মদ ঢালি দি তেওঁক বান্ধি লৈ নাইকিয়া অন্য বুদ্ধিৰে অক্ষম কৰি সিহঁতে জাহাজখন দখল কৰিছে। তেতিয়া আৰু সিহঁতক কোনে পায়! খুচিমতে সিহঁতে জাহাজত থকা বস্তুবোৰ ব্যৱহাৰ কৰিবলৈ ধৰিছে আৰু মদ-ভোজ খাই সাগৰত থকা সময়খিনি কটাই দিছে। জাহাজখনৰ পৰিচালনাৰ ভাৰ সিহঁতৰ হাতত গতাই দিবলৈ প্ৰধান চালকজনক সৈমান কৰোৱাত বা বাধ্য কৰোৱাত যিবোৰ খালাচীয়ে সিহঁতক বুধি-সন্ধিৰে সহায় কৰিছিল সেইবোৰক সিহঁতে 'যোগ্য খালাচী', 'সুন্দৰ নাবিক', চৌকচ-নাবিক' আদি বিভিন্ন উপাধিৰে ভূষিত কৰিছে, আনহাতে যিবোৰে তাকে নকৰিছিল সেই সকলোবোৰকে সিহঁতে অকৰ্ম্মণ্য বুলি গালি পাৰিছে। কিন্তু, জাহাজ এখন চলোৱাৰ বাবে প্ৰকৃততে উপযুক্ত নাবিক হ'বলৈ হ'লে যে বাৰমাহৰ বতৰ, বিভিন্ন ঋতু, আকাশ, জল, বতাহ এই সকলোবোৰৰ গতিগোত্ৰৰ নিৰীক্ষণত

মনযোগ দিব লাগিব সেই কথাৰ সিহঁতে ভুৰেই নাপায়। নাবিকৰ কৌশল আয়ত্ত কৰিবলৈ শিকোঁতেই, লগতে নাবিকৰ কৰ্ত্তৃত্ব কেনেকৈ ৰক্ষা কৰিব পাৰি তাকো যে শিকিব লাগিব সেই কথা সিহঁতে বুজিকে নেপায়। জাহাজৰ ভিতৰত পৰিস্থিতি যেতিয়া এনেকুৱাই হৈ পৰে তেতিয়া জাহাজ-পৰিচালনাত পাৰ্গত হোৱা নাবিককে বাকী খালাচীবোৰে আকাশলৈ চকু মেলি চাই থকা অপদাৰ্থ বুলি ক'বলৈ নাধাবনে ?"

এডিমেণ্টুচে উত্তৰ দিলে, "হয়। সেইটোৱেই হ'বগৈ !"

মই ক'লোঁ, "বুজিছা, দাৰ্শনিকৰ বিষয়ে থকা মনোভাবৰ সম্পৰ্কত আমাৰ ৰাজ্যৰ অৱস্থাও এয়েই। এইষাৰ বুজিবলৈ তোমাক বোধকৰোঁ দৃষ্টান্তৰ সহায় আৰু নালাগিব। মই যি অৰ্থ কৰিছোঁ নিশ্চয় বুজি পাইছা।"

"ওঁ বুজিছোঁ।"

"কথা যেতিয়া এনে ধৰণৰেই, আমাৰ ৰাজ্যত দাৰ্শনিকক সন্মান নকৰাত কোনোবাই আশ্চৰ্য্য প্ৰকাশ কৰিলে আমাৰ এই দৃষ্টান্তটোক দি আৰম্ভ কৰিবাঁ আৰু তেওঁক এইটো বুজাবলৈ চেষ্টা কৰিবাঁ যে দাৰ্শনিকক সন্মান কৰা হ'লে হে বেচি আচৰিত হ'বলগীয়া হ'লহেতেন।"

"বাৰু সেইটোকে কৰিম।"

"তত্ত্বজ্ঞ দাৰ্শনিকসকলৰ ভিতৰত আটাইতকৈ সন্মানিত কেইজনক সংসাৰৰ বাবে গড়লায়ক বুলি তেওঁ ক'ব খুজিলে ক'বলৈ দিবা। মাত্ৰ তেওঁক এইষাৰ ক'বাঁ যাতে তেওঁ এই সজ পুৰুষসকলৰ ওপৰত দোষটো জাপি নিদি, যি সকলে এই সজ পুৰুষসকলৰ দৰ্কাৰ নাই বুলি কয় তেওঁলোকক হে আচল দোষী বুলি ধৰে ; কিয়নো জাহাজ পৰিচালক জনে তেওঁৰ কৰ্ত্তৃত্ব মানিবৰ বাবে খালাচীবোৰৰ ওচৰত আবেদন কৰাটো আৰু জ্ঞানীসকলে ধনী মানুহৰ দুৱাৰত বৈ থকাটো উভয়েই প্ৰকৃতিবিৰুদ্ধ কথা। এতেকে দাৰ্শনিক সকলক উপলুঙা কৰা উচিত নহয়। আচল কথা হ'ল, ধনীয়েই হওক বা দুখীয়াই হওক বেমাৰ হ'লে ডাক্তৰৰ ঘৰলৈ যাবই লাগিব। সেইদৰেই যি সকলে শাসন কৰিব খোজে সেইসকলে শাসনকাৰ্য্যত যোগ্যতা থকাসকলৰ কাষ চাপিবই লাগিব।

শাসনকাৰ্য্যত যিজন প্ৰকৃততে যোগ্য তেওঁ যদি তেওঁৰ শাসন মানিবলৈ প্ৰজাক খাটনি ধৰিবলগা হয় তেন্তে সেইটোও প্ৰকৃতি-বিৰুদ্ধ কথা হ'ব। এতেকে আমি যিবোৰ খালাচীৰ বৰ্ণনা দিলোঁহক সেইবোৰৰ লগত আমাৰ বৰ্ত্তমান ৰাজ্যপৰিচালক সকলক তুলনা কৰিলে আৰু যি সকলক আমাৰ ৰাজনৈতিক নেতাসকলে সাগৰৰ ঢৌ লেখা অকৰ্ম্মণ্য পুৰুষ বুলি কয় সেই সকলক যোগ্য নাবিকৰ সৈতে ৰিজালে আমাৰ ভুল নহ'ব।"

"একেবাৰে ঠিক কথা কৈছা।"

"এনেবিধ পৰিস্থিতিত আৰু এনেবোৰ মানুহৰ মাজত দৰ্শন-চৰ্চ্চাৰ দৰে মহৎ কৰ্ম্মক দৰ্শন-চৰ্চ্চাৰ একেবাৰে বিপৰীতে কাম কৰা সকলে দেখিব নোৱাৰিবই। কিন্তু দৰ্শনৰ আটাইতকৈ বিপদজনক অপব্যাখ্যা হ'বলৈ পাইছে দৰ্শনৰ তথাকথিত উপাসক সকলৰপৰাই। দৰ্শনোপাসক সকল অনাচাৰী আৰু দৰ্শনৰ উৎকৃষ্ট সেৱকসকল অপদাৰ্থ বুলি সমালোচক সকলে কৰা মন্তব্যৰ কথা তুমি উল্লেখ কৰিছিলাই নহয়। এই ক্ষেত্ৰত অনাচাৰী আৰু অপদাৰ্থ বুলি কওঁতে সমালোচক সকলে তথাকথিত উপাসকসকলৰ কথা হে কৈছিল। মোৰ ফালৰপৰাও এনে উক্তিত সত্যতা আছে বুলি কৈছিলোঁ।" "কোৱা নাছিলোঁ জানো?"

"হয়। কৈছিলা।"

"সজলোকবোৰনো কিয় গড়-লায়ক হয় আমি ব্যাখ্যা কৰিছিলোঁৱেই—নাই কৰা জানো?

"কৰিছোঁ।"

"তেনেহ'লে, সৰহভাগ মানুহনো কিয় অনাচাৰী হয় সেই কথাৰ এতিয়া বিচাৰ কৰিমহঁক নেকি? আৰু দৰ্শনৰ দোষত যে মানুহ অনাচাৰী হ'ব নোৱাৰে সেইটোও পাৰিলে প্ৰমাণ কৰিবলৈ নেচাম জানো?"

"ওঁ, নিশ্চয় চেষ্টা কৰিব লাগিব।"

"আমি তেনেহ'লে আলোচনাত ধৰোঁহক। পোনতে আমি আগেয়ে কোৱা কথা এযাৰ মনত পেলাই লওঁ অৰ্থাৎ সৰ্ব্বগুণী মহৎ পুৰুষ হ'বলৈ হ'লে মানুহৰ স্বাভাৱিক চৰিত্ৰ কেনে হ'ব লাগে

সেই কথাষাৰ। তোমাৰ মনত থাকিব পায়, এনে মানুহৰ চৰিত্ৰৰ প্ৰথম আৰু প্ৰধান বৈশিষ্ট্য হ'ল সত্যবাদিতা। প্ৰকৃত জ্ঞানৰ অধিকাৰী নোহোৱা প্ৰৱঞ্চকৰ শাৰীত পৰাৰ ভয়ত এনে মানুহে সত্য অনুসৰণত একান্ত ভক্তি ৰাখিবলৈ বাধ্য।"

"এৰা, আমি সেইবুলিয়েই কৈছিলোঁ।"

"পিচে, এই এষাৰ কথা জানো প্ৰচলিত ধাৰণাৰ একেবাৰে বিপৰীত নহ'ব?"

"হ'ব।"

"তেনেহ'লে আমি যদি এইবুলি কওঁ যে প্ৰকৃত সত্য উপলব্ধি কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰাটোৱেই প্ৰকৃত জ্ঞানপ্ৰেমীৰ স্বাভাৱিক প্ৰবৃত্তি, তেতিয়া হ'লেই জানো আমি আত্মপক্ষ সমৰ্থনৰ যথাৰ্থ যুক্তি দিয়া নহ'ব? লগতে এইটোও ক'ম যে স্বকীয়া স্বকীয়া যিবোৰ দৃশ্যমান ঘটনা বিশ্বাসৰ সীমাৰ ভিতৰত পৰে সেইবোৰতে সন্তুষ্ট নাথাকি প্ৰকৃত জ্ঞানপ্ৰেমীয়ে প্ৰত্যেক বস্তুৰ মূল সত্তা উপলব্ধি কৰিবলৈ চাব আৰু সেই উপলব্ধিৰ পথত আগবাঢ়োঁতে কোনো ক্ষেত্ৰতেই নিৰুৎসাহ নহ'ব বা দুৰ্ব্বলতাক প্ৰশ্ৰয় নিদিব। আত্মাৰ এটা অংশ আছে যাৰ লগত বস্তুৰ আচল প্ৰকৃতিৰ সম্বন্ধ আছে। আত্মাৰ সেই গুণৰ সহায়তেই জ্ঞানপ্ৰেমীয়ে বস্তুৰ সত্তা বিচাৰি উলিয়াব পাৰে। এইদৰেই প্ৰকৃত সত্তাৰ সৈতে সংযোগ স্থাপন কৰি তেওঁ জ্ঞান আৰু সত্য উপলব্ধি কৰে[1]। এই সত্য উপলব্ধি কৰাৰ পাচতহে তেওঁ প্ৰকৃত জীৱন কি বুজি পায়, প্ৰকৃত জীৱনবোধ লাভ কৰে আৰু আচল জীৱনীশক্তি আহৰণ কৰে। আৰু তাৰ পাচত হে শান্তি লাভ কৰে। নহয় জানো?"

"হয়। এইটোৱেই আত্মপক্ষ সমৰ্থনৰ উৎকৃষ্ট পন্থা হ'ব।"

"পিচে, এনে মানুহৰ মনত অসত্য-প্ৰেমৰো কিবা চেকা থাকিব নেকি? নে তেওঁৰ মনত অসত্যৰ প্ৰতি অত্যন্ত ঘৃণা হে ভৰি থাকিব?"

---

১। যি ইন্দ্ৰিয়ৰ সহায়ত জ্ঞানৰ সৰ্বোচ্চ লক্ষ্য সাধন কৰা হয় তাক প্লেটোৱে কেতিয়াবা 'জ্ঞান' বুলি কৈছে আৰু কেতিয়াবা আকৌ তাকেই সেই জ্ঞানৰ দ্বাৰা প্ৰাপ্ত 'বিদ্যা' বুলি কৈছে।

"ঘৃণা হে ভৰি থাকিব।"

"তেনেহ'লে, যদি হে সত্যতাই পথ-প্ৰদৰ্শন কৰাটোকে হয় তেন্তে লানি নিছিগাকৈ বদ্‌গুণে সত্যতাৰ পাচ ল'ব বুলি আমি কেতিয়াও ক'ব নোৱাৰিম।"

"কেতিয়াও নোৱাৰোঁ।"

"বৰঞ্চ আমি এইটো হে ক'ব লাগিব যে সত্যৰ সঙ্গী হ'ল সুস্থ আৰু ন্যায়ধৰ্মী স্বভাৱ। আৰু সেই স্বভাৱৰে লগৰীয়া হ'ল পৰিমিতাচাৰ।"

"সঁচা।"

"এতেকে, দাৰ্শনিক চৰিত্ৰৰ লগত যে বাকীসকলো গুণেই থাকে সেই কথা আকৌ এবাৰ প্ৰমাণ কৰিবৰ দৰ্কাৰ নাই। তোমাৰ মনত থাকিবই পায় যে পৌৰুষ, উচ্চাভিলাষ, প্ৰখৰ বুদ্ধি আৰু প্ৰৱল স্মৃতিশক্তি। এই কেইটাক এনে চৰিত্ৰৰ লগৰ লগৰীয়া হিচাপে ধৰিছিলোঁ। সেইখিনিতে অৱশ্যে তুমি কৈছিলা যে বাধ্যত পৰি সকলোৱে হয়তো আমাৰ সিদ্ধান্তবোৰ মানি ল'ব পাৰে। কিন্তু কোনোবাই যদি আমাৰ যুক্তিবোৰৰ কথালৈ নাচাই যুক্তিৰ বিষয়বস্তু মানুহ কেইজনলৈ হে চায় তেতিয়া হ'লে কিন্তু তাকৰীয়া ভাগক অকৰ্ম্মণ্য আৰু সৰহীয়া ভাগক অনাচাৰী বুলিহে ক'ব। সেইবাবেই হে আমিও এনে ধৰণৰ কুসংস্কাৰৰ গুৰি ক'ত বিচাৰ কৰিলোঁহক আৰু সেই বিচাৰ কৰিবলৈ যাওঁতেই এতিয়া আমি সৰহভাগ মানুহনো কিয় অনাচাৰী হয় সেই প্ৰশ্নৰ সম্মুখীন হৈছোঁহি। সেই কাৰণেই প্ৰকৃত দাৰ্শনিক চৰিত্ৰৰ প্ৰসঙ্গটো পুনৰ হাতত ল'ব-লগীয়া হ'ল আৰু এই বিধ চৰিত্ৰৰ সংজ্ঞা দিবলগীয়াত পৰিলোঁহক।"

"ঠিকেই কৈছা।"

"সেইবাবে, যিবোৰ দুৰন্ত প্ৰভাৱে সৰহভাগ মানুহৰ দাৰ্শনিক চৰিত্ৰ ধ্বংস কৰে তেনে প্ৰভাৱৰপৰা খুব কম মানুহেহে হে ৰক্ষা পৰিব পাৰে। তুমি কোৱামতে এই কমসংখ্যক মানুহখিনিক গড়নাত্মক বুলিব পাৰি কিন্তু ভ্ৰষ্ট বুলিব নোৱাৰি। তদুপৰি যিসকলে প্ৰকৃত দাৰ্শনিক সকলক অনুকৰণ কৰি জ্ঞান আহৰণত ধৰি নিজৰ মানসিক শক্তিৰ পৰিচয় দিছে সেইসকলৰ প্ৰকৃতি নো কোনবিধৰ হ'ব

বিবেচনা কৰি চাব লাগিব। যিবিলাক মহৎ আৰু উচ্চ কৰ্ম্মৰ বাবে এওঁলোকৰ যোগ্যতা নাই সেইবোৰত হাত দিবলৈ গৈ তেওঁলোকে নানান বেমেজালিৰ হে সৃষ্টি কৰে আৰু সকলো ক্ষেত্ৰতে দৰ্শনৰ দুৰ্নাম আনে।"

"কিন্তু তুমি যিবোৰ দুৰন্ত প্ৰভাৱৰ কথা কৈছাঁ সেইবোৰ নো কি?"

"তত্ত্বজ্ঞানী দাৰ্শনিক হ'বলৈ হ'লে যিবোৰ গুণৰ দৰ্কাৰ বুলি কৈছিলোঁহক আৰু যিবোৰকে আমি এতিয়া অপৰিহাৰ্য্য বুলি কৈছোঁ সেই সকলোবোৰ গুণৰ অধিকাৰী হ'বপৰা চৰিত্ৰৰ মানুহ জানো অতি দুৰ্ল্লভ নহ'ব? তুমি কি বোলাঁ?"

"এনে চৰিত্ৰ বিচাৰি পোৱা টান হ'ব যেন পাওঁ।"

"বাৰু এতিয়া চোৱাঁচোন এনে দুৰ্ল্লভ চৰিত্ৰক কিমানবোৰ মাৰাত্মক বিপদে আগুৰি থাকে।"

"এইবোৰ বিপদ নো আকৌ কি?"

"আটাইতকৈ আচৰিত কথা কি জানা? আত্মা যি বোৰ গুণৰ অধিকাৰী আৰু যি বোৰকে আমি দৰ্কাৰী বুলিও কৈছোঁ সেইবোৰেই আকৌ বিকৃত হৈ আত্মাক পথভ্ৰষ্ট কৰি পেলায়। পৌৰুষ, সংযম আদি যি বিলাক বিশিষ্ট গুণৰ কথা আমি আলোচনা কৰিছিলোঁ সেইবোৰেই আকৌ তত্ত্বজ্ঞানী আত্মাক তত্ত্বজ্ঞানৰপৰা আঁতৰাই নি বিপথগামী কৰাৰ উপক্ৰম কৰে। কথাটো বাৰু আচৰিত যেন নেলাগে নে।"

"আচৰিত কথা ন'হব কিয়?"

"আকৌ তাৰ পাচত এইবোৰৰ উপৰিও দেখা যায় সৌন্দৰ্য্য, সম্পত্তি, শাৰীৰিক বল, প্ৰভাৱশালী ৰাজকীয় সম্বন্ধ আদিৰপৰা নানা ধৰণৰ লাভ আৰু আনুষঙ্গিক সুবিধাই মানুহক দুৰ্নীতি আৰু অসৎ পথলৈ টানি নিয়ে। মই কি ক'ব খুজিছিলোঁ এতিয়া বুজিলাঁ নে?"

"এৰা, পিচে আৰু অলপ পৰিষ্কাৰকৈ বুজাই দিয়া হ'লে ভাল আছিল।"

"তুমি বাৰু গোটেই কথাটো সম্পূৰ্ণকৈ বুজিবলৈ চেষ্টা কৰাঁচোন:

দেখিবাঁ, সকলোখিনি ক্ষৰকাল হৈ পৰিছে। তেতিয়া আৰু পূৰ্ব্বতে মই দিয়া মন্তব্যবোৰ তোমাৰ বাবে আচহুৱা হৈ নেথাকিবগৈ।”

“তুমি নো মোক কি কৰিবলৈ কৈছা ধৰিবপৰা নাই।”

“সকলো প্ৰকাৰৰ বীজ আৰু সকলো বিধ উদ্ভিদ আৰু জীৱজন্তুৰ বেলিকা আমি দেখিবলৈ পাওঁ উপযুক্ত আহাৰ-পানী, মাটি আৰু বতৰ নেপালে কোনোটোৰেই উদ্‌গতি নহয়। স্বাভাৱিক সবলতা অনুপাতে যাক যিমান পুষ্টিৰ দৰ্কাৰ সেইমতে নেপালে তাৰ স্বাভাৱিক গুণৰ কেতিয়াও বিকাশ হ'ব নোৱাৰে। কাৰণ মই ভাবোঁতে বেয়া বস্তু এটাই ভালটোক যিমান অনিষ্ট কৰিব, ভাল নোহোৱাটোক সিমান নোৱাৰে।”

“ঠিক কথা।”

“তেনেহ'লে আমি এতিয়া এই বুলি বোধকৰোঁ সিদ্ধান্ত কৰিব পাৰোঁ যে অনিষ্টকাৰী আহাৰ-পানীয়ে দুৰ্ল্লভ চৰিত্ৰৰ যিমান অপকাৰ কৰিব, নিকৃষ্ট চৰিত্ৰক সিমান নোৱাৰে।”

“হয়, সেইবুলি সিদ্ধান্ত কৰিব পাৰিম।”

“তেনেহ'লে এডিমেণ্টুচ, সেইদৰেই, স্বভাৱতঃ উৎকৃষ্ট মনৰ মানুহো নিকৃষ্ট প্ৰশিক্ষণত পৰি বিটলীয়া হৈ পৰিব। নপৰিব জানো? নে, চৰম অপৰাধ আৰু অনাচাৰৰ উৎপত্তি, মই ভবাৰ দৰে অনিষ্টকাৰী প্ৰশিক্ষণত নষ্টযোৱা উৎকৃষ্ট চৰিত্ৰৰপৰা উদ্ভৱ নহৈ গড়লায়ক চৰিত্ৰত হে হয় বুলি কবাঁ? ভাল বিধৰে হওক বা বেয়া বিধৰেই হওক, কিবা ডাঙৰ কাম জানো দুৰ্ব্বল চৰিত্ৰৰ লোকে কৰিব পাৰিব বুলি তুমি ভাবাঁ?”

“নাভাবোঁ। এই বিষয়ত তোমাৰ সৈতে মোৰ মতও একেই।”

“তেনেহ'লে কথাটো হ'ল—আমি যেনে প্ৰবৃত্তি দাৰ্শনিকত থাকিব লাগে বুলি ধৰিছোঁ সেই প্ৰবৃত্তিয়ে উপযুক্ত প্ৰশিক্ষণ পালে নিশ্চয় পূৰ্ণ বিকাশ লাভ কৰি চৰম উৎকৰ্ষ লাভ কৰিব। আন হাতে সেই প্ৰবৃত্তিক যদি অনুপযুক্ত ঠাইত পচাই তেনে ঠাইতে থোৱা হয় আৰু তাতেই সাৰ-জাবৰ দিয়া হয়, তেতিয়া হ'লে সিয়েই বিপৰীত হৈ দুৰ্দ্দান্ত প্ৰবৃত্তি হৈ পৰিবগৈ—অৱশ্যে যদিহে কেনেবাকৈ তাৰ মাজতে কোনোবা দৈৱশক্তিয়ে আহি ৰক্ষা নকৰেহি। নে,

বহুতক ডেকা বয়সতে ছোফিষ্ট সকলেই নষ্ট কৰিছে আৰু ঘৰুৱা শিক্ষক হিচাপে এই ছোফিষ্ট সকলেই অশেষ অপকাৰো কৰিছে বুলি সৰ্ব্ব-সাধাৰণে বিশ্বাস কৰাৰ দৰে তুমিও ভাবাঁ? ছোফিষ্ট সকলৰ প্ৰভাৱ নো ইমানেই বেচি নে? ইফালে যিসকলে ছোফিষ্ট সকলৰ কথা এইদৰে কয় তেওঁলোক নিজেই জানো ছোফিষ্টৰেই বাপেক নহয়? তেওঁলোকেই শিক্ষা-দীক্ষা দি ডেকা-বুঢ়া, মতা-তিৰোতা সকলোকে সমানে জানো এনে চৰিত্ৰতে গঢ়ি তুলিবলৈ বিচৰা নাই?"

"এইটো নো কেতিয়া হ'বলৈ ক'লে?"

"যেতিয়াই এই মানুহবোৰে ৰাজহুৱা সভা, বিচাৰালয়, নাটঘৰ বা যুদ্ধ-শিবিৰ নাই বা এনেকুৱা যেই কোনো ঠাইত গোট যায়হি, তেতিয়াই এনে ঠাইত জুম বান্ধি থাকি কোনোবাই কিবা এষাৰ ক'লেই বা কিবা এটা কৰিলেই ইহঁতে হয় ঘোৰ নিন্দা কৰিবলৈ, নহয় অতিপাত প্ৰশংসা কৰিবলৈ ধৰিব। সিহঁতে এনেকুৱাকৈ চিঞৰ-বাখৰ কৰিবলৈ আৰু হাত চাপৰি মাৰিবলৈ ধৰিব যে নিন্দা-প্ৰশংসাৰ সেই চিঞৰ-বাখৰে সিহঁত বহি থকা পৰ্ব্বত-পাহাৰত প্ৰতিধ্বনিত হৈ দুগুণে কোবাল হৈ পৰিব। এনে পৰিস্থিতিত কোনটো ডেকাই নিজক চম্ভালি ৰাখিব পাৰিব? ঘৰত সি যিবোৰ শিক্ষা-দীক্ষা লাভ কৰি আহিছিল সেই সকলোবোৰ এনে নিন্দা-প্ৰশংসাৰ প্ৰচণ্ড ঢৌৰ সোঁতত উটি-ভাহি যাবগৈ। সেই ঢৌত সিও উটি কোনোবাথিনি পাবগৈ। সেহত গৈ সি সেইবোৰ মানুহকে অনুকৰণ কৰিবলৈ ধৰিবগৈ; সন্মান-অসন্মানৰ বিষয়ত সেইবোৰ মানুহৰ মতামতকে সিও গ্ৰহণ কৰিব আৰু সিও সিহঁতৰে প্ৰতিমূৰ্ত্তি হৈ পৰিবগৈ।"

"ছক্ৰেটিচ, এনে পৰিণতি হ'বই।"

মই তেতিয়া ক'লোঁ—"পিচে, এই বিষয়ত আটাইতকৈ শক্তিশালী প্ৰভাৱৰ কথা এতিয়ালৈকে কোৱাই হোৱা নাই।"

"সেইটো নো কি?"—তেওঁ সুধিলে।

"এনেবোৰ শিক্ষক আৰু তৰ্কবাগীশে তৰ্কৰ জোৰেৰে জিকিব নোৱাৰিলে যি উপায় অৱলম্বন কৰে তাৰ কথাকে কৈছো। যিবোকে সিহঁতৰ কথাত মান্তি নহয় সেইবোৰক সিহঁতে বহিষ্কাৰ কৰি বা জৰিমনা কৰি নাইবা মৃত্যুদণ্ড দি শাস্তি দিয়ে।"

"হয়। সিহঁতে তাকে কৰে।"

"তেনেহ'লে ইয়াৰ বিপৰীতে কোন বিধ ছোফিষ্টৰ শিক্ষা নাইবা কেনে ধৰণৰ ঘৰুৱা শিক্ষকৰ শিক্ষাই এনেবোৰ প্ৰভাবক জয় কৰিব পাৰিব বুলি বাৰু তুমি ভাবাঁ ?"

"মই দেখাত কোনেও নোৱাৰিব।"

মই ক'লোঁ, "কেতিয়াও নোৱাৰে। নোৱাৰে তো নোৱাৰেই; তেনে কৰিবলৈ চেষ্টা কৰাটোও মূৰ্খামি হে হ'ব, কিয়নো ৰাজহুৱা মেলৰ তৰ্ক-বিতৰ্কই দিয়া শিক্ষাত শিক্ষিত হোৱা সকলৰ মাজত সজগুণক আদৰ কৰোঁতা মানুহ কোনো নাই, কোনো নহ'বও আৰু কেতিয়াও নোলাবও; বিশেষকৈ সাধাৰণ মানুহৰ মাজত নোলাব। অৱশ্যে দৈৱশক্তিত বলীয়ান অতি মানব হ'লে সুকীয়া কথা আমাৰ প্ৰচলিত ৰাজ্যবোৰৰ পৰিস্থিতিত যি কেইজনে এতিয়াও সজচৰিত্ৰ ৰক্ষা কৰি চলিব পাৰিছে সেয়াও দৈৱবলৰ সহায়তহে সম্ভৱ হৈছে।"

"ঠিক কৈছা।"

"তেনেহ'লে তোমাৰ কথাত আৰু এষাৰ যোগ দিওঁ।"

"সেয়া নো কি ?"

"সেইটো হ'ল এই। এই যে সকলে ঘৰুৱা শিক্ষকতা কৰি ধন উপাৰ্জন কৰে আৰু যাক সকলোৱে ছোফিষ্ট বুলি কয় আৰু জনসাধাৰণৰ প্ৰতিদ্বন্দ্বী বুলি ধৰে, সেই সকলে নো বাৰু কি শিকায় ? ৰাজহুৱা মেলত একেলগে বহুত মানুহ বহি সংখ্যাগৰিষ্ঠৰ অভিমত বুলি যিটোকে প্ৰকাশ কৰে তাকেই জ্ঞান নামেৰে বিভূষিত কৰি সেইসকলে জানো নিশিকায় ? ধৰাঁচোন, এজন মানুহে জানিবা বিশালকায় দুৰ্দান্ত দৈত্য এটা গড়ঁালত বান্ধি থৈ তাৰ মতি-গতি-খেয়াল কেনে হয় পৰীক্ষা কৰিব খুজিছে। এতিয়া মানুহজনে চাইছে কেনেকৈ নো দৈত্যটোৰ কাষ চাপিলে ভাল হ'ব, কেনেকৈ নো তাক চম্ভালিব পৰা যাব, কেতিয়া কেনে অৱস্থাতনো সি অতি ভয়ঙ্কৰ হয় বা কেতিয়ানো অতি শান্ত হৈ থাকে, কেনে অৱস্থাত সি ভিন ভিন মাত মাতে, মানুহে কেনে মাত মাতিলে সি সন্তুষ্ট হয় বা আমনি পায়। এনেকৈ বহুত দিন চাই-চিতি থাকিলে মানুহজনে এই [illegible] [illegible] জ্ঞানকৈ বুলি ক'ব পাৰিব। এইদৰে বিভিন্ন

কথাৰ বুজ পাব তাকেই তেওঁ জ্ঞান বুলি ক'ব। সেইদৰে জনা কথাখিনিকে জুকিয়াই লৈ কলাত পৰিণত কৰি তাকে শিকাবলৈ তেওঁ প্ৰশিক্ষণ কেন্দ্ৰ এটা খুলিব পাৰে। পিচে, আচলতে দৈত্যটোৰ হাব-ভাৱ, মতি-গতি ক'ত ভাল, ক'ত বেয়া, কোনটো উপকাৰী, কোনটো অপকাৰী এইবোৰৰ প্ৰকৃততে একোটোকে ধৰিব পৰা নাই। এই জ্ঞান নথকাত দৈত্যটোৱে প্ৰকাশ কৰা খেয়ালকে তাৰ প্ৰকৃত ইচ্ছা বুলি ধৰি লৈ, সি এইদৰে ভালপোৱা যেন দেখুৱাটোকে ভাল, বেয়া পোৱা যেন দেখুৱাটোকে বেয়া বুলি কৈছে। অথচ সেইবোৰৰ আচল কাৰণটো তেওঁ উলিয়াব পৰা নাই। তাতোকৈ কথা হ'ল, বাধ্যত পৰি কৰা কাৰ্য্যকে তেওঁ 'ন্যায্য', 'ভাল', 'শুদ্ধ' আদি আখ্যা দিছে। কিন্তু বাধ্যত পৰি কৰা কাৰ্য্যৰ সৈতে সুকাৰ্য্যৰ প্ৰকৃততে প্ৰভেদ কি তাক তেওঁ নিজেই ধৰিব পৰা নাই, আৰু গতিকেই আনকো দেখুৱাব পৰা নাই। এতেকে এতিয়া কোৱাঁচোন বাৰু, এনে এজন মানুহক জানো এবিধ অদ্ভুত শিক্ষক বুলিয়েই নকবাঁ?"

"হয়। সেয়েই হ'ব।"

"এতিয়া বাৰু এইজন-মানুহৰ লগত দ্বিতীয় এজনৰ কিবা পাৰ্থক্য আছে নেকি চোৱাঁচোন। এই দ্বিতীয়জনৰ মতে ৰাজহুৱা মেলত গোটখোৱা মানুহবোৰে কি বিচাৰে আৰু কিহত আনন্দ পায় সেইটো বুজিবপৰাটোৱেই হ'ল আচল জ্ঞানৰ কথা। গতিকে চিত্ৰকলা, সঙ্গীত, ৰাজনীতি আদি সকলো বিষয়তে এই মানুহখিনিৰ অভিমত কি বিজ্ঞজনে অধ্যয়ন কৰা উচিত—অৱশ্যে যদিও এইটো কথাও হয় যে কাৰবাৰ কিবা এটা কবিতাৰ বিষয়তে হওক বা কোনোবা এখন চিত্ৰৰ ওপৰতে হওক নাইবা ৰাজ্যৰ প্ৰতি কৰিব-লগীয়া কিবা এটা কৰ্ত্তব্যৰ কথাতে হওক, কোনোবা এজনে যদি সেইবোৰ মানুহৰ মতামত বিচাৰিবলৈ গৈ নকৰিবলগীয়াটো কৰিবলৈকে যায় তেতিয়া হ'লে আৰু সেইবোৰ মানুহৰ অভিমতৰ দাস হৈ পৰাৰ বাদে তেওঁৰ আন গতি কি হ'ব? তেতিয়া সেই মানুহবোৰে যিহকে ভাল পায় তাকেই কৰিবলৈ তেওঁ বাধ্য হ'ব। কিন্তু, কোৱাঁচোন বাৰু, এই মানুহবোৰে বিচৰাটোৱেই ভাল, গ্ৰহণ

কৰাটোৰেই ন্যায্য বুলি প্ৰমাণ কৰি সিহঁতৰ ভিতৰত কোনোবাই কেতিয়াবা কিবা ভাল যুক্তি দিয়া শুনিবলৈ পাইছা নে ?"

"নাই শুনা ; কোনো কালে শুনিবলৈ পাম বুলিও আশা নকৰোঁ ।"

"বাৰু, এইবোৰ মানুহে হবেক-ৰকমৰ সুন্দৰ বস্তু আছে বুলি নাভাবি সৌন্দৰ্য্যৰ এক মূল সত্তা আছে বুলি কেতিয়াবা ভাবিব পাৰিব নে, নাইবা সৌন্দৰ্য্যৰ বিভিন্ন বাহ্যিক প্ৰকাশত বিশ্বাস নকৰি সৌন্দৰ্য্যৰ মৌলিক ৰূপ উপলব্ধি কৰিবলৈ যাব জানো ?"

"কেতিয়াও নাযায় ।"

"অৰ্থাৎ, জনসাধাৰণ কেতিয়াও দাৰ্শনিক হ'ব নোৱাৰিব ।"

"নোৱাৰে ।"

"তেনেহ'লে জনসাধাৰণে দৰ্শনৰ উপাসক সকলক নিশ্চয় নিন্দা কৰিব ।"

"কৰিব ।"

"লগতে, জনসাধাৰণক ভালৰি বোলাবলৈ বিচৰা ধূৰ্ত্ত শ্ৰেণীটোৰেও নিন্দা কৰিব ?"

"নিশ্চয় ।"

"পৰিস্থিতি যেতিয়া এনেকুৱাই হয় তেতিয়া নো দাৰ্শনিক চৰিত্ৰই নিজ প্ৰবৃত্তি অনুসৰণ কৰি লক্ষ্য সাধন কৰিবপৰাৰ উপায় কি ? এই ক্ষেত্ৰত আমাৰ পূৰ্ব্বৰ সিদ্ধান্তলৈকো মন কৰাঁচোন । চোকা বুদ্ধি, ভাল স্মৃতিশক্তি, আৰু পুৰুষসুলভ উচ্চাকাঙ্ক্ষা—এই কেইটাই দাৰ্শনিক চৰিত্ৰৰ বৈশিষ্ট্য বুলি আমি জানো একমত হোৱা নাছিলোঁহক ?"

"হৈছিলোঁ ।"

"যদি সেইটোৱেই হয়, তেন্তে জানো এনে এজন মানুহে শিশুকালৰেপৰাই সকলো কথাতে প্ৰথম স্থান অধিকাৰ নকৰিব ? বিশেষতঃ যেতিয়া শাৰীৰিক আৰু মানসিক শক্তি উভয়তে তেওঁ সমানে বলী হয় ?"

"তাত কোনো সন্দেহেই নাই ।"

"তেনেহ'লে এনে শিশু যেতিয়া ডাঙৰ হ'বগৈ তেতিয়া তাক

তাৰ বন্ধুবৰ্গ আৰু লগৰীয়া নাগৰিকসকলে নিজৰ স্বাৰ্থপূৰণৰ কামত লগাবলৈ বিচাৰিব।"

"নিশ্চয় বিচাৰিব।"

"গতিকে সেই বন্ধু-বান্ধৱবোৰে তাৰ চৰণত ধৰি প্ৰাৰ্থনা কৰিব আৰু নানান প্ৰকাৰে তাক প্ৰশংসা কৰিবলৈ ল'ব। ভৱিষ্যতে যেহেতুক সি ক্ষমতাৰ অধিকাৰী হ'বগৈ সেইবাবেই বন্ধুবান্ধৱহঁতে এতিয়াৰপৰাই তাক তোষামোদ কৰি প্ৰিয়ভাজন হ'বলৈ চাব।"

"হয়, সাধাৰণতে এইটোৱেই হয়।"

"এনে অৱস্থাত তেনেহ'লে এই মানুহজনে কেনে আচৰণ দেখুৱাব? বিশেষকৈ, তেওঁ যদি কোনোবা এখন শক্তিশালী ৰাজ্যৰ ধনী আৰু সম্ভ্ৰান্ত বংশৰ লোক হয় আৰু তাৰ লগতে হৃষ্টপুষ্ট, সুশ্ৰী লোক হয়, তেতিয়া? তেতিয়া জানো সেইজনৰ আকাঙ্ক্ষা বাঢ়ি নেযাব আৰু গ্ৰীচদেশৰ ভিতৰে-বাহিৰে তেওঁহে সকলোকে শাসন কৰিবৰ যোগ্য বুলি মনতে ভাবি নলব? আৰু নিজকে বৰ ডাঙৰটো যেন ভাবি গেলা গপত ওফন্দি গঙ্গাটোপটো হৈ নপৰিব?"

"তাকে নহৈ আৰু কি হ'ব?"

"তেওঁৰ এনেটো মানসিক অৱস্থাতে জানিবা কোনোবা এজনে গৈ নম্ৰভাৱে তেওঁক কয়গৈ যে তেওঁ প্ৰকৃত জ্ঞান লাভ কৰিব পৰা নাই আৰু সেই গতিকে তেওঁ জ্ঞান আহৰণ কৰিব লাগে আৰু লগতে এইটোও কয়গৈ যে কষ্ট নকৰাকৈ জ্ঞান লাভ কৰিব নোৱাৰি; অৰ্থাৎ এইখিনি কথাকে কৈ কোনোবাই যদি সত্য কথাটো ব্যক্ত কৰেগৈ, তেতিয়া বাৰু তেওঁ এইবোৰ কথালৈ কাণ দিব নে? ইতিমধ্যে তেওঁ যিবোৰ কুপ্ৰভাৱৰ দাস হৈ পৰিছে সেইবোৰৰপৰা মুক্ত কৰি তেওঁক জানো এনে সত্যলৈ সহজে ভ্ৰূক্ষেপ কৰাবপৰা হ'ব?"

"ওহোঁ। এই কথা সহজ নহয়।"

"সুস্বভাৱৰ অধিকাৰী হোৱাৰ বাবে আৰু দৰ্শন চৰ্চাৰ বাবে জন্মগত প্ৰবৃত্তি থকাৰ কাৰণে কেনেবাকৈ যদি এনে এজনৰ মন দৰ্শনৰ কালে টাল খায় আৰু দৰ্শনচৰ্চাত মনপুতি লাগে, তেতিয়া বাৰু তেওঁৰ বন্ধুসকলৰ মনোভাৱ কেনে হ'ব? তেওঁলোকে দেখিবগৈ

যে যিজনৰ ওপৰতে ভাৰসা কৰিছিল এতিয়া দেখোন তেওঁৰ সেৱা আৰু সত্তা হেৰাই যায়। গতিকেই সুচৰিত্র ব্যক্তিয়ে যাতে বিবেকৰ হাতত হাৰ মানিবলৈ নাযায় তাৰ বাবে তেওঁলোকে সকলো প্রচেষ্টা চলাব—ভয় দেখুৱাই হওক, বুজাই-মেলি হওক, গোপন ষড়যন্ত্র কৰি হওক নাইবা আদালতত মোকৰ্দ্দমাৰ বান্ধত পেলাই হওক—যিকোনো প্রকাৰেই যেনেতেনে তেনে মানুহক সজ পৰামৰ্শদাতা জনৰ হাতৰপৰা এৰুৱাই আনিব। এনে অৱস্থাত বাৰু তেওঁ কেনেকৈ দৰ্শনৰ উপাসক হ'বগৈ পাৰিব ?"

তেওঁ উত্তৰ দিলে, "এৰা। সিহঁতে সেইটোকেই কৰিবগৈ।"

"তেনেহ'লে জানো এনে এজন মানুহ দৰ্শনৰ উপাসক হোৱাটো সম্ভৱপৰ হ'বগৈ ?"

"কেতিয়াও হ'ব নোৱাৰে।"

"এতিয়া তেনে দেখিলা নহয় আমাৰ কথাষাৰ কিমান শুদ্ধ আছিল! আমি কৈছিলোঁ, দাৰ্শনিক চৰিত্রৰ ওপৰত যেতিয়া কু-প্রভাব পৰে তেতিয়া সেই চৰিত্রৰ মূল উপাদানবোৰেই সেই চৰিত্রক জ্ঞান অনুসৰণৰ পথৰপৰা একপ্রকাৰে বিচলিত কৰি পেলায়। ঐশ্বৰ্য্যৰ পয়োভৰ আৰু অন্যান্য লাহ-বিলাহৰ অৱস্থায়ো সেইদৰেই এনে পৰিণতিলৈ টানি লৈ যায়।"

"হয় হয়। তুমি খুব ঠিক ধৰিছা।"

"তেন্তে, চোৱা বন্ধু। মহৎ উদ্দেশ্য সাধন কৰিবলৈ যাওঁতে এনে উৎকৃষ্ট চৰিত্রৰ সমুখত এইবোৰেই হ'ল বিপদ। এনে উৎকৃষ্ট চৰিত্র পাবলৈ বৰ টান ; অথচ এইবোৰো আকৌ এনে দৰেই নষ্ট হৈ যায়। আৰু এইদৰে নষ্ট পোৱা বিধ মানুহৰ মাজতে, ৰাজ্য আৰু ব্যক্তিৰ চৰম অনিষ্টকাৰী সকলক পোৱা যায়। অৱশ্যে পৰিস্থিতিৰ সুবিধা হ'লে এইসকলৰ মাজতেই ৰাজ্য আৰু ব্যক্তিৰ চৰম উপকাৰ সাধন কৰাসকলও ওলাব। কিন্তু, কোনো ক্ষেত্রতেই ক্ষুদ্র মনৰ অধিকাৰী-জনে উপকাৰ বা অপকাৰ কৰি ৰাজ্য বা ব্যক্তি কাৰো ওপৰত কোনো প্রভাৱ পেলাব নোৱাৰিব।"

"একেবাৰে সঁচা কথা।"

"গতিকেই পৰিস্থিতি এনে হয়গৈ যে দৰ্শনৰ সহায়-সমৰ্থনত

যিবোৰ আপোন মানুহ থাকিব লাগিছিল সেই এটাইবোৰেই দৰ্শনক এৰা দিয়ে। অপূৰণ আকাঙ্ক্ষাৰ হা-হুতাশেৰে অকলশৰীয়াকৈ পৰি থাকিবলগা গাভৰু এজনীৰ নিচিনাই দৰ্শনৰো অৱস্থা হয়। ইপিনে আপোন মানুহবোৰৰ জীৱনধাৰাও এনে অস্বাভাৱিক যে সিহঁতৰ নিজৰ বাবেই সুবিধাজনক নহয়। এইদৰে আপোন মানুহৰ অবিহনে থকা গাভৰু এজনীৰ দৰে যেতিয়া দৰ্শন অকলশৰীয়াকৈ থাকে তেতিয়া কেউফালৰপৰা অবাঞ্ছিত লোক আহি দুৱাৰত খাপ দিয়েহি। ফলত দৰ্শন-গাভৰু বদনামত পৰে। যিবোৰ বদনামৰ কথা তুমি কৈছাই। অৰ্থাৎ সংসাৰৰ কেলেহুৱাবোৰেই দৰ্শনৰ লগৰীয়া, আৰু যিঁবোৰ মানুহেই চৰম শাস্তি পাব লাগে সেইবোৰেই দৰ্শনৰ লগ নেৰে বুলি সাধাৰণতে সকলোৱে ক'বলৈ ধৰে।"

"ঠিক কৈছা। সাধাৰণ মানুহে এইদৰেই ক'ব।"

মই ক'লোঁ—"হয়, তেনে মন্তব্যই স্বাভাৱিক হ'ব। কিয়নো, কিবা এবিধ ব্যৱসায়ত নিপুণতা লাভ কৰাৰ পাচতেই যেতিয়া সাধাৰণ তৰপৰ মানুহ এটাই দেখে যে দৰ্শনৰ ক্ষেত্ৰত সোমালেই বৰ বৰ কথা ক'ব পৰা আৰু সন্মানৰ উপাধি লাভ কৰাৰ পথ মুকলি হৈ পৰে, তেতিয়াই সি তাৰ নিজৰ ক্ষুদ্ৰ বৃত্তি-ব্যৱসায় এৰি দি দৰ্শনত ধৰেগৈ। কাৰাগাৰৰপৰা মুক্ত হৈয়েই অপৰাধী এজনে ধৰ্ম্ম মন্দিৰত আশ্ৰয় ল'বলৈ যোৱাৰ দৰেই এইবিধ মানুহেও নিজ বৃত্তিৰ কাৰাগাৰৰ-পৰা ওলাই দৰ্শনৰ মন্দিৰত প্ৰৱেশ কৰেগৈ। এইখিনিতে কথা হ'ল যে দৰ্শনৰ এনে বদনাম হোৱাৰ পাচতো অন্যান্য সকলো বৃত্তিতকৈ দাৰ্শনিকৰ বৃত্তি বহুত উচ্চস্থানত থাকি উচ্চ সন্মানৰ অধিকাৰী হৈ আছে। গতিকে, যি সকলৰ বুদ্ধি-বৃত্তি আদিবে পৰা অবিকশিত আৰু দুৰ্ব্বল, আৰু কষ্টকৰ জীৱনে যি সকলৰ শৰীৰক ঘূণীয়া কৰাৰ দৰে আত্মাকো একেবাৰে মৰামুজা কৰি পেলাইছে, সেইসকলে দৰ্শন-চৰ্চ্চাৰপৰা পোৱা সন্মান আৰু গৌৰৱৰ অধিকাৰী হ'বলৈ হাবাথুৰি খাই ফুৰিব। এনে নহ'ব জানো?"

"নিশ্চয় হ'ব।"

"সেইবোৰ মানুহক বাৰু তুমি কেনে বুলি ধৰিবাঁ? বাৰু ধৰাঁচোন জানিবা তপামুৰীয়া টিন-মিস্ত্ৰী এটা আছে। তাৰ মুৰত

এডালো চুলি নাই। সি আগতে লোকৰ অধীনত চাকৰ আছিল। কিছু পইচা উপাৰ্জ্জন কৰি সি এতিয়া নিজৰ ভৰিত ঠিয় দিছেহি মাথোন। তাৰ পুৰণি গৰাকীজন এতিয়া দৰিদ্ৰতাত পৰি অৱস্থাহীন হৈ পৰিছে। এই তপামুৰীয়াই এতিয়া ভালকৈ গা-পা ধুই চাফ-চিকুণ হৈ, নতুন সাজ-পাৰ পিন্ধি দৰা সাজি আহি তাৰ পুৰণি গৰাকীৰ জীয়েককে বিয়া কৰাবলৈ ওলাইছে। এতিয়া এনে এটা মানুহতকৈ সেই মানুহবোৰ জানো বৰ বেচি ভাল হ'ব?"

"এই দুবিধৰ মাজত মই হ'লে একো পাৰ্থক্য দেখা নাই।"

"বাৰু, এনে এখন বিয়া হৈ গ'লে সন্তি-সন্ততিবোৰ কেনেকুৱা হ'বগৈ? সেইবোৰ একেবাৰে অপদাৰ্থ আৰু অধম নহ'বনে?"

"তেনে নহৈ আৰু কি হ'ব?"

"বাৰু, শিক্ষালাভৰ বাবে অযোগ্যবোৰে যেতিয়া দৰ্শনৰ ওচৰ চাপি আহে আৰু নিজৰ গুণৰ ফালে নোচোৱাকৈ দৰ্শনৰ লগত হাতবাটি কৰেহি, তেতিয়া এনে সম্বন্ধৰপৰা জন্ম হোৱা বিশ্বাস আৰু ধাৰণাবোৰক কেনে বিধৰ বুলি ক'ব লাগিব? সেইবোৰকে যথাৰ্থতে চোফিবাদ বুলিব পৰা নহ'ব জানো—অৰ্থাৎ লেশমাত্ৰও অন্তৰ্দৃষ্টিৰ চিন নথকা মিছা-তৰ্ক বুলিবপৰা নহ'ব?"

"হ'ব, ঠিক কথা।"

মই ক'লোঁ, "তেনেহ'লে এডিমেণ্টুচ, দৰ্শনৰ উপযুক্ত সঙ্গী হ'ব পৰা অৱশিষ্ট যি সকল থাকিলগৈ তেওঁলোকৰ সংখ্যা নিচেই তাকৰীয়া হ'ব। এই তাকৰীয়া সংখ্যক মানুহৰ ভিতৰত হয়তো পৰিব সজ, সুশিক্ষিত চৰিত্ৰৰ কেইজনমান। কু-প্ৰভাৱৰপৰা আঁতৰি থাকি তেওঁলোকে নিজ চৰিত্ৰ ৰক্ষা কৰি দৰ্শন-চৰ্চ্চাত দৃঢ়ভাৱে লাগি থাকে। ইফালে হয়তো পৰিব সৰুসুৰা ৰাজ্যত জন্মগ্ৰহণ কৰা দুই-এজন মহান পুৰুষ। এওঁলোকে নিজ দেশৰ ৰাজনীতিৰ কথাবোৰলৈ চকু নিদিয়ে বা ঘৃণাৰ চকুৰেহে চায়। ইয়াৰ উপৰিও হয়তো দৰ্শনৰ সঙ্গী হ'বলৈ আহিব পাৰে আৰু দুই-চাৰি মেধাৱী লোক। স্বাভাৱিক প্ৰবৃত্তিবশতঃ নিজৰ বৃত্তি ত্যাগ কৰি এওঁলোক দৰ্শনৰ ওচৰ চাপে। আকৌ, আমাৰ বন্ধু থিয়াজেচৰ দৰে কিছুমানে বাধ্যত পৰিও দৰ্শন-চৰ্চ্চাত লাগি থাকিব লগা হয়। দৰ্শন-চৰ্চ্চা ত্যাগ কৰিবলৈ ৰাজহুৱা

জীৱনৰ লগত প্ৰলোভন থকা সত্ত্বেও ৰুগ্ন স্বাস্থ্যই বাধা দিয়া বাবেই থিয়াজেচে ৰাজহুৱা জীৱন এৰি দৰ্শনত মন দিব লগা হ'ল। মোৰ নিজৰ কথা অৱশ্যে ন'কলেও হ'ব, কিন্তু যি অলৌকিক ইঙ্গিতে মোক বাধা দিছে আন কাকো আজিলৈকে দিয়া নাই। এতিয়া, যি জনেই দৰ্শন-সেৱকৰ লঘিষ্ঠ দলভুক্ত হৈছে তেওঁৱেই স্বৰ্গীয় সম্পদৰ সোৱাদ পাইছে। তেওঁ সম্পূৰ্ণকৈ বুজিব পাৰিছে যে ৰাজহুৱা জীৱনত ন্যায় কাম কৰোতা কোনোৱেই নাই, আৰু বুজিছে যে ন্যায়ৱন্ত জনক সহায় কৰিবলৈ ওলালে লগত যাবলৈ কাকো পোৱা নাযায়। আৰু কেনেবাকৈ যদি ন্যায়ৱন্ত জনৰ সাহায্যৰ বাবে তেওঁ অকলেই আগবাঢ়ে তেতিয়াও তেওঁৰ অৱস্থা বনৰীয়া জন্তু এজাকৰ মাজত পৰাৰ নিচিনা হে হ'বগৈ। এনে পৰিস্থিতিত সিহঁতৰ অন্যায় আচৰণত তেওঁ সমৰ্থন দিব নুখুজিব, অথচ অকলশৰে সিহঁতবোৰৰ আক্ৰমণ প্ৰতিৰোধ কৰিবও নোৱাৰিব। পৰিণতিত হ'ব কি, দেশৰ নাইবা বন্ধু-বান্ধবৰ কোনো উপকাৰ কৰিবলৈ নৌ পাওঁতেই তেওঁ নিজেই ধ্বংসৰ মুখত পৰিবগৈ লাগিব। এতেকে এই সকলো কথা গমিপিতি চাই মানুহজনে এনে অৱস্থাত মনে মনে থাকি নিজৰ কামত নিমগ্ন হৈ থকাই ভাল হ'ব—যেনেকৈ ধুমুহা অহাৰ সময়ত বতাহে ধূলি-বালি-বৰষুণ উৰুৱাই নিয়া দেখিলে পথিকে বেৰৰ আঁৰত আশ্ৰয় লৈ আত্মৰক্ষা কৰে। বিশৃঙ্খলতা আৰু উপদ্ৰৱে যেতিয়া বাকী সমস্ত মানুহকে আগুৰি ধৰে সেই সময়ত নিজৰ স্থানত থাকি তেওঁ নিজকে সকলো প্ৰকাৰৰ অসাধু আৰু পাপ কাৰ্য্যৰপৰা কোনোমতে ৰক্ষা কৰিব পাৰিলেই বহুত বুলি ভাবিব আৰু জীৱনৰ অন্তত মনত বিমল আনন্দ, শান্তি আৰু আশা লৈ বিদায় ল'ব পাৰিব।

এডিমেণ্টুচে ক'লে, "কিন্তু বিদায় লোৱাৰ আগতে তেওঁ যিটো কাম কৰিলে সিও নিচেই সামান্য নহয় পিচে দেই!"

মই মাত লগালোঁ, "ওহোঁ; তেওঁৰ চৰিত্ৰৰ অনুকূলে এক ৰাজনৈতিক সংবিধান উলিয়াব নোৱৰালৈকে আটাইতকৈ ডাঙৰ কামটোকে কৰিবলৈ বাকী থাকিব। এনে এক সংবিধান হ'লেহে

তেওঁৰ নিজৰো পূর্ণ বিকাশ হ'ব আৰু তেওঁৰ নিজৰ তথা দেশৰ মঙ্গল সাধন কৰিব পাৰিব।"

মই আকৌ ক'লোঁ, "বাৰু তেনেহলে দর্শনৰ বিৰুদ্ধে থকা কুসংস্কাৰ আৰু এনে কুসংস্কাৰৰপৰা কি কি অন্যায় হৈছে সেই বিষয়ে মোৰ বোধেৰে আমাৰ মাজত যথেষ্ট আলোচনা হৈ গ'ল। নে, তুমি আৰু কিবা ক'ব খোজা ?"

"নাই। এই বিষয়ে আৰু ক'বলগীয়া নাই। পিচে, বৰ্ত্তমানে থকা কোনবিধ ৰাজনৈতিক সংবিধানকনো তুমি দর্শনৰ লগত খাপ খোৱা বুলি ধৰিবাঁ ?"

"মই এবিধকো তেনে বুলি ক'ব নোৱাৰোঁ। বুজিছাঁ, মোৰ আপত্তিও হ'ল এয়েই যে বৰ্ত্তমানে সংগঠিত হৈ থকা কোনো এখন ৰাজ্যয়েই দার্শনিক চৰিত্ৰৰ উপযুক্ত ক্ষেত্ৰ নহয়। সেইবাবেই দার্শনিক চৰিত্ৰই বিকাশৰ স্থল নেপাই ক্রমাৎ নষ্ট হৈ যাবলৈ ধৰিছে। যেনেকৈ এখন দেশৰপৰা আপুৰুগীয়া গছপুলি এটি আনি আন এখন দেশৰ মাটিত ৰুলে স্বাভাৱিকতে দুৰ্ব্বল হৈ জাত এৰেগৈ আৰু শেহত গৈ যিখন দেশত ৰোৱা হয় সেই দেশৰ সাধাৰণ গছৰ ৰূপ লয়গৈ, সেইদৰেই বৰ্ত্তমান অৱস্থাত দার্শনিক চৰিত্ৰই নিজৰ বিশিষ্ট গুণ ৰক্ষা কৰিব নোৱাৰি এনেকুৱা চৰিত্ৰত পৰিণত হয় যিটো আৰু নিজৰ চৰিত্ৰ হৈ নেথাকেগৈ। কিন্তু নিজৰ আদর্শ চৰিত্ৰৰ অনুৰূপ এক আদর্শ-সমাজ যদি পালেহেঁতেন, তেনেহ'লে দার্শনিক চৰিত্ৰত স্বর্গীয় মহত্ত্ব থকা বুলি প্রমাণ কৰিবপৰা হ'লহেঁতেন। তেতিয়াই দেখা গলহেঁতেন যে এই চৰিত্ৰৰ বাদে সকলো বিধ চৰিত্ৰ বা বৃত্তিয়েই সাধাৰণ পাৰ্থিব বিধৰ হে। অৱশ্যে এইখিনিতে তুমি হয়তো সুধিবাঁ, এই আদর্শ সমাজখন নো কি ?".

তেওঁ ক'লে, "ওহোঁ, মই সেইটো সুধিব খোজা নাই। সুধিব খুঁজিছিলোঁ এইবাৰ হে—যিখন আদর্শ ৰাজ্যৰ সংগঠনৰ কথা আমি আলোচনা কৰি আছোঁ, তুমি সেইখনৰ কথাই ভাবিছাঁ নে অইন কিবাৰ কথা হে ?"

মই উত্তৰ দিলোঁ, "আদর্শ ৰাজ্যৰ কথাই কৈছোঁ। মাত্ৰ এইবিধ ৰাজ্যৰ বিষয়ত এটা কথা এতিয়া ধৰা নাই। অৱশ্যে সেই বিষয়টো

আগতে এবাৰ উল্লেখ কৰিছিলোঁৱেই। অৰ্থাৎ আমি উল্লেখ কৰিছিলোঁ যে ৰাজ্যৰ ভিতৰত সকলো সময়তেই এবিধ কৰ্ত্তৃত্ব থাকিব লাগিব। ৰাজ্যৰ সংবিধানৰ ক্ষেত্ৰত এই কৰ্ত্তৃত্বশীল মহলৰ দৃষ্টিভঙ্গীও আমাৰ সংবিধান প্ৰণেতাসকলৰ সৈতে একে হ'ব লাগিব। সংবিধান প্ৰণেতা হিচাপে যিটো দৃষ্টিভঙ্গীৰে আইন প্ৰণয়ণ কৰিবা এই কৰ্ত্তৃত্বশীল মহলেও সেইমতেই চাব লাগিব।"

"হয়, এইষাৰ কথাকে উল্লেখ কৰিছিলোঁহক।"

"কিন্তু তেতিয়া কথাষাৰ মুকলিকৈ আলোচনা কৰিবলৈ নহ'ল। তুমি সেই সময়ত যি ধৰণে আপত্তি কৰিবলৈ ধৰিলাঁ মই ভয়েই খাই গলোঁ। তোমাৰ আপত্তিৰপৰা বুজা গ'ল এইবোৰ ব্যাখ্যা কৰিবলৈ হ'লে দীঘলীয়া আৰু দুৰূহ হৈ পৰিবগৈ। ইফালে আমি আলোচনা কৰিবলৈ যিখিনি বাকী আছে তাৰ ভিতৰত এইষাৰ কথা তেনেই সহজ নহয়।"

"সেইটো নো কি?"

"সেইটো হ'ল, নিজে ধ্বংসৰ সম্মুখীন নোহোৱাকৈ ৰাজ্য এখনে কেনেকৈনো দৰ্শন-চৰ্চ্চাৰ অনুধাৱন কৰিব পাৰে তাকে দেখুৱাটো। কথা হৈছে, যি কোনো মহৎ কাম কৰিবলৈ যাওঁতে সদায় বিপদ আছে। কথাতে কয় নহয়, বস্তু যিমান ধুনীয়া হয় সিমানে তাক পাবলৈও টান।"

তেওঁ ক'লে, "বাৰু সেইবোৰ যি কি নহওক, এই কথাটো খৰচি মাৰি আলোচনা কৰি আমাৰ বিচাৰৰ কাম সম্পূৰ্ণ কৰোঁহক।"

"হয়, কৰোঁহক। কিন্তু এই কাম কৰোঁতে কিবা বাধা হ'লে পিচে সেই বাধা আমাৰ ইচ্ছাৰ অভাৱৰ বাবে নহ'ব; যদি দিয়ে আমাৰ শক্তিৰ নাটনিয়ে হে বাধা দিব। এই বিষয়ত মোৰ যে আগ্ৰহ সম্পূৰ্ণভাৱে আছে তাক তুমি নিজ চকুৰেই দেখিবাঁ। দৰ্শন-চৰ্চ্চাৰ ক্ষেত্ৰত ৰাজ্যই ল'বলগীয়া আঁচনি যে বৰ্ত্তমানে প্ৰচলিত পদ্ধতিৰ ঠিক বিপৰীত হে হ'ব লাগে সেই কথা প্ৰতিপন্ন কৰিবলৈ মই কিমান ব্যগ্ৰ তাক দেখোন তুমি দেখিছাই।"

"কেনেকৈ?"

"সম্প্ৰতি যি বোৰে দৰ্শন-চৰ্চ্চা কৰিছে সেই বোৰে কোনোমতে

কৈশোৰ অৱস্থা পাৰ হৈছে হে মাথোন। ঘৰসংসাৰ চলোৱাৰ লেঠা আৰু ব্যৱসায়ৰ কামকাজৰ মাজতে, সময় পালে সেইসকলে কেতিয়াবা দৰ্শন চৰ্চ্চা কৰে। অধ্যয়ন আৰম্ভ কৰাৰ পিচত কঠিন অংশ (মোৰ মতে যিটো হ'ল তৰ্কশাস্ত্ৰ) পোৱামাত্ৰেই সিমানতে দৰ্শন-চৰ্চ্চা সিহঁতে এৰিয়েই পেলায়গৈ। অথচ এইবোৰকেই বোলা হয় আটাইতকৈ ডাঙৰ পণ্ডিত। তাৰ পাচতো যদি কেতিয়াবা এওঁলোকে প্ৰকৃত দৰ্শন সাধনা কৰা সকলৰ কথা শুনিবলৈ মান্তি হয়, তেতিয়াও এওঁলোকে সেই সকলক অনুগ্ৰহ দেখুওৱা বুলি হে ভাবে; কিয়নো এওঁলোকৰ মতে জ্ঞান-সাধনাৰ কথাটো মুখ্য কাম নহয়, গৌণ হে। বাৰ্দ্ধক্যৰ ওচৰ চাপি অহাৰ লগে লগে ক'ৰবাত কেনেবাকৈ এওঁলোকৰ দুজন-এজনৰ গাত হে জ্ঞানৰ শিক্ষা দেখিবলৈ পোৱা যায়। হেৰাক্লাইটুচে[2] উল্লেখ কৰা বেলিটোতকৈও মৰি যোৱা যেন দেখি। কাৰণ, হেৰাক্লাইটুচৰ বেলিটো এবাৰ নুমাই গ'লে আকৌ জ্বলাই দিয়া হয়; কিন্তু এওঁলোকৰ ক্ষেত্ৰত সেইটোও নঘটে।"

"কিন্তু ঠিক আঁচনিনো কি হ'ব?" তেওঁ সুধিলে।

"এতিয়াৰ ব্যৱস্থাৰ ঠিক বিপৰীত হ'ব। ৰাজ্যপালক শ্ৰেণীক কৈশোৰ আৰু ডেকা বয়সৰ উপযোগী জ্ঞানচৰ্চ্চাৰ পাঠ্যক্ৰম দিব লাগিব। সিহঁতৰ দেহৰ গঠন যেতিয়া পূৰ্ণতাপ্ৰাপ্ত হ'বগৈ তেতিয়া সেই দেহাক জ্ঞান অৰ্জ্জনৰ উপযুক্ত মধ্যম কৰি তুলিবলৈ বিশেষ যত্ন কৰিব লাগিব। সিহঁতৰ জ্ঞান পূৰ্ঠ হোৱাৰ লগেলগেই গধুৰ মানসিক অনুশীলন কৰিবলৈ দিব লাগিব। শেহাস্তত যেতিয়া তেওঁলোকৰ দেহৰ বল টুটি আহিব আৰু চৰকাৰী দায়িত্ব তথা সামৰিক দায়িত্বৰপৰা অব্যাহতি পাব, তেতিয়াৰপৰা আৰু তেওঁলোকক একাগ্ৰচিত্তে জ্ঞানচৰ্চ্চাতেই লাগি থাকিবলৈ দিব লাগিব। তেতিয়াহে তেওঁলোকে জীয়াই থকা দিন কেইটা সুখেৰে থাকিব

২। হেৰাক্লাইটুচে ভাবিছিল সন্ধ্যায় গধূলি বেলিটো নুমাই থাকে আৰু ৰাতিপুৱা তাক জ্বলাই দিয়া হয়।

পাৰিব আৰু তেতিয়াহে ইহকালৰ সৎকাৰ্য্যৰ ফলত পৰকালত সুখ লাভ কৰিব পাৰিব।"

"ছক্রেটিচ, সঁচা কথা, তুমি চেষ্টাৰ কোনো ত্রুটি কৰা নাই। কিন্তু, মই যি বুজিছোঁ থে্রচিমাকুচকে ধৰি তোমাৰ আটাইবোৰ শ্রোতাই এই কথাত তোমাক আৰু বেচি বিৰোধিতা হে কৰিব আৰু সম্পূৰ্ণ অমত প্ৰকাশ কৰিব।"

"থে্রচিমাকুচৰ সৈতে ঠিক বন্ধুত্ব স্থাপন কৰিবৰ সময়তেই আকৌ আমাৰ মাজত তুমি কাজিয়াখন লগাই নিদিবাঁ। অৱশ্যে আগতেও হওঁতে তেওঁৰ লগত মোৰ কোনো শত্রুতা নাছিল। যেই হওক, তথাপিও চেষ্টা কৰি চাম। যেতিয়ালৈকে বাকীসকলৰ সৈতে তেওঁকো মোৰ মতৰ ফলীয়া কৰিব নোৱাৰোঁ তেতিয়ালৈকেই চাম। নোৱাৰিলেও, ভৱিষ্যত ৰাজ্যত তেওঁলোকৰ কামত আহিব পৰা কিবা এটা তেওঁলোকক দি যাম। পৰজন্মত যদি তেওঁলোকে আকৌ এনে প্ৰসঙ্গৰ সন্মুখীন হয়গৈ তেতিয়া সিয়েই তেওঁলোকৰ সহায় হ'ব।"

তেওঁ ক'লে, "ভৱিষ্যত ৰাজ্যলৈ নো আৰু কিমান কণ সময় বাকী!"

"মহাকালৰ তুলনাত এখন্তেক হে হ'ব। কিন্তু যি কি নহওক, আমাৰ এই মতত সৰহভাগ মানুহেই যে বিশ্বাস নকৰিব সেইটো ঠিক। সেইটো আচৰিত হ'বলগীয়াও নহয়। কিয়নো আমি দাঙি ধৰা আঁচনি কাৰ্য্যক্ষেত্রত ৰূপায়িত হোৱাটো এতিয়ালৈকে কোনেও দেখা নাই। বৰঞ্চ এইটো হে সম্ভৱ যে আমাৰ আঁচনিৰ নিচিনাই কিবা এটা হয়তো তেওঁলোকে পাইছে। কিন্তু সেই আঁচনিত আমাৰ খনত থকাৰ দৰে বিভিন্ন ভাগবোৰ স্বাভাৱিক ভাৱে সংলগ্ন হৈ থকা নাই, অস্বাভাৱিক ভাৱে হে লগ লগোৱা হৈছে। কথায়-কামে সকলোতে সদ্গুণৰ আদৰ্শ অধিকাৰী এজনে তদ্রূপ তেওঁৰ নিচিনা সৰ্ব্বগুণসম্পন্ন ৰাজ্য এখনত শাসন কৰাৰ দৃষ্টান্ত তেওঁলোকে এতিয়ালৈকে ক'তো দেখা পোৱা নাই। ক'ৰবাত দেখিছে নে বাৰু?"

"নাই ক'তো দেখা নাই।"

"বন্ধু, তদুপৰি আৰু এটা কথা হৈছে উচ্চ থাপৰ জ্ঞানগৰ্ভ আলোচনাও তেওঁলোকে শুনিবলৈ পোৱা নাই। অৰ্থাৎ যি

আলোচনাত একমাত্র সত্য উপলব্ধি কৰা উদ্দেশ্যৰ বাবে গভীৰ তত্ত্বৰ বিচাৰ কৰা হয় আৰু যি আলোচনাত আদালতত মোকৰ্দ্দমা জিকিবৰ বাবে প্রয়োগ কৰা দীঘলীয়া ওকালতি-পদ্ধতি নাইবা ৰাজহুৱা সভাত ৰাইজৰ মন ভাল লগাই সমৰ্থন লাভ কৰিবলৈ দিয়া চতুৰ বক্তৃতাৰ ব্যৱহাৰ সমূলিকে কৰা নহয় তেনে আলোচনা শুনিবলৈ পোৱা নাই।”

“এৰা, এইষাৰ কথাও তুমি ঠিক কৈছা।”

এইবোৰ কাৰণতেই আৰু এনে পৰিণতিলৈ লক্ষ্য ৰাখিয়েই মই মোৰ মনত আশঙ্কা থকা সত্ত্বেও সত্যৰ খাতিৰত মই ক'বলৈ বাধ্য হৈছিলোঁ যে এই বিধৰ যি কেইজন সামান্য সংখ্যক দাৰ্শনিক আছে, অৰ্থাৎ দুৰ্নীতিমুক্ত হ'লেও যি কেইজনক সকলোৱে অপদাৰ্থ বুলি কয়, সেই কেইজনকেই, তেওঁলোকে ইচ্ছা কৰকেই বা নকৰক, ৰাজ্য শাসনৰ দায়িত্ব ল'বলৈ যেতিয়ালৈকে বাধ্য কৰোৱা নহয় তেতিয়ালৈকে, নাইবা, বৰ্ত্তমানে শাসনৰ দায়িত্বত থকা ৰজা আৰু শাসকসকল বা সেইসকলৰ পুত্ৰসকলে যেতিয়ালৈকে প্ৰকৃত তত্ত্বজ্ঞান-প্ৰেমৰ অনুপ্ৰেৰণা লাভ নকৰে তেতিয়ালৈকে কোনো ৰাজ্যই আদৰ্শ ৰাজ্য হ'ব নোৱাৰে নাইবা কোনো সংবিধানেই আদৰ্শ সংবিধান অথবা কোনো ব্যক্তিয়েই আদৰ্শ ব্যক্তিত পৰিণত হ'ব নোৱাৰে। এই দুই বিকল্প ব্যৱস্থাৰ কোনোটোৱেই সম্ভৱ নহয় বুলি কোনেও ক'ব নোৱাৰিব বুলি ডাঠি ক'ব পাৰোঁ। যদি হে এই দুয়োটা অথবা দুটাৰ ভিতৰত এটাও যদি অসম্ভৱ হ'বলৈ হয় তেতিয়াহ'লে কিন্তু আমাক অকৰ্ম্মণ্য কল্পনাবিলাসী বুলি সকলোৱে হাঁহিব। তুমি বাৰু কি কোৱা? মোৰ ভুল হৈছে নেকি?”

“নাই হোৱা।”

“গতিকেই যদি কেনেবাকৈ অতীতৰ কোনোবা যুগত বা বৰ্ত্তমানতো কোনোবা সুদূৰ বিদেশত বা অনাগত ভৱিষ্যতো ক'ৰবাত উচ্চতম তত্ত্বজ্ঞানৰ অধিকাৰী দাৰ্শনিক সকলে ভাগ্যৰ ফেৰত বাধ্যত পৰি হ'লেও কেতিয়াবা ৰাজ্য-পৰিচালনাৰ ভাৰ ল'বলগীয়া হয় তেতিয়াও মই মোৰ শেষ নিশ্বাস থকালৈকে কম যে য'তেই জ্ঞানৰ অধিষ্ঠাত্ৰী দেবীৰ শাসন আছে ত'তেই আদৰ্শ-ৰাজ্য আছে, আছিল

আৰু থাকিব। এতেকে কথাটো হ'ল, আদৰ্শ-ৰাজ্য স্থাপন কৰাটো একেবাৰেই অসম্ভৱ কথা নহয়। আমি এই বিষয়ত যি আঁচনি কৰিছোঁ সেই আঁচনি কেতিয়াও অবাস্তৱ হ'ব নোৱাৰে। অৱশ্যে কামটো যে টান হ'ব সেই কথা আমিও স্বীকাৰ কৰোঁ।"

তেওঁ ক'লে, "মইও তোমাৰে একমত।"

"কিন্তু সংখ্যাগৰিষ্ঠ লোকৰ মত এইটো নহয় আৰু তেওঁলোকে বেলেগ মত হে পোষণ কৰে বুলি তুমি ক'ব খোজা নেকি?"

"হয়। ভালেমানে সুকীয়া মত দিছে।"

"পিচে, প্ৰিয় বন্ধু! এইদৰে কৈ তুমি সমূহ জনতাকেই অৱমাননা নকৰিলা জানো? তৰ্ক-বিতৰ্কলৈ নগৈ তুমি যদি সাধাৰণ মানুহখিনিক ভালদৰে বুজাই দি জ্ঞানস্পৃহাৰ বিষয়ত থকা তেওঁলোকৰ ভুল ধাৰণাবোৰ আঁতৰাই দিয়া তেতিয়া হ'লে তেওঁলোকে নিশ্চয় বুজিব আৰু মত পৰিবৰ্ত্তন কৰিব। তুমি কাক দাৰ্শনিক বুলিছা সেইকথা বুজাই দিয়া। আমি এতিয়া যেনেদৰে আলোচনা কৰিলোঁ সেইদৰে দাৰ্শনিক সকলৰ চৰিত্ৰ আৰু গুণ ব্যাখ্যা কৰি দিয়া। তেতিয়াই তেওঁলোকে বুজিব পাৰিব যে তুমি যাক দাৰ্শনিক বুলিছা সেইজন তেওঁলোকে ভবাজনৰপৰা সুকীয়া। নে তুমি এইদৰে হে ভাবা নে কি যে তোমাৰ দৃষ্টিভঙ্গীৰে চালেও তেওঁলোকে দাৰ্শনিক সকলৰ বিষয়ে তোমাৰ মত গ্ৰহণ নকৰিব আৰু অইন প্ৰকাৰেহে উত্তৰ দিব? আন কথাত ক'বলৈ গ'লে, শুদ্ধ অন্তৰৰ বিনয়ী মানুহ এজনেও কাজিয়া-পেঁচাল কৰিব নোখোজা ভাল মানুহ এজনৰ সৈতে কাজিয়া কৰিব পাৰে বুলি নাইবা বিদ্বেষপৰায়ণ নোহোৱা মানুহ এজনৰ বিৰুদ্ধেও বিদ্বেষ পোষণ কৰিব পাৰে বুলি তুমি ভাবা নেকি? মই কওঁ তুমিও এইষাৰ মানিবা যে এনে ধৰণৰ বিকৃত স্বভাৱৰ মানুহ ক'ৰবাত হয়তো এজন ওলাব পাৰে কিন্তু সৰ্ব্বসাধাৰণ মানুহ এনে চৰিত্ৰৰ হ'ব নোৱাৰে।"

তেওঁ উত্তৰ দিলে, "মই তোমাৰ লগত এই বিষয়ে একমত।"

"তেনেহ'লে, মোৰ লগত তুমি এই কথাত একমত নহয় নে যে একশ্ৰেণী মানুহৰ দোষতেই হে জ্ঞানচৰ্চ্চাৰ প্ৰতি সৰ্ব্বসাধাৰণ ৰাইজ বীতশ্ৰদ্ধ হৈছে? এইশ্ৰেণী মানুহেই মদৰ নিচাত পৰা মানুহৰ দৰে

নলগা কথাত লাগি, নাযাবলগীয়া ঠাইলৈ গৈ, ইজনে সিজনক গালি পাৰি, কাজিয়া কৰি আৰু লোকৰ বদনাম কৈ ফুৰে। সিহঁতৰ এনে আচৰণেই দাৰ্শনিক সকলৰ বদনাম কৰিছে।"

"হয়। এনে আচৰণ কেতিয়াও দাৰ্শনিকৰ আচৰণ হ'ব নোৱাৰে।"

"এডিমেণ্টুচ, যিজনে প্ৰকৃত তত্ত্বজ্ঞান আহৰণত ব্যস্ত থাকে সেইজনে অইন মানুহে কি কৰিছে বা কি নকৰিছে তাৰ কথা আলোচনা-সমালোচনা কৰি নাইবা লোকৰ কাজিয়া-পেঁচালত ভাগ লৈ অনাহকত অসূয়া-অপ্ৰীতি গালৈ চপাই নলয়। এনে তত্ত্বজ্ঞানীয়ে অনবৰতে নিত্য আৰু সুন্দৰ জগতৰ উপলব্ধিতে ৰত থাকে। সেইখন জগতত কেনেকৈ কোনেও কাৰো অন্যায় নকৰে আৰু সকলোৱে বিবেকৰ অনুশাসন মানি শৃঙ্খলা আৰু সহযোগিতাত কেনেকৈ চলে সেইটো হে তেওঁ লক্ষ্য কৰে। সেইখন জগতকে যিমান ভালকৈ পাৰে অনুকৰণ কৰি তাৰ লগত নিজকে মিলাই দিবলৈ চেষ্টা কৰে। নহয় জানো? নে, তুমি এইটোও ভাবাঁ নেকি যে যিটোৰ লগত মানুহে আন্তৰিক শ্ৰদ্ধাৰে সহযোগ কৰে সেইটোক অনুকৰণ নকৰাকৈ কোনোবাই থাকিব পাৰে?"

"ওহোঁ, সেইটো অসম্ভৱ কথা।"

"এইদৰেই অনবৰতে দেৱলোকৰ সংস্পৰ্শত থাকি দাৰ্শনিকজন নিজেও, পৃথিৱীৰ মানুহৰ বাবে যিমান সম্ভৱ হ'ব পাৰে সিমান সুন্দৰ আৰু দেৱোপম হৈ পৰে। অৱশ্যে এই ক্ষেত্ৰতো যে কেতিয়াবা স্খলন হোৱাৰ সম্ভাৱনা নাথাকে সেইটো নকওঁ।"

"হয়, তুমি ঠিকেই কৈছা।"

"দাৰ্শনিক জনে নিজৰ চৰিত্ৰৰ উপৰিও আনৰ চৰিত্ৰৰ গঢ় দিব লগা হ'লে আৰু তেওঁ নিজে উপলব্ধি কৰা আদৰ্শ অনুযায়ী ৰাজহুৱা জীৱন আৰু ব্যক্তি-জীৱন উভয়কে গঢ় দিব খুজিলে, কি কৰিব? তেতিয়া তেওঁ সংযম, ন্যায় আৰু সাধাৰণ মানুহৰ গাত থকা সকলো সদ্গুণৰ আহি দাঙি ধৰিব নোৱাৰিব বুলি কবাঁ নেকি?"

"ওহোঁ, কেতিয়াও নকওঁ।"

"কিন্তু যদি হে আমি কোৱাটাকে শুদ্ধ বুলি জনসাধাৰণক বুজাই

দিব পৰা যায় তেতিয়া দাৰ্শনিকৰ ওপৰত বাৰু তেওঁলোক সঁচাকৈয়ে বীতশ্ৰদ্ধ হৈ থাকিব নে ? আৰু, আমি কোৱা কথাষাৰ অৰ্থাৎ, দেৱলোকৰ আৰ্হিত চিত্ৰকৰে তুলি ধৰা ৰাজ্যতহে প্ৰকৃত সুখ লাভ কৰিব পৰা যাব বুলি কোৱা কথাষাৰও, তেওঁলোকে তেতিয়া অবিশ্বাস কৰিব জানো।"

"আমাৰ কথাষাৰ ভালকৈ বুজাই দিলে কেতিয়াও অবিশ্বাস নকৰিব। কিন্তু আমাৰ দাৰ্শনিক সকলে নো সেই কাম কেনেকৈ কৰিব বুলি তুমি ভাবিছা ?"

মই তেতিয়া ক'লোঁ, "সমাজ আৰু মানব চৰিত্ৰই হ'ব তেওঁলোকৰ বাবে চিত্ৰপট। প্ৰথমতে তেওঁলোকে এই চিত্ৰপটখন নিকা কৰি ল'ব। অৱশ্যে এই কাম বৰ সহজ নহ'ব। যেই হওক, তুমি তো জানিছাই, আৰম্ভণিৰেপৰাই এই বিষয়ত আন সকলো কলাকাৰৰপৰা তেওঁলোক সুকীয়া হ'ব। আনহাতে যেতিয়ালৈকে নিৰ্ম্মল কাপোৰ এখন নেপায় নাইবা নিজেই কাপোৰখন নিৰ্ম্মল কৰি ল'ব নোৱাৰে, তেতিয়ালৈকে তেওঁলোকে মানুহৰ চিত্ৰত বা ৰাজ্যৰ চিত্ৰত ধৰিবলৈ মান্তি নহ'ব আৰু বিধি-বিধানৰ খচৰা কৰিবলৈও ইতস্ততঃ কৰিব।"

"ঠিকেই কৈছা। তেওঁলোকে সেইদৰে আগ নবঢ়াটোৱেই শুদ্ধ হ'ব।"

"ইয়াৰ পিচতেই বাৰু তেওঁলোকে আদৰ্শ-সমাজ সংগঠনৰ সাধাৰণ নক্সা এটা দাঙি নধৰিবনে ?"

"নিশ্চয় ধৰিব।"

"এইটো কৰাৰ পাচত মই ভাবোঁতে আমাৰ দাৰ্শনিক সকলে নক্সাখন সম্পূৰ্ণ কৰিবলৈ ল'ব। এই কাম কৰিবলৈ যাওঁতে তেওঁলোকে সকলো ফালে চকু ফুৰাই চাব—প্ৰথমতে ন্যায়, সৌন্দৰ্য্য, সংযম আদিৰ আদৰ্শ ৰূপত চকু দিব আৰু তাৰ পাচত চকু দিব মানব সমাজত প্ৰচলিত ধাৰণাবোৰৰ ওপৰত। এইদৰে নিৰীক্ষণ কৰি যিখিনি পাব সেইখিনি লৈ হে তেওঁলোকে মানব চৰিত্ৰৰ আদৰ্শ চিত্ৰ অঁকাৰ কামত ধৰিব। চিত্ৰকৰে বিভিন্ন ৰঙৰ সংমিশ্ৰণ কৰাৰ দৰে তেওঁলোকে সামাজিক জীৱনৰ বিভিন্ন উপাদানৰ সংমিশ্ৰণ কৰি

আদৰ্শ সমাজৰ চিত্ৰ আঁকিব। এই সমাজেই হ'ল তোমাৰৰ মতে দেৱদুৰ্লভ মানব সমাজ।"

"হয় হয়। ঠিক কৈছা।"

"যেতিয়ালৈকে তেওঁলোকৰ তুলিকাত মানুহৰ নৈতিক চৰিত্ৰৰ চিত্ৰ দেৱতাসকলৰ চকুত সম্পূৰ্ণাঙ্গ নহয়, তেতিয়ালৈকে তেওঁলোকে তাক সংশোধন কৰিয়েই থাকিব—দৰ্কাৰ হ'লে কোনোবা ঠাইত মোহাৰি পেলাব বা ক'ৰবাত নতুনকৈ ৰং লগাই দিব।"

"হয়। চিত্ৰখন নিশ্চয় অতি সুন্দৰ হ'ব।"

মই ক'লোঁ, "পিচে আমাৰ সমালোচক সকলক বুজোৱাৰ ক্ষেত্ৰত আমি এতিয়া কিবা আগবাঢ়িলোঁহক বুলি ভাবাঁ নে বাৰু? তুমি কোৱামতে সেইসকলে আমাৰ ফাললৈ ভয়ঙ্কৰ মূৰ্ত্তি ধৰি আগবাঢ়ি আহিছিল। এতিয়া সিহঁতে বুজিব জানো যে আমি সিহঁতৰ সমুখত যি কেইজন মানুহক প্ৰশংসা কৰিলোঁ সেই কেইজনেই হ'ল আদৰ্শ সমাজৰ এনে চিত্ৰ আঁকিবপৰা লোক? এই কেইজন মানুহক প্ৰশংসা কৰা বাবেই আৰু সেই কেইজনৰ হাতত্তে ৰাজ্য-পৰিচালনাৰ দায়িত্ব চমজাই দিয়াৰ প্ৰস্তাৱ কৰা বাবেই আমাৰ ওপৰত সিহঁতৰ খং উঠিছিল। পিচে, এতিয়া বাৰু সেই আমাৰ কথাকেই ক'লে সিহঁতৰ খংটো আগতকৈ নকমিব জানো?"

"সিহঁত যদি জ্ঞানী হয়, তেনেহ'লে খং বহুত কমি যাব।"

"ময়ো সেইদৰেই ভাবোঁ। পিচে বাৰু কোৱাঁচোন সিহঁতে আমাৰ কথাৰ প্ৰতিবাদ কৰিবলৈ কিবা আৰু থাকিল জানো? দাৰ্শনিক সকল যে প্ৰকৃত সত্তা আৰু সত্যৰ উপাসক সেই কথা সিহঁতেও অস্বীকাৰ কৰিব পাৰিব জানো?"

"ওহোঁ, নোৱাৰে। অস্বীকাৰ কৰাটো সম্ভৱ নহয়।"

"বাৰু, আমি দাৰ্শনিক সকলৰ যি চৰিত্ৰৰ বৰ্ণনা কৰিছোঁ সেই চৰিত্ৰই উৎকৃষ্ট চৰিত্ৰ নহয় বুলি সিহঁতে প্ৰমাণ কৰিব পাৰিব নে?"

"নোৱাৰে।"

"কিন্তু, সিহঁতে বাৰু আমাক এইবুলিও ক'ব নেকি যে লাগতিয়াল শিক্ষা পোৱাৰ পাচতো এনে চৰিত্ৰ অন্তৰ দৰে সম্পূৰ্ণৰূপে উত্তম

আৰু তত্ত্বজ্ঞানী হ'ব নোৱাৰিবগৈ ? নে, আমি যি বোৰক বাদ দিছোঁ সেইবোৰক হে সিহঁতে আগশাৰীত থব ?"

"সেইটো কেতিয়াও নকৰে।"

"ৰাজ্যৰ সৰ্ব্বক্ষমতা দাৰ্শনিক শাসক সকলৰ হাতত অৰ্পণ নকৰালৈকে ৰাজ্য আৰু ৰাজ্যৰ নাগৰিক সকল দুৰ্দ্দশামুক্ত হ'ব নোৱাৰে আৰু যি আদৰ্শৰাজ্যৰ কথা আমি কৈছোঁহক তাকো লাভ কৰিবপৰা নহ'ব বুলি যদি পুনৰ কওঁ তেতিয়াও সিহঁতৰ খং আগৰ-দৰেই থাকিব নে নেথাকিব বাৰু ?"

"সম্ভৱ সিহঁতৰ খং কমিব।"

"অইন কোনো প্ৰকাৰে সিহঁতক সৈমান কৰিবপৰা নগ'লে আমি যদি এইবুলি ধৰি লওঁ যে সিহঁতৰ খং শাম কাটিছে আৰু আমাৰ কথাত পতিয়ন গৈছে, তেতিয়াই জানো আমাৰ আগত লাজত পৰিয়েই আমাৰ কথাত মান্তি হৈ নপৰিব ? তুমি কি বোলা ?"

"ওঁ সেইবুলি আমি ধৰি ল'ব পাৰোঁ।"

"বাৰু তেন্তে, সিহঁত ইমানলৈকে পতিয়ন গৈছে বুলিয়েই ধৰি লওঁহক। কিন্তু তাৰ পাচতে কোনোবাই আহি আকৌ ক'ব নেকি যে ৰজা আৰু ৰাজপুত্ৰসকলে কেতিয়াও দাৰ্শনিক চৰিত্ৰসম্পন্ন সন্তান জন্ম দিব নোৱাৰে ?"

"কোনেও এনে এষাৰ কথা ক'বলৈ নেযায়।"

"পিচে, কোনোবাই আকৌ এইদৰে ক'ব পাৰিব নেকি যে এনে চৰিত্ৰ লৈ জন্ম গ্ৰহণ কৰিলেও সিহঁত দুৰ্নীতিগ্ৰস্ত নোহোৱাকৈ নেথাকে। অৱশ্যে এইটো অস্বীকাৰ কৰিবও নোৱাৰি যে সিহঁতক দুৰ্নীতিৰপৰা ৰক্ষা কৰাটো বৰ সহজ কথা নহয়। কিন্তু সেইবুলি সিহঁতৰ কোনো এটাকেই কেতিয়াও দুৰ্নীতিৰ চেকাৰপৰা মুক্ত কৰিব-পৰা নহ'ব বুলি কওঁতাও কোনোবা ওলাব জানো ?"

"সেইদৰে কোনেনো ক'ব ?

মই তেতিয়া কলোঁ, "যিটো কাম এতিয়া সিহঁতে অসম্ভৱ বুলি ধাৰণা কৰিছে তেনে কামকেই জানো দাৰ্শনিক-চৰিত্ৰসম্পন্ন লোক এজনে সুকলমে কৰিব নোৱাৰিব, যদি হে ৰাজ্যৰ সকলো নাগৰিকে তেওঁক মানিবলৈ ৰাজী হয় ?"

"হয়। পাৰিব।"

"আমি ব্যাখ্যা কৰা বিধি-বিধানবোৰ যদি কোনোবা শাসকে কাৰ্য্যকৰী কৰে তেন্তে নাগৰিক সকলেও নিশ্চয় সেইবোৰ মানি চলিবলৈ টান নেপাব।"

"কেতিয়াও নেপায়।"

"বাৰু কোৱাঁচোন, আমি শুদ্ধ বুলি ভবা কথাটো অইনেও শুদ্ধ বুলি ভাবিলে কিবা অভাবনীয় ঘটনা হ'ব নেকি?"

"কিয় হ'ব?"

"তেনেহ'লে, ইমান পৰে কৰা আলোচনাত আমি এই কথা স্থন্দৰকৈ বুজিলোঁ যে কাৰ্য্যকৰী কৰিব পাৰিলে আমাৰ আঁচনিখনেই উৎকৃষ্ট হ'ব।"

"ঠিক কৈছা।"

"এতেকে, আমাৰ সংবিধানৰ বিষয়ত শেষ সিদ্ধান্ত হ'ল এই— অৰ্থাৎ আমি যি আদৰ্শৰাজ্যৰ প্ৰস্তাৱ কৰিছোঁ সিয়েই হ'ল উৎকৃষ্ট, যদি হে অৱশ্যে তাক কাৰ্য্যকৰী কৰিবপৰা হয়। আনহাতে, এনে ৰাজ্য সংগঠন কৰাটো টান কাম, কিন্তু সেইবুলি কেতিয়াও অসম্ভৱ নহয়।"

"তেওঁ ক'লে, "হয়, এইটোৱেই হ'ল আমাৰ সিদ্ধান্ত।"

"বাৰু, কঠিন প্ৰশ্ন এটাৰ কোনোমতে সমাধান কৰা হ'ল। পিচে, তাৰ পাচত এতিয়া বাকীবোৰ প্ৰশ্নও হাতত ল'ব নেলাগিব জানো? অৰ্থাৎ আমাৰ ৰাজ্যখন নিৰাপদে ৰাখিবপৰা শাসক এদল তৈয়াৰ কৰিবলৈ হ'লে কি প্ৰকাৰে কৰা হ'ব আৰু কেনে বিধৰ শিক্ষা আৰু প্ৰশিক্ষণ দিলে সেই কাম সমাধা কৰিবপৰা হ'ব আৰু কোন বয়সত কি বিষয়ৰ শিক্ষা তেওঁলোকক দিব লাগিব। এইবোৰ প্ৰশ্নৰো সমাধান কৰিব নালাগিব জানো?"

"কৰিবই লাগিব।"

মই তেতিয়া ক'লোঁ, "পিচে, তিৰোতা আৰু সন্তানৰ ওপৰত অধিকাৰ আৰু শাসনকৰ্ত্তাৰ নিযুক্তি—এই জটিল প্ৰশ্ন দুটাৰ আলোচনা বাদ দিবলৈ যি চেষ্টা কৰিছিলোঁ তাৰপৰা একো লাভ নহ'লগৈ। এই দুই বিষয়ত আদৰ্শ আঁচনি এখন প্ৰৱৰ্ত্তন কৰিবলৈ গ'লে কিমান ব্যাপক বিৰোধিতাৰ সৃষ্টি কৰা হ'ব আৰু সেই আঁচনি

কাৰ্য্যকৰী-কৰাটো কিমান কঠিন হ'ব সেইবোৰ কথাৰ আলোচনা জানিবুজিয়েই পিচলৈ থৈছিলোঁ। কিন্তু এতিয়া আৰু সমস্যা এৰাই যাব নোৱাৰি। মীমাংসা কৰিবই লাগিব। অৱশ্যে, তিৰোতা আৰু সন্তান সম্পৰ্কীয় প্ৰশ্নটোৰ মীমাংসা ইতিমধ্যে কৰা হৈ গৈছেই। শাসনকৰ্ত্তা সম্পৰ্কীয় প্ৰশ্নৰ আলোচনা হে এতিয়া ভালকৈ কৰিব লাগিব। শাসনকৰ্ত্তা সকলৰ বৰ্ণনা দিওঁতে আমি কৈছিলোঁৱেই যে সকলোবিধ দুখ-কষ্ট-আনন্দৰ মাজত থৈ এওঁলোকক অগ্নিপৰীক্ষা কৰিব লাগিব। যিমানেই দুখ-কষ্ট, বিপদ-আপদৰ সন্মুখীন নহওক বা যিমানেই ভয়ানক পৰিস্থিতিতেই নপৰক, এই শাসকশ্ৰেণীয়ে নিজৰ নিৰ্দ্দিষ্ট স্থান আৰু কৰ্ত্তব্য ত্যাগ কৰিব নোৱাৰিব। যদি হে তেওঁলোকে এই ধৈৰ্য্য ৰাখিব নোৱাৰে তেন্তে তেওঁলোকক শাসন-কৰ্ত্তাৰ দায়িত্বৰপৰা আঁতৰাই দিয়া হ'ব। আৰু, জুইৰ মাজৰপৰা উলিয়াই অনা সোণ বিশুদ্ধ হৈ অহাৰ দৰে যি জনেই এই পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিব তেওঁক হে শাসনকৰ্ত্তাৰ পদত নিয়োগ কৰিব লাগিব। সেইজনেই হে ইহকাল পৰকাল উভয়তে সকলো সুবিধা আৰু পুৰস্কাৰৰ যোগ্য হ'ব পাৰিব। ইয়াৰ আগতে এইখিনি কথাকে কৈ অন্য আলোচনাত ধৰিছিলোঁহক আৰু ভাবিছিলোঁ কিজানিবা এইদৰে কথাটো লুকুৱাই ৰাখি আমাৰ সমুখত পৰা প্ৰশ্নবোৰৰ হাত সাৰি যাব পাৰোঁৱেই।"

তেওঁ ক'লে, "তোমাৰ বৰ্ণনা একেবাৰে সঠিক হৈছে। এতিয়াহে মোৰো সকলো কথাই মনত পৰিছে।"

"বুজিছা বন্ধু, এইবোৰ কথাকে আগতে কৈ বিপদ বঢ়াবৰ ইচ্ছা নাছিল। কিন্তু এতিয়া তাকে ক'বলগীয়া হ'ল। এতেকে, উৎকৃষ্ট বিধৰ দাৰ্শনিকেই ৰাজ্যপালক হ'ব লাগিব বুলি মই এতিয়া কওঁ।"

তেওঁ ক'লে, "বুজিলোঁ।"

"পিচে এইখিনিতে কথা এটা হ'ল নহয়! এইবিধৰ উৎকৃষ্ট মানুহ লেখত তেনেই তাকৰীয়া হ'ব দেখোন! দাৰ্শনিক চৰিত্ৰৰ বাবে যিবোৰ স্বাভাৱিক উপাদানৰ কথা কৈছিলোঁ সেই এটাইবোৰ ক'ৰবাত কেনেবাকৈ হে একেজনতে থকা দেখা যায়। সৰহভাগ ক্ষেত্ৰতে সেইবোৰ উপাদান সুকীয়া সুকীয়াকৈ হে থাকে।

"তাৰ মানে ?"

"তুমি দেখোন জানাই যে তীক্ষ্ণ বুদ্ধি, প্ৰখৰ স্মৃতিশক্তি, সূক্ষ্মদৰ্শিতা, বিচক্ষণতা আদি গুণৰ অধিকাৰী হোৱা সকলে সততে উচ্চমনা, মহৎ সকলৰ শান্ত-সুস্থিৰ, নিয়মীয়া জীৱন যাপন কৰিব নোখোজে ; বৰঞ্চ ইয়াৰ বিপৰীতে, তীক্ষ্ণবুদ্ধিয়ে এনে মানুহক সকলো সময়ত কেউফালে টানি থাকে আৰু তেওঁলোকৰ জীৱনত স্থিৰতা বোলা বস্তুটো একেবাৰে নাইকিয়া হৈ পৰে। আনহাতে যিবোৰ হ'ল স্থিৰ আৰু নিৰ্ভৰযোগ্য চৰিত্ৰৰ, যাক বিশ্বাস ৰাখি যেই কোনো কামত লগাব পাৰি আৰু যি যুদ্ধক্ষেত্ৰত সততাই ভয় নেখায়, সেইবোৰ আকৌ শিক্ষাগ্ৰহণৰ সময়তো একেদৰেই থাকে। অৰ্থাৎ সেইবোৰ মানুহ এনে জঠৰ আৰু বোবা হৈ পৰে যেন মুখেৰে মাতিবই নোৱাৰে আৰু যেতিয়াই কিবা এটা চিন্তা কৰিবলৈ দিয়া হয় তেতিয়াই অনবৰতে মাথোন চকু দুটা জপাই হামিয়াব-হিকটিয়াবলৈহে ধৰে।"

"সেইটো সঁচা।"

"কিন্তু আমি ইফালে কৈছোঁ যে এই দুয়োবিধ গুণ যথেষ্ট পৰিমাণে নথকাজনক কেতিয়াও উচ্চতম শিক্ষা, সম্মানৰ স্থান আৰু শাসনকৰ্ত্তাৰ দায়িত্ব দিব নোৱাৰি।"

"আমি ঠিকেই কৈছোঁ।"

"কিন্তু এনেবিধ মানুহৰ সংখ্যা যে তেনেই সামান্য হ'ব সেই কথা মন কৰিছা নে নাই ?"

"কৰিছোঁ।"

"এতেকে আমি আগতে উল্লেখ কৰা নানা প্ৰকাৰৰ দুখ-কষ্ট, বিপদ-বিঘিনি আৰু আনন্দ-সম্ভোগৰ প্ৰলোভনৰ মাজত পেলাই মানুহক পৰীক্ষা কৰি চাব লাগিব। তদুপৰি, যিবোৰৰ কথা আগেয়ে আমি কোৱা নাছিলোঁ, অৰ্থাৎ বিভিন্ন প্ৰকাৰৰ অধ্যয়ন-অনুশীলনতো লগাই দি সিহঁতক পৰীক্ষা কৰি চাব লাগিব, জ্ঞান আয়ত্ত কৰাত সিহঁতে ধৈৰ্য্য আৰু সাহসৰ পৰিচয় দিব পাৰে নে নোৱাৰে। টান পালেই আন আন কামতো পুলুকা মৰাৰ দৰে অধ্যয়নৰ ক্ষেত্ৰতো পুলুকা মৰাৰ স্বভাৱ আছে নেকি তাকো পৰীক্ষা কৰিব লাগিব।"

"হয়। ঠিক কৈছা। এই নিচিনাকৈ পৰীক্ষা চোৱাটো ভাল হ'ব। পিচে, তুমি নো উচ্চতম জ্ঞান মানে কি বুজাইছা?"

"কেলৈ, তোমাৰ মনত নাই জানো? আত্মাক তিনিটা অংশক সুকীয়া সুকীয়া কৰি লৈ, প্ৰতি ভাগৰ ধৰ্ম্ম অনুসৰি ন্যায়, সংযম, সাহস আৰু জ্ঞানৰ সংজ্ঞা দিছিলোঁহক নহয়।"

"কেলৈ মনত নেথাকিব। সেই কথাকে মনত ৰাখিব নোৱাৰিলে দেখোন এই আলোচনাত ভাগ ল'বই নোৱাৰিম।"

"এই সংজ্ঞা দিয়াৰ আগতে যিষাৰ কথা কৈছিলোঁ সেইষাৰো বাৰু মনত আছে নে?"

"সেইষাৰ নো কি আছিল?"

"আমাৰ কথাষাৰ আছিল যে ন্যায়, সংযম আদি গুণৰ প্ৰশ্নটোৰ সঠিক মীমাংসা কৰিবলৈ হ'লে আমি অইন এটা দীঘলীয়া পথ অনুসৰণ কৰিলে হে বিষয়টোৰ ভিতৰলৈ প্ৰকৃততে সোমাব পাৰিমহক। অৱশ্যে আমাৰ পূৰ্ব্বৰ সিদ্ধান্তৰ ভিত্তিতেই প্ৰশ্নটোৰ একপ্ৰকাৰ মীমাংসা কৰিবপৰা হ'ব বুলি কৈছিলোঁ। তেতিয়া তুমিও কৈছিলা সেইদৰে কৰিলেই হ'ব বুলি। কিন্তু তাৰ পাচতে যিথিনি অনুসন্ধান কৰিলোঁহক সেইবোৰ মোৰ মনেৰে সঠিক নহ'ল যেন লাগিছে। তথাপিও বাৰু কোৱাঁচোন, সেইবোৰ অনুসন্ধান তুমি শুদ্ধ হৈছিল বুলি ভাবিছিলা নে?

"হয়, উচিত চেষ্টাই হৈছিল বুলিয়েই মই ভাবিছিলোঁ। আমাৰ লগৰীয়াহঁতেও সেইদৰে ভাবিছিল বুলিয়েই ভাবোঁ।"

"পিচে বন্ধু, এটা কথা। এনে এটা গুৰুত্বপূৰ্ণ বিষয়ৰ অনুসন্ধান কৰিবলৈ যাওঁতে সম্পূৰ্ণ সত্যটো উলিয়াব নোৱাৰিলে সেই প্ৰচেষ্টাক শুদ্ধ প্ৰচেষ্টা বুলি ক'ব নোৱাৰিম। অসম্পূৰ্ণতাৰ মাধ্যমেৰে কোনো বস্তুৰে প্ৰমাণ চাব নোৱাৰি। অৱশ্যে কেতিয়াবা মানুহে ক'ব পাৰে যে যথেষ্ট চেষ্টা কৰা হ'ল আৰু; গতিকে অধিক অনুসন্ধানৰ আৱশ্যক নাই।"

তেওঁ ক'লে, "হয়। কিন্তু সেয়া হ'ল সাধাৰণ মানুহৰ কথা। এলাহৰ দোষতেই মানুহে এইটো কৰে।"

"পচে ৰাজ্য আৰু ৰাজ্যৰ বিধি-বিধান পৰিচালনা কৰা সকলৰ বাবে এনে এলাহ অতি দোষণীয় হ'ব।"

"হয়, হ'ব।"

"যদি সেইটোৱেই হয়, তেনেহ'লে এনে মানুহে দীঘলীয়া পথ হে অনুসৰণ কৰিব লাগিব ; আৰু শৰীৰ-চৰ্চ্চাৰ ক্ষেত্ৰত সাধনা কৰাৰ দৰে জ্ঞান আৰ্জ্জনৰ ক্ষেত্ৰতো সাধনা কৰিব লাগিব। তাকে নকৰিলে পৰিণতি কি হ'বগৈ আমি কৈছোঁৱেই নহয়—তেনে মানুহে নিজৰ বিশিষ্ট গুণ আৰ্জ্জন কৰিবগৈ নোৱাৰিব অৰ্থাৎ উৎকৃষ্ট জ্ঞান লাভ কৰিব নোৱাৰিব।

তেওঁ ক'লে, "কি ক'লা ? এইবোৰতকৈ নো আৰু কি উৎকৃষ্ট গুণ আছে ? ন্যায় আৰু আন আন যিবোৰ ধৰ্ম্মৰ কথা আমি ক'লোঁ সেইবোৰতকৈ জানো আৰু উৎকৃষ্টতৰ কিবা আছে ?"

মই উত্তৰ দিলোঁ, "সেইবোৰতকৈও আছে। এতিয়ালৈকে আমি এই উৎকৃষ্ট গুণৰ অসম্পূৰ্ণ চিত্ৰ হে দাঙি ধৰিছোঁহক। কিন্তু সেইটোৱে নহ'ব। আমি সম্পূৰ্ণ ৰূপত ব্যাখ্যা নকৰালৈকে ক্ষান্ত হ'ব নোৱাৰিম। আমি যিস্থলত সামান্য বিষয় এটাৰ ক্ষেত্ৰতে সঠিকভাৱে সম্পূৰ্ণ সত্য উদ্ধাৰন কৰিবলৈ সকলো প্ৰকাৰৰ চেষ্টা কৰিছোঁহক, তেনেস্থলত সৰ্ব্বোত্তম বিষয় এটাৰ সম্পূৰ্ণ স্বৰূপ ব্যাখ্যা কৰিবলৈ তেনে ধৰণৰ উত্তম প্ৰচেষ্টা নকৰা কথা কোনোমতেই হ'ব নোৱাৰে।"

"তুমি ঠিকেই অনুভব কৰিছাঁ। পিচে, তুমি উৎকৃষ্টতম বোলা জ্ঞান নো কি আৰু এই জ্ঞানৰ বিষয়বস্তু নো কি সেই কথা নোকোৱাকৈ এতিয়া এৰাব পাৰিবাঁ বুলি জানো ভাবিছাঁ ?"

মই ক'লোঁ, "নাই, সেইটো ময়ো ভবা নাই। এতিয়া বাৰু তুমি নিজকে সোধাচোন। এইটো সমিধান তোমাক কেবাবাৰো দিছোঁ। হয়তো ঠিক এই মুহূৰ্ত্তত তাকে তুমি পাহৰি গৈছাঁ ; নাইবা বাৰে বাৰে সুধি মোক অসুবিধাত পেলাব খুজিছাঁ। মোৰ ধাৰণা তোমাৰ উদ্দেশ্য দ্বিতীয়টো হে। তোমাক কৈছিলোঁৱেই যে সতত্বৰ স্বৰূপ উপলব্ধিয়েই হ'ল দৰ্শনৰ চৰম লক্ষ্য আৰু সকলো বিধ শুদ্ধ আৰু উত্তম বস্তুৰ মূল্যৰ উৎপত্তি হৈছে এই মূল সতত্বৰপৰায়েই। এতিয়াও মই সেই কথাকে ক'ম। লগতে এইটোও ক'ম যে এই

মৌলিক বস্তুটোক আমি এতিয়ালৈকে ভালদৰে চিনি পোৱাই নাই। এনে অৱস্থাত আমি সকলো কথাকে সুন্দৰকৈ জানিলেও এই মূল বস্তুটো চিনি নেপালে আমাৰ একো লাভ নহ'ব; কিয়নো যিটো উত্তম তাকে যদি নেপাওঁ তেন্তে বাকী সকলোবোৰ পালেও মিছা। কিন্তু তুমি এইটোও ভাবাঁ নে কি যে উত্তম বস্তুৰ বাদে আন সকলোবোৰ পালেই আমাৰ লাভ হ'ব? নাইবা, যিটো উত্তম তাক বুজি নোপোৱাকৈ বাকী যিমান বস্তু আছে সকলোবোৰ বুজি পালেই যথেষ্ট? অৰ্থাৎ সকলো উত্তম আৰু সুন্দৰৰ ধাৰণাৰপৰা বঞ্চিত হোৱাটোৱেই লাভজনক কথা হ'ব?"

"নহয়, সেইদৰে নাভাবোঁ।"

"তদুপৰি তাৰ বাদেও তুমি জানাই যে সৰ্ব্বসাধাৰণৰ বাবে সুখ-সম্ভোগেই হ'ল আটাইতকৈ উত্তম বস্তু। জ্ঞানীসকলে কিন্তু অন্তৰ্দৃষ্টিক হে[৩] শ্ৰেষ্ঠ বুলি ধৰে।"

"হয়। সেইটো জানো।"

"পিচে, এই দ্বিতীয় মতৰ সমৰ্থকসকলে অন্তৰ্দৃষ্টি মানে কি তাক বুজাই দিব নোৱাৰে। এতেকে শেহান্তত এই বুলি ক'বলৈ বাধ্য হয় যে সতত্বৰ স্বৰূপ উপলব্ধি কৰিবলৈ হ'লে লাগিব অন্তৰ্দৃষ্টি।"

"এৰা, তেওঁলোক মহা বিপাণ্ডত পৰিছে।"

"তেওঁলোকৰ দশা সেইটো হ'বই। প্ৰথমতে তেওঁলোকে আমাক ঠাট্টা কৰিলে আমি সতত্ব কি বস্তু নাজানো বুলি। পিচ মুহূৰ্ত্ততেই আকৌ আমাক এনেকুৱাকৈ ক'লে যেন সৎ কি বস্তু আমি ভালকৈ জানো। তেওঁলোকে যেতিয়া আমাক কয় যে সতত্বৰ উপলব্ধিয়েই হ'ল শ্ৰেষ্ঠ বস্তু। তেওঁলোকে ধৰি লয় যে তেওঁলোকে "সৎ" শব্দ উচ্চাৰণ কৰাৰ লগে লগেই আমি তেওঁলোকৰ কথাৰ অৰ্থ বুজি পাই গৈছোঁ।"

"হয় একেবাৰে সঁচা কথা।"

"আকৌ, যিসকলে সম্ভোগ চৰিতাৰ্থ আৰু সৎ-উপলব্ধি উভয়কে একে বুলিয়েই ধৰে সেইসকলো জানো আমি এতিয়া কোৱাসকলৰ

৩। জ্ঞান বা বিবেক।

দৰেই ভ্ৰমত পৰা নাই ? কিয়নো, সেইবুলি কোৱাৰ লগে লগেই তেওঁলোকে অধম সম্ভোগো আছে বুলি স্বীকাৰ কৰিলে, নকৰিলে জানো ?”

“নিশ্চয় কৰিছে।”

“এতেকে ইয়াৰ পৰাই এই কথা প্ৰমাণিত হৈছে যে তেওঁলোকে একেটা বস্তুকে উত্তমো বুলিছে, অধমো বুলিছে। নহয় জানো ?”

“হয়।”

“গতিকেই এই বিষয়টোৰ ওপৰত যে সততে তীব্ৰ মতভেদ হ'ব পাৰে সেই কথা জানো ওলাই নপৰিল ?”

“নিঃসন্দে, হে ওলাই পৰিছে।”

“আকৌ যিটো প্ৰকৃততে ন্যায্য আৰু সুন্দৰ নহয় কিন্তু ন্যায্য আৰু সুন্দৰ যেন দেখি হে, সেইটোকে বহুতে কৰিবলৈ নাইবা কৰা যেন দেখুৱাবলৈ ওলায় নাইবা সেইটোকে গ্ৰহণ কৰিবলৈ নাইবা গ্ৰহণ কৰা যেন দেখুৱায়। কিন্তু যেতিয়াই সতৰ কথালৈ আহোঁ তেতিয়া কিন্তু সৎ যেন দেখাটো কোনেও গ্ৰহণ কৰিবলৈ নেযায়, সকলোৱে আচল বস্তুটোহে বিচাৰে। এই ক্ষেত্ৰত নকলটোক সকলোৱে নিন্দা কৰি আচলটো হে বিচাৰে।”

“সেইটো ক'বই নেলাগে।”

“তেনেহ'লে নিজৰ সকলো কাৰ্য্যৰ চৰম পৰিণতি হিচাপে আত্মামাত্ৰেই এই সতত্বকে বিচাৰি ফুৰে। আত্মাই সতত্বৰ সন্ধান বিচাৰি যায় ; কিন্তু সেই সতত্বৰ প্ৰকৃতি ভালকৈ উপলব্ধি কৰিব নোৱাৰি বিমোৰত পৰে। অন্যান্য বস্তুৰ প্ৰকৃতি যেনেকৈ সহজতে আৰু বিশ্বাসেৰে আত্মাই বুজিব পাৰে, সতত্বৰ প্ৰকৃতি বুজিবলৈ যাওঁতে সিমান সহজে নোৱাৰে। গতিকে অন্যান্য বস্তুৰপৰা যি উপকাৰ পাব পাৰিলেহেঁতেন তাৰপৰাও আত্মা বঞ্চিত হ'ব লগা হয়। এতেকে এনে এটা অতিশয় গুৰুত্বপূৰ্ণ কথাত আমাৰ ৰাজ্যখনৰ নিৰ্ব্বাচিত ৰাজ্যপালক সকল—যাৰ হাতত সৰ্ব্বক্ষমতা অৰ্পণ কৰা হ'ব—অজ্ঞ হৈ থাকিলে জানো ভাল বুলি ক'ব পাৰিম ?”

“কেতিয়াও নোৱাৰোঁ।”

“সি যি কি নহওক, যদি হে ন্যায্য আৰু সুন্দৰ বস্তু নো কেনেকৈ

সৎ হয় তাক যি সকল ৰাজ্যপালকে নেজানে সেই সকল ৰাজ্যপালকে তেনে বস্তু অৰ্থাৎ ন্যায্য সংগঠন আৰু ন্যায্য বিধিও পৰিচালনা কৰিব নোৱাৰিব। এতেকে মোৰ মতে সৎত্বক চিনি নোপোৱালৈকে কোনেও ন্যায্য আৰু সুন্দৰ বস্তুকো উপলব্ধি কৰিব নোৱাৰিব।

"তুমি ঠিকেই ধৰিছা।"

"তেনেহ'লে এইবোৰ বিষয়ত যথাৰ্থ জ্ঞান থকা ৰাজ্যপালক-সকলৰ শাসন হ'লে হে আমাৰ ৰাজ্যৰ সংগঠনৰ আদৰ্শ ব্যৱস্থা হ'ব। নহয় জানো ?"

"কিয় নহ'ব ? পিচে, ছক্ৰেটিচ, তুমিনো সৰ্ব্বোত্তম বস্তুটো কি বুলি ধৰিছা ?—জ্ঞান, সম্ভোগ, নে, এই দুয়োটাবেপৰা বেলেগ অন্য কিবা এটা ?

"বুজিছোঁ। তুমি যে এইবোৰ বিষয়ত লোকে দিয়া অভিমত সহজে গ্ৰহণ কৰিবলৈ ৰাজী নহ'বাঁ, সেই কথা কেতিয়াবাই ধৰিছিলোঁ।"

"ছক্ৰেটিচ, পিচে তুমি এইবোৰ বিষয়ৰ চৰ্চ্চাতে ইমান দিন অতিবাহিত কৰি আহি এতিয়া নিজা মত ব্যক্ত নকৰি লোকৰ মতকে হে দিবলৈ গ'লে, কথাটো নিতান্ত অন্যায় নহ'ব জানো ?"

মই ক'লোঁ, "কিন্তু নিজৰ ভাল জ্ঞান নথকা বিষয়তো বৰ জনাটো দেখুৱাই ক'বলৈ গ'লেও জানো তুমি ভাল বুলিবাঁ ?"

"নজনাটোক জনা বুলি দেখুৱাবলৈ মইও তোমাক কোৱা নাই। কিন্তু নিজৰ জ্ঞানেৰে যিটো বুজা যায় তাক ব্যক্ত কৰাটো হ'লে কৰ্ত্তব্য।"

"কিন্তু জ্ঞান অবিহনে দিয়া অভিমতৰ মূল্য নাই। অতি বেচি, তেনে অভিমতক অন্ধ বিশ্বাস বুলিব পাৰাঁ। প্ৰকৃত জ্ঞানৰ সহায় নোহোৱাকৈ যিসকলে শুদ্ধ অভিমত দিবলৈ চেষ্টা কৰে তেওঁলোকক জানো আলিবাটত পোনেপোনে যাবলৈ চেষ্টা কৰা কণা মানুহৰ লগৰে বুলি নধৰিবাঁ ?"

"একে লগৰেই হ'ব।"

"তেনেহ'লে, যোগ্যজনৰপৰা পৰিষ্কাৰকৈ সুন্দৰ ব্যাখ্যা শুনিবলৈ নগৈ কণা মানুহে দিয়া বৰ্ণনাকে জানো মোৰপৰা শুনিবাঁ ?"

তেনেতে গ্লকনে মাত লগালে—“হেৰা ছক্রেটিচ, এতিয়া আৰু পাচ হোইঁকা নেমাৰিবাঁ দেই! কথাষাৰ প্ৰায় মীমাংসা হৈ আহিছেই। ন্যায়, সংযম আদিৰ বিষয়ত যিদৰে আলোচনা কৰিছিলা সেইদৰেই মূল সত্যৰ বিষয়েও ব্যাখ্যা কৰিলেই হ'ব।”

“বেচ তেন্তে বন্ধু, সেইমতেই কৰিম বাৰু। কিন্তু মোৰ নিজৰ শক্তিতে দেখোন বিশ্বাস হোৱা নাই। এই বিষয়ত বৰকৈ আগ্রহ দেখুৱাবলৈ গৈ এতিয়া দেখিছোঁ মই লাজত হে পৰিবগৈ লাগিব। নহয় বন্ধুসকল, মুল সত্যত্বৰ প্ৰকৃত স্বৰূপৰ অনুসন্ধান সম্প্ৰতি বাদ দি থওঁ। সম্প্ৰতিকে কথাটো হ'ল, সত্যৰ স্বৰূপ সম্পৰ্কে মই যিটো ধাৰণা কৰিছোঁ তাক অনুসন্ধান কৰাটোও এক দুৰূহ কামেই হ'ব। বৰ্ত্তমানে আমাৰ আলোচনাত সেই অনুসন্ধানৰ কাম হাতত লোৱাটোও কঠিন হৈ পৰিছে। কিন্তু তোমালোক মান্তি হ'লে মই এটা বস্তুৰ বিষয়ে আলোচনা কৰিব পাৰোঁ—অৰ্থাৎ যিটো বস্তু হ'ল মূল সৎত্বৰ পৰা উদ্ভব হোৱা এক অংশ মাথোন আৰু যাৰ লগত মূল সৎত্বৰ খুব সাদৃশ্য আছে। অৱশ্যে তোমালোকে নিবিচাৰিলে এই বিষয়ে মই নকওঁ।”

তেওঁ উত্তৰ দিলে—“নাই, নাই। সেইটোকে কোৱাঁ। কিন্তু মুল কথাটোৰ বিষয়েও পিচত ক'ব লাগিব।”

“এৰা, অৱশ্যে মূলধনৰপৰা পোৱা বাঢ়িথিনিৰ পৰিবৰ্ত্তে মূলধনকে তোমালোকক দিব পৰা হ'লে মইও বেচি সন্তোষ পালোঁহেঁতেন। যেই হওক, তোমালোকক এতিয়া নিৰ্ভাজ সত্যৰ ফল-ফুল আৰু ডাল-পাতবোৰকে দিওঁ। পিচে এইবোৰৰ ব্যাখ্যা কৰোঁতে কেনেবাকৈ ক'ৰবাত ভুল হয় নে কি চকু দিবাঁ।”

“বাৰু বাৰু। আমি যি চকু ৰাখিব লাগে ৰাখিম। তুমি মাথোন কৈ যোৱাঁ।”

“ক'ম। পিচে তাৰ আগতে কথা এষাৰ বান্ধি ল'ব লাগিব। লগতে, আমাৰ আলোচনাৰ আগভাগতে কৈ অহা আৰু বিভিন্ন সময়ত দোহাৰি অহা কেইটামান কথা তোমালোকক সোঁৱৰাই দিব লাগিব।”

“সেইবোৰ নো কি আছিল?”

"সেইবোৰ হ'ল হবেক-ৰকমৰ সুন্দৰ আৰু সত্য বস্তু আছে বুলি আলোচনা প্ৰসঙ্গত আমি স্পষ্টকৈ কৈছিলোঁ।"

"হয় কৈছিলোঁ।"

"তদুপৰি এইবুলিও কোৱা হৈছিল যে মৌলিক সৌন্দৰ্য্য আৰু মৌলিক সৎত্ব আদিও আছে। অৰ্থাৎ যিবোৰক প্ৰথমতে হবেক-ৰকমৰ বুলি কোৱা হৈছিল সেইবোৰ প্ৰতিবিধৰ বাবেই একোটা ৰূপ বা প্ৰকৃত সত্তাৰ ধাৰণা কৰা হৈছিল আৰু প্ৰত্যেককে স্বতন্ত্ৰ সৎত্ব বুলি লোৱা হৈছিল।"

"হয়।"

"তদুপৰি এইটোও আমি কৈছোঁ যে প্ৰথম বিধৰ অৰ্থাৎ নানাবিধ বস্তুৰ সম্বন্ধ প্ৰকৃত জ্ঞানৰ লগত নহয়, চকুৰ লগতহে। ইফালে কিন্তু আকাৰ বা সৎত্বৰ সম্বন্ধ হ'ল জ্ঞানৰ সৈতেহে, চকুৰ সৈতে নহয়।"

"ঠিক কৈছা।"

"বাৰু, পিচে দৃশ্যমান বস্তুবোৰ নো আমাৰ কোনটো অংশেৰে দেখা পাওঁ?"

"চকুৰে দেখা পাওঁ।"

"সেইদৰে শব্দ শুনো কাণেৰে। আন আন বস্তুৰ উপলব্ধি কৰোঁ আমাৰ বিভিন্ন ইন্দ্ৰিয়ৰ যোগেদি। নহয় জানো?"

"হয়।"

"তেনেহ'লে চোৱাঁচোন আমাৰ এই ইন্দ্ৰিয়ৰ স্ৰষ্টাজনে কিমান উদাৰভাৱে আমাৰ চকু দুটাক সকলো বস্তু চাবপৰা আৰু সকলো বস্তুকে দৃষ্টিগোচৰ কৰি দিছে। নহয় নে বাৰু?"

"এৰা। এই কথাটো মই মন কৰাই নাছিলোঁ।"

"ৰ'বাঁ। কথাটো আৰু এফালৰপৰাও চোৱাঁচোন। বাৰু, এনে কোনোবিধ বস্তু আছে নে যিটোৱে কাণক শুনাত আৰু শব্দক কৰ্ণগোচৰ কৰাত সহায় কৰে? অৰ্থাৎ এই তৃতীয় বস্তুটো নাথাকিলে কাণও শুনিবলৈ অপাৰগ হ'ব আৰু শব্দকো কোনেও শুনিবলৈ নাপাব।"

"ওহোঁ, তেনে কোনো বস্তু থাকিব নোৱাৰে।"

"বাকী ইন্দ্ৰিয়বোৰৰ ভিতৰতো বোধকৰোঁ এনে এটা নাই যাক

এনে তৃতীয় এটা বস্তুৰ সহায় লাগিব। এনে সহায় দৰ্কাৰ হোৱা কোনোবা ইন্দ্ৰিয়ৰ নাম ক'ব পাৰিবাঁ নে বাৰু ?"

"নাই, নোৱাৰোঁ।"

"কিন্তু দৃষ্টিশক্তি, আৰু দৃশ্যমান বস্তুৰ মাজত যে আৰু কিবা এটা বস্তুৰ দৰ্কাৰ আছে সেই কথা মন কৰিছাঁ নে নাই ?"

"কেনেকৈ ?"

"কিয়। চোৱাঁ বাৰু। দৃষ্টিশক্তিৰ গৰাকী হ'ল চকু। গৰাকীয়ে তাক কামত লগাবলৈ বিচাৰিছে। ইফালে ৰঙৰ গৰাকী হ'ল দৃশ্যমান বস্তু। এতিয়া দৃষ্টি পেলোৱাত সহায় কৰিবৰ বাবে যদি তৃতীয় বস্তু এটা নেথাকে তেনেহ'লেতো দৃষ্টিশক্তিয়ে একো নেদেখিব আৰু ৰংটোও অদৃশ্য হৈয়েই ৰ'ব।"

"এই তৃতীয় বস্তুটো নো কি ?"

"তুমি যিটোক পোহৰ বোলা সেইটোৱেই।"

"ঠিক কৈছাঁ।"

"এতেকে দেখা গ'ল যে যি কেইযোৰ বস্তুৰ কথা আমি কলোঁহক তাৰ ভিতৰত দৃষ্টিৰ শক্তি আৰু দৃষ্টিগোচৰ হোৱা শক্তি দুয়োকে স্বৰ্গীয় বান্ধৰ বান্ধেৰে বান্ধি থোৱা আছে। পোহৰক মূল্যবান বুলি ধৰিলে এই বান্ধকো সামান্য বুলি উলাই কৰিব নোৱাৰিবাঁ।"

"নহয়, নহয়। পোহৰ মূল্যবান নহয় বুলি কোনেও ক'ব নোৱাৰে।"

"তেনেহ'লে, স্বৰ্গৰ দেৱতাসকলৰ ভিতৰত কোনজনক নো এই সম্পদৰ স্ৰষ্টা আৰু পালনকৰ্ত্তা বুলি ক'বাঁ ? কাৰ পোহৰৰ বলত নো আমাৰ দৃষ্টিশক্তিয়ে এনে সুন্দৰকৈ দেখিবলৈ পায় আৰু দৃশ্যমান বস্তুবোৰে আমাৰ আগত দেখা দিব পাৰে ?"

তেওঁ ক'লে, "ইয়াৰ উত্তৰ এটাহে মাথোন হ'ব। তুমি জানো সূৰ্য্যৰ কথাকেই কোৱা নাই ?"

"এতেকে দৃষ্টিশক্তি আৰু সূৰ্য্যদেৱতাৰ মাজত সম্বন্ধ নো কেনে হ'ব ?"

"কেনে ধৰণৰ হ'ব কোৱাঁচোন।"

"দৃষ্টিশক্তি অথবা যি চকুত এই শক্তি অৱস্থিত সেই চকু—কোনোটোকেই সূৰ্য্য বুলিব নোৱাৰি।"

"কেতিয়াও নোৱাৰি।"

"কিন্তু মই দেখাত সকলো ইন্দ্ৰিয়ৰ ভিতৰত চকুৰেই সূৰ্য্যৰ লগত আটাইতকৈ বেচি সাদৃশ্য আছে।

"হয়। ঠিক ধৰিছা।"

"তদুপৰি, চকুৰ যিটো শক্তি আছে সেইটো জানো সূৰ্য্যৰ পৰাই লাভ কৰা নহয়? এতেকে, এই শক্তিটো চকুৱে অইনৰপৰা পোৱা বস্তু নহয় জানো?"

"হয়।"

"তেনেহ'লে এইটোও জানো সঁচা নহয় নে যে সূৰ্য্য নিজেই দৃষ্টিশক্তি নহয়, কিন্তু সূৰ্য্যৰপৰাই দৃষ্টিশক্তিৰ উৎপত্তি হয় আৰু এই দৃষ্টিশক্তিৰ বলতেই সূৰ্য্যকো দেখা পোৱা যায়।"

"হয়। সঁচা কথা।"

মই আকৌ ক'লোঁ, "বাৰু ধৰাঁচোন জানিবাঁ মূল সত্তাৰ সন্তান, যি সন্তানক মূল 'সৎত্বই' কিছু ক্ষেত্ৰত নিজৰ সদৃশ কৰিয়েই জন্ম দিছে। এই সন্তানৰ কথা কওঁতে মই সূৰ্য্যৰ কথাকে কৈছোঁ। অৰ্থাৎ দৃশ্যমান জগতত দৃষ্টি আৰু এই দৃষ্টিৰ লক্ষ্যবস্তুৰে সৈতে সূৰ্য্যৰ যি সম্বন্ধ, অদৃশ্য জগতত প্ৰকৃত জ্ঞান আৰু সেই জ্ঞানৰ পাত্ৰৰ লগত মূল সৎত্বৰো সেই একেই সম্বন্ধ আছে বুলি কৈছোঁ।"

"সেইটোনো কেনেকৈ হয় অলপ বহলাই বুজাই দিয়াঁচোন।"

"যেতিয়া বিভিন্ন বস্তুৰ ওপৰত সূৰ্য্যৰ পোহৰ বিকীৰণ নহয়, ৰাতি জোনৰ পোহৰ হে পৰে, তেতিয়া কেনে হয় জনাই দেখোন। তেনে সময়ত বস্তু এটা চাব খুজিলে চকুৰে ভালকৈ মনিব নোৱাৰি আৰু তেতিয়া চকু কণা হোৱা যেনেই লাগে—যেন দৃষ্টিশক্তি চকুত নায়েই।"

"বুজি পাইছোঁ।"

"কিন্তু যেতিয়াই সেই একেজন মানুহেই সূৰ্য্যৰ ৰশ্মিত জিলিকি থকা বস্তু এটালৈ চাবলৈ ধৰে, সেই একে কেইটা চকুৰেই তেওঁ স্পষ্টকৈ দেখিবলৈ পায়। এতেকে সেই কেইটা চকুৱেই হয় নিজা স্বকীয়া দৃষ্টিশক্তিৰ স্থল। কথাটো নহয় জানো?"

"হয়। কোনো সন্দেহ নাই।"

"এই একেদৰেই এতিয়া আত্মাৰ অৱস্থাৰ বিষয়েও বুজি লোৱাঁ। সত্য আৰু প্ৰকৃত সৎত্ব পোহৰত জিলিকি থকা বস্তুত যেতিয়া আত্মাই দৃষ্টি পেলায় তেতিয়াই সেই বস্তুটোক আত্মাই বিবেক শক্তিৰ দ্বাৰা উপলব্ধি কৰে আৰু তাক বুজি পায়। লগে লগেই আত্মাৰ জ্ঞান থকাটো প্ৰমাণ হয়। কিন্তু যেতিয়াই আন্ধাৰে-পোহৰে মিহলি হৈ থকা অৱস্থাত অৰ্থাৎ জন্ম-মৃত্যুৰ পৃথিৱীত দৃষ্টি নিক্ষেপ কৰে তেতিয়া আত্মাই অভিমত আৰু বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰে। এই অভিমত বা বিশ্বাস ঘনাই সলনি হৈ থকাত আত্মাৰ দৃষ্টিশক্তিও ক্ষীণ হৈ পৰে। তেতিয়াই আত্মা জ্ঞানহাৰা হোৱা যেন দেখা যায়।"

"সঁচা কথা।"

"এতেকে প্ৰকৃত জ্ঞানৰ লক্ষ্যবস্তুক যি শক্তিটোৱে অন্তৰ্নিহিত সত্যতা প্ৰদান কৰে আৰু সেই বস্তু উপলব্ধি কৰিবপৰা জনক যিহে জ্ঞানশক্তি দিয়ে সেই শক্তিটোকে তুমি সৎত্বৰ নিজা ৰূপ বুলিয়েই ধৰিব লাগিব। সত্যৰ উপলব্ধি যেহেতু জ্ঞানৰপৰাই হয়, গতিকে সৎত্বকে জ্ঞান আৰু সত্যৰ উৎপত্তিস্থল বুলি ধৰিব লাগিব। তদুপৰি জ্ঞান আৰু সত্য দুয়োটাই অতি সুন্দৰ বস্তু হ'লেও সৎত্বক এই দুইটাৰপৰা স্বকীয়া আৰু দুয়োটাতকৈ অধিক সত্য বুলি ধৰাটোহে শুদ্ধ হ'ব—ঠিক যেনেকৈ অনুৰূপ অৱস্থাত পোহৰ আৰু দৃষ্টিশক্তিক সূৰ্য্যৰ সদৃশ বুলি ক'লে শুদ্ধ হ'ব কিন্তু পোহৰ আৰু দৃষ্টিশক্তিক সূৰ্য্য বুলি ক'লে ভুল হ'ব। সেইদৰেই জ্ঞান আৰু সত্য দুয়োকে সৎত্ব সদৃশ বুলি ক'লে ভুল নহয়; কিন্তু দুয়োটাৰ কোনো এটাকে সৎত্ব বুলি ক'ব নোৱাৰি।"

"সৎত্বক তুমি দেখোন অতি সুন্দৰ কৰি তুলিলাঁ। ই জ্ঞান আৰু সত্যৰ মূলেই নহয়, দুইটাকে চেৰ পেলাই যোৱা অধিক মূল্যবান বস্তু হে। পিচে তাৰ আপুৰুগীয়া বস্তুটো মানে তুমি সম্ভোগ নিশ্চয় বুজোৱা নাই।"

"নাই নাই, সম্ভোগ বুজোৱা নাই। কিন্তু তথাপি দৃষ্টান্ত এটা দিওঁ। ভালকৈ চাবাঁ।"

"বাৰু দিয়াঁচোন।"

"আমি দেখা বস্তুবোৰক সূৰ্য্যই দৃশ্যমান কৰাৰ লগতে সেইবোৰক জীৱনীশক্তি, বিকাশ-শক্তি আৰু পুষ্টিও দান কৰিছে। সেইবুলি সূৰ্য্যকে তুমি জীৱনীশক্তি বুলি ক'ব নোৱাৰাঁ।"

"অৱশ্যে নোৱাৰি।"

"ঠিক সেইদৰেই এতিয়া এইটোও মানিব লাগিব যে জ্ঞানৰ লক্ষ্য বস্তুৱেও তাক চিনি পাবপৰা গুণটো সৎত্বৰপৰাই আহৰণ কৰাৰ উপৰিও সৎত্বই তাক প্ৰকৃত আৰু পূৰ্ণ বাস্তৱতা দান কৰে। সেইবুলি কিন্তু সৎত্বকে বাস্তৱ অস্তিত্ব বুলি ক'ব নোৱাৰোঁ; কিয়নো সৎত্বৰ মৰ্য্যাদা আৰু শক্তি বাস্তৱ অস্তিত্বতকৈ বহুত শ্ৰেষ্ঠ।"

এনেতে গ্লকনে ঠাট্টাৰ সুৰেৰে ক'লে, "হায় হায়! কি এক অদ্ভুত শ্ৰেষ্ঠতা।"

মই ক'লোঁ, "হেৰা, এই বাবে দোষ মোৰ নহয় দেই। মোৰ অভিমত ব্যাখ্যা কৰিবলৈ তোমালোকে হে টানি ধৰিছিলাঁ।"

"নহয়। তোমাক সেইবুলি বন্ধ কৰিবলৈ কোৱা নাই। তোমাৰ আৰু কিবা আছে যদি কৈ পেলোৱাঁ; আৰু সূৰ্য্যৰ লগত ৰিজনিৰ কথাখিনি সম্পূৰ্ণ কৰাঁ।"

"বুজিছা, সঁচা কথা ক'বলৈ হ'লে, বহুত কথা বাদ হে দিছোঁ।"

"নাই নাই, অকণো বাদ নিদিবাঁ। কৈ যোৱাঁ।"

"ওহোঁ, ভালেমান কথাকে বাদ দিব লাগিব অৱশ্যে। কিন্তু পৰাপক্ষত একো বাদ নিদিয়াকৈ ৰাখিবলৈ চাম বাৰু।"

"নাই, একোকে বাদ নিদিয়া যেন।"

"বাৰু এতিয়া মনত ৰাখিবাঁ—আমাৰ মতে শক্তি দুবিধ আছে। এবিধে চিন্তা জগতত আধিপত্য কৰে আৰু আন বিধে দৃশ্যমান জগত আৰু দৃশ্যমান বস্তুৰ ওপৰত আধিপত্য কৰে। দৃশ্যমান জগতক এইখিনিতে যদি মই "আকাশ মণ্ডল[৪] বুলি কওঁ, তুমি হয়তো ভাবিবাঁ মই শব্দৰ যাদু হে কৰিবলৈ গৈছোঁ। সি যি কি নহওক, এতিয়া তুমি দুবিধ বস্তু অৰ্থাৎ এবিধ চকুৰে দেখা আৰু আন বিধ মনেৰে উপলব্ধি কৰিবপৰা বস্তু পাইছা নে নাই বাৰু?"

"পাইছোঁ।"

"ধৰাঁ জানিবাঁ এডাল ৰেখা। সেই ৰেখা ডাল দুটা অসমান

ভাগত বিভক্ত কৰা হৈছে। তাৰে এভাগক আমি দৃশ্যমান জগত বুলিছোঁ আৰু ইভাগক চিন্তা জগত বুলিছোঁ। এতিয়া সেই একে অনুপাততে প্ৰত্যেক ভাগকে দুই খণ্ডত বিভক্ত কৰোঁ। এতিয়া প্ৰতিটো খণ্ডই স্পষ্টতা বা অস্পষ্টতাৰ পৰিমাণ বুজায় বুলি ধৰিলে দৃশ্যমান জগত বুজোৱা ভাগটোৰ দুখণ্ডৰ এখণ্ডই সকলো প্ৰকাৰৰ মানস-চিত্ৰ বুজাব। এই মানস-চিত্ৰ মানে প্ৰথমতে হ'ল ছাঁ আৰু দ্বিতীয়তে হ'ল পানীৰ ওপৰত বা সমান, মিহি, চকচকীয়া বা তেনে ধৰণৰ বস্তুৰ ওপৰত হোৱা প্ৰতিবিম্ব। বুজিছা নে বাৰু মই কি কৈছোঁ?"

"বুজিছোঁ।"

"বাৰু এতিয়া আনটো খণ্ডই জানিবাঁ এই মানস-চিত্ৰ অনুসৰি থকা জীৱ-জন্তু, চৰাই-চিৰিকতি, আৰু প্ৰকৃতি আৰু মানুহে গঢ়া সকলো বস্তু বুজাইছে।"

"বেচ।"

"বাৰু, কোৱাঁচোন, যেনেকৈ বিশ্বাসৰ কথা আৰু জ্ঞানৰ কথাৰ মাজত থকা প্ৰভেদেই হ'ল নকল আৰু আচলৰ মাজৰ প্ৰভেদ, সেই অনুৰূপে এই শ্ৰেণী বস্তুৰ ক্ষেত্ৰতো সত্যতা আৰু অসত্যতাৰ দৃষ্টিত একে অনুপাতে নকল আৰু আচল বুলি দুভাগ কৰিবপৰা হ'ব বুলি নকৰাঁ নে?"

"নিশ্চয় কম।"

"সম্পূৰ্ণ ৰেখাডালৰ যিটো ভাগে চিন্তা-জগত বুজাইছে সেই ভাগটোক কেনেকৈ দুখণ্ড কৰিব লাগিব সেই বিষয়ে এতিয়া বিবেচনা কৰোঁহঁক।"

"সেইটোনো এতিয়া কেনেকৈ কৰিম?"

"এতিয়া চোৱাঁ, মানসিক জগতৰ ভাগটো কেনেকৈ বিভক্ত কৰা হ'ব। আত্মাৰ জগত বা চিন্তাজগতৰ ভাগটোৰ খণ্ড হ'ল দুটা।

---

৪ "দৃশ্যমান" আৰু "আকাশ মণ্ডল" শব্দৰ ব্যৱহাৰ ঠিকমতে বুজাই দিয়া টান। মূলতে অৰ্থ হ'ব এনেকুৱা, "জানোচা দৃশ্যমান শব্দৰ লগত এনে বুলি ভাবা সেই কাৰণেই মই আকাশ মণ্ডল শব্দ ব্যৱহাৰ কৰিব খোজা নাই।"

তাৰে প্ৰথম খণ্ডত, যিবোৰ বাস্তৱ বস্তুৰ প্ৰতিবিম্ব দৃশ্যমান জগতত আছে সেইবোৰ বস্তুকে আত্মাই মানসচিত্ৰ ৰূপে ব্যৱহাৰ কৰে। সেইদৰে কৰি আত্মাই অনুমানতে আৰম্ভ কৰি অনুমানৰ ভিত্তিতেই, মুল সূত্ৰ উপলব্ধি কৰিবলৈ নোযোৱাকৈ সিদ্ধান্তত উপনীত হয়। আনহাতে, দ্বিতীয় খণ্ডত আত্মাই অইন দিশত আগবাঢ়ে। অনুমানত আৰম্ভ কৰি পোনপটীয়াকৈ মুল সূত্ৰ উপলব্ধিলৈ যায়। কিন্তু এই মুল সূত্ৰ আনুমানিক ভিত্তিত নহয়। এই ক্ষেত্ৰত আত্মাই প্ৰথম খণ্ডত ব্যৱহাৰ কৰাৰ দৰে প্ৰতিবিম্ব বা মানসচিত্ৰৰ প্ৰয়োগ নকৰে। আত্মাই কৰা অনুসন্ধানৰ একমাত্ৰ মাধ্যম হ'ল মৌলিক জ্ঞান বা মুল ৰূপৰ উপলব্ধি বা চিন্তা। মানসচিত্ৰ প্ৰয়োগ নকৰি আত্মাই একমাত্ৰ মুল ৰূপৰ হে প্ৰয়োগ কৰে আৰু মুল ৰূপৰ মাধ্যমত হে সকলো অনুসন্ধান চলায়।"

"তোমাৰ গোটেই কথাখিনি পিচে যেনেকৈ বুজিম বুলি ভাবিছিলোঁ তেনেকৈ বুজিব নোৱাৰিলোঁ।

"বাৰু তেনেহ'লে আকৌ এবাৰ চেষ্টা কৰি চাওঁহক। আগতে এবাৰ কৈ যোৱা কথা কেইটামানকে পুনৰ দাঙি ধৰিলে তুমি বোধকৰোঁ কথাষাৰ ভালকৈ বুজিব পাৰিবাঁ। তুমিতো জানাই, জ্যামিতি আৰু গণিতৰ ছাত্ৰই অনুশীলন কৰোঁতে নানাবিধ যুগ্ম সংখ্যা, বিযোৰ সংখ্যা, সংখ্যা, চিত্ৰ, তিনি প্ৰকাৰৰ কোণ আদি হৰেকৰকমৰ অনুমানক আহিলা স্বৰূপে হাতত লয়। এই সকলোবোৰ বস্তু সিহঁতে জানেই বুলি ধৰি লোৱা হয়। গতিকে সেইবোৰক স্বতঃসিদ্ধ কথা বুলি ধৰি লোৱা হয় আৰু সেইবোৰ কাকো ব্যাখ্যা কৰিব নালাগে। এইদৰেই আৰম্ভ কৰি সিহঁতে বিষয়টোৰ বাকী-খিনি অধ্যয়নত আগ বাঢ়ে। আৰু শেহান্তত যি লক্ষ্য সাধনৰ বাবে অনুসন্ধানত নামিছিল তাত ঠিক উপস্থিত হয়গৈ।"

তেওঁ উত্তৰ দিলে, "এইটো কথা বুজি পাইছোঁ।"

"তুমি এইটোও জানা যে গণিত-জ্যামিতিৰ ছাত্ৰহঁতে যেতিয়া সংখ্যা বা অঙ্কণ আদি দৃশ্যমান চিত্ৰ ব্যৱহাৰ কৰে তেতিয়া প্ৰকৃততে সিহঁতে মনৰ ভিতৰত চিন্তা কৰে এই চিত্ৰবোৰৰ মুল কথাটোহে। কোনোবা এটা বিশেষ বৰ্গক্ষেত্ৰ বা ব্যাসৰ বিচাৰ নকৰে, কৰে

বৰ্গক্ষেত্ৰ বা ব্যাসৰ মৌলিক স্বৰূপটোৰ হে। এই একে কথাই সকলো ক্ষেত্ৰতে খাটে। সিহঁতে যিবোৰ চিত্ৰাঙ্কণ বা নক্সা কৰে সেইবোৰেই হ'ল প্ৰকৃত দৃশ্যমান বস্তু। পানীত এইবোৰ বস্তুৰ ছাঁ বা প্ৰতিবিম্ব দেখা পোৱা যাব। কিন্তু ছাত্ৰইঁতে বিচাৰিছে বৰ্গক্ষেত্ৰ বা ব্যাসৰ প্ৰকৃত ৰূপটো। এই প্ৰকৃত ৰূপটো সিহঁতে উপলব্ধি কৰিব পাৰিব একমাত্ৰ চিন্তাৰ যোগেদি হে অৰ্থাৎ মনৰ চকুৰে হে সেইবোৰ দেখিবলৈ পাব।"

"সঁচা।"

"বুজিলা এতিয়া। এইবিধ বস্তুকেই মনৰ জগতৰ বস্তু বা জ্ঞানৰ বস্তু বুলি কৈছিলোঁ। কিন্তু এইটোও লগতে কৈছিলোঁ যে এইবিধ বস্তুৰ অনুসন্ধান কৰোঁতে আত্মাই অনুমানৰ সহায় ল'বলৈ বাধ্য হয়। এনে অনুসন্ধানত আত্মাই মুল সূত্ৰৰ উপলব্ধিৰ ফালে আগ নেবাঢ়ে ( কাৰণ অনুমানৰ বান্ধৰপৰা বাহিৰ ওলাবলৈ আৰু তাক অতিক্ৰম কৰিবলৈ ই সক্ষম নহয় ); মাত্ৰ তলৰ খণ্ডত থকা বস্তুবোৰৰ যিটো প্ৰতিলিপি দেখে তাকে মানচিত্ৰ হিচাপে প্ৰয়োগ কৰে। মুলৰ তুলনাত এই প্ৰতিলিপি আৰু ছাঁবোৰকে অধিক স্পষ্ট আৰু মুল্যবান বুলি আদৰ কৰা হয়।"

"জ্যামিতি আৰু আনুসঙ্গিক চৰ্চ্চাৰ বিভিন্ন প্ৰশাখাৰ বিষয়বস্তুৰ ওপৰতেই তুমি কৈছাঁ বুলি বুজিছোঁ।"

"এতিয়া চিন্তা জগতৰ দ্বিতীয় খণ্ডলৈ আহাঁ। বিচাৰ-শক্তিয়ে নিজৰ যুক্তি-বিচাৰৰ বলত যিখিনি বুজিব পাৰে সেইখিনিকে মই দ্বিতীয় খণ্ড বুলিছোঁ। এই ক্ষেত্ৰত বিচাৰ-শক্তিয়ে অনুমানক মুল তত্ত্ব হিচাপে নলৈ মাত্ৰ অনুমান হিচাপেহে গ্ৰহণ কৰে। অৰ্থাৎ অনুমানক জখলা আৰু সহায়ক হিচাপে ধৰি তাৰ ওপৰেদি বগাই গৈ এনেকুৱা এটা বস্তুত উঠিবগৈ পাৰে যিটো আনুমানিক নহয়। আৰু, সেইদৰেই গৈ আত্মাই যাতে সকলো বস্তুৰে মুল তত্ত্ব উলিয়াব আৰু আয়ত্ত কৰিব পাৰে। এইখিনি কৰাৰ পাচতেই ই চাৰিওফালে ঘূৰি চায় আৰু যাৰ হাততেই মূল তত্ত্ব দেখা পায় তাকেই গৰা মাৰি ধৰে। তাৰ পিচত মনে নিজ সিদ্ধান্তত উপনীত হয়। তেতিয়াও অৰণ্যে ই কোনো দৃশ্যমান বস্তুৰ সহায় নিবিচাৰে ;

একমাত্র বিমূৰ্ত্ত, স্বয়ংসম্পূৰ্ণ ৰূপকহে প্ৰয়োগ কৰে আৰু সেই দৰেই শেষ সিদ্ধান্ত কৰে।"

"তোমাৰ কথাবোৰ হ'লে মই ভালকৈ বুজিলোঁ। তুমি বৰ দুৰূহ কথা বৰ্ণনা কৰা যেন লাগিছে। যেই হওক, এটা কথা অৱশ্যে বুজি পাইছোঁ। যাক আমি কলা বোলোঁ সেই কলাৰ অনুসন্ধানৰ ক্ষেত্ৰতকৈ দৰ্শনে উপলব্ধি কৰা বাস্তৱ স্থিতি বিশুদ্ধ চিন্তৰ ক্ষেত্ৰত অধিক নিশ্চয়তা আছে। কলাৰ ক্ষেত্ৰত অনুমানেই হ'ল প্ৰথম সূত্ৰ; শিক্ষাৰ্থীসকলে তাকে ইন্দ্ৰিয়ৰ জৰিয়তে উপলব্ধি নকৰি চিন্তাৰ মাধ্যমত উপলব্ধি কৰিবলৈ বাধ্য হয়; কিন্তু ইফালে যেহেতু অনুসন্ধানৰ ধাৰাত শিক্ষাৰ্থীসকলে প্ৰথম সূত্ৰলৈ উলটি নাহি আনুমানিক মূল-প্ৰসঙ্গৰপৰাই আগবাঢ়িবলৈ বিচাৰে, গতিকেই তোমাৰ এনেহে ভাব হয় যেন সিহঁতে আলোচ্য প্ৰশ্নৰ মীমাংসাত বিশুদ্ধ জ্ঞান প্ৰয়োগ কৰা নাই। অথচ প্ৰথম সূত্ৰৰ সম্পৰ্কত এই প্ৰশ্নবোৰ বিশুদ্ধ জ্ঞানৰ ক্ষেত্ৰতহে পৰে। কিন্তু তুমি ক্ষেত্ৰতত্ত্ববিদ শ্ৰেণীৰ মানুহৰ মানসিক স্বভাৱক বিশুদ্ধ জ্ঞান নুবুলি বোধশক্তি বুলিহে কৈছা হ'ব পায়। বোধশক্তিক অভিমত আৰু বিশুদ্ধ জ্ঞানৰ মধ্যবৰ্ত্তী বুলি ধৰিছা।"

"হয়, হয়। তুমি মোৰ অৰ্থটো বৰ সুন্দৰকৈ ধৰিব পাৰিছা। এতিয়া এই চাৰিটা খণ্ডৰ অনুৰূপে এই চাৰিবিধ মানসিক অৱস্থা থকাটো তুমি মানিবা বুলি আশা কৰিলোঁ—অৰ্থাৎ উচ্চতম খণ্ডৰ অনুৰূপে বিশুদ্ধ জ্ঞান, দ্বিতীয় খণ্ডৰ অনুৰূপে বোধশক্তি, তৃতীয় খণ্ডৰ অনুৰূপে বিশ্বাস আৰু শেহৰ খণ্ডৰ অনুৰূপে অনুমান। এতিয়া কেয়োটাৰ স্থান নিৰ্ণয় কৰি সজাই লোৱাঁ আৰু প্ৰত্যেকৰে নিজ লক্ষ্যবস্তুৰ গাত যিমান পৰিমাণে সত্যতা আছে ঠিক সিমান পৰিমাণে প্ৰত্যেকৰে স্বকীয়া বৈশিষ্ট্য আছে বুলি ধৰাঁ।"

তেওঁ ক'লে, "মই এতিয়া বুজি পাইছোঁ। তোমাৰ লগত মই সম্পূৰ্ণ একমত। তুমি কোৱাৰ দৰেই মই এই কেইটা সজাই লম।"

## সপ্তম খণ্ড

এইবাৰ মই ক'লোঁ, "স্বাভাবিক ভাৱে কোন মানুহ কিমানদূৰ জ্ঞানী হ'ব নাইবা অজ্ঞ হৈ থাকিব পাৰে সেই কথা বুজি পাবৰ বাবে আমি বাৰু এনে ধৰণৰ পৰিস্থিতি এটাৰ সৈতে ৰিজাই চাওঁহকচোন। ধৰাঁ জানিবাঁ মাটিৰ তলত গহ্বৰৰ নিচিনা কোঠা এটাত এজাক মানুহ বাস কৰি আছে। সেই কোঠাটো দীঘলে দীঘলে গোটেই গহ্বৰটো জুৰি আছে। কোঠাটোলৈ পোহৰ সোমাব-পৰা বাট এটা হে আছে। এই মানুহবোৰক শিশু অৱস্থাৰেপৰা তাত বন্দী কৰি থোৱা হৈছে। সিহঁতৰ ডিঙিয়ে ভৰিয়ে এনেকৈ শিকলি লগোৱা আছে যে সিহঁতে কেনিও ডিঙি লৰচৰ কৰিব নোৱাৰে। একেথৰে বহি সিহঁতে আগফালে পোনে পোনে চাই থাকিব লগা হৈছে। তদুপৰি ধৰাঁ জানিবাঁ অলপমান দূৰৈত সিহঁতৰ ওপৰ ফালে আৰু পিছফালে দপদপকৈ একুৰা জুই জ্বলি আছে। জুইকুৰা আৰু বন্দীবোৰৰ মাজেদি ওখ আলিবাট এটা গৈছে। বাটটোৰ কাষে কাষে এখন চাপৰ বেৰ সজা আছে। বাজীকৰে যাদু দেখুৱাওঁতে দৰ্শকৰ সমুখত এখন আঁৰকাপোৰ আঁৰি থয় আৰু সেইখনৰ ওপৰেদি সি যাদু দেখুৱায়। এই চাপৰ বেৰখনো যেন এনে এখন আঁৰকাপোৰেই।"

তেওঁ উত্তৰ দিলে, "ধৰিছোঁ বাৰু।"

"আকৌ ধৰাঁ জানিবাঁ এই বেৰখনৰ পিছফালে কিছুমান বাটৰুৱা খোজকাঢ়ি গৈছে। সেই মানুহবোৰে কাঠত বা শিলত বা অন্যান্য ঠাইত কটা কিছুমান মানুহ আৰু জন্তুৰ মূৰ্ত্তি কঢ়িয়াই লৈ গৈছে। লগত আৰু অন্যান্য বস্তুও নিছে। বেৰখনৰ ওপৰেদি এই মূৰ্ত্তি আৰু বস্তুবোৰ দেখা পোৱা গৈছে। লগতে এইটোও ভাবি লোৱাঁ যেন খোজকাঢ়ি যাওঁতে বাটৰুৱাবোৰৰ কিছুমানে কথাপাতি গৈছে আৰু কিছুমানে নিমাত হৈ গৈছে।"

"তুমি কিন্তু কিছুমান বৰ অদ্ভুত দৃশ্য আৰু অদ্ভুত বন্দীৰ বৰ্ণনা দিছাঁ দেই !"

মই উত্তৰ দিলোঁ, "নহয়, সেইবোৰ আমাৰেই অনুৰূপ। প্ৰথমে কোৱাঁচোন, এনেদৰে বন্দী হৈ থকা মানুহবোৰে সিহঁতৰ সমুখত থকা গহ্বৰটোত জুইকুৰাই পেলোৱা ছাঁবোৰৰ বাহিৰে নিজৰ গাৰ কিবা এটা নাইবা ইটোৱে সিটোৰ কিবা এটা দেখিব পাৰিছিল নে বাৰু ?"

"সমস্ত জীৱনটোতে যেতিয়া সিহঁতক মূৰটোকে লৰচৰ কৰিব নোৱৰাকৈ বান্ধি থোৱা হৈছে তেনে অৱস্থাত নো কেনেকৈ দেখিবলৈ পাব ?"

"এতেকে সিহঁতৰ কাষেদি কঢ়িয়াই লৈ যোৱা বস্তুবোৰৰ বিষয়েও সিহঁতৰ যি জ্ঞান হ'ব সি জানো সিমানেই সীমাবদ্ধ নহ'ব ?"

"নিশ্চয় হ'ব।"

"বাৰু তেন্তে যদি হে সিহঁতৰ ইটোৱে সিটোৰ লগত কথাবতৰা হ'ব পাৰে তেনেহ'লে সিহঁতে চকুৰ আগত দেখা বস্তুবোৰক কিবা একোটা নাম দিব বুলি বাৰু ভাবাঁ নে ?"

"জৰুৰ দিব।"

"আকৌ বাৰু জানিবাঁ যেতিয়াই কোনোবা এটা বাটৰুৱাই কিবা এষাৰ কয় তেতিয়াই সিহঁতৰ সমুখৰ ফালৰপৰা বন্দীশালত সেই কথাৰ প্ৰতিধ্বনি উঠে। তেতিয়াই সেই মাতষাৰক সিহঁতৰ আগে দি পাৰ হৈ যোৱা ছাঁবোৰৰ মাত নুবুলি কাৰ মাত বুলি ক'ব বাৰু ?"

"এই ছাঁবোৰৰ মাত বুলি নকৈ আৰু কি বুলি ক'ব ?"

"তেনেহ'লে নিশ্চয় এনেবোৰ মানুহে সেই কৃত্ৰিম বস্তুবোৰৰ ছাঁ-কেই একমাত্ৰ সত্য বুলি ধৰিব।"

"হয়। সেইটো নিশ্চয় কৰিব।"

"বাৰু, যদি হে সময়ৰ মূৰত জানিবাঁ সিহঁতে মুক্তি লাভ কৰিলে, তেতিয়া কি হ'ব আৰু সিহঁতৰ ভুলৰ শুধৰণি কেনেকৈ হ'ব—সেই বিষয়ে বাৰু ভাবাঁচোন। জানিবাঁ সিহঁতৰ ভিতৰৰে এটাক মুক্তি দিয়া হ'ল আৰু হঠাতে তাক, ঠিয় হৈ ডিঙিটো ঘূৰাই চকু মেলি পোহৰৰ ফালে খোজ কাঢ়িবলৈ দিয়া হ'ল। জানিবাঁ সি অশেষ

কষ্টেৰে এই সকলোখিনি কাম সমাধা কৰিলে। আৰু জানিবাঁ যিবোৰ বস্তুৰ ছাঁ সি আগতে দেখিছিল এতিয়া কিন্তু সেইবোৰক জুইৰ উজ্জ্বল পোহৰত সি ধৰিব নোৱৰা হ'ল। তেনে অৱস্থাত কোনোবাই যদি তাক কয় যে আগৰ ছোৱাত সি ছাঁয়াময়া আকৃতি হে দেখিছিল আৰু এতিয়া হে সি আচল বস্তুৰ অলপ ওচৰ চাপিছে আৰু এইদৰে কৈ যদি তাক আচল বস্তুৰ ফালে পোনাই দিয়া হয় আৰু সিও ভালকৈ দেখিবলৈ পায়, তেতিয়া বাৰু সি কি উত্তৰ দিব বুলি তোমাৰ ধাৰণা হয়? বিশেষকৈ, যদিহে তাৰ কাষেদি যোৱা বস্তুবোৰলৈ আঙুলিয়াই দি কোনোবাই সেই বস্তুবোৰ কি বুলি তাক সোধে আৰু উত্তৰ দিবলৈ কয় তেতিয়া বাৰু সি কি বুলি ক'ব? তেতিয়া সি একেবাৰে বিমোৰত নপৰিব নে? তাৰ চকুৰ আগত এতিয়া দাঙি ধৰা বস্তুবোৰতকৈ আগেয়ে দেখাবোৰক সি আচল বস্তু বুলি নধৰিব নে বাৰু?"

"হয়। সেইবোৰক হে আচল বুলি ধৰিব।"

"তাৰ পিচত যদি তাক ঠিক জুইৰ পোহৰলৈকে চাই থাকিবলৈ বাধ্য কৰোৱা হয় তেতিয়া হ'লে তাৰ চকু দুটাই কষ্ট নেপাব নে? আৰু, সি তেতিয়া তাৰ চকু ঘূৰাই আনি বস্তুবোৰত পেলালে সেই বস্তুবোৰ ভালকৈ নেদেখিব নে? তাক আঙুলিয়াই দিয়া বস্তুবোৰতকৈ এইবোৰ বস্তুৱেই প্ৰকৃততে বেচি স্পষ্ট বুলি এতিয়া সি নাভাবিব নে?"

"হয় ভাবিব।"

"জানিবাঁ কোনোবাই তাক গহ্বৰৰ ভিতৰৰপৰা উলিয়াই জোৰ-জবৰদস্তিকৈ বহুত ওখলৈ টানি লৈ আহে আৰু তাক বেলিৰ পোহৰত পেলাই দিয়েহি। তেতিয়া এনে ব্যৱহাৰত সি জানো ক্ষুব্ধ হৈ নপৰিব আৰু তাৰ খং নুঠিব? পোহৰলৈ অহাৰ পিচত তাৰ চকুত জানো জাল মাৰি নধৰিব আৰু আচল বুলি কোৱা বস্তু এটাকো মনিব নোৱৰা নহ'ব জানো?"

"হয়। প্ৰথমে তেনেকুৱাই হ'ব।"

"এতেকে বাহিৰৰ সেই ওখ ঠাইৰ বস্তুবোৰ মনিবলৈ হ'লে সি তাৰ বাবে অভ্যস্ত হ'ব লাগিব। প্ৰথম অৱস্থাত সি ছাঁ

দেখিলে ততালিকে ধৰিব পাৰিব। তাৰ পিচৰ অৱস্থাত সি পানীৰ ওপৰত পৰা মানুহ বা অন্যান্য বস্তুৰ প্ৰতিবিম্ব ধৰিব পাৰিব; তাৰ পাচত হে আচল বস্তু ধৰিবপৰা হ'বগৈ। ইয়াৰ পাচত হে জোন-তৰাৰ পোহৰৰ ফালে সি চকু মেলিব পৰা হ'ব; কাৰণ সি দেখিব যে দিনত বেলিৰ পোহৰত চকু মেলাতকৈ ৰাতি আকাশত গ্ৰহ-নক্ষত্ৰ চাবলৈ সহজ।"

"নিশ্চয়।"

"সৰ্ব্বশেষত সি বেলিৰ প্ৰকৃতি নিৰীক্ষণ কৰিব আৰু কল্পনা কৰিব পাৰিবগৈ। অৱশ্যে এনে নিৰীক্ষণ পানীত দেখা বা অইন ঠাইত দেখা বেলিটোৰ নিৰীক্ষণ নহয়, নিজ স্থানত বেলিটো যেনে আছে তেনে ভাৱে হে নিৰীক্ষণ কৰিব।"

"হয়।"

"তাৰ পিছ কোবত সি এইটো সিদ্ধান্তত উপনীত হ'ব যে বেলিয়েই হ'ল ঋতু তথা বছৰ পৰিবৰ্ত্তনৰ হেতু আৰু এই বেলিয়েই হ'ল দৃশ্যমান জগতৰ সকলো বস্তুৰে পালক। অকল সেয়েই নহয়, সি এইটোও সিদ্ধান্ত কৰিব যে সি আৰু তাৰ লগৰীয়াবোৰে যিবোৰ বস্তু দেখা পাইছিল এক প্ৰকাৰে সেই সকলোবোৰৰ মূলতে হ'ল বেলিয়েই।"

"ঠিক ধৰিছাঁ। এইটোৱেই তাৰ দ্বিতীয় কাম হ'ব।"

"কিন্তু ইয়াৰ পাচত বাৰু কি হ'ব? যেতিয়া প্ৰথমে থকা স্থানৰ কথা মনলৈ আহিব আৰু সেই স্থানত লাভ কৰা জ্ঞান আৰু সেই স্থানত থকা তাৰ পুৰণি লগৰীয়াবোৰৰ কথা মনত পৰিব তেতিয়া বাৰু তাৰ নিজৰ পৰিৱৰ্ত্তিত অৱস্থাৰ বাবে ধন্য নেমানিব নে আৰু তাৰ লগৰীয়াবোৰৰ প্ৰতি তাৰ পুতৌ নুপজিব নে?"

"নিশ্চয় সেইটো হ'ব।"

"আৰু যদি হে তাৰ পুৰণি লগৰীয়াবোৰৰ ভিতৰত ইজনে-সিজনৰ পৰা সম্মান আৰু প্ৰশংসা লাভ কৰাৰ প্ৰথা থাকিলহেঁতেন আৰু যদিহে আগেদি পাৰ হৈ যোৱা কোনোটো ছাঁয়েই যিজনৰ চকুৰপৰা সাৰি যাব নোৱাৰে, তেনে ছাঁৰ আগত বা পাচত বা লগত থকা সকলো বস্তুকে যি জনে মনত ৰাখিব পাৰে, আৰু এইবোৰ যুগুতাই

লৈ তাৰ পিচত কি হ'ব পাৰিব তাক ধৰিব পাৰে, তেনে জনক যদি পুৰস্কাৰ দিয়াৰ প্ৰথা থাকিলহেঁতেন তেতিয়া হ'লে বাৰু সি এনে পুৰস্কাৰৰ বাবে হেপাহ নকৰিব নে? আৰু যি সকলে সম্মান লাভ কৰে আৰু সিহঁতৰ মাজত ক্ষমতাৰ অধিকাৰী হয় সেইসকলৰ প্ৰতি তাৰ ঈৰ্ষা নহ'ব নে? হোমাৰে বৰ্ণনা কৰাৰ দৰেই বাৰু সিও অনুভৱ নকৰিবনে আৰু "মাটিহীন গৰাকীৰ অধীনত গেবাৰি খাটিবলৈ পৃথিবীতে থাকিবলৈ" বাঞ্ছা নকৰিব নে? পুৰণি ধাৰণা আৰু পুৰণি জীৱনলৈ ঘূৰি যোৱাতকৈ সি যি কোনো কষ্ট স্বীকাৰ কৰিবলৈকে সাজু হ'ব।"

তেওঁ উত্তৰ দিলে, "মোৰ মতও সেইটোৱেই। মইও ভাবোঁ সেইদৰে জীৱন যাপন কৰাতকৈ অন্য যেই কোনো কামকে কৰিবলৈ সাজু হ'ব।"

"বাৰু। এতিয়া আৰু এটা কথা বিবেচনা কৰি চোৱাঁচোন। জানিবাঁ এই মানুহটো ওপৰৰপৰা নামি আহি আকৌ আগৰ পুৰণি ঠাইত বহিলহি। তেতিয়া বাৰু কি হ'ব? হঠাতে বেলিৰ পোহৰৰপৰা আঁতৰি অহাত এই পুৰণি ঠাইডোখৰৰ অন্ধকাৰে তাৰ চকু আচ্ছন্ন কৰি পেলোৱা যেন নেপাব নে?"

"হয় পাব।"

"তাৰ চকুৰ জ্যোতি কম হৈ থকা আৰু চকু অস্থিৰ হৈ থকাৰ অৱস্থাত যদি ওপৰুক্ত ছাঁ-বোৰৰ বিষয়ত তাক অভিমত প্ৰকাশ কৰিবলৈ কৈ তাক, সদায় বন্দী অৱস্থাত থকাবোৰৰ সৈতে প্ৰতিযোগিতাত নমাই দিয়া হয়—আৰু এইটো কাম যদি বহুত সময়লৈকে চলোৱা হয়, তেনেহ'লে তাক জানো বহুৱা তোলা নহ'ব? তেনে অৱস্থাত তাৰ বিষয়ে জানো এইদৰে কোৱা নহ'ব যে সি তাৰ দৃষ্টিশক্তি নষ্ট কৰিবৰ বাবেহে মাথোন গহ্বৰৰপৰা ওলাই ওপৰলৈ গৈছিল আৰু তাকে কৰি ঘূৰি আহিল; গতিকে ওপৰলৈ ওলাই যোৱাৰ কোনো সকাম নাই। এতেকে কোনোবাই যদি এই বন্দীবোৰক মুক্ত কৰি পোহৰলৈ নিবলৈ চেষ্টা কৰে তেন্তে সিহঁতে সেইজনক সিহঁতৰ মাজত পালে, পাৰিলে মুচৰিয়েই মাৰি পেলাব।"

"হয়। সিহঁতে সেইটোকে কৰিব।"

"বাৰু গ্লকন, এতিয়া আমাৰ এই কাল্পনিক ঘটনাটো আমাৰ আগৰ কাহিনীটোৰ লগত মিলাই চোৱাঁচোন। চকুৰে দেখা স্তৰক বন্দীশালৰ লগত আৰু বন্দীশালত থকা জুইকুৰাৰ পোহৰক বেলিৰ শক্তিৰ লগত তুলনা কৰাঁ। আকৌ, ওপৰলৈ উঠা কাৰ্য্য তথা উচ্চতৰ জগতৰ কল্পনাক আত্মাই বৌদ্ধিক স্তৰত উপনীত হোৱা বুলি ধৰি লোৱাঁ। এই ধৰণে চালে মইনো এই বিষয়ত কি ধাৰণা কৰিছোঁ বুজি পাবাঁ। অৱশ্যে মোৰ ধাৰণা শুদ্ধই হৈছে নে অশুদ্ধই হৈছে তাক একমাত্ৰ ভগৱন্তই হে জানে। কিন্তু সি যি কি নহওক, এই বিষয়ত মোৰ ধাৰণা হ'ল এই—জ্ঞান-জগতত আমাৰ অনুসন্ধানৰ শেষ লক্ষ্য হ'ল সৎত্বৰ মৌলিক ৰূপৰ উপলব্ধি। অৱশ্যে এই লক্ষ্য সাধন কৰাটো টান কথা। কিন্তু যেতিয়াই এই উপলব্ধি কৰিবপৰা যাব তেতিয়াই কিন্তু আমি ক'ব পাৰিম যে যি কোনো ক্ষেত্ৰতেই সৎত্বই হ'ল সকলো বিধ সুন্দৰ আৰু উজ্জ্বল বস্তুৰ উৎস। ইয়েই দৃশ্যমান জগতত পোহৰ আৰু পোহৰৰ গৰাকীক জন্ম দিয়ে। জ্ঞান-জগততো সিয়েই হ'ল—সত্য আৰু জ্ঞানৰ জন্মদাতা আৰু গৰাকী। গতিকেই সৎত্বৰ মূল ৰূপৰ উপলব্ধি কৰিব নোৱৰা জনে ব্যক্তিগত জীৱনতেই হওক বা ৰাজ্য-পৰিচালনাৰ কথাতেই হওক, ক'তো জ্ঞানৰ পৰিচয় দিব নোৱাৰিব।"

"মই বুজাত তোমাৰ সৈতে এই বিষয়ত মোৰ মতৰ অমিল নহ'ব।"

"তেনেহ'লে তুমি আৰু এষাৰ কথাত মোৰে সৈতে একমত হ'ব পাৰিবাঁ যে ইমান ওখলৈকে উঠাসকলে সামাজিক কথাৰ দায়িত্ব ল'বলৈ আগ নবঢ়াটো একেবাৰে স্বাভাৱিক কথাই হ'ব। সেই সকলৰ আত্মাই স্বাভাৱিকতে সদায় সেই ওখ ঠাই এৰিবলৈ নিবিচাৰিব। আমি এই ক্ষেত্ৰত যিটো উপমা দাঙি ধৰিছিলোঁ সেইটোৱেই যদি সিহঁতৰ প্ৰকৃত অৱস্থাটোকে দেখুৱাইছে তেন্তে এনে নহৈ আৰু কি হ'ব পাৰিব বাৰু?"

"তেনে নহৈ আৰু আন একো হ'ব নোৱাৰে।"

"এনে এজন মানুহৰ কথাকে ধৰাঁচোন বাৰু পাছত যি এইমাত্ৰ

স্বৰ্গীয় বস্তুৰ চিন্তা ত্যাগ কৰি মানব সমাজৰ দুখ-দুৰ্দ্দশা বুজিবলৈ আহিছে। তেওঁৰ চকুৰ জাল এতিয়াও মৰাই নাই। আৰু তেওঁৰ চাৰিওপিনে থকা অন্ধকাৰত তেওঁ অভ্যস্তও হৈ উঠা নাই। তেনেস্থলত যদি তেওঁ আদালতত নাইবা অন্যান্য ঠাইত ন্যায়ৰ ছাঁ বা যিবোৰ প্ৰতিকৃতিয়ে সেই ছাঁ পেলায় সেইবোৰৰ বিষয়ে মতামত দিব লগীয়া হয় আৰু ন্যায়ৰ মূল বৈশিষ্ট্য নো কি তাক নজনাসকলে কোৱা কথাৰ ওপৰত তৰ্ক কৰিব লগা হয়, তেনে অৱস্থাত উপায়হীন হৈ নিজৰ দুৰ্ব্বলতা প্ৰকাশ কৰিবলৈ যোৱাটো জানো ভাল কথা হ'ব?"

"ওহোঁ। কেতিয়াও নহয়।"

"ঠিক কৈছা। জ্ঞানীজনে এইষাৰ মনত ৰাখিব যে চকুত জলকতবক লাগিব পাৰে দুই পৃথক প্ৰকাৰে আৰু দুই পৃথক কাৰণত; অৰ্থাৎ হঠাৎকাৰে পোহৰ গুচি এন্ধাৰ হোৱা বাবে নাইবা এন্ধাৰ গুচি পোহৰ হোৱা বাবে। আনহাতে এইটোকে আত্মাৰ ক্ষেত্ৰতো খাটে বুলি যদি ধৰা হয় তেন্তে এনে মানুহে যেতিয়া একোটা পৰিস্থিতিত পৰি মন বিবুধিত পৰা যেন আৰু কোনটো নো কি বস্তু ধৰিব নোৱৰা যেন হয়, তেতিয়া কিন্তু তেওঁ কথাটো পাতলকৈ নধৰি, বৰঞ্চ তেনে পৰিস্থিতিত আত্মাই উজ্জ্বল পোহৰৰ অৱস্থাৰপৰা আহি অন্ধকাৰৰ নতুন পৰিস্থিতিত পৰি দৃষ্টিশক্তি হেৰুৱাই পেলাইছে নে কি, নে, এনে এটা অৱস্থাই অজ্ঞানতাৰ গহ্বৰৰপৰা ওলাই আহি অধিক উজ্জ্বলতাত সোমাইপৰা অৱস্থাত, উজ্জ্বলতাৰ তীব্ৰ পোহৰে চকুত চাঁট মাৰি ধৰিছে নে কি এইটোহে বিবেচনা কৰি চাব। তেনে পৰীক্ষা নকৰালৈকে কোনোবা এজনৰ অৱস্থাক প্ৰশংসা কৰা বা আন এজনৰ অৱস্থাক পুতৌ কৰাৰ এটাও তেওঁ নকৰিব। কোনো ক্ষেত্ৰত তেওঁ কেতিয়াবা কাৰবাক ইতিকিং কৰিব লগীয়া হ'লেও সেই ইতিকিঙৰ সুবক বৰ বেয়া যেন নেলাগিব—অন্ততঃ উজ্জ্বল পোহৰৰপৰা নামি অহাৰ অৱস্থাত আত্মাক ইতিকিং কৰাতকৈ বেয়া নহ'ব।"

"এৰা, তুমি কথাষাৰ বহুত ভাবি-চিন্তিয়েই কৈছা।"

"এতেকে এইষাৰেই যদি সঁচা হয় তেন্তে আমি এই বুলিয়েই

ঠাৱৰ কৰিব লাগিব যে কিছুমান শিক্ষকে শিক্ষাক যি বুলি কৈছে আচলতে সেইটো নহয়। এই শিক্ষকসকলৰ মতে মনৰ ভিতৰত নথকা জ্ঞান এসোপা স্নুমুৱাই দিয়াটোৱেই হ'ল শিক্ষা। যেন তেওঁলোকে কণা চকুত দৃষ্টিশক্তি স্নুমুৱাইহে দিব পাৰে!"

"সঁচা কথা। তেওঁলোকৰ কথাও এইৰোৱেই।"

"অথচ আমাৰ আলোচনাত এইটো কোৱা আছে যে প্রত্যেক মানুহৰ আত্মাৰ ভিতৰত একোটা শক্তি আছে যাৰ মাধ্যমত সত্যটো বুজিব পাৰে আৰু একোটা ইন্দ্রিয় থাকে যাৰ সহায়ত সত্যত দৃষ্টি পেলাব পাৰে। লগতে এইটোও দেখুৱা হৈছে যে যেনেকৈ গোটেই গাটো নুঘূৰুৱাকৈ আমি অন্ধকাৰৰপৰা পোহৰলৈ সম্পূর্ণকৈ চকু ঘূৰাব পৰাটো অসম্ভৱ বুলি ধৰোঁহক, সেইদৰেই এই শক্তি বা ইন্দ্রিয়কো আত্মাৰ লগতে একেলগে ঘূৰাব লাগিব—প্রকৃত সত্য-জগত আৰু সেই জগতৰ উৎকৃষ্ট অংশ উপলব্ধি কৰিব পৰা নোহোৱালৈকে আত্মাক নশ্বৰ সংসাৰৰপৰা আঁতৰাই আনিব লাগিব, যাতে আত্মাই প্রকৃত সত্য উপলব্ধি কৰিব পাৰে। এই প্রকৃত সত্য জগতৰ উৎকৃষ্ট অংশই হ'ল আমাৰ মতে সতত্বৰ স্বৰূপ। মোৰ কথাষাৰ বাৰু শুদ্ধ হৈছে নে?

"শুদ্ধ হৈছে।"

তাৰ পাচত মই ক'লোঁ, "নশ্বৰ সংসাৰৰপৰা দৃষ্টি আঁতৰাই নি আত্মাক প্রকৃত সত্যমুৱা কৰা প্রক্রিয়ায়েই এক কলাত পৰিণত হ'ব। অতি সহজে আৰু সম্পূর্ণ কৃতকার্য্যতাৰে কেনেকৈ এই কাম সাধন কৰিব পৰা যাব তাকে এই কলাই শিকাব। আত্মাক দৃষ্টিশক্তি দান কৰাটো এই কলাৰ উদ্দেশ্য নহয়। আত্মাৰ দৃষ্টিশক্তি আছেই; মাত্র সেই দৃষ্টি ভুল স্থানত পৰি থাকে; সেই ভুল শুধৰোটোৱেই হ'ল এই কলাৰ কাম।"

"হয়। এইটোৱেই হ'ব।"

"এতেকে এহাতে দেখা গ'ল যে আত্মাৰ সাধাৰণ ধর্ম্মও দেহাৰ ধর্ম্মৰপৰা বেলেগ নহয়। আত্মাৰ এইবোৰ গুণ পূর্ব্বৰেপৰা নাথাকে। অভ্যাস-অধ্যৱসায়ৰ ফলত হে লাহে লাহে গঢ় লয়। আনহাতে জ্ঞানৰ ধর্ম্ম নিহিত থাকে মহৎ বস্তুত হে। সেই বস্তুৰ শক্তি অক্ষয়,

কিন্তু এই মহৎ শক্তিক ভাল কাৰ্য্য সাধনৰ বাবেও প্ৰয়োগ কৰিব পাৰি নাইবা বেয়া কাৰ্য্যতো লগাব পাৰি। ভাল-বেয়া নিৰ্ভৰ কৰে কোন ফালে সেই শক্তিক ঢাল খুওৱা হয় তাৰ ওপৰত। ইয়াৰ আগতেও দেখিছোঁ যে নিকৃষ্ট আত্মাৰ দৃষ্টিশক্তি অতি চোকা। এইবোৰ আত্মা অসৎ; কিন্তু বৰ চতুৰ আৰু অসৎ হৈয়ো সৎ বুলি জনাজাত হৈ থাকে। এইবোৰে য'তেই দৃষ্টি নেপেলাওক তাকে সম্পূৰ্ণকৈ দেখা পায়। এইটোৱেই প্ৰমাণ কৰে যে এনে আত্মাৰ দৃষ্টিশক্তি ক্ষীণ নহয়। কিন্তু কথা হ'ল যে সেই শক্তি বেয়া কামত প্ৰয়োগ কৰা হৈছে। ফলত এনে দৃষ্টিশক্তি যিমানেই চোকা হ'ব, সিমানেই তাৰপৰা ব্যাপক অনিষ্ট সাধন হ'ব।"

"হয়। ঠিক কৈছা।"

মই তেতিয়া ক'লোঁ, "খকুৱা স্বভাৱৰ মানুহৰ গাত ভোক-থঁকৰ হেপাহেই এক গধুৰ শিলৰ বোজা হৈ পৰে। অনিত্য সংসাৰৰ এনেবোৰ বোজাই আত্মাৰ দৃষ্টি সদায় নিম্নগামী কৰি ৰাখে। এতেকে সৰুকালতেই এইবোৰ মানুহৰ গাৰপৰা যদি এই বোজাটো এৰুৱাই দিব পৰা হয়, অৰ্থাৎ সিহঁতক যদি এনে বান্ধোনৰপৰা মুক্ত কৰি সিহঁতৰ দৃষ্টি প্ৰকৃত সত্যৰ পিনে ঢাল খুৱাই দিয়া হয়, তেতিয়া হ'লে এইবোৰ মানুহৰ এইবোৰ আত্মায়েই বৰ্ত্তমানে যিবোৰ বস্তুত যিমান সূক্ষ্মভাৱে দৃষ্টি নিক্ষেপ কৰি আছিছে ঠিক তেনেভাৱেই প্ৰকৃত সত্যতো দৃষ্টি পেলাব।"

"হয়। সম্ভৱ সেইটোৱেই হ'ব।"

"যিবোৰ মানুহ অশিক্ষিত আৰু যিবোৰে সত্য কি বস্তু নেজানে নাইবা যিবোৰে গোটেই জীৱনটো শিকি থকোঁতেই যায় তেনেবোৰ মানুহ কেতিয়াও ৰাজ্যৰ উপযুক্ত শাসক হ'ব নোৱাৰিব—এই বুলিয়েই জানো ক'ব নোৱাৰিম অথবা এইটোৱেই জানো আমাৰ পূৰ্ব্বৰ সিদ্ধান্তৰ আনুষঙ্গিক কথা নহ'ব? এই দুইবিধ মানুহৰ প্ৰথম বিধ, অৰ্থাৎ অশিক্ষিত শ্ৰেণী, অনুপযুক্ত হ'ব এইবাবেই যে নিজৰ ব্যক্তিগত জীৱন বা ৰাষ্ট্ৰীয় জীৱনতো অনুসৰণ কৰিবলৈ সিহঁতৰ কোনো নিৰ্দ্দিষ্ট আদৰ্শ বা লক্ষ্য নাই। দ্বিতীয় বিধ অৰ্থাৎ শিক্ষা আহৰণতে লাগি থকা শ্ৰেণী অনুপযুক্ত হ'ব এইবাবেই যে সিহঁতে বাধ্যত নপৰিলে কোনো

কামকে নকৰে আৰু সদায় ভাবি থাকে যে মৰ্ত্ত্যত থাকিলেও সিহঁতে প্ৰকৃততে পুণ্যবান সকলৰ আচুতীয়া স্থানত হে বাস কৰি আছে।"

"হয়, সঁচা কথা।"

"তেনেহ'লে, এতিয়া আমি ৰাজ্য-প্ৰতিষ্ঠাপক হিচাপে আমাৰ শিবিৰত থকা উৎকৃষ্ট চৰিত্ৰৰ মানুহখিনিক সম্পূৰ্ণ নিয়ন্ত্ৰণত ৰাখিব লাগিব। সত্যৰ উপলব্ধিৰ বাবে তেওঁলোকক উচ্চস্তৰলৈ উঠি যাবলৈ বাধ্য কৰা হ'ব। এই সত্য উপলব্ধিকে জ্ঞানৰ চৰম লক্ষ্য বুলি আগতেই কোৱা হৈছে। সেই উচ্চস্থানলৈ উঠি দীৰ্ঘদিন ধৰি সত্যৰ উপলব্ধি কৰাৰ পাচত তেওঁলোকক কিন্তু উচ্চশিখৰতে নিগাজীকৈ থাকিবলৈ দিয়া নহ'ব। নিম্নস্তৰত থকা বন্দীহঁতৰ লগলৈ আকৌ ঘূৰি নাহোঁ বুলি ক'বলৈ নাইবা বন্দীহঁতৰ লগত একেলগে সৰু-ডাঙৰ সকলো কাম-কাজ কৰি সুখ-দুখৰ সমভাগী হোৱাত অমান্তি হ'বলৈ এতিয়াৰ দৰে তেওঁলোকক স্বাধীনতা দিয়া নহ'ব।"

"এইদৰে কৰিলে দেখোন তেওঁলোকৰ প্ৰতি অন্যায় কৰাহে হ'ব আৰু তেওঁলোকক এতিয়াতকৈও নিকৃষ্ট জীৱন-যাপন কৰিবলৈ হে বাধ্য কৰোৱা হ'ব। নহ'ব জানো?"

"নহয় বন্ধু! আইন-প্ৰণয়নৰ উদ্দেশ্য যে সমগ্ৰ ৰাজ্যৰ নাগৰিক-সকলৰ সুখ-স্বাচ্ছন্দ্য কেনেকৈ হ'ব পাৰে তালৈ চোৱাটো হে, কোনোবা এটা বিশেষ শ্ৰেণীৰ সুখ-স্বাচ্ছন্দ্যৰ ব্যৱস্থা কৰা নহয়, এই কথাষাৰ পাহৰিছাঁ নে কি? এই উদ্দেশ্য সাধনৰ অৰ্থে আইনৰ যোগে নাগৰিক সকলক পাৰিলে বুজাই বৰাই, নোৱাৰিলে বাধ্য কৰি, সকলোকে ঐক্যবদ্ধ কৰিব লাগিব। ৰাজ্যৰ সমূহীয়া জীৱনলৈ প্ৰত্যেক ব্যক্তিয়ে যিখিনি দান কৰে সেইখিনিৰ ভাগ সকলোৱে সমানে উপভোগ কৰাৰ ব্যৱস্থা কৰা হ'ব। আইনৰ যোগে এনে-ধৰণৰ মহৎ চৰিত্ৰৰ মানুহ তৈয়াৰ কৰোঁতে কিন্তু তেওঁলোকক নিজ ইচ্ছামতে যিহকে তিহকে কৰিবলৈ দিবৰ বাবে কৰা হোৱা নাছিল; কৰা হৈছিল এইবাবে হে যাতে তেওঁলোকৰ যোগে ৰাজ্যখনৰ সকলোকে একতাৰ ডোলেৰে বান্ধ খুৱাব পৰা যায়।"

তেওঁ তেতিয়া উত্তৰ দিলে: "ঠিক কথা। মই পাহৰিছিলোঁৱেই।"

"তেন্তে গ্লকন, এতিয়া ভাবি চোৱাঁচোন আমাৰ ৰাজ্যৰ ভৱিষ্যৎ

দাৰ্শনিক-শাসক সকলক যদি তেওঁলোকৰে সতীৰ্থ নাগৰিক সকলক পালন কৰিবলৈ আৰু যত্ন কৰিবলৈ উপকৰা দায়িত্ব দিওঁ, তেন্তে তেওঁলোকৰ প্ৰতি অন্যায় কৰাতকৈ আমি তেওঁলোৰ প্ৰতি সম্পূৰ্ণ ন্যায় ব্যৱহাৰ হে কৰা নহ'ব জানো ? এতিয়া আমি তেওঁলোকক এইবুলি ক'ব পাৰিম—'অইন ৰাজ্যত তোমালোকৰ লগৰীয়াসকলে নিজ নিজ ৰাজ্যৰ মানুহৰ দুখ-কষ্টৰ অংশ গ্ৰহণ কৰিবলৈ মান্তি নহ'বও পাৰে ; কিয়নো সেইবোৰ ৰাজ্যত সংবিধানৰ সকলো নিয়ম উলঙ্ঘা কৰি গহৰা গজাদি অলেখ শাসক গজিব পাৰে। অইন কাবো সহায়ৰ ওপৰত নিৰ্ভৰ নকৰাকৈ আপোনাআপুনি গজালি মেলা পুলিটোৰে লালন-পালন কৰা বাবদ কাকো পাৰিশ্ৰমিক দিবলৈ ইচ্ছা নকৰাটো স্বাভাৱিক কথা। পিচে তোমালোকৰ ক্ষেত্ৰত তেনে নহয়। আমি তোমালোকক জন্ম দিছোঁ তোমালোকৰ নিজৰ বাবেই নহয়, লগতে ৰাজ্যৰ বাবেও। তোমালোকক মৌ-চাকৰ নেতা আৰু মৌ-পালক দুইটা একেলগে কৰা হৈছে। আনবোৰতকৈ তোমালোকক সুন্দৰকৈ সম্পূৰ্ণ প্ৰশিক্ষণ দিয়া হৈছে। তোমালোকক উভয় প্ৰকাৰৰ জীৱনতেই, অৰ্থাৎ মানসিক আৰু শাৰীৰিক কাৰ্য্য সম্পাদন কৰাত, অধিক যোগ্য কৰি তোলা হৈছে। এতেকে তোমালোকৰ প্ৰতি-জনেই সময়মতে সাধাৰণ মানুহৰ লগলৈ নামি গৈ তেওঁলোকৰ লগত বাস কৰি এই অস্পষ্ট অৱস্থাৰ বস্তুবোৰ উপলব্ধি কৰিবলৈ নিজকে অভ্যস্ত কৰিব লাগিব। এনেদৰে যেতিয়া অভ্যস্ত হৈ পৰিবা তেতিয়া সদায় বসবাস কৰা অধিবাসী সকলতকৈ তোমালোকে হেজাৰ গুণে স্পষ্টকৈ কথাবোৰ দেখিবা। সুন্দৰ, ন্যায্য আৰু উত্তম বস্তুৰ মৌলিক সত্তা কি আৰু প্ৰতিবিম্ব কোনটো তোমালোকেই চিনি পোৱাঁ। গতিকে তোমালোকে প্ৰত্যেকটো প্ৰতিবিম্বকে ধৰিব পাৰিবা। এইদৰেই তোমালোকেও দেখিবা আৰু আমিও দেখিম যে বৰ্ত্তমানে প্ৰচলিত ৰাজ্যবোৰৰ দৰে আমাৰ ৰাজ্যখন মৰুভূমিৰ মৰীচিকা নহয়। প্ৰচলিত ৰাজ্যবোৰ এনে মানুহৰ দ্বাৰা গঠিত হৈছে যিবোৰে নিজৰ ভিতৰতে মৰীচিকা খেদি যুঁজবাগৰ কৰি আছে। সিহঁতৰ বাবে আটাইতকৈ কাম্য বস্তু হ'ল শাসন-ক্ষমতা আৰু এই ক্ষমতা লাভৰ বাবেই সিহঁতৰ মাজত কাঁজিয়া। এতেকে প্ৰচলিত ৰাজ্যত সকলোৰে

মৰীচিকা খেদি ফুৰিছে। আমাৰ আদৰ্শ-ৰাজ্যত কিন্তু মৰীচিকা নাই, প্ৰকৃত সত্য হে আছে। এইক্ষেত্ৰত প্ৰকৃত কথাটো হ'ল এই—শাসকৰ উপযোগী হৈ জন্মলাভ কৰা সকলেই যেতিয়া শাসনক্ষমতা ল'বলৈ আটাইতকৈ অনিচ্ছুক হয় তেতিয়াই ৰাজ্যৰ শাসন আটাইতকৈ উৎকৃষ্ট হ'ব আৰু ৰাজ্যৰ ভিতৰত বিবাদ-বিসম্বাদো আটাইতকৈ কম হ'ব। এয়ে নহৈ যদি তাৰ বিপৰীত হয় অৰ্থাৎ ক্ষমতালাভৰ বাবে সকলোৱে খোৱাকামোৰা লগায় তেন্তে পৰিণতিও বিপৰীত হ'ব।"

"তুমি একেবাৰে অটুট কথা কৈছা।"

"বাৰু তেন্তে, আমাৰ শিক্ষাৰ্থীবোৰক যদি এইদৰে কাম কৰিবলৈ কওঁ তেন্তে সিহঁতে আমাৰ আদেশ অমান্য কৰিব বুলি তুমি ভাবাঁ নে কি? সিহঁতে সকলোৱে একেলগে থাকি মুক্ত বায়ু উপভোগ কৰিবলৈ যোৱা অৱস্থাত আমাৰ নাগৰিক সকলৰ সৈতে নিৰ্দ্দিষ্ট সময়ত লগলাগি পৰিশ্ৰম কৰিবলৈ অমান্তি হ'ব নে কি?"

তেওঁ উত্তৰ দিলে: "অমান্তি হ'ব কিয়? আমাৰ এই আদেশ হ'ল সম্পূৰ্ণ ন্যায্য আদেশ আৰু যি সকলক আদেশ পালন কৰিবলৈ কোৱা হৈছে সেই সকলো হ'ল ন্যায়ধৰ্মী লোক আৰু তেওঁলোকে সকলো কথা ভালকৈ বুজি পায়। প্ৰচলিত ৰাজ্যবোৰৰ শাসকৰ নিচিনা তেওঁলোক নহয়; শাসনকাৰ্য্যৰ ভাৰ ল'বলৈ আহোঁতে সেইটো তেওঁলোকৰ অপৰিহাৰ্য্য কৰ্ত্তব্য বুলি হে লৈছে।"

"ঠিক কৈছা বন্ধু! কথাটো হৈছে এনে—সুপৰিচালিত ৰাজ্য এখন পাবলৈ হ'লে আমাৰ ভৱিষ্যৎ শাসকশ্ৰেণীৰ বাবে ক্ষমতা-লাভৰ জীৱনতকৈও উৎকৃষ্টতৰ কিবা এটা উলিয়াব পাৰিব লাগিব। কিয়নো, এনে সুপৰিচালিত ৰাজ্যত হে শাসন-ক্ষমতা প্ৰকৃত অৰ্থত ধনী শাসনকৰ্ত্তা, অৰ্থাৎ যি শাসনকৰ্ত্তা ধনসোণত ধনী নহৈ জ্ঞান আৰু ধাৰ্ম্মিক জীৱনতহে ধনী তেনে শাসনকৰ্ত্তাৰ হাতত থাকিব। জ্ঞান আৰু ধৰ্ম্মৰ সম্পত্তিয়েই হ'ল আচল সম্পদ। সকলো কালে দৰিদ্ৰ অৰ্থাৎ নিজৰ স্বাৰ্থৰ বাবে লালায়িত লোকে ৰাজ্য-ক্ষমতাৰ জৰীয়তে স্বাৰ্থপূৰণ কৰিবলৈ যেতিয়া শাসনভাৰ গ্ৰহণ কৰে তেতিয়া সেই ৰাজ্যৰ সকলো কালেই বিপদ অনিবাৰ্য্য; কাৰণ, সেইটো

হ'লেই শাসনৰ গাদী লৈ খোৱা-কামোৰা হ'ব। এনেবিধ গৃহযুদ্ধ আৰু খোৱা-কামোৰাই অকল বিবাদমান পক্ষবোৰৰেই ধ্বংস কৰি নেৰে, গোটেই ৰাজ্যখনকে নি ধ্বংসৰ মুখত পেলায়।"

"সেইটো একেবাৰে সচাঁ কথা।"

"বাৰু, তুমি ক'ব পাৰিবাঁ নে, প্ৰকৃত দাৰ্শনিকৰ বাবে অইন কোনে ৰাজ্যৰ পদমৰ্য্যাদাক অৱজ্ঞাৰ চকুৰে চাব পাৰিব?"

"ওহোঁ, ক'ব নোৱাৰিম।"

"বুজিছ়াঁ, যি শাসক হ'বলৈ নিবিচাৰে তেওঁক হে শাসনকাৰ্য্যৰ ভাৰ দিব লাগিব; নহ'লে ক্ষমতালোভীবোৰ আহি কাজিয়া কৰিবহি।"

"হয়, সেইসকলক হে শাসনভাৰ দিব লাগিব।"

"তেনেহ'লে, যি সকলে শাসনকাৰ্য্য উৎকৃষ্টভাৱে পৰিচালনা কৰিবলৈ গভীৰ জ্ঞানলাভ কৰিছে, যি সকল এবিধ স্বকীয়া সন্মানৰ অধিকাৰী আৰু যি সকলে সাধাৰণ ৰাজনীতিবিদতকৈ মহৎ জীৱন যাপন কৰে, সেইসকলক বাদ দি নো তুমি শাসনকৰ্ত্তাৰ কৰ্ত্তব্য সম্পাদন কৰিবলৈ আন কাক বিচাৰি পাবাঁ?"

তেওঁ ক'লে, "তেওঁলোকক বাদ দি অইন কাকো মই বিচাৰিবলৈ নাযাওঁ।"

"বাৰু তেন্তে, এতিয়া চোৱা যাওকচোন ৰাজ্যৰ ভিতৰত কেনেকৈনো এনে গুণসম্পন্ন মানুহ উলিয়াব পৰা যায় আৰু কেনেকৈনো তেওঁলোকক পোহৰলৈ আনিব পাৰি—যেনেকৈ একেবাৰে তলিৰপৰা সেই বীৰসকলক স্বৰ্গলৈ তুলি অনা বুলি কাহিনীত কোৱা হৈছে।"

"এৰা, চোৱা যাওক।"

"পিচে, এইষাৰ কথা শামুকৰ খোলা ঘূৰোৱাৰ নিচিনা সামান্য কথা নহয় দেই! ই হ'ল আত্মাক সম্পূৰ্ণভাৱে ঘূৰোৱাৰ কথা[১]।

১। শামুকৰ খোলা খেলত ল'ৰা-ছোৱালীবোৰে দুদল হৈ লয়। খোলা এটাৰ একালে ক'লা আৰু আনটো কালে বগা বং দিয়া হয়। "ৰাতি নে দিন?" বুলি কৈ ল'ৰা এটাই খোলাটো এটাইবোৰৰ মাজতে দলি মাৰি দিয়ে। যি কালে ক'লা ৰং পৰে সেইকালে ক'লা ৰঙৰ দল আৰু আনফালে বগা ৰঙৰ দলবোৰ দৌৰ মাৰে।

নিশাৰ অন্ধকাৰৰ নিচিনা অন্ধকাৰ দিনৰপৰা আত্মাক ঘূৰাই আচল পোহৰৰ দিনলৈ পোনাই দিয়াৰ কথা। আত্মাৰ যাত্ৰাপথো হ'ল এই ৰাতি যেন দিনৰপৰা প্ৰকৃত পোহৰৰ দিনৰ ফালে। এই যাত্ৰাই হ'ল প্ৰকৃত জ্ঞান অন্বেষণৰ পথৰ বা প্ৰকৃত দৰ্শনৰ পথৰ যাত্ৰা।

"ঠিক কথা।"

"তেন্তে কেনেবিধ শিক্ষাই আত্মাক প্ৰকৃত সত্যপথলৈ টানি আনিবৰ বাবে সমৰ্থ হ'ব, এইটোও জানো আমি বিবেচনা কৰিব নেলাগিব ?

"কিয় নেলাগিব ?"

"তেন্তে, গ্লকন। তুমি বাৰু এবিধ শিক্ষাৰ নাম ক'ব পাৰিবাঁ নে যি আত্মাক ক্ষণস্থায়ী জগতৰপৰা আঁতৰাই নি বাস্তৱ সত্যৰ ফালে ঢাল খুৱাই দিয়ে ? অৱশ্যে এই কথাষাৰ কওঁতে আগৰ এষাৰ কথাও মনত পৰিছে—অৰ্থাৎ আমি যে কৈছিলোঁ আমাৰ শিক্ষাৰ্থীবোৰক ডেকা বয়সতেই যুদ্ধবিদ্যাৰ শিক্ষা দিব লাগিব। কোৱা নাছিলোঁ জানো ?"

"হয়, কৈছিলোঁ।"

"তেনেহ'লে এতিয়া যিবিধ শিক্ষা বিচাৰিছোঁ তাত আগতে উল্লেখ কৰা বৈশিষ্ট্যবোৰৰ লগতে এইটো বৈশিষ্ট্যও থাকিব লাগিব।"

"এইটো বৈশিষ্ট্য নো কি ?"

"অৰ্থাৎ যুঁজাৰু প্ৰবৃত্তিৰ লোকেও এই শিক্ষা কামত লগাব পৰা হ'ব লাগিব।"

"সম্ভৱ হ'লে বেয়া নহয়।"

"আমাৰ আগৰ আলোচনাত কাব্য-সঙ্গীত আৰু ব্যায়ামৰ যোগে আমাৰ শিক্ষাৰ্থীসকলক প্ৰশিক্ষণ দিব লাগে বুলি কৈছিলোঁহক।"

"হয়, কৈছিলোঁ।"

"মোৰ মতে ব্যায়াম-চৰ্চ্চাৰ সম্বন্ধ হ'ল পৰিবৰ্ত্তনশীল, ক্ষণস্থায়ী বস্তুৰ লগত। শাৰীৰিক শক্তি স্থায়ী বস্তু নহয়; এটা সময়ত শক্তি বাঢ়ি আহে আৰু তাৰ পিচতে ক্ৰমাৎ টুটি যায়।"

"হয়, সেই কথা সকলোৱে জানে।"

"তেন্তে, আমি বিচৰা বস্তুটো ব্যায়াম শিক্ষা হ'ব নোৱাৰিব"।

"নোৱাৰে।"

"কিন্তু সঙ্গীতৰ বিষয়ে বাৰু তুমি কি কোৱাঁ?"

তেওঁ তেতিয়া উত্তৰ দিলে, "তোমাৰ বোধকৰোঁ মনত আছেই যে সঙ্গীতক ব্যায়ামৰ লগৰীয়া বুলি হে ধৰা হৈছিল। সঙ্গীতে ৰাজ্যপালক শ্ৰেণীক অভ্যাসৰ শিক্ষাহে দিছিল। সঙ্গীতে এওঁলোকক কোনো জ্ঞানৰ শিক্ষা দিয়া নাছিল; দিছিল, সমলয়ৰ যোগে এবিধ সমন্বয়ৰ আৰু তাল-মানৰ যোগে এবিধ সংযমৰ শিক্ষা। সেইদৰে কাব্যই নানাবিধ কাল্পনিক বা সঁচা কাহিনীৰ যোগে তেওঁলোকৰ চৰিত্ৰ গঠন কৰিছিল। কিন্তু বৰ্ত্তমানে আমি যিটো বস্তু বিচাৰিছোঁ। তাৰ উপযোগী কোনো শিক্ষাকে কাব্যসঙ্গীতে দিয়া নাছিল।"

"তোমাৰ দেখোন সকলো কথাই মনত আছে। হয়, কাব্য-সঙ্গীতে তেনে কোনো শিক্ষা দিয়া নাছিল। কিন্তু গ্লকন, আমি বিচৰা বস্তুটো নো পিচে ক'ত বিচাৰি পাম? কাৰিকৰী কলা-মাত্ৰেই মানুহক নিম্নগামী কৰে বুলি হে আমি ধৰিছিলোঁহক।"

"সেইবুলিয়েই কৈছিলোঁ হয়। কিন্তু সঙ্গীত, ব্যায়াম-চৰ্চ্চা আৰু কাৰিকৰী কলাবিদ্যাত বাদে নো আৰু কোনবিধ শিক্ষা বাকী থাকিলগৈ?"

"কথাটো হয়। পিচে এইবোৰ বিষয় বাদ দি তাৰ ওপৰত যদি একোকে পোৱা নাযায় তেন্তে ভিতৰৰ এটাকে লোৱা যাওক, যিটোক সকলো ক্ষেত্ৰতে প্ৰয়োগ কৰিব পৰা যাব।"

"সেইটোনো আকৌ কোনটো?"

"উদাহৰণ স্বৰূপে, এবিধ সাধাৰণ শিক্ষা আছে যিটো সকলো-বিধ কলা, সকলো ধৰণৰ চিন্তা আৰু সকলো প্ৰকাৰৰ জ্ঞানৰ বাবে দৰ্কাৰ। এয়েই হ'ল সকলোৰে একান্তই পাব লগা প্ৰাথমিক শিক্ষা।"

"এই শিক্ষা নো কেনে হ'ব কোৱাঁচোন বাৰু।"

"এক-দুই-তিনিৰ পাৰ্থক্য চিনিব পৰা পদ্ধতিৰ কথাই কৈছোঁ। চমুকৈ তাকে মই সংখ্যা আৰু গণনা বুলি কৈছোঁ। যি কোনো কলা বা বিজ্ঞানৰ বাবে এই সংখ্যা আৰু গণনাৰ সহায় অপৰিহাৰ্য্য নহয়নে জানো?"

"নিশ্চয়।"

নিৰীক্ষণ কৰি কৈছোঁ বুলি ধৰাঁ। এতিয়া আঙুলি কেইটাৰ বিষয়ত এটা কথা মই পৰীক্ষা কৰিব খোজোঁ।"

"কি পৰীক্ষা ?"

"এই তিনিওটা আঙুলি একে আঙুলিয়েই। এতেকে, মাজতে থাকক বা দাঁতিতে থাকক, ক'লাই হওক বা বগাই হওক, শকতেই হওক বা ক্ষীণেই হওক, কেউটা আঙুলিয়েই আমাৰ কাৰণে একে। মুঠতে আঙুলি কেইটা আঙুলি হিচাপেই যেতিয়ালৈকে চাওঁহক তেতিয়ালৈকে 'আঙুলি' নো কি বস্তু এই প্ৰশ্ন সাধাৰণতে মনত উদয় নহয়। কথা হ'ল, আঙুলিটো দেখামাত্ৰেই দৃষ্টিশক্তিয়ে মনত এনে এটা ধাৰণা জন্মোৱা নাই যে সেই আঙুলিটোৱেই কিবা এটা বিপৰীত।"

"নাই। নাই জন্মোৱা।"

"এতেকে, এনে এটা অৱস্থাই মনত গভীৰ চিন্তাৰ উদ্ৰেক নকৰে বা তেনে চিন্তাৰ ঢৌ নোতোলে।"

"সঁচা কথা।"

"এতিয়া বাৰু আঙুলি কেইটাৰ আকাৰৰ ক্ষেত্ৰত কি হ'ব ? কোনটো আঙুলি ডাঙৰ, কোনটো সৰু, দৃষ্টিশক্তিয়ে ঠিকমতে ধৰিব পাৰিব নে ? কোনোবা এটা আঙুলি যদি মাজত নাথাকি দাঁতিত থাকে তেতিয়া ডাঙৰ-সৰুৰ ধাৰণাত কিবা হেৰফেৰ হ'ব নে কি ? দৃষ্টিশক্তিয়ে প্ৰত্যেকটোকে কোনটো কি আঙুলি ঠিকমতে ধৰিব পাৰিব নে, দৃষ্টিশক্তিৰ বাবে এই বিভিন্ন অৱস্থাত কোনো অৰ্থই নাথাকিব ? আকৌ, সেই একেদৰেই, হাতেৰে চুই চোৱামাত্ৰকেই বস্তু এটা কিমান ডাঠ বা কিমান পাতল, কিমান কঠিন বা কিমান কোমল, ঠিক মতে ধাৰণা কৰিব পাৰি জানো ? এই নিচিনাকৈ আমাৰ সকলো ইন্দ্ৰিয়ৰ ক্ষেত্ৰতেই সঠিক ধাৰণা জন্মোৱাত অসমৰ্থতা দেখা পোৱা নেযায় নে ? বাস্তৱিকতে সকলোবোৰ ইন্দ্ৰিয়ই এইভাৱে কাম কৰা যেন লাগে। যি ইন্দ্ৰিয়ই কঠিনতাৰ ধাৰণা কৰে সিয়েই কোমলতাবো ধাৰণা কৰে আৰু সেইমতে মনক এইবুলি জনায় যে একেটা বস্তুকে ই কঠিন যেনো পাইছে কোমল যেনো পাইছে।"

"হয়।"

"এনে অৱস্থাত, একেটা বস্তুকে কঠিন বুলিও আৰু কোমল বুলিও কোৱাত অনুভূতিয়ে কঠিন মানে কি বুজাইছে সেইটো ধাৰণা কৰিবলৈ মনৰ বাবে অসুবিধাৰ কথা নহ'ব জানো? সেইদৰেই যেতিয়া অনুভূতিয়ে মনক কয় যে গধুৰেই পাতল আৰু পাতলেই গধুৰ, তেতিয়া ওজনৰ ধাৰণা কৰাটো মনৰ বাবে টান নহ'ব জানো?"

তেওঁ ক'লে, "কিয় নহ'ব? এনে ধৰণৰ কথাই মনত খেলিমেলিৰ সৃষ্টি কৰিব আৰু তেতিয়া মনে গভীৰ ভাৱে চিন্তা কৰি চাব লগীয়া হ'ব।"

"গতিকেই তেনে অৱস্থাত স্বাভাৱিকতেই মনে যুক্তি আৰু চিন্তাৰ আশ্ৰয় ল'ব আৰু অনুভূতিয়ে জনোৱা প্ৰতিটো বতৰাই প্ৰকৃততে একেটা বস্তুৰ কথাই কৈছে নে দুটাৰ কথাই কৈছে সেইটো পৰীক্ষা কৰি চাব।"

"নিশ্চয় চাব।"

"পৰীক্ষা কৰি যদি হে দুটা বস্তুৰ কথা পোৱা হয় তেন্তে অনুভূতিৰপৰা প্ৰাপ্ত প্ৰতিটো বতৰাৰ অংশই একোটা সুকীয়া বস্তু হ'ব।"

"হয়।"

"তেন্তে যদি প্ৰত্যেকটোৱেই একোটা হয় আৰু দুইটা মিলি দুই হয়, তেতিয়াহ'লে এটাৰপৰা আনটোক পৃথক কৰিব পৰা বুলি মনে সিদ্ধান্ত কৰিব পাৰিব। কাৰণ, যদিহে পৃথক কৰিব পৰা নহ'লহেঁতেন তেন্তে দুইটাক দুটা বুলি সিদ্ধান্ত নকৰি এটা বুলি হে কৰিলেহেঁতেন।"

"সঁচা"

"বাৰু, আমি কৈছোঁ দৃষ্টিশক্তিয়ে আমাৰ এনে এটা অনুভূতি সৃষ্টি কৰিলে য'ত বৃহৎ আৰু ক্ষুদ্ৰৰ ধাৰণা সুকীয়া সুকীয়া নহৈ একাকাৰ হৈ গ'ল। হয় নে নহয় বাৰু?"

"হয়।"

"কিন্তু, আনহাতে এই ধাৰণাৰ অস্পষ্টতা গুছাবৰ বাবে মনে দৃষ্টিশক্তিৰ দৰে বৃহৎ আৰু ক্ষুদ্ৰ বস্তুক একাকাৰ বুলি নধৰি সুকীয়া সুকীয়া বস্তু বুলি চাব লগীয়াত পৰিল।"

"সঁচা।"

"তেনেহ'লে এনে ধৰণৰ বিপৰীতমুখী পৰিস্থিতিৰ অভিজ্ঞতায়েই প্ৰথমে আমাক এই বুলি প্ৰশ্ন কৰিব লগীয়াত পেলাইছে—'তেন্তে এই বৃহত্তা নো কি বা ক্ষুদ্ৰতা নো কি?"

"হয়, পেলাইছে।"

"এতেকে এইদৰে আমি চিন্তাৰ লক্ষ্যবস্তু আৰু দৃষ্টিৰ লক্ষ্য বস্তুৰ মাজত পাৰ্থক্য উলিয়ালৈ চেষ্টা কৰিবলগীয়া হৈছে।"

"হয়। একেবাৰে সঁচা কথা।"

"এতেকে এতিয়া বুজিলাঁ নে? কিছুমান বস্তুৱে চিন্তাৰ উদ্ৰেক কৰে কিন্তু কিছুমানে নকৰে বুলি মই কওঁতে এইটো অৰ্থকে কৰিছিলোঁ। তাকে তোমাক বুজাবলৈ চেষ্টা কৰিলোঁ। যিটো বস্তুৱেই ঠিক তাৰ বিপৰীতৰ সৈতে সংযুক্ত অৱস্থাত ইন্দ্ৰিয়গোচৰ হয় সেইটোৱেই প্ৰথম বিধত অৰ্থাৎ চিন্তা-উদ্দীপক শ্ৰেণীত পৰিব। আৰু, যি বস্তুৱেই এনেদৰে বিপৰীতৰ সৈতে সংযুক্ত নোহোৱাকৈ ইন্দ্ৰিয়গোচৰ হয় সিয়েই দ্বিতীয় বিধত অৰ্থাৎ চিন্তাৰ উদ্ৰেক নকৰাবিধত পৰিব।"

তেওঁ তেতিয়া ক'লে, "এতিয়া বুজি পাইছোঁ। তোমাৰ লগত মইও একমত।"

"তেন্তে একত্ব আৰু বহুত্বৰ বিষয়ে কি কবাঁ? এই দুই শ্ৰেণীৰ কোনটোত একত্ব আৰু কোনটোত বহু সংখ্যা আছে?

"সেইটো মই ঠাৱৰ কৰিব নোৱাৰিম।"

"আমাৰ আগৰ কথাবোৰলৈ মনত পেলালেই দেখোন তুমি এই কথা ধৰিব পাৰিবাঁ। দৃষ্টিশক্তি বা অন্য কোনো ইন্দ্ৰিয়ই একত্ব কি যদি ধৰিব পাৰে—যেনেকৈ আঙুলিৰ ক্ষেত্ৰত আমি কৈছিলোঁ—তেতিয়াহ'লে সি আৰু মনক আচল সত্যৰ ফালে আকৰ্ষণ কৰিব নোৱাৰে। কিন্তু যদি সকলো ক্ষেত্ৰতে একত্বৰ সৈতে কিবা বৈপৰীত্য লাগ থাই থাকি একত্বই একত্ব প্ৰকাশ পোৱাৰ লগতে তাৰ বিপৰীত ৰূপতো প্ৰকাশ পায়, তেতিয়াই পৰীক্ষকৰ প্ৰয়োজন হৈ পৰিব। তেতিয়া বিপদৰ মাজত সোমাই মন বিবুধিত পৰিবগৈ আৰু কথাটো ধৰচি আমি পৰীক্ষা কৰি চাবৰ বাবে মনৰ অন্তৰ্নিহিত চিন্তা শক্তি জাগৰিত হৈ প্ৰশ্ন কৰিব—'পিচে, এই একত্ব বস্তুটো

নো কি ?' আত্মাক আচল জ্ঞানৰ উপলব্ধিৰ ফালে ঢাল খুওৱা আৰু সেইফালে আগবঢ়াই নিয়া বস্তুবোৰৰ ভিতৰত এই একত্বৰ বিচাৰো এবিধ হ'ব।"

তেওঁ ক'লে, "তুমি ঠিক ধৰিছঁা। একত্বৰ দৃষ্টিয়ে এক বিপৰীত-মুখী অৱস্থাৰ সম্মুখীন কৰায়। আমি একেটা বস্তুকে এটা বস্তুৰ ওপৰত দেখাৰ লগতে একে মুহূৰ্ত্ততে শত-সহস্ৰ ৰূপতো দেখিবলৈ পাইছেঁা।"

"তেনেহ'লে এক সংখ্যাৰ কথা যদি এইষাৰেই হয় তেন্তে একেটা কথাই সকলো সংখ্যাতে নেখাটিব জানো ?

"নিঃসন্দেহে খাটিব।"

"কিন্তু, সংখ্যাই হৈছে গণিতশাস্ত্ৰ আৰু গণনাৰ মূল বিষয়বস্তু।"

"হয়।"

"তেনেহ'লে, গণনা আৰু গণিতশাস্ত্ৰয়েই আমাক সত্য উপলব্ধিৰ পথত আগবঢ়াই নিয়ে।"

"হয়, একপ্ৰকাৰ আচৰিত ধৰণেই এই কাম কৰিছে।"

"তেন্তে, যিবোৰ অধ্যয়ন আমাক লাগে তাৰ ভিতৰত সংখ্যা-বিজ্ঞানো এক বুলি ধৰিব লাগিব। সেনাবাহিনীক শ্ৰেণীবদ্ধ কৰি পৰিচালিত কৰিবলৈ হ'লে সামৰিক লোকৰ বাবে সংখ্যাজ্ঞান অপৰিহাৰ্য্য। সেইদৰে দাৰ্শনিকেও সংখ্যাৰ জ্ঞান আয়ত্ত কৰিব লাগিব ; কিয়নো দাৰ্শনিক হিচাপে অনিত্য সংসাৰৰ উৰ্দ্ধত উঠি তেওঁ প্ৰকৃত সত্য উপলব্ধি কৰিব লাগিব। কিন্তু সংখ্যাৰ জ্ঞান নেথাকিলে তেওঁ তৰ্ক-বিচাৰত পাৰ্গত হ'ব নোৱাৰিব।"

"সঁচা।"

"পিচে আমাৰ ৰাজ্যপালক জন হ'ল যোদ্ধা আৰু দাৰ্শনিক একেলগে দুয়োটাই।"

"হয়।"

"এতেকে গ্লকন, সংখ্যাচৰ্চ্চা কৰাটো আইনমতে বাধ্যতামূলক কৰিব লাগিব। ৰাজ্যপৰিচালনাৰ আটাইতকৈ দায়িত্বপূৰ্ণ কামৰ ভাৰ লোৱা সকলক গণনাৰ অধ্যয়ন আৰু অনুধাৱন কৰিবলৈও মান্তি কৰাব লাগিব। তেওঁলোকে গণনাৰ অধ্যয়নৰ নামত চথ কৰিলেই

নহ'ব। যেতিয়ালৈকে বিশুদ্ধ যুক্তি-তৰ্কৰ সহায়েৰে তেওঁলোকে সংখ্যাৰ প্ৰকৃত স্বৰূপ উপলব্ধি কৰিব নোৱাৰিব তেতিয়ালৈকে এই অধ্যৱসায় কৰিব লাগিব। দোকানী-বেপাৰীয়ে বস্তু বেচা-কিনা কৰিবলৈ সংখ্যা-গণনা প্ৰয়োগ কৰাদি কৰিলে নহ'ব, দাৰ্শনিক-শাসকে এই অধ্যয়ন কৰিব লাগিব যুদ্ধকাৰ্য্যত প্ৰয়োগ কৰিবৰ বাবে আৰু আত্মাকো ক্ষণস্থায়ী জগতৰপৰা আচল সত্য-জগত উপলব্ধি কৰাত সহায় কৰিবৰ বাবে হে।"

"এইষাৰ বৰ সুন্দৰ কথা ক'লাঁ।"

মই পুনৰ ক'লোঁ, "বাস্তৱিকতে সংখ্যা-গণনা বিজ্ঞানৰ কথা কওঁতেহে ই যে কিমান সুন্দৰ আৰু কিমান দৰ্কাৰি সেইকথা বুজিব পাৰিছোঁ। বেহা-বেপাৰৰ কথাত নলগাই জ্ঞান-আহৰণত প্ৰয়োগ কৰিলে গণনাই আমাৰ অভিলাষ পূৰণত যে কিমান প্ৰকাৰে সহায় কৰিব পাৰে!"

তেওঁ সুধিলে, "কেনেকৈ?"

"কিয়, আমি দেখোন এইমাত্ৰ ক'লোঁৱেই যে মনক ই অতি উচ্চস্তৰলৈ লৈ যায় আৰু চকুৰে দেখা, হাতেৰে স্পৰ্শ কৰিবপৰা সকলো বাস্তৱ বস্তুৰ গণনা-কাৰ্য্যৰপৰা মনক আঁতৰাই আনি মনক সংখ্যাৰ শুদ্ধ স্বৰূপ উপলব্ধি কৰাৰ পথত লৈ যায়। জানাই নহয়, সুদক্ষ গণিতজ্ঞসকলে তৰ্কবিচাৰ কৰোতে এককক কেতিয়াও এৰি নিদিয়ে। এককক বিভিন্ন ভাগত বিভক্ত কৰিলেও—যেনেকৈ টকা খুচুৰা কৰা হয়—গণিতজ্ঞসকলে পুনৰ পূৰণ কৰি একে কৰি পেলাব, যাতে এককে কেতিয়াও একত্ব নেহেৰুৱায় আৰু বহুত্বৰ আকাৰ ধাৰণ কৰিব নোৱাৰে।"

"হয়। এইটো সঁচা কথা।"

"বাৰু, গ্লকন, ধৰাঁচোন জানিবাঁ কোনোবাই গণিতজ্ঞসকলক এইবুলি প্ৰশ্ন কৰিলে—প্ৰিয় বন্ধুসকল! তোমালোকে কোনবিধ সংখ্যাৰ কথা আলোচনা কৰিছাঁহক? তোমালোকে যিটো বৰ্ণনা দিছাঁ, অৰ্থাৎ প্ৰতি এককেই যে ইটোৱে সিটোৰ একেবাৰে সমান সমান আৰু প্ৰতিটোত কোনো ভাগ নাই বুলিছাঁ, এনে বৰ্ণনাৰ

একক কোনবিধ সংখ্যাত আছে ?—এই প্ৰশ্নৰ উত্তৰত তেওঁলোকৰ-পৰা কি উত্তৰ পাবাঁ বুলি বাৰু ভাবাঁ ?"

"মই কি বিচাৰিম সেইটোকে যদি বিচাৰিছোঁ। তেন্তে তেওঁলোকে এইবুলি উত্তৰ দিয়াটো হে বিচাৰিম যে যি সংখ্যাৰ কথা তেওঁলোকে কৈছে সেই সংখ্যা মাত্ৰ উপলব্ধিহে কৰিব পাৰি, অইন একো কৰিব নোৱাৰি।"

"এতিয়া তেনেহ'লে বুজিলা নহয় যে সকলো ফালৰপৰাই এই বিজ্ঞান আমাৰ বাবে অতি দৰ্কাৰি—যেহেতু শুদ্ধ সত্যৰ অন্বেষণত শুদ্ধ বিচাৰ-বুদ্ধি প্ৰয়োগ কৰিবলৈ ইয়েই হে বাস্তৱিকে মনক শিক্ষা দিয়ে।"

"হয়। ইয়াৰ প্ৰভাৱ অতি শক্তিশালী।"

"আকৌ চোৱাঁচোন, তুমি বাৰু কেতিয়াবা মন কৰা নাই নে যে যি সকল মানুহ গণিতত পাৰ্গত সেইবোৰৰ সকলোৱেই স্বভাৱতঃ অইন বিজ্ঞানতো পাৰ্গত। যিবোৰ মানুহৰ বুদ্ধি ভোটা সিহঁতক যদি গণিত অধ্যয়নত ভালমতে লগাব পাৰি তেতিয়া সিহঁতেও অইন লাভ কৰক নকৰক, সিহঁতৰ বুদ্ধি আগতকৈ প্ৰখৰ হ'বই।"

"সেইটো হয়।"

"পিচে এইটোও জানো যে গণিতশাস্ত্ৰ পঢ়োঁতে শিক্ষাৰ্থীয়ে যিমান খাটিব আৰু কষ্ট কৰিব লাগে তেনে কষ্ট অন্য বেচি ভাগ বিজ্ঞানতে দৰ্কাৰ নহয়।"

"নহয়।"

"গতিকে সকলো ফালৰপৰা চালে এই বিজ্ঞান-চৰ্চা বাদ দিয়াৰ কথা কোনোমতেই উঠিব নোৱাৰে—বৰঞ্চ উৎকৃষ্ট চৰিত্ৰৰ শিক্ষা দিবলৈ হ'লে ইয়াক আমি প্ৰয়োগ কৰিবই লাগিব।"

তেওঁ ক'লে, "ঠিক কথা কৈছাঁ।"

"এতিয়া আমি তেনেহ'লে এটা বিষয়ৰ মীমাংসা হৈ গ'ল বুলি ধৰি ল'ব পাৰোঁ। ইয়াৰ পিচত এতিয়া অনুসন্ধান কৰোঁহক—গণিতশাস্ত্ৰৰ পাছত কিবা অন্য শিক্ষাৰ কথা আমি বিবেচনা কৰা দৰ্কাৰ হ'ব নে নহয়।"

"সেইটো নো কি ? জ্যামিতিৰ কথাকে কৈছাঁ নে কি ?"

"তাৰ কথাকে কৈছোঁ বুলি ধৰা"—মই উত্তৰ দিলোঁ।

তেতিয়া তেওঁ ক'লে, "এইটো ঠিক যে জ্যামিতিৰ যিটো ভাগ ৰণকৌশলৰ বাবে প্ৰয়োগ কৰিব লগা হয় সেইখিনি আমাক লাগে; কিয়নো যুদ্ধক্ষেত্ৰত সৈন্যপৰিচালনা কৰোঁতে শিবিৰ পাতিবৰ বাবে, স্থান অধিগ্ৰহণ কৰিবৰ বাবে, চিপাহীক থুপ খুৱাই ৰাখিবৰ বাবে, সেনাবাহিনী সজাবৰ বাবে আৰু বাদবাকী বন্দৰস্ত কৰিবৰ বাবে সামৰিকলোকক জ্যামিতিৰ জ্ঞান লাগিবই। যাৰে এই বিষয়ত ভাল জ্ঞান আছে সিয়েই ভালকৈ বন্দৰস্ত কৰিব পাৰিব, যাৰ নাই সি নোৱাৰে।"

"মই উত্তৰ দিলোঁ, "বুজিছোঁ। কিন্তু এইবোৰ কামত জ্যামিতি আৰু গণনাৰ সামান্য জ্ঞান হ'লেই যথেষ্ট হ'ব দেখোন। আচল প্ৰশ্ন হৈছে মূল সৎত্বৰ উপলব্ধি কৰিবলৈ হ'লে উচ্চস্তৰৰ গভীৰ জ্যামিতি-অধ্যয়নৰ সহায় লাগিব নে নেলাগে সেইটো হে। আমিও কৈছোঁ যে আত্মাক নি প্ৰকৃত সৎত্বৰ উৎকৃষ্ট ভাগ থকা অঞ্চলত উপস্থিত কৰাবগৈ পৰা সকলোবিধ শিক্ষাৰেই এনে প্ৰভাব থাকিব। এই প্ৰকৃত সত্যৰ উপলব্ধিয়েই হ'ল আত্মাৰ বাবে আটাইতকৈ জৰুৰী কথা।"

"ঠিক কৈছা।"

"এতেকে জ্যামিতিয়ে যদি আত্মাক প্ৰকৃত সত্য উপলব্ধি কৰাব পাৰে তেনেহ'লে জ্যামিতি-চৰ্চ্চা আমাক লাগে। কিন্তু যদি হে ই মাথোন অনিত্য আৰু নশ্বৰকহে আমাৰ দৃষ্টিগোচৰ কৰে তেতিয়া হ'লে দৰ্কাৰ নাই।"

"হয়। আমিও সেই বুলিয়েই ক'ম।"

"বাৰু তেনেহ'লে, জ্যামিতিৰ সৈতে নামমাত্ৰ পৰিচয় থকা-সকলৰ পৰাও অন্ততঃ এটা বিষয়ত আমি কোনো ৰকমৰ বিৰোধিতা নাপাম হ'বলা। অৰ্থাৎ যদি কওঁ এই বিজ্ঞানৰ প্ৰয়োগকাৰী সকলে ব্যৱহাৰ কৰা ভাষা কিন্তু জ্যামিতিৰ সম্পূৰ্ণ বিপৰীত তেনেহ'লে কোনেও নিশ্চয় প্ৰতিবাদ নকৰিব।"

"কিয়?

"মই জনাত গণিতজ্ঞসকলে যিটো ভাষাৰে কথা কয় সি বৰ

কেনেবা আৰু অতি নিম্নখাপৰ। তেওঁলোকে মাথোন সদায় বৰ্গউলিওৱা, বৃদ্ধি কৰা, যোগ কৰা, ইত্যাদিৰ কথাহে কয়—যেন তেওঁলোকে কিবা ব্যৱসায়ত হে লাগি আছে, যেন তেওঁলোকৰ সকলোবোৰ সূত্ৰৰ লক্ষ্য হ'ল কিবা এটা বাস্তৱ কাৰ্য্য সাধন কৰা। কিন্তু গণিত এইবোৰ কামৰ বাবে নহয়। এই বিজ্ঞান অধ্যয়নৰ একমাত্ৰ উদ্দেশ্য হ'ল জ্ঞানৰ উপলব্ধি।"

"হয়। ঠিক ধৰিছা।"

"পিচে আৰু এটা কথাত আমি একমত হ'ব লাগিব নহয়।"

"কোনটো কথাত?"

"অৰ্থাৎ, যিটো শাশ্বত সেইটোৰ উপলব্ধি কৰিবৰ বাবে হে এই বিজ্ঞানৰ চৰ্চ্চা কৰা হয়; যি বিলাক বস্তু ক্ষন্তেকৰ বাবে জন্ম লয় আৰু তাৰ পিচতেই লয় পায়, সেইবোৰৰ জ্ঞান লাভৰ বাবে নহয়।"

"এই বিষয়তো আমি একমত হ'বলৈ বেচি পলম নহ'ব। নিঃসন্দেহে জ্যামিতি হ'ল শাশ্বতৰ জ্ঞান।"

"সেইটোৱেই যদি হয়, তেন্তে বন্ধু, জ্যামিতিয়ে আত্মাক সত্যৰ ফালে ঢাল খুৱাব আৰু দাৰ্শনিক চৰিত্ৰক সম্পূৰ্ণতাপ্ৰাপ্ত কৰি তুলিব। তাকে কৰি জ্যামিতিয়ে আমি এতিয়া যাক অন্যায়ভাৱে হেঁচা মাৰি ধৰি আছিলোঁ তাক মূৰ দাঙি উঠাত সহায় কৰিব। অৰ্থাৎ দাৰ্শনিক চৰিত্ৰৰ বিকাশত সহায় কৰিব।"

"হয়। ই এইটো কৰিবই।"

"তেন্তে এতিয়া তুমি তোমাৰ অনুপম ৰাজ্যখনৰ নাগৰিক সকলক টানি নিৰ্দ্দেশ দিব লাগিব যাতে জ্যামিতি অধ্যয়নত তেওঁলোকৰ কোনেও কেতিয়াও আওহেলা নকৰে। এই ক্ষেত্ৰত এইষাৰো মনত ৰাখিব লাগিব যে জ্যামিতি অধ্যয়নৰপৰা পোৱা ওপৰঞ্চি লাভো নিচেই কম নহয়।"

"ওপৰঞ্চি লাভ নো আকৌ কি?"

"যুদ্ধ-পৰিচালনাৰ ক্ষেত্ৰত জ্যামিতিয়ে কিমান সহায় কৰে সেই-কথা তুমি উল্লেখ কৰিছিলাই। সেইটো নকওঁৱেই, আমি অনা কথা এটাৰেই মাত্ৰ উল্লেখ কৰোঁ—অৰ্থাৎ যেতিয়াই কোনো এবিধ শিক্ষা

অনায়াসে আয়ত্ত কৰিব লগীয়াত পৰে তেতিয়াই জ্যামিতি নজনা জনতকৈ জ্যামিতি জনা জনৰ কিমান সুবিধা সেইটো ওলাই পৰিব।”

“হয়, ঠিক কৈছাঁ।”

“তেন্তে, আমাৰ ডেকাহঁতৰ শিক্ষাৰ দ্বিতীয় বিষয় হিচাপে জ্যামিতি অধ্যয়ন বাধ্যতামূলক নকৰিম জানো?”

তেওঁ উত্তৰ দিলে, “হয়, কৰিব লাগিব।”

“বাৰু, পিচে তাৰ লগতে অধ্যয়নৰ তৃতীয় বিষয় হিচাপে জ্যোতির্বিদ্যাকো ধৰিম নে কি? নে ভাল নহ'ব?”

তেওঁ ক'লে, “জ্যোতিঃশাস্ত্র পঢ়োৱাটোও মই ভাল বোলোঁ; কিয়নো মাহ, বছৰ আৰু বিভিন্ন ঋতুৰ বিষয়ে সূক্ষ্ম জ্ঞান থকাটো অকল খেতিয়ক বা নাবিকৰ বাবেই দৰ্কাৰী নহয়, সেনাধ্যক্ষৰ বাবেও সমানেই প্রয়োজনীয়।”

“কিন্তু, অলাগতিয়াল শিক্ষাদানৰ বাবে পৰামর্শ দিয়া বুলি তোমাক কেনেবাকৈ ৰাইজে ভাবে বুলিয়েই ভয় খাইছাঁ যেন পাইছোঁ। আত্মাৰ যে এটা অঙ্গ আছে একমাত্র যাৰ যোগেহে সত্য দর্শন সম্ভৱপৰ হয় আৰু এই অঙ্গটোকে ৰক্ষা কৰাটো যে হেজাৰটা চকু নিৰাপদে ৰখাতকৈও বেচি মূল্যবান সেইকথা সতকাই বিশ্বাস কৰোৱাটোৱেই একেবাৰে টান হ'ব। অন্যান্য নানান স্বার্থৰ লোভত পৰি আত্মাৰ এই অঙ্গটোৰ যেতিয়া দৃষ্টিশক্তি হানি হয় আৰু ই পঙ্গু হৈ পৰে তেতিয়াই এইবিলাক অধ্যয়নে তাৰ দৃষ্টিশক্তি ঘূৰাই আনি নতুন প্রাণৰ সঞ্চাৰ কৰে। গতিকেই যিসকলে আত্মাৰ এনে এটা অঙ্গ আছে বুলি আমাৰ কথাত বিশ্বাস কৰে তেওঁলোকেহে তুমি অনুমোদন কৰা শিক্ষাদানত অকুণ্ঠচিত্তে সমর্থন দিব। আনহাতে, যিসকলে এই কথাত বিশ্বাস নকৰে সেইসকলে এনে শিক্ষাক মূল্যহীন বুলি ভবাটো স্বাভাৱিক—কিয়নো এইসকলে বাস্তৱ জগতত আত্মাৰ এই অঙ্গৰ কোনো উপযোগিতা দেখা নাপায়। এতেকে, এই দুই পক্ষৰ কাৰ সৈতে তুমি আলোচনা কৰিবাঁ সেইটো এতিয়া স্থিৰ কৰি লোৱাঁ। এই দুই পক্ষৰ কাৰো লগত আলোচনাত নবহি তুমি নিজৰ যুক্তি মতেই বিচাৰ কৰিব খুজিলে, সেইমতেই

কৰাঁ। অৱশ্যে আন কোনোবাই তোমাৰ আলোচনাত ভাগ লৈ লাভবান হ'ব খুজিলে, তুমি নিশ্চয় আপত্তি নকৰিবাঁ।"

"মই দ্বিতীয় পন্থাটোহে পছন্দ কৰিম। অৰ্থাৎ মোৰ নিজৰ বৈহে মই নিজেই প্ৰশ্ন উত্থাপন কৰিম আৰু মোৰ উত্তৰো ময়েই দি যাম।"

মই তেতিয়া ক'লোঁ, "পিচে ৰ'বাঁচোন। এইখিনিতে এখোজ পিচ চুহঁকিব লাগিব যেন পাওঁ। জ্যামিতিৰ পিচতে কি বিষয়ৰ অধ্যয়ন কৰিব লাগিবগৈ সেইকথা নিৰ্ণয় কৰোঁতে ক্ষন্তেক আগতে আমাৰ ভুল এটা হৈ গৈছে।"

"আমিনো কোনটো বিষয় ঠিক কৰিছিলোঁ?"

"কিয়, আমি দেখোন সমতলৰ বিষয়ে আলোচনা কৰিয়েই ঘন পদাৰ্থ হিচাপে অধ্যয়ন কৰিবলৈ নগৈ বৃত্তীয় গতিত থকা ঘন পদাৰ্থৰহে অধ্যয়ন কৰিলোঁহক। কিন্তু আচলতে আমি প্ৰথমে ঘন পদাৰ্থক ঘন পদাৰ্থ হিচাপে হে অধ্যয়ন কৰিব লাগিছিল। এই ক্ষেত্ৰত শুদ্ধ পথ হৈছে দ্বিবিমিতীয়ৰপৰা ত্ৰিবিমিতীয়ৰ অধ্যয়নলৈ যোৱাটোহে। তেতিয়া হে আমি ঘনবৰ্গীয় বিমিতি পামগৈ আৰু তাৰ পাচত হে স্থূল আকৃতিলৈ যাম।"

"ঠিক কৈছাঁ ছক্ৰেটিচ। পিচে এইবোৰ বিষয় এতিয়ালৈকে আমি অনুসন্ধান কৰা হোৱা নাই এথোন।"

মই উত্তৰ দিলোঁ, "নাই কৰা হয়। কিন্তু, কৰা নাই দুটা কাৰণত। প্ৰথমতে হ'ল, দুইটাই টান বিষয়। এটাৰো ঠিক অনুসন্ধান কৰা হোৱা নাই। ইফালে কথা হ'ল, কোনো ৰাজ্যয়েই এইবোৰ অনুসন্ধানক ভাল চকুৰে নেচায়। দ্বিতীয়তঃ যি সকলে এই কেইটাৰ ওপৰত পৰীক্ষা কৰিব খোজে তেওঁলোকৰ তত্ত্বাৱধায়কৰ অভাৱ। তত্ত্বাৱধায়কৰ সহায় নহ'লে একো অনুসন্ধান কৰিব নোৱাৰি। তদুপৰি এনে তত্ত্বাৱধায়ক বিচাৰি উলিওৱাটোও বৰ টান কাম। কেনেবাকৈ এজন পালেও বৰ্ত্তমান পৰিস্থিতিত এটা অসুবিধা আছে—যি সকল এইটো বিষয়ত অনুসন্ধান কৰিবলৈ আগ্ৰহান্বিত, তেওঁলোকৰ অন্তৰত থকা গৰ্ব্বয়েই আকৌ তত্ত্বাৱধায়কৰ পৰামৰ্শ মানি চলাত বাধা জন্মাব। কিন্তু যদি হে সমগ্ৰ ৰাজ্যখনে এইটো বিষয়ৰ অধ্যয়নক সম্মানৰ চকুৰে চাবলৈ লয় আৰু যদি সেই কামত তত্ত্বাৱধায়ক সকলক

সমৰ্থন কৰে, তেতিয়া অৱশ্যে এইবোৰ শিক্ষাৰ্থীয়ে তেনে তত্ত্বাৱধায়কক মানি চলিব। তেতিয়া বিষয়টোৰ অনুসন্ধান কৰিবৰ বাবে উৎসাহ বাঢ়িব আৰু সুবিধাও হ'ব আৰু বিষয়টোৰ প্ৰকৃত স্বৰূপ আবিষ্কাৰ কৰাৰ পথো মুকলি হ'ব। কিন্তু এতিয়ালৈকে এনে অধ্যয়নৰ প্ৰতি সাধাৰণ ৰাইজ সম্পূৰ্ণ উদাসীন। বিষয়টোৰ মোল নুবুজাৰ বাবে আনকি তথাকথিত অনুসন্ধানকাৰী সকলেও এই বিষয়ত চৰ্চ্চা তেনেই কমাই পেলাইছে। অৱশ্যে এইবিলাক বাধা-বিঘিনি সত্বেও জ্যামিতি বিষয়ক অধ্যয়নে নিজ মহিমাৰ বলতে বিকাশ সাধন কৰি আহিছে। এতেকে সকলো প্ৰতিবন্ধক গুছাই জ্যামিতি-অধ্যয়নে সত্য আবিষ্কাৰত কৃতকাৰ্য্যতা লাভ কৰা দেখিলেও আচৰিত হ'ব লগীয়া একো নাই।"

"এৰা, এই বিষয়টোলৈ মানুহৰ এক অদ্ভুত আকৰ্ষণ আছে হয়। কিন্তু, তুমি যে এতিয়া কথাখিনি ক'লা মোক অলপ ভালকৈ বুজাই দিয়াঁচোন। মই বুজাত তুমি জ্যামিতিক সমতল ক্ষেত্ৰৰ অধ্যয়ন বুলিয়েই কৈছিলা।"

"হয়, সেইবুলিয়েই কৈছিলোঁ।"

"তাৰ পিচত তুমি জ্যামিতিৰ পাচতে জ্যোতিৰ্ব্বিদ্যাকে থৈছিলা। অৱশ্যে আকৌ পাচ-হুহঁকি আহিলা।"

মই ক'লোঁ, "এৰা, যিমানে খৰখেদাকৈ সেইবিষয়ত আগবাঢ়িব খোজোঁ সিমানে পাচ পৰিহে যাওঁ দেখোন। ঘন পদাৰ্থৰ অধ্যয়ন কৰি হে সমতল জ্যামিতিলৈ আগবাঢ়িব লাগিছিল। কিন্তু ঘন-পদাৰ্থৰ অনুসন্ধান একেবাৰে সুবিধাজনক নোহোৱাৰ বাবে সেই বিষয়টো এৰি দি মই ঘনপদাৰ্থৰ গতি অধ্যয়নৰ বাবে জ্যোতি-ৰ্ব্বিদ্যাত ধৰিলোঁগৈ। গতিকেই জ্যামিতিৰ পাচতেই জ্যোতিৰ্ব্বিদ্যাৰ অধ্যয়নৰ কথা কলোঁ।"

"ওঁ তুমি ঠিকেই কৈছা।"

"ইমান দিনে অৱহেলিত হৈ থকাৰ পাচত যদি জ্যোতিৰ্ব্বিদ্যা অধ্যয়নক ৰাজ্যই স্বীকৃতি দিয়ে তেনেহ'লে এই বিষয়টো আমাৰ শিক্ষা-ব্যৱস্থাত চতুৰ্থ স্থানত থব পাৰোঁ।"

"ছক্ৰেটিচ, এইবাৰ তুমি বৰ উচিত কথা ক'লা। সাধাৰণ লাভালাভৰ ফালৰপৰা চাই অলপ আগতে মই জ্যোতিৰ্ব্বিদ্যা-চৰ্চ্চা

সমৰ্থন কৰোঁতে মোৰ ওপৰত তোমাৰ যুক্তিৰ ভিত্তিতেই জ্যোতির্বিবদ্যাক প্ৰশংসা কৰিব পৰা হৈছোঁ। মই ভাবোঁতে এই কথা সকলোৱে স্বীকাৰ কৰিব যে জ্যোতির্বিবদ্যাৰ চৰ্চাই আত্মাৰ দৃষ্টি পাৰ্থিব জগতৰপৰা আঁতৰাই উৰ্দ্ধমুখী কৰে আৰু উচ্চস্তৰলৈ লৈ যায়।”

মই তেতিয়া ক'লোঁ, “ওহোঁ, এই কথাত মই তোমাৰ সৈতে একমত হ'ব নোৱাৰিলোঁ। অইন মানুহে হয়তো এইষাৰ কথা ভালকৈ বুজি পাবও পাৰে। মই হ'লে মানিব পৰা নাই। এইটো মোৰ মতও নহয়।”

“তেনেহ'লে তোমাৰ নো মত কি?”

“মই দেখাত দৰ্শন অনুসন্ধানকাৰী সকলে যি ধৰণে জ্যোতির্বিবদ্যাৰ চৰ্চা কৰিছে তাত জ্যোতির্বিবদ্যাই আত্মাক উৰ্দ্ধমুখী কৰক ছাৰি একেবাৰে নিম্নগামী হে কৰিছে।”

“কেনেকৈ?”

“আকাশত থকা বস্তুবোৰৰ বিষয়ে কৰা অধ্যয়নৰ আচল প্ৰকৃতি সম্বন্ধে অৱশ্যে তোমাৰ ধাৰণা অতি উৎসাহী হৈছে যেন পাওঁ। কোনোবাই যদি ওপৰলৈ মু-কৰি ঘৰৰ চিত্ৰ-বিচিত্ৰ ছালখনলৈ চাই ভোল গৈ কিবা ভাবি থাকে, তেতিয়া তুমি তেওঁক মনেৰেহে ভাবিছে বুলি নিশ্চয় ক'বাঁ, চকুৰে ভাবিছে বুলি কেতিয়াও নোকোৱাঁ। অৱশ্যে তুমি এইদৰে কওঁতে তোমাৰ কথাষাৰেই শুদ্ধ হ'ব পাৰে আৰু মোৰ ধাৰণায়েই অশুদ্ধ হ'ব পাৰে। কিন্তু মোৰ কথা হ'ল, অমূৰ্ত্ত সত্য আৰু অদৃশ্য সংত্বক উপলব্ধিৰ লগত জড়িত নথকা আত্মাক কোনো অধ্যয়নেই উৰ্দ্ধমুখী কৰিব পাৰিব বুলি মই ভাবিব নোৱাৰোঁ। হয়তো কোনোবাই আকাশৰ ওপৰলৈ একেৰাহে চায়েই থাকিব পাৰে নাইবা চকু কেইটা মুদি লৈ তলৰ পৃথিৱীখনলৈকে চাই থাকিব পাৰে। কিন্তু যেতিয়ালৈকে ইন্দ্ৰিয়গোচৰ বস্তুৰহে অধ্যয়ন কৰিবলৈ চেষ্টা কৰে তেতিয়ালৈকে তেওঁ কিবা জ্ঞান লাভ কৰিছে বুলি ক'ব নোৱাৰোঁ, কিয়নো ইন্দ্ৰিয়গোচৰ বস্তুক উপলব্ধি কৰিব নোৱাৰি। এনে মানুহে হয়তো মাটিতে শুই ওপৰলৈ মুখ কৰি পৰি থাকিব নাইবা পিঠিৰ ওপৰত পানীত সাঁতুৰি

আকাশলৈ চাই থাকিব পাৰে। কিন্তু এইদৰে ওপৰলৈ মু-কৰি থাকোঁতে তাৰ চকু কেইটাই ওপৰলৈ চাই থাকিলেও তাৰ মনটোৱে সদায় তললৈহে চাই আছে।

"এতিয়াহে বুজিলোঁ। তুমি মোক খং কৰাটো উচিতেই আছিল। কিন্তু তুমি যে ক'লা, আমাৰ উদ্দেশ্য সিদ্ধি হ'বলৈ হ'লে জ্যোতির্বিদ্যাক বৰ্ত্তমানৰ প্ৰচলিত পদ্ধতিত নকৰি বেলেগ পদ্ধতিতহে কৰিব লাগিব, এইটোৰ অৰ্থনো কি কৰিছা তাকে হে বুজিব নোৱাৰিলোঁ।"

"বুজাই দিওঁ বাৰু। আমি চকুৰে দেখা বস্তুৰ ভিতৰত ফুলবছা আঁকাশখন হ'ল আটাইতকৈ সুন্দৰ আৰু অনুপম। কিন্তু ইও দৃশ্যমান জগতৰেই এক অংশ হোৱা গতিকে বিশুদ্ধ সংখ্যাৰ প্ৰকৃত গতিবেগৰ কোনো প্ৰকাৰেই ওচৰ চাপিব নোৱাৰে। এই গতিবেগেই হ'ল বিশুদ্ধ সংখ্যাত আৰু সকলোবোৰ জ্যামিতীয় সংখ্যাত থকা প্ৰকৃত দ্ৰুতগতি আৰু প্ৰকৃত মন্থৰ গতিৰ আপেক্ষিক গতিবেগ। আকাশ-মণ্ডলত সকলো গ্ৰহ-নক্ষত্ৰৰ আপেক্ষিক আৱৰ্ত্তনক চকুৰে চাই উপলব্ধি কৰিব নোৱাৰি; যুক্তি আৰু চিন্তাৰেহে সম্ভৱ হয়[২]। নে তুমি এই বিষয়ত সুকীয়াকৈ ভাবিব খোজা?"

"ওহোঁ। মই সুকীয়াকৈ ভাবিবলৈ কিটো আছে!"

"এতেকে, যেনেকৈ দিদালাচৰ নিচিনা নিপুণ কলাকাৰ নাইবা নক্সাকাৰকে বিতোপনকৈ আঁকি থোৱা নক্সা এখন পালে আমি কামত লগামহঁক তেনেকৈয়েই উৰ্দ্ধস্তৰৰ এই বস্তুবোৰৰ অধ্যয়নত আগবাঢ়োঁতে আমি সেই ফুলবছা আকাশখনকে চানেকি বা আঁচনি কৰি ল'ম। সেইদৰে জ্যামিতিত পাৰ্গত এজনে দেখা পালে এনে নক্সাক অপূৰ্ব্ব সুন্দৰকৈ অঁকা বুলি নিশ্চয় ক'ব। কিন্তু এটা সংখ্যাৰ লগত আন এটাৰ সমতা বা অসমতাৰ প্ৰকৃত অনুপাত আবিষ্কাৰ কৰাৰ আশাত তেওঁ এই নক্সা অধ্যয়ন কৰিবলৈ কেতিয়াও নাযায়।"

---

২। ছক্ৰেটিচৰ মতে জ্যোতির্ব্বিদ্যাৰ সম্পৰ্ক হ'ল "জোন, বেলি আৰু তৰাৰ পাৰস্পৰিক গতিবেগ"ৰ লগত। এই ক্ষেত্ৰত তেওঁৰ ব্যাখ্যা হ'ল যে গণিতজ্ঞই অধ্যয়ন কৰোঁতে আদৰ্শ (অৰ্থাৎ প্ৰকৃত) গতিবেগৰ নিৰীক্ষণ কৰিব লাগিব। এই গতিবেগেই সংখ্যাত প্ৰকাশ কৰা গতিবেগৰ নিৰ্গুণ সম্পৰ্ক।

"নিশ্চয় নাযায়।"

"বাৰু, নক্ষত্ৰৰ গতিবেগৰ সম্পৰ্কতো প্ৰকৃত জ্যোতির্ব্বিদ পণ্ডিত এজনে এনে ধৰণেই নেচাব নে বাৰু? অৰ্থাৎ আকাশখন আৰু আকাশৰ গ্ৰহ-নক্ষত্ৰবোৰক কোনোবা স্থাপত্যবিদ দেৱতাই সৰ্ব্বাঙ্গ-সুন্দৰকৈ সজোৱা বুলি নধৰিব নে? কিন্তু ৰাতিৰ লগত দিনৰ, দিন-ৰাতিৰ লগত মাহৰ, মাহৰ লগত বছৰৰ, জোন-বেলিৰ লগত তৰাৰ আনুপাতিক সম্বন্ধৰ কথা যেতিয়া আহিব তেতিয়া কিন্তু তেওঁ এনে দৃশ্যমান বস্তুবোৰক চিৰকাল একেটা গতিতে আৰু একেটা দিশতে ঘূৰি থকা বুলি কেতিয়াও বিশ্বাস নকৰিব আৰু তেনে বিশ্বাসৰ ভিত্তিত সেইবোৰত নিহিত থকা সত্যৰ বিচাৰ কৰিবলৈও নেযাব।"

"হয়। তোমাৰ কথা শুনাৰ পাচত মইও সেইদৰেই ভাবিছোঁ।"

"এতেকে জ্যোতির্ব্বিদ্যাৰ প্ৰকৃত অধ্যয়নৰ যোগে আত্মাৰ স্বাভাৱিক বোধশক্তিক উচিত দিশত প্ৰয়োগ কৰিবলৈ হ'লে জ্যামিতি অনুশীলনত কৰাৰ দৰে দুৰ্ব্বোধ্য বিষয়ক লৈ হে অনুসন্ধান আৰম্ভ কৰিব লাগিব, গ্ৰহ-নক্ষত্ৰক লৈ নহয়।"

তেতিয়া তেওঁ ক'লে, "পিচে জ্যোতির্ব্বিদ্যা অধ্যয়নৰ বৰ্ত্তমান পদ্ধতিতকৈ তোমাৰ এই অধ্যয়ন-পদ্ধতি বহু বেচি গুণে পৰিশ্ৰম-সাপেক্ষ হ'বগৈ দেখোন।"

মই উত্তৰ দিলোঁ, "হয়, হ'ব। সংবিধান-প্ৰণেতা হিচাপে উপযুক্ত হ'বলৈ হ'লে আন আন সকলো ক্ষেত্ৰতো এইদৰেই পৰিশ্ৰমসাধ্য কাম কৰিবলৈ সাজু হ'ব লাগিব। এতেকে, এতিয়া বাৰু আমি আৰম্ভ কৰোঁহকচোন। বাৰু, কোৱাঁচোন, আমাক নো আৰু কিহৰ কিহৰ অধ্যয়নৰ দৰ্কাৰ হ'ব?"

"ওহোঁ। ইমান ততাতৈয়াকৈ মই ক'ব নোৱাৰিম।"

"কিয়, গতিৰ কথাকে ধৰাঁচোন। গতি জানো কেবা প্ৰকাৰবো নহয়? কি কি বিধৰ হ'ব পাৰে বিশেষজ্ঞ সকলে অৱশ্যে ভালকৈ ব্যাখ্যা কৰি দিব পাৰিব। কিন্তু আমাৰ দৰে মানুহৰ চকুতো দুবিধ গতি ওলায়েই আছে।"

"কোন দুবিধ?"

"এবিধৰ আমি ইতিমধ্যে উল্লেখ কৰি গৈছোঁৱেই। ইবিধ হ'ল তাৰে লগৰীয়া।"

"সেইবিধ কি?"

মই উত্তৰ দিলোঁ, "যেনেকৈ আকাশৰ গ্ৰহ-নক্ষত্ৰৰ গতি অধ্যয়ন কৰিবলৈ আমি চকু দুটা পাইছোঁ। সেইদৰেই তেনেকৈয়ে সুৰৰ গতি অধ্যয়ন কৰিবলৈও কাণ দুখন আছে। এই দুই বিধৰ অধ্যয়নক পাইথাগুৰীয়সকলে সহযোগী বিজ্ঞান বুলি কৈছে। গ্লকন, আমিও তেওঁলোকৰ কথাকে সমৰ্থন কৰিব পাৰিম কিজানি। নোৱাৰোঁ যদি নৌ পিচে কি বুলি ক'ম?"

"তুমি প্ৰথমে উল্লেখ কৰা পদ্ধতিকে লোৱা যাওক। অৰ্থাৎ বাস্তৱক আমি স্বীকাৰ কৰি লওঁ।"

"পিচে বিষয়টোৰ আলোচনা যেহেতু বহলেই হ'ব, গতিকে এইটো বিষয়ৰ লগতে অন্যান্য বিষয়তো পাইথাগুৰীয়সকলে নো কি কয় তাকো চাওঁহক। অৱশ্যে তেওঁলোকৰ মতামত লওঁতে আমাৰ মূল নীতি এৰি দিব নোৱাৰিম।"

"তুমি নো কি নীতিৰ কথা কৈছা?"

"সেই নীতি হ'ল, আমি অলপ আগতে জ্যোতিৰ্বিদ্যা অধ্যয়নৰ ক্ষেত্ৰত কোৱা দৰেই, আমাৰ শিক্ষাৰ্থীহঁতক এইবোৰ বিজ্ঞানৰ ক্ষেত্ৰতো কোনো অসম্পূৰ্ণ অংশৰ অধ্যয়ন কৰিবলৈ দিব নোৱাৰিম। অথবা, যিবোৰ অধ্যয়ন শ্ৰেষ্ঠ জ্ঞানলাভৰ প্ৰকৃত লক্ষ্যস্থানত উপনীত হ'ব নোৱাৰে তেনে অধ্যয়নো কৰিবলৈ দিব নোৱাৰি। কাৰণ, জানাই নহয়, যি সকলে সুৰ-সমতান অধ্যয়ন কৰে তেওঁলোকেও জ্যোতিৰ্বিদ সকলৰ দৰেই একেবিধ ভুলকে কৰে। সমলয়ৰ জ্ঞান থকা বুলি কোৱা সকলেও জ্যোতিৰ্বিদ সকলৰ দৰেই কাণেৰে শুনিয়েই বিভিন্ন তাল-মানৰ তুলনা কৰি অধ্যয়ন কৰিবলৈ যায় আৰু সেই গতিকেই তেওঁলোকৰ সকলো পৰিশ্ৰম অথলে যাব লগা হয়।"

"হয়। ঠিকেই কৈছা। ইও তেওঁলোকৰ নিৰ্বুদ্ধিতাৰেই প্ৰমাণ মাত্ৰ। 'পুনৰাবৃত্তি' আৰু কিবাকিবি বহুতৰ কথা কৈ তেওঁলোকে বাদ্যযন্ত্ৰটোত কাণখন পাতি থৈ থাকে, যেন চুবুৰীয়াৰ ঘৰত হোৱা কিবা গোপন কথাৰ সম্ভেদ ল'বলৈ হে বিচাৰিছে। এইদৰে থাকি

তেওঁলোকৰ এজনে ক'ব যে আটাইতকৈ নিম্নতম বিৰতিৰ মধ্যস্থ শ্রুতি এটা শুনিবলৈ পাইছে আৰু সেইটোকে তেওঁৰ জোখৰ একক বুলিব খোজে। আকৌ, আন এজনে ক'ব তেওঁ শুনা সকলোবোৰ শ্রুতি একে ধৰণৰেই। এইদৰে উভয় পক্ষই কাণৰ ওপৰত নির্ভৰ কৰিয়েই নিজৰ নিজৰ যুক্তি দাঙি ধৰে।"

"অ', বুজিলোঁ। বাদ্যযন্ত্ৰৰ তাঁৰ কেইডালকে টানি-আঁজুৰি আমনি কৰা থকা আৰু খুঁটি[৩] কেইটা বান্ধি তাঁৰ কেইডালক শাস্তি দিয়া বিধৰ সুসঙ্গীতজ্ঞজনৰ কথাকে তুমি ক'ব খুঁজিছা। বাৰু, এই সঙ্গীতজ্ঞজনে কেনেকৈ তাঁৰৰ বুলনি দিয়ে আৰু তাঁৰবোৰে কেনেকৈ খিংখিঙীয়া, গহীন বা উতনুৱা ভাব প্রকাশ কৰে এই সকলোবোৰ ব্যাখ্যা কৰিবলৈ গৈ ৰূপকটো দীঘলীয়া কৰিব নোখোজোঁ। ৰূপকৰ কথা এৰি ইয়াকেহে মাথোঁ কৈ থওঁ যে মই এইবিধ মানুহক বুজোৱা নাই। মই কৈছোঁ সেই সকল পাইথাগোৰীয়ৰ কথা হে যাৰপৰা আমি এইমাত্র সমন্বয়ৰ বিষয়ে মতামত বিচাৰিবলৈ স্থিৰ কৰিছিলোঁ। কাৰণ, তেওঁলোকো ঠিক জ্যোতির্বিবদসকলৰ দৰেই। অর্থাৎ তেওঁলোকে শুনিবলৈ পোৱা ধ্বনিৰ ঐকতানৰ মাজত থকা সংখ্যাসূচক সম্বন্ধৰ বিচাৰত হে মাথোন আবদ্ধ থাকে। কোনবোৰ সংখ্যাত স্বাভাৱিকতে সুৰৰ মিল আছে, কোনবোৰৰ নাই আৰু এই দুই বিধৰ মাজত প্রভেদ থকাৰ কাৰণ নো কি, এনেবোৰ কথাকে অনুসন্ধান কৰি মূল সমস্যাৰ সমাধান কৰিবলৈ তেওঁলোকৰ আহৰিয়েই নাই।"

"হয়। পিচে তুমি যিখিনি কামৰ কথা ক'লা, সেইবোৰ মানুহৰ শক্তিৰে সাধ্য নহ'ব যেন পাওঁ।"

"নহয়। অসাধ্য নুবুলি দৰ্কাৰী বুলি হে কোৱা। সুন্দৰ আৰু কল্যাণময় অনুসন্ধানৰ বাবে এই অধ্যয়ন দৰ্কাৰী। অৱশ্যে আন কামত ইয়াৰ আৱশ্যকতা নাই।"

"হয়, ঠিকেই কৈছা।"

---

৩। গ্রীচত দাসবিলাকৰ বিচাৰ কৰোঁতে সত্য স্বীকাৰ কৰাবৰ বাবে দাসবোৰক খুঁটিত বন্ধাটো আইনসম্মত আছিল।

মই তেতিয়া ক'লোঁ, "ইয়াৰ উপৰিও আমি উল্লেখ কৰা আটাই-বোৰ বিজ্ঞানৰ অধ্যয়নৰপৰা যদি সেইবোৰৰ মাজত থকা পাৰস্পৰিক সম্বন্ধ-সহযোগৰ কথা জানিব পাৰোঁ আৰু সেইবোৰক কেনে বিধ সম্বন্ধই বান্ধি ৰাখিছে তাকো বুজি পাব পাৰোঁ, তেনেহ'লে তেনে অধ্যয়নে আমাক উদ্দেশ্য সাধনৰ পথত আগবঢ়াই নিব পাৰিব। আমাৰ উদ্দেশ্য সাধন নহ'লে সকলো পৰিশ্ৰমেই অথলে যাব।"

"এৰা ছক্রেটিচ, মোৰো তেনে ধাৰণাই হৈছে। কিন্তু কামটো হ'লে বৰ গধুৰ হ'ব দেই!"

মই উত্তৰ দিলোঁ, "কোনটো নো গধুৰ কাম হ'ব বুলি কৈছা? আৰম্ভণিৰ কথাকে কৈছা নে অইন কিহবাৰ? জানাই দেখোন এই সকলোবোৰেই হ'ল পাতনি হে মাথোন। আচল অধ্যয়নৰ কথা ইয়াৰ পাচতহে আহিব। এইবোৰ অধ্যয়নত পাৰ্গত হোৱা গণিতজ্ঞ-সকলকেই তুমি ন্যায়শাস্ত্ৰত পাৰ্গত বুলি কেতিয়াও নক'বাঁ নিশ্চয়।"

"ওহোঁ। কেতিয়াও নকওঁ। মই দেখা দুই-এজনৰ বাদে আনবোৰক পাৰ্গত বুলিব নোৱাৰি।"

"কিন্তু যিবোৰে নিজে ভবা কথাষাৰো ভালকৈ বুজাই দিব নোৱাৰে নাইবা লোককো সেইদৰে বুজাই কোৱাত সহায় কৰিব নোৱাৰে সেইবোৰে জানো আমি বিচৰা জ্ঞানৰ লেশমাত্ৰও পাইছে বুলি তুমি ধৰিবাঁ?"

"ওহোঁ। পাইছে বুলি মই কোৱা নাই।"

"তেনেহ'লে গ্লকন, আমি জানো শেহত এতিয়া ঘাই প্ৰসঙ্গলৈকে নাহিলোঁ? অৰ্থাৎ এই প্ৰসঙ্গকে দাৰ্শনিক বিচাৰত পৰিণত কৰিব নেলাগিব জানো? ইয়াৰ বিকাশো আমি কাহিনীত বৰ্ণনা কৰা মুক্ত বন্দীটোৰ দৃষ্টিশক্তিৰ দৰেই নহ'ব? মুক্ত বন্দীটোৱে গহ্বৰৰপৰা ওলাই প্ৰথমে বাহিৰৰ জীৱজন্তুবোৰলৈ চাইছিল। তাৰ পিচত নক্ষত্ৰবোৰলৈ। সৰ্ব্বশেহত বেলিটোলৈ চাবপৰা হ'লহি। তেতিয়াই সি দৃশ্যমান জগতৰ উৎকৃষ্টতম বস্তুটো পালেহি। সেইদৰেই এই প্ৰসঙ্গতো দাৰ্শনিক আলোচনাত মানসিক জগতৰ শীৰ্ষস্থানত উপস্থিত হ'বগৈ পৰা যাব। ইন্দ্ৰিয়ানুভূতিৰ কোনো সহায় নোহোৱাকৈ একমাত্ৰ তত্ত্বজ্ঞানৰ বলত যিজনে সকলো ক্ষেত্ৰতে প্ৰকৃত সত্তা

উপলব্ধি কৰিবলৈ চেষ্টা কৰে আৰু বিশুদ্ধ জ্ঞানৰ মাধ্যমত মূল সত্যৰ উপলব্ধি নকৰালৈকে ক্ষান্ত নহয়, তেন্তেই তাত্ত্বিক আলোচনা কৰি গৈ গৈ মানসিক জগতৰ শীৰ্ষস্থান পায়গৈ—যেনেকৈ একেবাৰে শেহত উল্লেখ কৰা মানুহটোৱে দৃশ্যমান জগতৰ শেষ প্ৰান্তত উপস্থিত হৈছিলহি।

"হয়। নিঃসন্দেহে।"

"আৰু, দাৰ্শনিক বিচাৰৰ এইবিধ প্ৰক্ৰিয়াকে জানো তুমি তত্ত্ব-বিচাৰ বোলা নাই?"

"নিশ্চয়।"

"তদুপৰি, আমি দেখিছোঁৱেই নহয় যে হাতভৰিৰ শিকলি মোকলাই দিয়াৰ পাচত বন্দীহঁত প্ৰতিবিম্বৰ ছাঁৰপৰা গৈ নিজেই প্ৰতিবিম্বৰ অৱস্থাত আৰু পোহৰৰ অৱস্থাত পৰে আৰু গহ্বৰৰপৰা ওলাই বেলিৰ পোহৰ পায়গৈ। কিন্তু এইদৰে যোৱাৰ পাচতো সিহঁতে জীৱ-জন্তু, গছ-গছনি আৰু সূৰ্য্যৰ পোহৰলৈ পোনপটীয়াকৈ চাবপৰা নহয়; পানীত সিহঁতৰ নিজৰ আৰু অন্যান্য বস্তুৰ প্ৰতি-ফলন হে চাব পাৰে। অৱশ্যে পানীত হোৱা এই প্ৰতিবিম্বই হ'ল প্ৰকৃততে দৈৱিক সৃষ্টি আৰু প্ৰকৃত সতত্ত্বৰ প্ৰতিবিম্ব। সূৰ্য্যৰ পোহৰৰ তুলনাত জুইৰ পোহৰ হ'ল প্ৰতিবিম্বস্বৰূপহে। প্ৰকৃত সতত্ত্বৰ প্ৰতিবিম্ব এনে প্ৰতিবিম্বৰ প্ৰতিবিম্ব নহয়। এতিয়া কথা হৈছে, আমি যিবোৰ কলা অধ্যয়নৰ কথা ক'লোঁহঁক সেইবোৰতো বন্দীহঁতৰ পৰিস্থিতিৰ সকলোবোৰ স্তৰকে দেখা পোৱা যাব। অৰ্থাৎ, আত্মাৰ উৎকৃষ্ট ভাগটো সকলো সত্তাৰ মূল উপলব্ধিৰ ফালে স্তৰে স্তৰে আগবাঢ়ি যাব।—যেনেকৈ বন্দীহঁতৰ ক্ষেত্ৰত উৎকৃষ্ট দৃষ্টিশক্তি থকা অঙ্গটো বাস্তৱ জগতৰ আটাইতকৈ উজ্জ্বল বস্তুটোৰ ফালে গৈছিল।"

তেতিয়া গ্লকনে উত্তৰ দিলে, "তোমাৰ কথাষাৰ বাৰু মানি লৈছোঁ। পিচে, সঁচা কথা ক'বলৈ গ'লে, মানি ল'বলৈ টানও পাইছোঁ। ইফালে অস্বীকাৰ কৰিবলৈও অসুবিধা হৈছে। যেই হওক, এই বিষয়ত তো ইমানতেই আলোচনা শেষ নহয়! পিচতো বহুত বাৰ কথাটো ওলাব। গতিকে তোমাৰ সিদ্ধান্তকে শুদ্ধ বুলি ধৰি লৈ এতিয়া তোমাৰ মূল বিষয়টোৰ বিশদ আলোচনাত আগ-

যাচেঁাহক—যেনেকৈ বিষয়টোৰ প্ৰস্তাৱনাৰ আলোচনা কৰা হৈছিল। এতেকে, এতিয়া বাৰু কোৱাঁচোন, তত্ত্ব-বিচাৰৰ সাধাৰণ লক্ষণ কি? ইয়াক কি কি বিশেষ ভাগত ভগাব পাৰি আৰু এই তত্ত্ববিচাৰৰ প্ৰক্ৰিয়া কি কি? এই প্ৰক্ৰিয়া উলিয়াব পাৰিলেই নিশ্চয় সিয়েই আমাৰ যাত্ৰাপথৰ নিৰ্দ্দেশক হ'ব আৰু সেই পথেদিয়েই গৈ যাত্ৰাৰ লক্ষ্যত উপস্থিত হৈ জিৰণি ল'বগৈ পাৰিম।"

মই উত্তৰ দিলোঁ—হে'ৰা গ্লকন, তুমি পিচে মোৰ লগত আৰু বেচি দূৰ একেলগে যাব নোৱাৰিবাঁগৈ হ'বলা। অৱশ্যে মোৰ ফালৰ-পৰা তোমাক লৈ যোৱাত অকণো আপত্তি নাই। অৰ্থাৎ এতিয়া আৰু মই তোমাক প্ৰকৃত সত্যক ৰূপকৰ উদাহৰণেৰে বুজাম। মোৰ মতে যিটো যথাৰ্থ সত্য তাকে হে কম। অৱশ্যে মইও শুদ্ধকৈ বুজিব পাৰিছোঁ নে নাই ডাঠি ক'ব পৰা হোৱা নাই। মাত্ৰ ইয়াকে ক'ব পাৰোঁ যে এনে কিবা এবিধ সত্যকে বিচাৰিব লাগিব বুলিলে বৰ বেচি ভুল নহ'ব।"

"নিশ্চয় ভুল নহয়।"

"আৰু এইবুলিও বাৰু ডাঠি ক'ব নোৱাৰিম নে যে আমি যিবোৰ অধ্যয়নৰ বিষয়ে আলোচনা কৰিলোঁহক সেইবোৰত পাৰ্গত হোৱা-সকলেও সত্য উপলব্ধি কৰিবলৈ হ'লে একমাত্ৰ তত্ত্ববিচাৰৰ যোগেদিহে কৰিব লাগিব? অন্য কোনো উপায়েৰে এনে উপলব্ধি সম্ভৱপৰ নহ'ব বুলিও জানো নকম?"

"হয়। সেই বিষয়তো তুমি খাটাংকৈ ক'ব পৰা হৈছা।"

তেতিয়া মই ক'লোঁ, "সি যি কি নহওক, বস্তু হিচাপে যেই কোনো বস্তু এটাৰ মূল ৰূপৰ ধাৰণা কৰিবলৈ প্ৰণালীবদ্ধ অনুসন্ধানৰ বাবে তত্ত্ববিচাৰৰ বাদে অন্য কোনো বিচাৰপদ্ধতি যে নাই সেই কথা কোনেও ভুই কৰিব নোৱাৰে। আনহাতে, অন্যান্য যিমানবিলাক কলা আছে সেইবোৰৰ দুই-এবিধ বাদ দি সকলোবোৰেই মানুহৰ মতামত বা অভাব-অভিযোগৰ হে অধ্যয়ন কৰে নাইবা প্ৰাকৃতিক আৰু কৃত্ৰিম বস্তুৰ উৎপাদন আৰু সেই উৎপাদিত বস্তুৰ সংৰক্ষণ-প্ৰতিপালনৰ বিষয়ে অধ্যয়ন কৰে। বাদপৰা দুই-এবিধৰ ভিতৰত থকা কলা হ'ল জ্যামিতি আৰু লগৰীয়া অন্যান্য কলা। এই কেইবিধে অৱশ্যে কিছু

দূৰলৈ সত্য উপলব্ধি কৰে। কিন্তু এইবোৰ কলায়ো সত্য উপলব্ধি কৰিবলৈ যাওঁতে সপোনত দেখাৰ দৰে হে সত্য দৰ্শন কৰে, দিঠকত সেইবোৰ ব্যাখ্যা কৰিব নোৱাৰে। যেতিয়ালৈকে যিবোৰ অনুমানৰ ভিত্তিত সত্য দেখা পায় সেইবোৰ বুজি নেপায় আৰু সেইবোৰ ব্যাখ্যা কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁলোকে সপোন দেখাৰ নিচিনাই হয়। তত্ত্ববিচাৰ কৰিবলৈ হ'লে মূল সূত্ৰৰ ভিত্তিত হে হ'ব পাৰিব। সেই মূল সূত্ৰয়েই বিচাৰৰ সমগ্ৰ প্ৰক্ৰিয়া আৰু শেষ সিদ্ধান্ত নিৰ্ণয় কৰিব। এতেকে, কোনোবাই যদি এই মূল সূত্ৰটোকে প্ৰকৃততে নজনাকৈয়ে অনুসন্ধান কৰিবলৈ লয় তেনেহ'লে নজনা সূত্ৰৰ ভিত্তিত তেওঁ প্ৰকৃত জ্ঞান লাভ কৰিব কেনেকৈ? অৰ্থাৎ কি মূল সূত্ৰৰ ভিত্তিত তুমি অনুসন্ধান কৰিছাঁ সেইটো যদি নাজানা, কিহৰ ভিত্তিত আগবাঢ়িছাঁ আৰু কিহৰ ভিত্তিত সিদ্ধান্ত কৰিছাঁ তাকো যদি নাজানা, তেন্তে তোমাৰ ধাৰণাৰ সৈতে যুক্তিৰ সামঞ্জস্য থাকিলেও তুমি প্ৰকৃত জ্ঞান উপলব্ধি কৰিব নোৱাৰিবাঁ।"

"ওহোঁ, কোনোমতেই নোৱাৰি।"

"এতেকেই তত্ত্ব-বিচাৰ পদ্ধতিৰ আৱশ্যক। আৰু একমাত্ৰ এই পদ্ধতিয়েইহে এনে পথ অনুসৰণ কৰে। এই পদ্ধতিত অনুমানৰ ওপৰত নিৰ্ভৰ নকৰি একেবাৰে মূল সূত্ৰটোলৈকে গৈ অনুমানৰ সত্যতা পৰীক্ষা কৰিবলৈ লোৱা হয়। পৰীক্ষা কৰি যেতিয়া দেখা যায় যে আত্মাৰ দৃষ্টি অজ্ঞতাৰ ডাঠ পিটনিত সোমাই পোত খাই আছে, তেতিয়া ধীৰে ধীৰে এই পদ্ধতিয়ে আত্মাক টানি আনি ওপৰলৈ তোলে। আমি যিবোৰ কলাৰ কথা ইতিমধ্যে উল্লেখ কৰিছিলোঁ সেইবোৰক এই কাৰ্য্যত তত্ত্ববিচাৰে প্ৰয়োগ কৰে। চলিত প্ৰথা মতে আমিও এইবোৰ কলাকো জ্ঞানৰ শাখা বুলিয়েই কৈ আহিছোঁ। পিচে সেইবোৰক অইন এটা নাম হে দিব লাগিব। অৰ্থাৎ বিশ্বাসতকৈ অধিক নিৰ্ভৰযোগ্য অথচ প্ৰকৃত জ্ঞানতকৈ অস্পষ্ট কিবা এটা হে বুলিব লাগিব। আগতে এবাৰ এই মানসিক প্ৰক্ৰিয়াকে বোধশক্তি আখ্যা দিছিলোঁ। যেই হওক, এতিয়া আমি ইমান গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনা কৰিবলৈ লোৱাৰ সময়ত সেইবোৰ নামৰ কথা লৈ বিবাদত নোসোমোৱাই ভাল হ'ব।"

তেওঁ ক'লে, "তুমি ঠিক কৈছা। আমাক মাথোন নাম এটা হে লাগে। কিবা এটা মানসিক অৱস্থা বুজাবলৈ প্ৰয়োগ কৰোঁতে সেই নামটোৱে সেই অৱস্থাটোনো কি তাক স্পষ্টকৈ প্ৰকাশ কৰিব পাৰিলেই হ'ল।"

মই তেতিয়া ক'লোঁ, "বুজিছোঁ। আগতে উল্লেখ কৰা এই মানসিক অৱস্থাৰ চাৰিভাগৰ প্ৰথম ভাগটোক জ্ঞান, দ্বিতীয় ভাগক বিচাৰ-বুদ্ধি, তৃতীয় ভাগক বিশ্বাস আৰু চতুৰ্থ ভাগক অনুমান বুলিয়েই ক'লে ভাল হ'ব যেন পাইছোঁ। পিচৰ দুটা অৰ্থাৎ বিশ্বাস আৰু অনুমান গোট খাই হ'ল অভিমত আৰু আগৰ দুটা অৰ্থাৎ জ্ঞান আৰু বিচাৰ-বুদ্ধি লগলাগি হ'ল উপলব্ধি। গতিকে নিত্যতাৰে সৈতে অনিত্যতাৰ যি সম্বন্ধ উপলব্ধিৰ সৈতেও অভিমতৰ সেই একেই সম্বন্ধ। সেইদৰে উপলব্ধিৰ সৈতে অভিমতৰ যি সম্বন্ধ জ্ঞানৰ সৈতে বিশ্বাসৰ আৰু বিচাৰ-বুদ্ধিৰ সৈতে অনুমানৰো সেই একে সম্বন্ধ। পিচে, গ্লকন, এনে মানসিক প্ৰক্ৰিয়াৰ বিষয়বস্তুবোৰৰ তুলনা কৰাটো, আৰু অভিমত আৰু উপলব্ধি প্ৰত্যেকৰে ক্ষেত্ৰক দুভাগত ভগোৱাৰ কাম আমি নকৰা হে ভাল হ'ব হ'ব পায়। সেইটোলৈ গ'লে আমাৰ আলোচনা আগতকৈও বহুত দীঘলীয়া হে হৈ পৰিবগৈ।"

"তোমাৰ বাকীখিনি যিমান দূৰ বুজিব পাৰিছোঁ সেইফালৰপৰা তোমাৰ সৈতে মই একমত বুলিব পাৰোঁ।"

"সকলো বস্তুৰ মূল তত্ত্ব-বিচাৰ কৰাজনকে তুমি বাৰু তত্ত্ব-বিচাৰবিশাৰদ বুলি নকৰা নে? আনহাতে, যি জনে মূল তত্ত্ব কি নিজেও নেজানে আৰু আনকো বুজাবলৈ অপাৰগ তেনেজনৰ উপলব্ধিক অসম্পূৰ্ণ বুলিয়েই নধৰিম জানো?"

তেওঁ উত্তৰ দিলে, "কিয় নধৰিম?"

"তেনেহ'লে অভিমতৰ ক্ষেত্ৰতো একে কথাই নেখাটিব জানো? চিন্তাধাৰাৰ সহায়ত এনে তত্ত্ববিচাৰকে সতত্বৰ স্বৰূপৰ শুদ্ধ ব্যাখ্যা দিব পাৰিব লাগিব আৰু সতত্বৰ মূল ৰূপৰ সৈতে বাকী অন্য ৰূপৰ প্ৰভেদ ধৰিব পাৰিব লাগিব। তদুপৰি, বিভিন্ন প্ৰকাৰৰ সমালোচনা খণ্ডন কৰিবলৈ যাওঁতে অভিমতৰ ওপৰত ভেঁজা নিদি সকলো সময়তে প্ৰকৃত সত্যৰ ভিত্তিত দৃঢ়তাৰে বিচাৰ কৰিব পাৰিব লাগিব। এইদৰে

নিজৰ সিদ্ধান্তলৈ আহোঁতে চিন্তাই কোনো স্তৰতে ভুল নকৰাকৈ আগবাঢ়িব লাগিব। যদিহে এই সকলোখিনি কৰিব নোৱাৰে তেন্তে তেওঁ সতত্বৰ মূল স্বৰূপ কি বা অন্যান্য সৎ বস্তুনো কি কেতিয়াও ধৰিব নোৱাৰিব। তেনে অৱস্থাত তেওঁ ক'ৰবাত সতত্বৰ ছঁয়াময়া আকৃতি এটা দেখিলেও সি অভিমত হে হ'ব, উপলব্ধি হ'ব নোৱাৰে। অর্থাৎ, তেওঁ শুই শুই সপোনতে বর্ত্তমান জীৱনটো কটাইছে আৰু মৃত্যুৰ পাচত সিপুৰীত গৈ চিৰকালৰ বাবে টোপনিত লালকাল দিবলৈ যোৱাৰ আগত ইহ সংসাৰতো কোনোদিনেই সাৰ নেপালে।"

তেওঁ ক'লে, "হয়, ময়ো নিশ্চয় সেই বুলিয়েই ক'ম।"

"পিচে যিবোৰ কাল্পনিক শিশুৰ লালন-পালন আৰু প্রশিক্ষণৰ কথা তুমি চিন্তা কৰিছাঁ সিহঁতৰ ভাৰ তোমাৰ হাতত যদি প্রকৃততে পৰেহি তেতিয়াও সিহঁতক অপৰিপক্ক অৱস্থাত ৰাজ্য-শাসনৰ গুৰুভাৰ অর্পণ নিশ্চয় নকৰিবাঁ।

"ঠিক কৈছাঁ, কেতিয়াও সেই ভাৰ দিব নোৱাৰি।"

"তুমি তেনেহ'লে আইন প্রণয়ন কৰি সিহঁতক এনে শিক্ষা দিব লাগিব যি সিহঁতক তত্ত্ববিচাৰ পদ্ধতিৰ শুদ্ধ প্রয়োগত উপযুক্ত কৰি তুলিব।"

"নিশ্চয় কৰিব লাগিব। অৱশ্যে তোমাৰ সহায়ো দৰ্কাৰ হ'ব।"

"এতিয়া তেন্তে আমি কি বুজিলোঁহক? বিভিন্ন বিষয়ৰ জ্ঞান দিয়াৰ বাবে শিক্ষাব্যৱস্থাৰ দেৱালখনৰ যি গাঁঠনি কৰিলোঁহক তাৰ একেবাৰে ওপৰত জানো তত্ত্ববিচাৰেই নাথাকিব? এই গাঁথনিৰ তলৰ কেই চপৰা শিল অন্যান্য বিষয়ৰ আৰু একেবাৰে ওপৰৰ চপৰা হ'ল তত্ত্ববিচাৰৰ। সর্ব্বোচ্চ চপৰা শিল বহুৱাৰ লগে লগেইগাঁথনি শেষ হ'ল। গতিকে তত্ত্ববিচাৰৰ ওপৰত আৰু অন্য কোনো বিষয়ৰ শিক্ষা বাকী নেথাকিবগৈ। নহয় জানো?"

"হয়, ঠিকেই কৈছাঁ।"

মই তেতিয়া ক'লোঁ, "এতেকে এতিয়া আমাৰ এটা কথা হে বাকী ৰ'লগৈ, অর্থাৎ এই বিভিন্ন বিষয়ৰ অধ্যয়ন কেনেকৈ হ'ব আৰু কোনে কৰিব তাৰ আঁচনিখন কৰাটো হে ৰ'লগৈ।"

"এৰা। এতিয়া সেইটো হে আছেগৈ।"

"ইয়াৰ আগতে শাসনকৰ্ত্তাৰ বাছনি কৰোঁতে বাৰু আমি কোন-বিধ মানুহক বাছি উলিয়াইছিলোঁ তোমাৰ মনত আছে নহয় চাগৈ?"

"ওঁ, আছে।"

"আমি জানো এনেবোৰ গুণকেই বাছনিত উঠিবৰ বাবে লাগতিয়াল বুলি ধৰা নাছিলোঁ? অৰ্থাৎ আটাইতকৈ ধীৰ-স্থিৰ, সবাতোকৈ সাহসী আৰু পৰাপক্ষত সকলোতকৈ সুশ্ৰী জনকেই আমাৰ বাছনিত প্ৰথম স্থান দিমহঁক। ইয়াৰ উপৰিও বাছনিত উঠা সকল আদৰ্শ নৈতিক চৰিত্ৰত বলীয়ান হোৱাৰ লগতে এনে শিক্ষা গ্ৰহণৰ বাবে উপযোগী যোগ্যতাৰ অধিকাৰীও হ'ব লাগিব।"

"পিচে, সিহঁতৰ নো কি কি যোগ্যতা থাকিব লাগিব বুলি ক'ব খুঁজিছা?"

"অধ্যয়নত সিহঁতে তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিব লাগিব আৰু কোনো কষ্ট অনুভব নকৰাকৈ হেলাৰঙে শিকিব পাৰিব লাগিব। কিয়নো, গভীৰ অধ্যয়নত দেহাতকৈ মনৰ বলৰ হে পৰীক্ষা হয়। অধ্যয়নৰ ক্ষেত্ৰত মনেহে পৰিশ্ৰম কৰিব, দেহাই নকৰে।"

"হয়, ঠিক কৈছা।"

"তদুপৰি আমি আৰু কেইটামান গুণ বিচাৰিব লাগিব, যেনে, ভাল স্মৰণশক্তি, নিৰ্ভীক চৰিত্ৰ আৰু কাম কৰিবৰ বাবে অদম্য স্পৃহা। এইবোৰ গুণৰ অধিকাৰী নোহোৱাজন জানো দেহামাৰি পৰিশ্ৰম কৰাৰ উপৰিও কঠোৰ পাঠ্যক্ৰমৰ শিক্ষা ল'বলৈ যাব বুলি আশা কৰা?"

"ওহোঁ, উচ্চ গুণসম্পন্ন নোহোৱাসকলক এনে শিক্ষা দিব পৰা কোনোমতেই নহ'ব।"

মই তেতিয়া ক'লোঁ, "সি যি কি নহওক, দৰ্শন সম্পৰ্কত প্ৰচলিত ভুল ধাৰণা আৰু দৰ্শনৰ প্ৰতি অৱজ্ঞাৰ মূলতে কি এতিয়া ধৰিবপৰা গ'ল। মই আগতেও কৈছিলোঁৱেই যে যোগ্যতা নথকাবোৰে দৰ্শন চৰ্চ্চা কৰিবলৈ গৈয়েই দৰ্শনৰ যতমানে বদনাম আনিছে। প্ৰকৃত যোগ্য শিষ্যৰ ঠাইত নিকৃষ্টজনে দৰ্শন-চৰ্চ্চা কৰিবলৈ গ'লে এনে ভুল ধাৰণা হ'বই।"

"পিচে, তুমিনো প্ৰকৃততে যোগ্যজন মানে কাক বুজাইছা ?"

"প্ৰকৃত যোগ্যজন হ'বলৈ হ'লে নিজৰ কামৰ প্ৰতি আগ্ৰহ অটুট থাকিব লাগিব। কামটোত সম্পূৰ্ণভাৱে আত্মনিয়োগ কৰিব লাগিব। কামটোৰ এভাগ কৰোঁতে কঠোৰ পৰিশ্ৰম কৰি আন ভাগত নিষ্ক্ৰীয় হৈ ৰহি থকাৰ স্বভাব হ'ব নালাগিব। যিবোৰে ব্যায়াম চৰ্চ্চা কৰে বা চিকাৰত খেদাকোৰা কৰে নাইবা তেনে ধৰণৰ শাৰীৰিক পৰিশ্ৰম কৰি ভাল পায় সেইবোৰৰ গাত হে এনে স্বভাব দেখা যায়। এনেবিধ মানুহৰ, অধ্যয়ন কৰিবলৈ বা আনৰপৰা জ্ঞান আহৰণ কৰিবলৈ নাইবা নিজে চিন্তা কৰিবলৈ অকণো আগ্ৰহ নাথাকে। এই সকলে কোনো প্ৰকাৰৰ মানসিক পৰিশ্ৰম কৰিবলৈ ভাল নেপায়। আনহাতে পৰিশ্ৰমৰ প্ৰতি যিবোৰৰ অনুৰাগ ঠিক ইয়াৰ বিপৰীত হয় সেইবোৰো কিন্তু সমানেই অযোগ্য।"

"ওঁ, তুমি একেবাৰে সঁচা কথা কৈছা।"

"সেইদৰেই, যি আত্মাই নিজে মিছা কথা নকয়, কোনোবাই ইচ্ছাকৃত ভাৱে মিছা কোৱাটোও সহ্য কৰিব নোৱাৰে আৰু অসত্য কোৱাজনৰ ওপৰতও ঘৃতাহুতি হৈ পৰে, অথচ কোনোবাই অনিচ্ছাকৃত ভাৱে মিছা কথা ক'লে তাত হ'লে আপত্তি নকৰে আৰু নিজৰ অজ্ঞতাৰ কথা বুজি পাইও গাহৰিৰ দৰে লুতুৰি-পুতুৰি হৈ অজ্ঞতাৰ বোকাত থাকিবলৈ ভাল পায়, তেনে আত্মাক সত্য উপলব্ধি কৰিবলৈ সম্পূৰ্ণ অক্ষম বুলি জানো নধৰিম ?"

"এই কথাও একেবাৰে সত্য।"

মই আকৌ ক'লোঁ, "প্ৰকৃততে উৎকৃষ্ট কোন আৰু নিকৃষ্ট কোন বাছি উলিয়াবলৈ হ'লে আমি সংযম, সাহস, মহানুভৱতা আদি বিভিন্ন গুণ কাৰ চৰিত্ৰত কিমান আছে পৰীক্ষা কৰিব লাগিব। এনেবোৰ গুণসম্পন্ন হয় নে নহয় তাক সূক্ষ্মভাৱে পৰীক্ষা নকৰাকৈ কোনোবা ৰাজ্যই যদি শাসনকৰ্ত্তা বাছে বা কোনোবা ব্যক্তিয়ে যদি বন্ধু নিৰ্ব্বাচন কৰে, তেনেহ'লে সেই ৰাজ্য আৰু সেই ব্যক্তি উভয়েই প্ৰবঞ্চনাত পৰিব। তেনে কৰিলে ৰাজ্য বা ব্যক্তিয়ে এইবোৰ গুণৰ নকল-অধিকাৰীক হে শাসনকৰ্ত্তা বা বন্ধু হিচাপে পাবগৈ। অৰ্থাৎ উভয়ে ভগা লাখুটিত হে ভৰ দিবলৈ যাব।"

"হয়, হয়। একেবাৰে ঠিক কথা।"

"এতেকে আমি এই এটাইবোৰ কথাতেই সতৰ্ক হ'ব লাগিব। উৎকৃষ্ট অধ্যয়ন আৰু সুদীৰ্ঘ প্ৰশিক্ষণৰ যি ব্যৱস্থাৰ কথা আমি কৈছোঁ সেই শিক্ষা দিবৰ বাবে সকলো প্ৰকাৰে সুস্থ মন আৰু দেহাৰ অধিকাৰী সকলক বাছি ল'ব পাৰিলে হে ন্যায়দেবীৰ ৰোষৰপৰা আমি হাত সাৰিব পাৰিমহক। তেতিয়াহে আমাৰ ৰাজ্যখন আৰু ৰাজ্যৰ সকলো বিধি-নিয়ম নিৰাপদে ৰক্ষা কৰিব পাৰিমহক। কেনেবাকৈ যদিহে অযোগ্য বিধৰ শিক্ষাৰ্থীক শিক্ষা দিবলৈ হয় তেতিয়া কিন্তু আমাৰ সকলো পৰিশ্ৰম অথলে যাব আৰু তেতিয়া দৰ্শনৰ মূৰৰ ওপৰত গালি-শপনিৰ বোজা আৰু গধুৰকৈ হে জাপি দিয়া হ'ব।"

"এৰা, সেইটো হ'বলৈ হ'লে কিন্তু বৰ দুৰ্নামৰ কথা হ'বগৈ।"

"হ'বই। পিচে, এই মুহূৰ্ত্তত মই নিজকেও বৰ বেয়া অৱস্থাত পেলালোঁহি যেন পাইছোঁ।"

তেওঁ সুধিলে, "তোমাৰ অৱস্থা নো আকৌ বেয়া হ'ল কেনেকৈ?"

মই উত্তৰ দিলোঁ, "আমি যে ইমান উত্তেজিত হ'ব নালাগিছিল সেই কথা মই পাহৰিয়েই গৈছিলোঁ। কিন্তু, কথা হ'ল, মই কৈ থাকোঁতেই হঠাতে দৰ্শন-দেবীৰ ফালে চকু গ'লত দেখিবলৈ পালোঁ তেওঁক অযথা আক্ৰমণ কৰা হৈছে। দেখিয়েই, আক্ৰমণকাৰীহঁতৰ ওপৰত মোৰ খং উঠি গ'ল। ফলত মই ক'বই নোৱাৰিলোঁ, মোৰ খঙৰ মাত্ৰা চৰি গ'লগৈ। কঠোৰ ভাষা প্ৰয়োগ কৰি পেলালোঁ।"

"ওহোঁ। ক'তা তুমি তো কঠোৰ হোৱা নাই। অন্ততঃ মই শুনাত তেনে যেন লগা নাই।"

"নহয়। কৈ থাকোঁতে নিজৰে তেনে যেন লাগিছিল। বাৰু, যেই হওক এতিয়া আমাৰ আলোচনাত কথা এটা পাহৰিব নেলাগে। আগতে আমি কৈছিলোঁ যে শাসনকৰ্ত্তা হিচাপে বয়সিয়াল মানুহক হে ল'ব লাগে। পিচে, এতিয়া সেইদৰে নহ'ব। বয়স বাঢ়ি যোৱাৰ লগে লগে মানুহে ভালেমান কথা শিকিব পাৰে বুলি চ'লোনে কোৱা কথাত আমি বিশ্বাস কৰিব নোৱাৰিম। কিয়নো কথা আচলতে ওলোটাহে হয়গৈ। বুঢ়া মানুহক শিকিবলৈ লগালে শিকাতকৈ

পলাবলৈহে চাব। তদুপৰি, যি ধৰণৰ কঠোৰ পৰিশ্ৰম লাগিব সেইখিনি যৌৱন অৱস্থাত হে সম্ভৱ হ'ব।"

"সেইটো কথাত কোনো প্ৰশ্নই উঠিব নোৱাৰে দেখোন।"

"গতিকেই তত্ত্ববিচাৰত ব্যুৎপত্তি লাভৰ অৰ্থে গণিত, জ্যামিতি আদি প্ৰাথমিক শিক্ষাৰ সকলো বিষয়কে আমাৰ শিক্ষাৰ্থীহঁতক সৰুকালতেই শিকাব লাগিব। কিন্তু এইবোৰ শিকাওঁতে এনেভাৱে শিকাব লাগিব যাতে শিক্ষাৰ্থীহঁতে বাধ্যতামূলক বুলি নেভাবে।"

"কিয়?"

মই উত্তৰ দিলোঁ, "স্বাধীন মানুহৰ শিক্ষাত দাসত্বৰ লেশমাত্ৰও চিন থাকিবলৈ দিব নোৱাৰি। বাধ্যতামূলক শাৰীৰিক পৰিশ্ৰমৰ কষ্টই দেহাৰ অনিষ্ট সাধন নকৰে। কিন্তু মনৰ কথা বেলেগ। বাধ্যতামূলক ভাৱে শিকোৱা কথাই মনত থিতাপি ল'ব নোৱাৰে।"

"হয়। ঠিক কৈছা।"

"গতিকে ধেমালিৰ ছলেৰে হে তুমি শিশুবোৰক শিকাব লাগিব। সিহঁতক শিক্ষা দিওঁতে কোনো প্ৰকাৰৰ বাধ্য-বাধকতাৰ চিন থাকিব নালাগিব। তোমাৰ উদ্দেশ্য হ'ব সিহঁতৰ প্ৰত্যেকৰে চৰিত্ৰত লুকাই থকা স্বাভাৱিক প্ৰবৃত্তিৰ বিকাশ সাধন কৰা।"

"তোমাৰ পৰামৰ্শ খুব যুক্তিসঙ্গত হৈছে।"

"বাৰু, ল'ৰাছোৱালীবোৰক ঘোঁৰাৰ পিঠিত তুলি যুদ্ধক্ষেত্ৰৰ ওচৰলৈও নিব লাগে বুলি আমি যে কৈছিলোঁ কথাষাৰ তোমাৰ মনত আছে নে? সুবিধা বুজি মাজে-সময়ে সিহঁতক যুদ্ধক্ষেত্ৰৰ মাজলৈও নিব লাগে আৰু তাত চিকাৰী-কুকুৰৰ দৰে তেজৰ সোৱাদ ল'বলৈও দিব লাগে বুলিও জানো আমি কোৱা নাছিলোঁ?

তেওঁ উত্তৰ দিলে, "হয় কৈছিলোঁ। মনত আছে।"

"গতিকে আমি বছা বছা মানুহৰ তালিকা এখন কৰিব লাগিব। আমি উল্লেখ কৰা সকলো বিধৰ শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰা আৰু বিপদ-আপদৰ সন্মুখীন হোৱাৰ অৱস্থাত উৎকৃষ্ট আত্মসংযমৰ নিদৰ্শন দেখুৱাবোৰক হে এই তালিকাত ভৰ্ত্তি কৰা হ'ব।"

"বুজিলোঁ। কিন্তু ভৰ্ত্তি কৰাৰ বয়স কিমান হ'ব?"

"ব্যায়ামচৰ্চ্চাৰপৰা আজৰি হোৱাৰ পাচত ভৰ্ত্তি কৰা হ'ব। যি দুই-তিনি বছৰত ব্যায়াম-চৰ্চ্চা চলি থাকিব তেতিয়া শিক্ষাৰ্থীবোৰে অন্য কোনো কাম কৰিব নোৱাৰিব। শাৰীৰিক পৰিশ্ৰমত ভাগৰত অৱশ হৈ পৰিব। ভাগৰুৱা বা অৱশ অৱস্থাত মানসিক অধ্যয়ন সম্ভৱ নহয়। তদুপৰি ব্যায়ামচৰ্চ্চাৰ সময়ত শিক্ষাৰ্থীয়ে দেখুৱা আচৰণৰপৰা সিহঁতৰ চৰিত্ৰৰ নিদৰ্শন পোৱা যাব।"

"হয়; নিঃসন্দেহে পোৱা যাব।"

"মই ক'লোঁ, "এইটো সময় পাৰ হোৱাৰ পাচত যিসকল ডেকা কুৰি বছৰ বয়সীয়া হ'ব তেওঁলোকৰ মাজৰপৰা বছা বছা সকলক উচ্চ সম্মান দিয়া হ'ব। শিশু অৱস্থাত তেওঁলোকক সুকীয়া সুকীয়াকৈ যিবোৰ বিষয়ৰ শিক্ষা দিয়া হৈছিল এতিয়া সেইবোৰকে সামগ্ৰিক ৰূপত শিকোৱা হ'ব, যাতে তেওঁলোকে সকলোবোৰ বিষয়ৰ মাজত থকা পাৰম্পৰিক সম্বন্ধ বুজি পাব পাৰে আৰু আচল সত্য নো কি উপলব্ধি কৰিব পাৰে।"

"ঠিক কৈছা। এই শিক্ষাৰপৰা পোৱা জ্ঞানেই হে মাথোন স্থায়ী হৈ মনত ৰ'ব।"

"আৰু, কাৰ মনত তত্ত্ববিচাৰৰ শক্তি কিমান আছে তাৰ প্ৰমাণো এই শিক্ষাতে পোৱা যাব। বিষয় একোটা সম্পূৰ্ণৰূপে আয়ত্ত কৰিব পাৰে নে নোৱাৰে তাৰ পৰাই বুজা যাব পৰ্য্যবেক্ষকজন প্ৰকৃততে তত্ত্ব-বিচাৰত পাৰ্গত হৈছে নে নাই হোৱা।"

"ঠিক কৈছা।"

"সেইবাবেই এতিয়া তোমাৰ কাম হ'ল সিহঁতৰ ওপৰত ভালকৈ নজৰ ৰখা—কোনে এইবোৰ বিষয়ত আটাইতকৈ পাৰদৰ্শিতা দেখুৱায় আৰু অধ্যয়নৰ উপৰিও যুদ্ধকাৰ্য্য বা অন্যান্য বিভাগত কৰ্ম্মপটুতাৰ নিদৰ্শন দিয়ে। যি বিলাকত এইবোৰ গুণ দেখিবলৈ পাবাঁ সিহঁতৰ ত্ৰিছ বছৰ বয়স হ'লেই বা সেই বয়স পাৰ হোৱা মাত্ৰকেই, আগতে তোমাৰ বাছনিত উঠি থকা সকলৰ মাজৰপৰা আঁতৰাই আনিবা। আনি, সিহঁতক আৰু অধিক সম্মান প্ৰদান কৰিবাঁ। তেতিয়া সিহঁতৰ তত্ত্ববিচাৰ-শক্তিৰ প্ৰমাণ চাবাঁ আৰু কোন্ জনেনো দৃষ্টিশক্তি তথা অন্যান্য ইন্দ্ৰিয়ৰ সহায় নোলোৱাকৈ

সত্য অনুসৰণ কৰি গৈ নিৰ্গুণ তত্ত্ব উপলব্ধি কৰিব পাৰে। কিন্তু, মনত ৰাখিবাঁ, এইখিনিতে বিশেষ সতৰ্কতাৰ প্ৰয়োজন হ'ব।"

"এই সতৰ্কতাৰ বিশেষ প্ৰয়োজনৰ কাৰণ নো কি?"

"কিয়, তুমি জানো দেখা নাই বৰ্ত্তমানে তত্ত্ববিচাৰৰপৰা কিমান অপকাৰ হৈছে?"

"কি অপকাৰ নো?"

মই উত্তৰ দিলোঁ, "তত্ত্ববিচাৰক সকলৰ আলোচনাই মানুহৰ মাজত উচ্ছৃঙ্খলতাৰ সৃষ্টি কৰিছে।"

"এৰা, তুমি ঠিকেই ধৰিছা।"

"কথাটোত তুমি আচৰিত হৈছা নে কি? পিচে, তুমি জানো এই মানুহখিনিৰ প্ৰতি অলপো সহানুভূতি নেদেখুৱাবাঁ?"

"তোমাৰ কথাষাৰ বুজিব নোৱাৰিলোঁ। বুজাই দিয়াঁচোন।"

"উদাহৰণ স্বৰূপে কাল্পনিক শিশু এটাকে লোৱাঁচোন বাৰু। সেই শিশুটো ধন-সম্পত্তিৰ প্ৰাচুৰ্য্য আৰু সম্ভ্ৰান্ত বংশৰ খিতাপৰ মাজত লালিত-পালিত হৈছে। চাৰিওফালে সি চাটুকাৰেৰে পৰিবেষ্টিত। ধৰাঁ জানিবা, ডাঙৰ হ'লত সেই শিশুটোৱে গম পালে যে আগেয়ে যিবোৰে তাৰ পিতৃ-মাতৃ বুলি চিনাকি দিছিল সেইবোৰ আচলতে তাৰ পিতৃ-মাতৃ নহয়। অৱশ্যে তাৰ আচল মাক-বাপেক কোন তাকো সি নেজানে। এতিয়া চাটুকাৰৰ প্ৰতি আৰু নকল মাক-বাপেকৰ প্ৰতি সি কেনে আচৰণ কৰিব বাৰু?—প্ৰথমতে জন্ম-বৃত্তান্ত নজনা হৈ থকা অৱস্থাত, আৰু, দ্বিতীয়তে, প্ৰকৃত সত্য জনাৰ পাচত সি বাৰু কেনে ভাৱে চলিব বুলি ভাবাঁ? এই বিষয়ত মোৰ অনুমান কি জানিব খোঁজা নে কি?"

"কোৱাঁচোন বাৰু", তেওঁ ক'লে।

"মোৰ ধাৰণা মতে, সত্যৰ সন্ধান নোপোৱালৈকে সি মাক-বাপেক আৰু অন্যান্য সম্বন্ধীয় লোক বুলি জনাসকলক চাটুকাৰবোৰতকৈ অধিক সম্মান কৰিব আৰু সেই মাক-বাপেকক কোনো প্ৰকাৰৰ কষ্টত পৰিবলৈ নিদিব। তেতিয়া চাটুকাৰবোৰৰ ওচৰত সি কথায়-কামে যিমান অবাধ্যতা প্ৰকাশ কৰা দোষত দোষী হ'ব তাৰ মাক-বাপেক বোলা সকলৰ ওচৰত সিমানখিনি নহ'ব।"

"সেইটোকে বোধকৰোঁ কৰিব।"

"কিন্তু আচল কথাটো জনাৰ পাচত মাক-বাপেকৰ প্ৰতি তাৰ শ্ৰদ্ধা কমি যাব আৰু চাটুকাৰবোৰলৈ শ্ৰদ্ধা বাঢ়ি যাব যেন পাওঁ। তেতিয়া চাটুকাৰবোৰৰ কথা আগতকৈ বেচি মনোযোগেৰে শুনিব, স্বচ্ছন্দে সিহঁতৰ লগ ল'ব আৰু সিহঁতে যেনেকৈ চলিবলৈ কয় তেনেকৈয়ে চলিব। তেতিয়া তাৰ কাল্পনিক বাপেক আৰু তথাকথিত সকলোবোৰ আপোন মানুহৰ প্ৰতি তাৰ বিতৃষ্ণা হ'ব। যদি হে তাৰ চৰিত্ৰ অতি ওখ থাপৰ হয় তেতিয়া হ'লে অৱশ্যে সি সেই মাক-বাপেকৰ সম্বন্ধ একেবাৰে এৰি নেপেলাব।"

"তুমি হওঁতে স্বাভাৱিকে যিটো ঘটে তাৰে প্ৰকৃত বৰ্ণনা দিছা। কিন্তু যি সকলে তৰ্কশাস্ত্ৰৰ পদ্ধতি অৱলম্বন কৰিছে সেইসকলৰ ক্ষেত্ৰতনো নো এই ৰিজনি কেনেকৈ খাটিব?"

"সেইটো ক'ম বাৰু। কথা হৈছে, কোনটো সত্য, কোনটো সুন্দৰ এইবোৰৰ একোটা ধাৰণা নিচেই সৰুকালৰে পৰা থাকে। তেনে ধাৰণাকে সৰোগত কৰি আমি চলিবলৈ শিকোঁ—যেনেকৈ, আমি আই-বোপাইক মানি চলিবলৈ শিকি আহিছোঁহক।"

"সঁচা কথা।"

"কিন্তু বিবিধ সুখ-সম্ভোগৰ প্ৰলোভনে আমাৰ এইবোৰ ধাৰণাৰ সমুখত শত্ৰুৰূপে ঠিয় দিয়েহি আৰু আমাৰ মনক উত্তেজিত কৰি সিহঁতৰ ফলীয়া কৰিবলৈ চেষ্টা কৰে। অৱশ্যে আমি যদি হে ধৰ্ম্মত থাকোঁ তেনেহ'লে সেইবোৰে আমাক ভুলাব নোৱাৰে আৰু আমিও পিতৃ-মাতৃৰ দিনৰপৰা চলি অহা বিশ্বাস মানি চলিবলৈ এৰি নিদিওঁহক।"

"ঠিক কৈছা।"

"পিচে, এনে মানুহক 'সৌন্দৰ্য্য কি' বুলি প্ৰশ্ন কৰিলে বাৰু কি উত্তৰ দিব? তেতিয়া তেওঁ বিধান-প্ৰণেতাৰপৰা যেনেকৈ শুনিছে তেনেকৈয়েই উত্তৰ দিব। কিন্তু ঘূৰাই প্ৰশ্ন কৰিলে তেওঁৰ কথা অশুদ্ধ প্ৰমাণিত হ'ব। এইদৰে যেতিয়া বাৰেপতি বিভিন্ন প্ৰকাৰৰ অ-প্ৰমাণৰ হে সন্মুখীন হ'বলৈ ধৰিব তেতিয়া তেওঁ বিশ্বাস কৰিবলৈ বাধ্য হ'ব যে যাক তেওঁ সৌন্দৰ্য্য বুলিছে সেই সৌন্দৰ্য্যত সৌন্দৰ্য্যৰ

সমানেই কদৰ্য্যতাও আছে। সেইদৰেই, ন্যায্যতা, সততা আদি যিবোৰ ধাৰণা ইমান দিনে লৈ আহিছিল সেইবোৰৰ দশাও একেই যেন বুলি তেওঁৰ বিশ্বাস হ'বলৈ ধৰিব। এনে অৱস্থাত পৰাৰ পাচত বাৰু তেওঁৰ পূৰ্ব্বৰ অভিমতবোৰৰ প্ৰতি তেওঁ কিমানদূৰ সন্মান আৰু আনুগত্য প্ৰকাশ কৰিব পাৰিব বুলি ভাবাঁ ?"

"অৱশ্যে তেতিয়া আৰু তেওঁ আগৰ দৰে সন্মান নেদেখুৱাব আৰু আনুগত্যও প্ৰকাশ নকৰিব।"

"যেতিয়া পূৰ্ব্বৰ বিশ্বাসবোৰক ভুল বুলি তেওঁ এৰি দিয়ে আৰু ইফালে শুদ্ধ বিশ্বাসৰো সন্ধান নেপায়, তেতিয়া জানো তেওঁ সুখ-ভোগৰ আকাঙ্ক্ষাতেই সম্পূৰ্ণ মজি নপৰিব ?"

"পৰিব।"

"অৰ্থাৎ, এনে অৱস্থাত তেওঁক সকলো নৈতিক আনুগত্য হেৰুৱাই একেবাৰে উদণ্ড হৈ পৰা দেখা যাব।"

"তাত কোনো সন্দেহেই নাই।"

"তত্ত্ববিচাৰ কৰিবলৈ যোৱা শিক্ষাৰ্থীসকলৰ ক্ষেত্ৰত যদি স্বাভাৱিক পৰিণতি এইটোৱেই হয়গৈ তেনেহ'লে মই অলপ আগতে ক'বৰ দৰে তেওঁলোকৰ অৱস্থাটো বিশেষ সহানুভূতিৰে চোৱাটো উচিত নহ'ব জানো ?"

"হয়। সহানুভূতিয়েই নহয়, পুতৌও কৰিব লাগিব।"

"তেন্তে এই ডেৰকুৰি বছৰ বয়সীয়াখিনিক যাতে পুতৌ কৰিব-লগীয়া নহয়গৈ সেইবাবে তেওঁলোকক তত্ত্ববিচাৰত লগোৱাৰ আগতেই সকলো সতৰ্কতা অৱলম্বন কৰিব নালাগিব জানো ?"

"হয়, নিশ্চয় লাগিব।"

"তেনেহ'লে, তেওঁলোকে কম বয়সতেই তাত্ত্বিক আলোচনাত সোমোৱা নিষেধ কৰাটোৱেই জানো এক ডাঙৰ সতৰ্কতা নহ'ব ? তুমি দেখোন মন কৰিবই পোৱাঁ যে ডেকাইঁতে যেতিয়া প্ৰথমে প্ৰথমে তাত্ত্বিক আলোচনাৰ সোৱাদ পায় তেতিয়া তত্ত্ববিচাৰ পদ্ধতিক খেলৰ বস্তু ৰূপেহে ব্যৱহাৰ কৰিবলৈ লয়। সকলো সময়তে তেওঁলোকে এনে পদ্ধতিক বাদ-প্ৰতিবাদৰ অস্ত্ৰস্বৰূপে হে প্ৰয়োগ কৰে আৰু খণ্ডন-শাস্ত্ৰ অধ্যয়নকাৰীসকলৰ কৌশল অনুকৰণ কৰি, তেওঁলোকৰ সমুখত

কোনোবা পৰিলেই তেওঁক তৰ্কযুদ্ধত পেলাই থকা-সৰকা কৰে—যেনেকৈ পোৱালি কুকুৰবোৰে বস্তু এটা পালেই টানি-আঁজুৰি, ফালি-চিৰি টুকুৰাটুকুৰ কৰি পেলায়।”

“হয় হয়। তেওঁলোক এই কামত বৰ পাকৈত।”

“এনেকৈ তৰ্ক কৰি কৰি বাৰে বাৰে আনক পৰাজিত কৰা আৰু নিজেও বাৰে বাৰে ঘাটি খোৱাৰ পাচত তেওঁলোকে খণ্ডৰ কোবত সকলোবোৰ পুৰণি বিশ্বাস দলিয়াই দিয়ে। সেইবাবেই মানুহে তেওঁলোককতো গৰিহণা দিয়েই, লগতে তাত্ত্বিক আলোচনাৰ ওপৰতো আস্থা হেৰুৱাই পেলায়গৈ।”

“একেবাৰে ঠিক কথা কৈছা।”

“কিন্তু প্ৰৌঢ় এজনে এনেদৰে বলিয়ালি কৰিবলৈ নাযায়। দায়িত্বহীনভাৱে বাদ-প্ৰতিবাদৰ আমোদ কৰা সকলক তেওঁ অনুকৰণ নকৰে। তেওঁ পথ অনুসৰণ কৰিব সেইসকলৰ হে যি একনিষ্ঠ ভাৱে সত্য অনুসন্ধান কৰে। এনে জনৰ বিবেচনাশক্তি আৰু মাৰ্জ্জিত যুক্তি-তৰ্ক দেখিবলৈ পালে মানুহে তত্ত্ববিচাৰক হেয়জ্ঞান নকৰি অধিক সম্মানৰ চকুৰেহে চাব।”

“ঠিক কৈছা।”

“যোগ্য-অযোগ্য সকলো লোকক সমানে তত্ত্ববিচাৰ কৰিবলৈ বৰ্ত্তমানে যি ধৰণে দিয়া হৈছে সেইটো গুছাই অকল ধীৰ-স্থিৰ স্বভাৱৰ লোককহে তত্ত্বজ্ঞান অধ্যয়নত লগাব লাগে বুলি আগতেও কৈছিলোঁহক। তাৰ মানেই হ'ল আমি অকলো সময়তে যথেষ্ট সতৰ্কতা অবলম্বন কৰি আহিছোঁহক। নহয় জানো?”

“হয়।”

“তেনেহ'লে ব্যায়ামচৰ্চ্চা কৰিবলৈ যিমান সময় লাগিছিল তত্ত্বজ্ঞান অধ্যয়ন কৰিবলৈ তাৰ দুগুণ সময় হ'লেই জানো যথেষ্ট নহ'ব? আৰু তত্ত্বজ্ঞান আয়ত্ত কৰিবলৈ হ'লে অন্যান্য অকলো কথা বাদ দি একাণপীতয়াকৈ অধ্যয়নত মনোযোগ দিব নেলাগিব জানো—যেনেকৈ শৰীৰ-চৰ্চ্চা কৰাৰ সময় অইন সকলো কাম বাদ দিয়া হৈছিল?”

“তেনেহ'লে, তুমি নো কেই বছৰ ধৰিছা?—ছবছৰ নে চাৰি?” মই উত্তৰ দিলোঁ, “কেইবছৰ, সেইটো বিশেষ কথা নহয়। ধৰাঁ বাৰু

পাঁচ বছৰেই। পাঁচ বছৰৰ পাচত আমি বৰ্ণনা কৰা গহ্বৰলৈকে আকৌ পঠাই দিব লাগিব। যুদ্ধ-পৰিচালনা কৰা তথা ডেকা মানুহে কৰিবপৰা অন্যান্য কাম কৰিবলৈ দিব লাগিব—যাতে তেওঁলোকে নাগৰিক জীৱনৰ অভিজ্ঞতা অৰ্জ্জন কৰি সকলোৰে সৈতে মিলি থাকিব পাৰে। এই সময়তে আকৌ এবাৰ পৰীক্ষা কৰিও চাব লাগিব নানান্ বিধ প্ৰলোভনৰ মাজতো তেওঁলোকে সম্পূৰ্ণ নিৰ্ব্বিকাৰ হৈ থাকিব পাৰে, নে, সামান্যভাৱে হ'লেও বিচলিত হোৱা দেখা যায়।"

"ইয়াৰ বাবে নো পিচে তুমি কিমান সময় দিব খুজিছা?"

মই উত্তৰ দিলোঁ, "পোন্ধৰ বছৰ। তাৰ পিচত যেতিয়া তেওঁলোকৰ বয়স পঞ্চাছ হ'বগৈ তেতিয়া তেওঁলোকৰ ভিতৰত যি সকলে সকলো প্ৰলোভনৰ হাত সাৰিব পাৰিছে আৰু সকলো বিধৰ শাৰীৰিক আৰু মানসিক চৰ্চ্চাৰ পাৰদৰ্শিতা লাভ কৰিব পাৰিছে, সেই সকলক তেতিয়া শেষ লক্ষ্য সাধন কৰিবলৈ দিয়া হ'ব। তেওঁলোকক, আত্মাৰ দৃষ্টি ওপৰলৈ তুলি য'ৰপৰা সকলোৱে পোহৰ পায় তাত নিক্ষেপ কৰিবলৈ দিয়া হ'ব। তেতিয়া, সতত্ব কি বস্তু তেওঁলোকে স্বয়ং দেখা পাব; আৰু, ৰাজ্য-সংগঠন, নাগৰিক জীৱন আৰু নিজৰ জীৱনো সুপৰিচালিত কৰিবৰ অৰ্থে সেই সতত্বকে আদৰ্শৰূপে গ্ৰহণ কৰিব। বাকী ছোৱা জীৱনতো তেওঁলোকে সৰহভাগ সময় তত্ত্বজ্ঞান চৰ্চ্চাত অতিবাহিত কৰিব। অৱশ্যে নিজৰ নিজৰ সময়ত প্ৰত্যেকেই ৰাজহুৱা জীৱনৰ কঠোৰ কৰ্ত্তব্যও পালন কৰিব লাগিব আৰু দেশৰ স্বাৰ্থত ৰাজ্য-পৰিচালনাৰ দায়িত্ব ল'ব লাগিব। ৰাজ্য-পৰিচালনাৰ দায়িত্ব লওঁতে কিন্তু এবাব নোৱৰা কৰ্ত্তব্য হিচাপেহে ল'ব, ৰাজ্যপালক হিচাপে ক্ষমতালাভৰ আকাঙ্ক্ষাৰ পূৰণৰ বাবে নহয়। এই ধৰণেই এচাম ৰাজ্যপালকৰ পাচত আইন এচাম আহিব। ৰাজ্যপালক সকলে নিজৰ দৰেই নতুন চামক প্ৰশিক্ষণ দি সেইসকলৰ হাততে দায়িত্ব অৰ্পণ কৰি সংসাৰ এৰি স্বৰ্গবাসী হ'বগৈ। স্বৰ্গগামী হোৱাৰ পাচত তেওঁলোকৰ স্মৃতি-ৰক্ষাৰ্থে ৰাজ্যৰ খৰছত স্মৃতিস্তম্ভ তৈয়াৰ কৰা হ'ব। পাইথীয় পুৰোহিতৰ অনুমোদন পালে তেওঁলোকক দেৱতা স্বৰূপে পূজা কৰা হ'ব। সেইটো নহ'লেও অৱশ্যে দেৱতাৰ অনুগ্ৰহপ্ৰাপ্ত দেৱতুল্য পুৰুষ হিচাপে তেওঁলোকে পূজা পাব।"

"ছক্রেটিচ, নিখুঁট সৌন্দর্য্যৰ চিত্র এখন শিল্পীয়ে আঁকাদি তুমিও আমাৰ আদর্শ-ৰাজ্যৰ নায়কসকলৰ চিত্রও কোনো প্রকাৰৰ ছিদ্র নোহোৱাকৈ আঁকি পেলালা।"

"গ্লকন, লগতে আদর্শ-ৰাজ্যৰ নায়িকাসকলৰ বুলিও কোৱাঁ। মোৰ কথাখিনি অকল পুৰুষৰ গাতহে খাটিব বুলি কোৱা নাই। পৰিস্থিতি অনুকূলে সমানে যোগ্যতাসম্পন্ন নাৰী থাকিলে তেওঁলোকৰ গাতো এনেভাৱেই প্রযোজ্য হ'ব।"

তেওঁ ক'লে, "অর্থাৎ, আমি কোৱাৰ দৰে নাৰীয়ে পুৰুষৰ সৈতে যদি সকলো কামতে সমানে অংশীদাৰ হয় তেন্তে তোমাৰ কথা খাঁটিব।"

"বাৰু এতিয়া কোৱাঁচোন, আদর্শ-ৰাজ্য সংগঠনৰ বাবে আমি যিখন আঁচনি দাঙি ধৰিলোঁ সেইখনক সপোন বুলিহে ধৰিবাঁ নে কি? নে, অসুবিধা অলেখ আছে যদিও এই সপোনক বাস্তৱ ৰূপ দিব নোৱৰা বিধৰ নহয় বুলি কবাঁ? আমি জানো কোৱা নাই যে ইয়াক বাস্তৱ ৰূপ দিবৰ বাবে একমাত্র উপায় হ'ল যে এজন বা ততোধিক প্রকৃত দার্শনিকে ৰাজ্যৰ সৰ্ব্বক্ষমতাৰ অধিকাৰী হ'ব লাগিব। এই সকল দার্শনিকে বর্ত্তমান সময়ৰ প্রচলিত সকলো বিধ মান-সন্মানকে তুচ্ছ-জ্ঞান কৰিব আৰু সেইবোৰৰ প্রতি লালায়িত নহ'ব। সত্য আৰু সত্যপালনৰ ওপৰতহে তেওঁলোকে চৰম গুৰুত্ব দিব। ন্যায় পালনক সর্ব্বোচ্চ ধর্ম বুলি ধৰি ন্যায়ৰ একান্ত সেৱক স্বৰূপে ন্যায়ৰ ভিত্তিতে তেওঁলোকে তেওঁলোকৰ শাসনত থকা ৰাজ্যৰ আমুল পৰিবর্ত্তন সাধিব।"

"পিচে, সেই কাম নো তেওঁলোকে কেনেকৈ সমাধা কৰিব?"

"দহ বছৰৰ ওপৰ নগৰত থকা সকলো নাগৰিকক গাৱঁলৈ পঠিয়াই দিয়া হ'ব। নাগৰিকৰ ল'ৰা-ছোৱালীবোৰক ৰাজ্যৰ তত্ত্বাৱধানত ৰখা হ'ব। মাক-বাপেকৰপৰা একৰাই নি সিহঁতক মাক-বাপেকহঁতৰ স্বভাৱ-চৰিত্রৰ প্রভাৱৰপৰা মুক্ত কৰা হ'ব। সিহঁতক আদর্শ দার্শনিকৰ আৰ্হিত শিক্ষা দি তুলিতালি ডাঙৰ-দীঘল কৰিবলৈ লাগতিয়াল অনুষ্ঠান আৰু বিধি-বিধান হ'ব। এই অনুষ্ঠান আৰু বিধি-বিধানবোৰ কেনে প্রকাৰৰ হ'ব আমি আগতে কৈছোঁৱেই; এতিয়া বাৰু কোৱাঁচোন,

এনেদৰে আগবাঢ়িলেই জানো অতি কম সময়ৰ ভিতৰতে আৰু অতি সহজে আমাৰ আদৰ্শ-ৰাজ্য প্ৰতিষ্ঠিত নহ'ব জানো? সেই মতেই ৰাজ্যখনৰ উন্নতি আৰু সমৃদ্ধিও দোপতদোপে নাবাঢ়িব জানো? আৰু, যি জাতিৰ মাজত এনে ৰাজ্য প্ৰতিষ্ঠিত হয় সেই জাতিৰেই জানো কল্যাণ সাধন নহ'ব?"

তেওঁ উত্তৰ দিলে, "নোহোৱাৰ কথাই নাই। ছক্ৰেটিচ, ভৱিষ্যতে কেতিয়াবাকৈ যদিহে এই আদৰ্শ-ৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা হয়। তেনেহ'লে সেই ৰাজ্যখননো কেনেধৰণে সংগঠন কৰিব পৰা হ'ব তাক তুমি অতি সুন্দৰকৈ ব্যাখ্যা কৰিলা।"

"তেন্তে, এই আদৰ্শ-ৰাজ্য সম্বন্ধে আমাৰ বিচাৰ ইমানতে শেষ হ'ল যেন পাওঁ। লগতে, এনে ৰাজ্যৰ অনুৰূপ ব্যক্তি সম্বন্ধেও আলোচনা সম্পূৰ্ণ কৰা হ'ল। এই ব্যক্তি কেনে ধৰণৰ মানুহ হ'ব লাগিব সেই কথাও আমি বুজিলোঁহক। নহয় জানো?"

তেওঁ উত্তৰ দিলে, "বুজিলোঁ। এতেকে বৰ্ত্তমানৰ আলোচনা ইমানতে সমাপ্ত হ'ল।"

## অষ্টম খণ্ড

গ্লকন, বাৰু, এতিয়া তেন্তে আমি এই কেইটা কথাত একমত হ'ব পৰা হ'লোঁহক। অৰ্থাৎ, ৰাজ্য এখন আদৰ্শ ৰূপত সংগঠিত কৰিবলৈ হ'লে তিৰোতা আৰু শিশুবোৰ সমূহীয়া সম্পত্তি হ'ব লাগিব ; সকলো স্তৰতে পুৰুষ, নাৰী উভয়ে একেবিধ শিক্ষা পাব লাগিব ; যুদ্ধৰ সময়তে হওক বা শান্তিৰ দিনতে হওক, উভয়েই একেবিধ কাম-কাজকে কৰিব লাগিব ; আৰু, এই ৰাজ্যত যি সকলে ৰজা হৈ শাসন কৰিব খোজে তেওঁলোক তত্ত্বজ্ঞানত উৎকৃষ্ট পণ্ডিত আৰু যুদ্ধবিদ্যাত সবাতোকৈ পাৰ্গত হ'ব লাগিব।"

"হয়। ইমানলৈকে আমি একমত হৈছোঁহক।"

"তদুপৰি আমি এইটোও স্থিৰ কৰিছোঁহক নহয় যে শাসনকৰ্ত্তা-সকলে কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই সৈনিকবোৰক নি নিৰ্দ্দিষ্ট বাসস্থানত স্থাপন কৰিবগৈ লাগিব। এই বাসস্থানত কাৰো কোনো প্ৰকাৰৰ ব্যক্তিগত স্বত্ব নাথাকিব ; সকলোবোৰ উমৈহতীয়া সম্পত্তি হ'ব। ইয়াৰ উপৰিও, সিহঁতৰ বাসস্থান কেনে ধৰণৰ হ'ব নিৰ্ণয় কৰাৰ পাচতেই আমি আৰু এটা কথা ঠিক কৰি দিছিলোঁহক। তোমাৰ মনত থাকিবই পায়। অৰ্থাৎ, কিমানলৈকে তেওঁলোকক যেই কোনো বস্তুক নিজৰ সম্পত্তি বুলি ধৰিবলৈ দিম, এই কথাও নিৰ্ণয় কৰিছিলোঁ।"

"হয়, মোৰ মনত আছে। আমি কৈছিলোঁ, বৰ্ত্তমান সমাজত যেনেকৈ সকলোৱেই সম্পত্তিৰ অধিকাৰ পাইছে তেনেকৈ নাথাকিব। যোদ্ধা হিচাপে প্ৰশিক্ষণপ্ৰাপ্ত শাসনকৰ্ত্তা সকলে ৰাজ্য প্ৰতিপালন কৰা দায়িত্ব পালনৰ বিনিময়ত বাকী নাগৰিক সকলৰপৰা বছৰি আৱশ্যকীয় ভৰণ-পোষণ পাই থাকিব। তেওঁলোকে নিজকে ধৰি সমগ্ৰ ৰাজ্যৰ নাগৰিক সকলৰ স্বাৰ্থৰক্ষাৰ্থে আত্মনিয়োগ কৰিব।"

"ঠিকেই কৈছা হয়। পিচে, ৰ'বাঁচোন, আমি এইটো বিষয়ৰ অনুসন্ধান সমাপ্ত কৰিলোঁ হয়, কিন্তু অনুসন্ধানত আগবাঢ়ি গৈ থাকোঁতেই অন্য এটা বাটে গুচি গলোঁহক। এতিয়া আমি পুনৰ আগৰ বাটলৈ আহিবলৈ হ'লে কোনখিনিত আমাৰ আলোচনাৰ গতি সলনি হৈছিল মনত পেলোৱাঁচোন।"

তেওঁ উত্তৰ দিলে, "সেইটো মনত আছে। তুমি এতিয়া যি খিনি কৈছা তেতিয়াও প্ৰায় একেখিনিকেই কৈছিলা। ৰাজ্য সম্পৰ্কত তেতিয়াই তোমাৰ আলোচনা সম্পূৰ্ণ হৈছিল বুলিয়েই আমাৰ ধাৰণা হৈছিল। যি বিধ ৰাজ্যৰ বৰ্ণনা তেতিয়া দিছিলা সেই বিধকে 'সু-ৰাজ্য' বুলি আৰু এনে ৰাজ্যৰ অনুৰূপ ব্যক্তিকে 'সু-পুৰুষ' বুলি কৈছিলা। এতিয়া অৱশ্যে আমি বুজি পাইছোঁ ইয়াতোকৈও উৎকৃষ্ট ৰাজ্য আৰু উৎকৃষ্ট ব্যক্তিৰ বৰ্ণনাও আমাক দিব পৰাৰ শক্তি তোমাৰ আছিল। তাৰ লগতে তুমি এইটোও কৈছিলা যে যদিহে তোমাৰ বৰ্ণিত ৰাজ্যখন উৎকৃষ্ট হয়, তেন্তে বাকী কেইবিধ ৰাজ্য নিকৃষ্ট হ'ব লাগিব। এই বাকীবোৰৰ ভিতৰত তুমি যাইকৈ চাৰিবিধ ৰাজ্যৰ কথা উল্লেখ কৰাটো মোৰ মনত আছে। এই চাৰি বিধৰ বিষয়ে পৰীক্ষা কৰাটোও আৱশ্যক হ'ব বুলি কৈছিলা। এইবোৰ ৰাজ্যৰ সংগঠনত ক'ত কি দোষ আছে চাব লাগিব আৰু তাৰ লগতে কোন বিধ মানুহ সেই সেই ৰাজ্যৰ অনুৰূপ হয় তাকো লক্ষ্য কৰিব লাগিব—যাতে এই সকলোবোৰ নিৰীক্ষণ কৰি লৈ তাৰ ভিতৰত কোন বিধ মানুহ উৎকৃষ্ট আৰু কোন বিধ নিকৃষ্ট সেই বিষয়ত এক মতলৈ আহি উৎকৃষ্টজনেই আটাইতকৈ সুখী আৰু নিকৃষ্টজনেই আটাইতকৈ দুঃখী হয় নে নহয় পৰীক্ষা কৰিব পৰা হয়। তাৰ পিচত তুমি উল্লেখ কৰা ৰাজ্য চাৰিবিধ নো কি কি তাক ক'বলৈ তোমাক কওঁতেই পলেমাৰ্কচ আৰু এডিমেণ্টচে মাজতে আমাক বাধা দিলেহি। আৰু তেতিয়াই তুমি আলোচনা আৰম্ভ কৰিলা। সেই আলোচনায়েই আমাক আনি এইখিনি পোৱালেহি।"

"তুমি দেখিছোঁ কথাবোৰ হুবহু মনত ৰাখিছা।"

"বাৰু, মালযুঁজাৰুৱে এবাৰ পৰি, আকৌ উঠি যুঁজিবলৈ লোৱাৰ দৰে ময়ো চাওঁচোন। আগৰ প্ৰশ্নটোকে আকৌ কৰোঁ।

সেই সময়ত যিটো উত্তৰ তুমি দিওঁ বুলি ভাবিছিলাঁ তাকেই এতিয়া দিবলৈ চেষ্টা কৰি চোৱাঁচোন।”

মই উত্তৰ দিলোঁ, “মই যথাসাধ্য চেষ্টা কৰিম বাৰু।”

“তুমি যে কৈছিলাঁ সেই চাৰিবিধ ৰাজ্য নো কি কি?”

“তোমাৰ প্ৰশ্নৰ উত্তৰ তেনেই সহজ হৈ আছে। যি কেইবিধ ৰাজ্যৰ কথা মই কৈছিলোঁ সেই কেইখনৰ প্ৰত্যেকৰে একোটা নাম আছেই। সেই কেইখন হ'ল এই—প্ৰথমে আমি পাইছোঁ ক্ৰীত্ আৰু স্পাৰ্টাৰ সংবিধানখন। এইখনক সকলোৱেই ভাল বুলি কয়। দ্বিতীয় স্থানত পৰিছে যাক অল্পতন্ত্ৰ বোলা হয় সেই বিধ; অৰ্থাৎ বহু ধৰণৰ বদ্‌গুণ মিশ্ৰিত ৰাজ্য। তাৰ পাচতে হ'ল গণতন্ত্ৰ—যিয়েই হ'ল অল্পতন্ত্ৰৰ শত্ৰু তথা উত্তৰাধিকাৰী। আৰু শেহত হ'ল সেই বিখ্যাত বিধ অৰ্থাৎ স্বেচ্ছাচাৰতন্ত্ৰ। আন কেয়োবিধৰপৰা স্বেচ্ছাচাৰতন্ত্ৰ হ'ল সুকীয়া আৰু ইয়েই হ'ল সমাজৰ চতুৰ্থ তথা চূড়ান্ত ব্যাধি। এই কেইবিধৰ বাদে আন কোনো নিৰ্দ্দিষ্ট বৈশিষ্ট্য থকা ৰাজ্যৰ কথা ক'ব পাৰিবাঁ জানো? অৱশ্যে, দুই-এবিধ পাবাঁ, যেনে, উত্তৰাধিকাৰী সূত্ৰে চলা ৰাজতন্ত্ৰ নাইবা যিবোৰ ৰাজ্যত শাসনকৰ্ত্তাৰ পদ বেচা-কিনা কৰিব পাৰি তেনে ৰাজ্য। কিন্তু এই-বোৰ হ'ল, আমি এতিয়া বৰ্ণনা কৰা চাৰিও বিধ ৰাজ্যৰ মাজত পৰা, বিভিন্ন প্ৰকাৰৰ সৰুসুৰা সংগঠন। গ্ৰীচৰ বাহিৰে-ভিতৰে সকলোতে এইবোৰ পাবাঁ।”

“হয়, এনে ধৰণৰ বহুত আচৰিত ৰাজ্যৰ কথা আমি শুনোহঁক।”

“পিচে, ৰাজ্য যিমান প্ৰকাৰৰ আছে মানুহৰ চৰিত্ৰও সিমান প্ৰকাৰৰেই নহ'ব জানো? ৰাজ্যৰ উৎপত্তি গছ-গছনি বা শিলৰপৰা হ'ব, নে মানুহৰ নৈতিক চৰিত্ৰৰ ভেঁটিত গঢ় ল'ব? একোটা সময়ত কিছুমান মানুহ প্ৰবল হৈ উঠে আৰু সেইবোৰেই গোটেই সমাজখনক প্ৰভাৱান্বিত কৰে। সিহঁতৰ নৈতিক চৰিত্ৰ অনুসৰিয়েই চৰকাৰৰ চৰিত্ৰও নিৰ্ণয় নহ'ব জানো?”

“মোৰ মনেৰে ৰাজ্যৰ নাগৰিক সকলৰ নৈতিক চৰিত্ৰ অনুসৰিহে গঢ় লয়।”

"তেনেহ'লে, ৰাজ্যৰ সংগঠন পাঁচ বিধৰ হ'লে মানুহৰ মাজতো পাঁচ বিধৰ মানসিক সংগঠন থাকিব লাগিব।"

"নিশ্চয়।"

"অভিজাত-তন্ত্ৰৰ অনুৰূপ মানুহৰ বিষয়ে আমি ইতিমধ্যে আলোচনা কৰিলোঁৱেই। তেনে মানুহক সকলোতকৈ উত্তম আৰু ন্যায়পৰায়ণ বুলি কওঁতে আমি নিশ্চয় ভুল কৰা নাই।"

"সেই বিষয়ে আলোচনা কৰিলোঁহক।"

"এতিয়া তেনেহ'লে আমি স্পার্টাৰ সংবিধানৰ অনুৰূপ হোৱা নিকৃষ্ট বিধ মানুহৰ অর্থাৎ কলহপ্ৰিয়, ক্ষমতালোভী মানুহৰ বিষয়ে আলোচনা সম্পূর্ণ কৰোঁহক। সেইদৰেই অল্পতন্ত্ৰীয়, গণতান্ত্ৰিক আৰু স্বেচ্ছাচাৰী চৰিত্ৰৰ মানুহৰ বিষয়েও। এনেভাৱে অনুসন্ধান কৰিলেহে আমি অতিপাত অন্যায়ধৰ্ম্মী মানুহটোক ধৰা পেলাব পাৰিম আৰু তাক সম্পূর্ণ ন্যায়ধৰ্ম্মীজনৰ বিপৰীতে ঠিয় কৰাব পাৰিমহঁক। এইদৰেই বিশুদ্ধ ন্যায় আৰু বিশুদ্ধ অন্যায় উভয়ৰে গুণাগুণৰ অনুসন্ধান সম্পূর্ণ কৰিব পৰা হ'ব, অর্থাৎ, দুই বিপৰীত ধৰ্ম্মৰ অধিকাৰীসকলৰ কোন কিমান সুখী বা দুঃখী উলিয়াব পৰা হ'ব। এইখিনি কৰাৰ উদ্দেশ্য হ'ল যাতে ইয়াৰ পাচত, হয় আমি থ্ৰেচিমাকুচৰ যুক্তি গ্ৰহণ কৰি অন্যায়ধৰ্ম্ম অনুসৰণ কৰিম, নহয় আমাৰ নিজৰ সিদ্ধান্ত মানি লৈ ন্যায়ধৰ্ম্ম অনুসৰণ কৰিম।"

"হয়, হয়। আমি এতিয়া সেইটোকেই কৰিব লাগিব।"

"বাৰু তেন্তে, নৈতিক বৈশিষ্ট্যৰ অনুসন্ধান কৰাৰ ক্ষেত্ৰত আগতেও আমি প্ৰথমে ৰাজ্যৰ নৈতিক বৈশিষ্ট্য বিচাৰ কৰিলেহে ব্যক্তিৰ নৈতিক গুণৰ অনুসন্ধান কৰিছিলোঁ। ৰাজ্যৰ ক্ষেত্ৰত এই বৈশিষ্ট্য অধিক স্পষ্ট ভাৱে দেখা যায় বাবেই এই পদ্ধতি লোৱা হৈছিল। এই পদ্ধতিকে লৈ আমি প্ৰতিটো ক্ষেত্ৰতে প্ৰথমে ৰাজ্যক পৰীক্ষা কৰি তাৰ পাচত হে অনুৰূপ ব্যক্তিৰ চৰিত্ৰ পৰীক্ষা কৰিব লাগিব। এতেকে এতিয়া এই ক্ষেত্ৰতো আমি ক্ষমতালোভী ৰাজ্যৰ বিচাৰকে প্ৰথমে আৰম্ভ কৰোঁহক। এনে ৰাজ্যক মই জনাত কোনেও এতিয়ালৈকে একো নাম দিয়া নাই। আমি এই বিধক আঢ্যতন্ত্ৰকে*

* টিমক্ৰেচি বা টিমার্কি।

বুলিব লাগিব। এনে সংবিধানকে চকুৰ আগত ৰাখি আমি ক্ষমতা-লোভী মানুহৰ চৰিত্ৰ পৰীক্ষা কৰিব লাগিব। তাৰ পিচত ধৰিম অল্পতন্ত্ৰত আৰু অল্পতন্ত্ৰীয় ব্যক্তিত। ইয়াৰ পিচত গণতান্ত্ৰিক সংবিধানৰ পৰিপ্ৰেক্ষিতে গণতান্ত্ৰিক ব্যক্তিৰ বিষয়ে বিচাৰ কৰিব লাগিব। সৰ্ব্বশেষত, স্বেচ্ছাচাৰী শাসকৰ দ্বাৰা শাসিত এখন ৰাজ্যলৈ গৈ সেই ৰাজ্যখন পৰ্য্যবেক্ষণ কৰিমহক আৰু সেই ৰাজ্যৰ অনুৰূপ স্বেচ্ছাচাৰী মানুহক নিৰীক্ষণ কৰিম। এইভাৱে আগবাঢ়িলেই আমাৰ সমুখত উত্থাপিত হোৱা প্ৰশ্নবোৰৰ মীমাংসা কৰাত আমি সফল হ'ব পাৰিম।"

"ঠিক কৈছা। এনে পদ্ধতিত অনুসন্ধান কৰি সিদ্ধান্তলৈ অহাটোৱেই যুক্তিযুক্ত কথা হ'ব।"

মই তেতিয়া ক'লোঁ, "এতিয়া তেনেহ'লে অভিজাততন্ত্ৰ গৈ কেনেকৈ আঢ্যতন্ত্ৰত পৰিণত হয়গৈ ব্যাখ্যা কৰোঁহক। সকলো প্ৰকাৰৰ ৰাজ্যতেই বিপ্লৱৰ সূত্ৰপাত জানো শাসকশ্ৰেণীৰ ভিতৰত হোৱা কাজিয়াতেই নহয়? শাসকশ্ৰেণী হয়তো সংখ্যাত নিচেই তাকৰীয়াও হ'ব পাৰে, কিন্তু যেতিয়ালৈকে সিহঁত ঐক্যবদ্ধ হৈ থাকিব পাৰে তেতিয়ালৈকে ৰাজ্যৰ ভেঁটি লৰচৰ নহয়। যেতিয়াই এই শাসকশ্ৰেণী কাজিয়াৰ স্থল হৈ পৰে তেতিয়াহে সেই সূত্ৰপাত হয়।"

"হয়, সঁচা কথা।"

"তেন্তে বাৰু এনেকুৱা, ৰাজ্যৰ ভিতৰত নো বিবাদৰ সূত্ৰপাত কেনেকৈ হয় কোৱাঁচোন। শাসকশ্ৰেণী আৰু সহায়কশ্ৰেণীৰ মাজত নো বিবাদ কেনেকৈ উপস্থিত হয়, নাইবা প্ৰত্যেক শ্ৰেণীৰ ভিতৰতেই নো কিয় কন্দল সৃষ্টি হয় ক'ব পাৰা নে? নে, আমিও হোমাৰৰ নিচিনাকৈ জ্ঞানৰ অধিষ্ঠাত্ৰীদেৱী সকলক আৰাধনা কৰি 'কেনেকৈ প্ৰথমে ভাঙোন ধৰিলে' বুলি সুধিব লাগিব? বাহিৰে গহীন মূৰ্ত্তি ধৰি সৰু ল'ৰা-ছোৱালীক জোকোৱাৰ দৰে-এই দেৱী সকলেও আমাৰ আগত গদ্‌গদ্ সুৰত কথা কৈ আমাৰ সৈতে ধেমালি কৰিব বুলিয়েই ক'ম নেকি?"

"দেৱীসকলে নো কি উত্তৰ দিব বুলি ভাবাঁ?"

"এনে ধৰণৰ কিবা এটাই হ'ব বুলি ধৰাঁ—এনেকৈ সংগঠিত কৰা ৰাজ্য এখন সতকাই ভাঙিব পৰাটো টান কথা হ'ব। পিচে, যেহেতু সকলো বস্তুৰেই এদিন নহয় এদিন ধ্বংস হ'বই, আমাৰ সংগঠনো চিৰকাল থাকিব নোৱাৰে, ভাগি যাবই। এই ধ্বংস আহিব এনে ধৰণে—কি উদ্ভিদ জগত, কি জীৱ জগত উভয়তে মানসিক আৰু শাৰীৰিক বিকাশৰ একোটা সময় আছে আৰু সেইদৰে পাচত বিকাশ বন্ধ হোৱাৰো এটা সময় আছে। এয়ে হ'ল উৰ্ব্বৰতা-অনুৰ্ব্বৰতাৰ চক্ৰ। বিভিন্ন বস্তুৰ জীৱনকালৰ দীৰ্ঘতা অনুসৰি উৰ্ব্বৰতা-অনুৰ্ব্বৰতাৰ কালৰো তাৰতম্য ঘটে। অৰ্থাৎ কোনোবা এবিধ বস্তু সোনকালে উৰ্ব্বৰ হয়, কোনোবা বিধ দেৰিকৈ। এতিয়া তোমাৰ মানুহখিনিৰ উৰ্ব্বৰতা-অনুৰ্ব্বৰতাৰ ক্ষেত্ৰত দেখিবাঁ যে যি সকলক তুমি ৰাজ্যপালক হিচাপে প্ৰশিক্ষণ দিছাঁ তেওঁলোক জ্ঞানীপুৰুষ হ'লেও আৰু সকলো সময়তে সতৰ্কতা অৱলম্বন কৰি চলা সত্বেও উৰ্ব্বৰ সময়টো কেতিয়া হয় গম ধৰিব নোৱাৰিব। ফলত কেতিয়াবা তেওঁলোকৰ ভৰি পিছল খাব আৰু অনুচিত সময়ত তেওঁলোকে সন্তান জন্ম দিয়াব। কিন্তু দৃশ্যমান জগতত জীৱ-জঙ্গমৰ বাবে যিটো সময়-চক্ৰ সেইটো হৈছে সম্পূৰ্ণ সংখ্যাৰ, মানব সন্তানৰ ক্ষেত্ৰত হ'ব সেই সময়-চক্ৰ জ্যামিতীয় সংখ্যাৰ[১]। এই সংখ্যায়েই সন্তান উৎকৃষ্ট হ'ব নে নিকৃষ্ট হ'ব নিৰ্ণয় কৰিব। এতেকে তোমাৰ প্ৰতিপালক শ্ৰেণীয়ে এই কথা নাজানি অসময়ত বিবাহ-বান্ধোনত আৱদ্ধ হ'ব। তেতিয়া তেনে বিবাহৰ-পৰা হোৱা সতি-সন্ততিবোৰ উৎকৃষ্ট গুণসম্পন্ন বা ভাগ্যৱন্ত হ'ব নোৱাৰে। এনে অৱস্থাত সেইবোৰৰ মাজৰে যিখিনি আটাইতকৈ ভাল হয় সিহঁতকে পূৰ্ব্ববৰ্ত্তী শাসক সকলে ক্ষমতাত অধিষ্ঠিত কৰিব লগা হয়। কিন্তু ক্ষমতাত বহুৱালেও সিহঁত ক্ষমতাপালনৰ লায়ক হ'ব নোৱাৰে। বাপেকহঁতৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই সিহঁতে আমাক ইতিকিংহে কৰিবলৈ ল'ব আৰু প্ৰতিপালকৰ কৰ্ত্তব্য উলঙ্ঘা কৰিব। প্ৰথমতে সিহঁতে মানসিক শিক্ষাত গুৰুত্ব নিদিয়া হ'ব আৰু দ্বিতীয়তে শৰীৰচৰ্চ্চাও বাদ দিব। এইদৰেই তোমাৰ ডেকাহঁতৰ শিক্ষা নিকৃষ্ট-

১। এই সংখ্যাৰ ব্যাখ্যা বুজিবলৈ বৰ টান।

বিধৰ হৈ পৰিব। পৰিণামত এনেবিধ ডেকাৰ মাজৰপৰা অহা শাসকসকলে তোমাৰ ৰাজ্যত নাগৰিক সকলৰ কাৰ গাত, কি গুণ আছে ধৰিব নোৱাৰিব। অৰ্থাৎ হেছিয়দে কোৱাৰ দৰে কোনবোৰ নাগৰিক সোণ-ৰূপৰ ধাতুৰে নিৰ্ম্মিত আৰু কোনবোৰ পিতল-লোহাৰে নিৰ্ম্মিত তাক বাছি উলিওৱাৰ কৰ্ত্তব্য সিহঁতে সম্পাদন কৰিব নোৱাৰিব। গতিকেই সোণৰ লগত লোহা, ৰূপ আৰু পিতলকো সিহঁতে মিহলি কৰি পেলাব। ফলত অসমতা আৰু অসঙ্গত নিয়মৰ সৃষ্টি হ'ব। ইফালে য'তেই এনে অসমতা আৰু অনিয়মে শিপা মেলিব ত'তেই শত্ৰুভাব আৰু যুদ্ধৰ জন্ম হ'ব। এতেকে এইটো নিশ্চিত যে এই চাম মানুহৰ আবিৰ্ভাব হোৱাৰ লগেলগেই আত্মকলহো অনিবাৰ্য্য হৈ পৰিব। নহয় জানো?"

"হয়। জ্ঞানৰ অধিষ্ঠাত্ৰী দেবীসকলৰ এনে উত্তৰ একেবাৰে শুদ্ধ।"

"সেই সকলৰ কথা শুদ্ধ নহৈ আৰু কাৰ হ'ব?"

তেতিয়া তেওঁ সুধিলে, "বাৰু, দেবীসকলে তাৰ পিচত কি ক'ব?"

"তেওঁলোকে ক'ব যে যেতিয়াই আত্মকলহৰ সৃষ্টি হ'ব তেতিয়াই উভয় পক্ষৰ ইপক্ষই সিপক্ষৰপৰা দ্ৰুত গতিত ফাটি যোৱাৰ উপক্ৰম হ'ব। লোহা আৰু পিতলৰ বংশই ধন-ঘটা, ঘৰ-মাটি কৰা আৰু সোণ-ৰূপ গোটোৱা কামত লাগিব যাব; আনহাতে, বাকী উচ্চগুণ-সম্পন্ন বংশ দুটাই সোণ-ৰূপৰ বাদে অন্য একোলৈ হেপাহ নকৰি ধৰ্ম্মবিচাৰ আৰু মানব মনৰ চিৰন্তন উপাদানৰ ফালে চকু দিব। কিন্তু এই দুই পক্ষ সংঘৰ্ষলৈ অহাৰ পাচত দুয়োৰো মাজত আপোচ হ'ব। এই আপোচলৈ আহি সকলো ঘৰ-বাৰী, মাটি-সম্পত্তি উভয় পক্ষৰ মাজত ভগাই লোৱা হ'ব। সিহঁতৰ শাসনৰ তলত আগতে যিবোৰ স্বাধীন নাগৰিক আছিল আৰু যিবোৰে সিহঁতকেই ভৰণ-পোষণ দিছিল সেইবোৰকে এতিয়া সিহঁতৰ দাস-দাসী, চাকৰ-নাকৰত পৰিণত কৰিব। আৰু এইবোৰ দাসদাসী প্ৰজাকে দমন কৰি ৰাখিবৰ বাবে সিহঁতে যুদ্ধৰ আয়োজন কৰি আত্মৰক্ষা কৰিবলৈ চাব।"

"ঠিক কৈছা। আদ্যন্তত্ৰলৈ চাল খোৱা গতিৰ খুব শুদ্ধ বিৱৰণ দিছা।"

"তেনেহ'লে এই ৰাজ্যই জানো অভিজাততন্ত্ৰ আৰু অল্পতন্ত্ৰৰ মাজৰ অৱস্থা নহ'ব ?"

"কিয় নহ'ব ?"

"তেনেহ'লে যদি পথ এইটোৱেই হয় তেন্তে যিখন ৰাজ্যৰ কথা আমি কৈছোঁ সেই ৰাজ্যই এনে পৰিবৰ্ত্তনৰ পাচৰ ছোৱাত কেনেকৈ চলিব নো পিচে ? তেনে অৱস্থাতেই জানো প্ৰাচীন সংবিধান আৰু অল্পতন্ত্ৰৰ মধ্যৱৰ্ত্তী অৱস্থাত ঠিয় দি এই ৰাজ্যই পুৰণি সংগঠনৰো কিছু আৰু অল্পতন্ত্ৰৰো কিছু অংশ অনুকৰণ কৰাৰ লগতে নিজৰ ৰবীয়াকৈও কিছু স্বকীয়া গুণ আহৰণ কৰিব। নহয় জানো ?"

"ঠিক ধৰিছাঁ। সেইটো হ'বই।"

"তেন্তে, কিছুমান বিষয়ত আঢ্যতন্ত্ৰলৈ পুৰণি ৰাজ্যকে অনুকৰণ কৰিব। যেনে, যোদ্ধাশ্ৰেণীয়ে শাসকশ্ৰেণীক সন্মান কৰি চলিব, আৰু সকলো প্ৰকাৰৰ কৃষিকৰ্ম্ম, শিল্পকাৰ্য্য আৰু অন্যান্য লাভজনক ব্যৱসায়ৰপৰা আঁতৰি থাকিব। তদুপৰি সিহঁতে ৰাজহুৱা ভোজন-ঘৰত খাব, ব্যায়াম-চৰ্চ্চা কৰিব আৰু যুদ্ধবিদ্যাৰ প্ৰশিক্ষণ ল'ব। এইদৰে অনুকৰণ নকৰিব জানো ?"

"হয়, কৰিব।"

"কিন্তু, আনহাতে ভালেমান বিষয়ত আঢ্যতন্ত্ৰৰ এবিধ নিজা চৰিত্ৰও প্ৰকাশ পাব, যেনে, জ্ঞানী পুৰুষক ক্ষমতাত অধিষ্ঠিত কৰিবলৈ আঢ্যতন্ত্ৰই ভয় খাব, কিয়নো তেনে মানুহ যিবোৰে এতিয়া শাসন কৰি আছে সেইবোৰ আৰু একেবাৰে সৰল-শুদ্ধ হৈ থকা নাই, জটিল চৰিত্ৰৰ হৈ পৰিছে। গতিকে এনে ৰাজ্যই শান্তিতকৈ যুদ্ধলৈ বেচি আগ্ৰহ থকা, সাহসী কিন্তু সংকীৰ্ণমনা মানুহকহে শাসনকৰ্ত্তা হিচাবে পচন্দ কৰিব। এনে ৰাজ্য অনবৰতে যুদ্ধ-বিগ্ৰহতে ব্যস্ত থাকিব আৰু সামৰিক কলা-কৌশলক হে সকলো সময়তে সমাদৰ জনাব। হয় নে নহয় ?"

হয়।"

তাৰ পাচত মই ক'লোঁ, তদুপৰি, অল্পতন্ত্ৰৰ নাগৰিকৰ দৰেই আঢ্যতন্ত্ৰৰ নাগৰিকৰো ধন-সম্পত্তিলৈ আক্ৰোহ থাকিব আৰু গোপনে সোণ-ৰূপলৈ লালচা পুহিব। নিজাকৈ সিহঁতৰ গুদাম-ঘৰ আৰু ভঁৰাল

থাকিব য'ত নিজৰ ভাগৰ ধন-সম্পত্তি গোপনে জমা কৰিব। তদুপৰি চাৰিওপিনে দেৱালেৰে বন্ধোৱা ঘৰৰ ভিতৰত সোমাই সিহঁতে ঘৈণীয়েকহঁতৰ বাবে বা অন্যান্য প্ৰিয়বস্তু উপভোগ কৰাত সেই গোপন ধন খৰছ কৰি আনন্দ লাভ কৰিব।"

তেওঁ ক'লে, "এইষাৰ একেবাৰে ঠিক কথা কৈছা।"

"এনেদৰেই আক্ৰোহী স্বভাবৰ গুণত সিহঁত এহাতে লোকৰ ধন খৰছত ধোৰাঁখুলীয়া হ'ব, কিন্তু নিজৰ ধনৰ বেলিকা অতিশয় বাস্কেৰেপ হ'ব ; কিয়নো নিজৰ ধনলৈ সিহঁতৰ মোহ বেচি। সেই ধন সিহঁতে লুকুৱাই ৰাখিবলৈ চাব। সৰু ল'ৰা-ছোৱালীয়ে বাপেক-হঁতৰপৰা লুকাই-চুৰকৈ ধেমালি কৰা দি সিহঁতেও আইনক ফাঁকি দি লুকাই-চুৰকৈ ধন-সম্পত্তি উপভোগ কৰিব। সিহঁত এনে হোৱাৰ মূলতে হ'ল সিহঁতক শিক্ষা দিওঁতে ভালমতে বুজানি দি নিশিকাই জোৰকৈ জাপি দিয়া হৈছিল। সিহঁতে তেতিয়া মানসিক চৰ্চ্চাতকৈ শাৰীৰিক চৰ্চ্চাতহে অধিক গুৰুত্ব দিছিল আৰু যি কাব্য-সঙ্গীতৰ চৰ্চ্চাই দাৰ্শনিক তত্ত্ব অনুসন্ধান কৰাৰ সহায় কৰে সেই চৰ্চ্চালৈ সিহঁতে সম্পূৰ্ণ আওকাণ কৰিছিল।"

"এৰা, উত্তম আৰু অধম গুণেৰে মিশ্ৰিত এবিধ ৰাজ্যৰ তুমি যথাৰ্থ বিৱৰণ দিছাঁ।"

মই উত্তৰ দিলোঁ, "হয়, ই এক মিশ্ৰণেই। পিচে এই মিশ্ৰণত তেজস্বী-গুণৰ প্ৰভাৱ অধিক। সেইবাবেই দলীয় মনোবৃত্তি আৰু যশস্যাৰ আকাঙ্ক্ষা বেচি প্ৰকট হৈ পৰিছে।"

"হয়, ঠিক ধৰিছাঁ।"

"এতেকে এনেবিধ ৰাজ্যৰ উৎপত্তি আৰু চৰিত্ৰৰ এয়েই হ'ল চমু বিৱৰণ। ইয়াৰ বিশদ বৰ্ণনা আমাক নহ'লেও হ'ব ; কিয়নো এই বিৱৰণৰপৰাই আমি আটাইতকৈ ন্যায়ধৰ্ম্মীজনৰ লগত অতিপাত অন্যায়ধৰ্ম্মীজনৰ পাৰ্থক্য বুজিব পাৰিম। তদুপৰি, প্ৰতিখন ৰাজ্য আৰু প্ৰতিটো চৰিত্ৰকে বিতংকৈ ব্যাখ্যা কৰিবলৈ হ'লে আমাৰ আলোচনা শেষেই নহ'বগৈ।"

তেওঁ ক'লে, "এৰা, তুমি ঠিকেই কৈছা।"

"তেনেহ'লে এনেবিধ ৰাজ্যৰ অনুকূল ব্যক্তিজন কোন নো হ'ব বাৰু? তাৰ উৎপত্তি ক'ত? তাৰ চৰিত্ৰ কেনে?"

এডিমেণ্টুচে ক'লে, "দলীয় মনোবৃত্তিৰ মানুহ হিচাপে, মই ভাবোঁতে, সেইজন মানুহ আমাৰ বন্ধু গ্লকনৰ নিচিনাই হ'ব।"

মই উত্তৰ দিলোঁ, "দলীয় মানুহ হিচাপে বোধকৰোঁ হ'ব। কিন্তু কেইটামান কথালৈ চাই গ্লকনৰ লগত তাৰ চৰিত্ৰৰ মিল হ'ব বুলি মই নেভাবোঁ।"

"সেই কেইটা কথানো কি?"

"তেনেকুৱা মানুহ গ্লকনতকৈ বেচি মইমতীয়া হ'ব আৰু কাব্য-সঙ্গীতৰ প্ৰতি তাৰ ৰাপ গ্লকনতকৈ কম হ'ব। তথাপিও অৱশ্যে সি অধ্যয়নশীল হ'ব আৰু নিজে একো নক'লেও লোকৰ কথা শুনিবলৈ ভাল পাব। এনে চৰিত্ৰৰ মানুহে গোলামক কঠুৱা ব্যৱহাৰ আৰু স্বাধীন নাগৰিকক ভদ্ৰ ব্যৱহাৰ কৰিব। কিন্তু সুশিক্ষিত মানুহৰ দৰেই সি গোলামবোৰক ঘিণ নকৰিব। তদুপৰি সি শাসক সকলৰ ওচৰত তেনেই সেও মানি চলিব। তাক লাগিব যশস্যা আৰু ক্ষমতা। তাৰ গাত বাগ্মীতা বা অন্যান্য গুণ আছে বুলি এইবোৰ দাবী নকৰে, কৰিব ব্যায়াম-চৰ্চ্চা আৰু চিকাৰত অনুৰক্ত থাকি যুদ্ধোপযোগী অস্ত্ৰপটুতা আৰু বীৰত্ব অৰ্জ্জন কৰিছে বুলি হে।"

"সঁচা কথা। অনুৰূপ ৰাজ্যৰ চৰিত্ৰও এনেই।"

"তদুপৰি, ডেকা বয়সত এই মানুহটোৱে যদিও ধন-সম্পত্তিক অৱজ্ঞাৰ চকুৰে চাব, বয়স বাঢ়ি অহাৰ লগে লগে কিন্তু ধন-সম্পত্তিলৈ তাৰ আকাঙ্ক্ষা বাঢ়ি যাব। ইয়াৰ কাৰণ হ'ল, প্ৰথমতে, তাৰ চৰিত্ৰতে ধনৰ লোভ লাগি আছে আৰু দ্বিতীয়তে, উৎকৃষ্ট শিক্ষকৰ পৰা লাগতিয়াল শিক্ষা নোপোৱাৰ বাবে তাৰ চৰিত্ৰ দোষমুক্ত হ'বলৈ নেপালে।"

এডিমেণ্টুচে সুধিলে, "সেই উৎকৃষ্ট শিক্ষক নো কোন?"

মই উত্তৰ দিলোঁ, "সেই শিক্ষক হ'ল কাব্য-সঙ্গীত চৰ্চ্চাৰ যোগে বিকশিত হোৱা চিন্তাশীল মন। এনে মনৰ যি জন অধিকাৰী হ'ব পাৰিব তেওঁহে জীৱনব্যাপী সদ্‌গুণৰ অধিকাৰী হৈ থাকিব পাৰিব।"

"সুন্দৰ কথা কৈছা।"

"এতেকে এয়াই হ'ল আঢ্যতন্ত্রীয় ডেকাৰ চৰিত্র। আৰু এই চৰিত্রই হ'ল আঢ্যতন্ত্রীয় ৰাজ্যৰ অনুৰূপ।"

"একেবাৰে ঠিক কথা।"

মই পুনৰ ক'লোঁ, "আনহাতে, এইজন ডেকাৰ জীৱন-ইতিহাস হ'ব এনে—তেওঁ হ'ল সু-পিতৃৰ উদণ্ড পুত্র। কু-শাসিত ৰাজ্যত বাস কৰি এইজন পিতৃয়ে স্বাভাৱিকতেই কোনো ৰাজহুৱা মান-সম্মান বা ক্ষমতা বিচাৰি নাইবা বাদ-বিবাদ আদিত সোমাবলৈ ইচ্ছা নকৰে। তেওঁ লাগিলে লোকচানকে ভৰিব, তথাপি কোনো গণ্ডগোলত নোসোমায়। অৰ্থাৎ, তেওঁৰ এই চৰিত্র হ'ল উদণ্ড চৰিত্রৰ বিপৰীত।"

"বাৰু, এনে ডেকাৰ চৰিত্র গঠন কেনেকৈ হ'বলৈ পায় কোৱাঁচোন।"

"তাৰ বাপেকৰ কোনো চৰকাৰী ক্ষমতা নথকাৰ বাবেই অইন অইন তিৰোতাই তাৰ মাকক অৱজ্ঞাৰ চকুৰে চাই বুলি যি দিনাই মাকে অভিযোগ কৰা শুনিলে সেইদিনাই এনে চৰিত্র গঠনৰ উপক্রম হ'ল। ধনৰ বাবে তাৰ বাপেক লালায়িত নহয়। তাৰ বাপেকে মকৰ্দ্দমা-প্ৰিয় মানুহৰ দৰে আদালত নাইবা ৰাজহুৱা স্থান ক'তো যুঁজ-দিবলৈ বা তৰ্ক-বিতৰ্ক কৰিবলৈও নাযায়। এনেবোৰ সকলো কথাকে সম্পূৰ্ণ আওকাণ কৰি চলে। তেওঁ নিজৰ ভিতৰতে ভবা-চিন্তা কৰি থাকে আৰু ঘৈণীয়েকৰ কথালৈ বৰ বেচি কাণ নিদিয়ে, অৱশ্যে ঘৈণীয়েকক অনাদৰো নকৰে। এইবোৰকে দেখি-শুনি ডেকাৰ মাকৰ মনত অশান্তি। গতিকে পুতেকৰ আগত কয় যে তাৰ বাপেক কোনো কামৰ মানুহ নহয়। অত্যন্ত অকৰ্ম্মণ্য। ইমানকৈ কৈ মাক ক্ষান্ত নেথাকে। এনে মানুহক তিৰোতাই সাধাৰণতে যিমান অকথ্য ভাষাৰে গালি পাৰিব পাৰে সিমান পাৰে।"

এডিমেণ্টুচে মাত লগালে, "অঃ! এই তিৰোতাবোৰৰ স্বভাৱেই এনেকুৱা। সিহঁতৰ আপত্তিৰ অন্ত নাই!"

মই আকৌ ক'লোঁ, "তদুপৰি এনে মানুহৰ একান্ত অনুগত চাকৰবোৰেও বহুত সময়ত ভিতৰুৱাকৈ তেওঁৰ পুতেকহঁতৰ কাগত

এনেবোৰ কথাকে পেলায়। যদিহে দেখে যে কোনোবাই গিৰিহঁতৰ-পৰা ধন ধাৰে নি ধাৰ পৰিশোধ কৰাহি নাই নাইবা গিৰিহঁতক অইন প্ৰকাৰে কিবা অন্যায় কৰিছে, অথচ গিৰিহঁতে সেইবোৰৰ বিৰুদ্ধে কোনো ব্যৱস্থাই লোৱা নাই, তেতিয়াই গিৰিহঁতৰ পুতেক বুজন হোৱাৰ লগে লগেই চাকৰহঁতে সেইবোৰ মানুহৰ বিৰুদ্ধে তাক উচটাই দিব। সিহঁতে পুতেকক বাপেকৰ নিচিনা কাপুৰুষ নহ'বলৈ ক'ব। ইফালে, যেতিয়াই ঘৰৰপৰা ওলাই কেনিবা বাহিৰলৈ যায় তেতিয়াও পুতেকে সেই একেবোৰ কথাকে দেখে বা শুনিবলৈ পায়। কাৰো লগত কাজিয়া-পেচাঁল নকৰি শান্ত-শিষ্ট হৈ নিজৰ কামতে ব্যস্ত থকাবোৰক মূৰ্খ বুলিহে কোৱা শুনে। দেখে যে এইবিধ মানুহৰ ক'তো আদৰেই নাই। আনহাতে কিন্তু সি দেখিবলৈ পায় যে ধুমধুপালকৈ সকলো কামতে জপটিয়াই ফুৰাবিধ মানুহক আটায়ে সন্মানো কৰে, প্ৰশংসাও কৰে। এনে অৱস্থাত, এফালে এই 'সকলোবোৰ দেখি-শুনি আৰু আনফালে তাৰ বাপেকৰ কথাবতৰা শুনি সি বিমোৰত পৰে। বাপেকৰ জীৱনৰ লগত অন্যান্য মানুহৰ জীৱন সি ভালকৈ তুলনা কৰি চায়। এনে অভিজ্ঞতাৰ পাচত তাক দুফালৰপৰা দুটা প্ৰভাৱে টানিবলৈ ধৰে। এফালে বাপেকৰ প্ৰভাৱে তাৰ আত্মাৰ বিবেকী প্ৰবৃত্তিক সাৰ-পানী দি টনকিয়াল কৰিবলৈ চায় আৰু আনফালে অন্যান্য আটাইবোৰ প্ৰভাৱে তাৰ চৰিত্ৰত থকা বুভুক্ষু আৰু তেজস্বী প্ৰবৃত্তিক জগাই তোলে। এই পুত্ৰৰ নিজৰ স্বভাৱ বেয়া নহয়; কিন্তু সি কুসঙ্গত পৰিছে। তেনে অৱস্থাত দুই-ফালৰ দুই শক্তিয়ে তাক টনা-আজোৰা কৰি তাক নি মধ্যম অৱস্থাত পেলাই দিছেগৈ। তেতিয়াই সি আৰু মধ্যম প্ৰবৃত্তিৰ ওচৰত নিজকে সমৰ্পণ কৰি দিয়ে। এই মধ্যম প্ৰবৃত্তিয়েই হ'ল উগ্ৰ, বিবাদপ্ৰিয় প্ৰবৃত্তি। এনে প্ৰবৃত্তিয়েই মানুহক উগ্ৰ সাহসী আৰু ক্ষমতালোভী কৰি তোলে।"

তেওঁ তেতিয়া ক'লে, "মই বুজাত তুমি এনে চৰিত্ৰ গঠনৰ গোটেইখিনি কথা খুব ঠিক ভাৱেই বৰ্ণনা কৰিলা।"

"তেনেহ'লে, এতিয়া আমি দ্বিতীয় বিধ ৰাজ্য আৰু দ্বিতীয় বিধ ব্যক্তি উভয়কে পাওঁহক।"

"হয়, পালোঁ।"

"তেনেহ'লে, এতিয়া একিলুছৰ ভাষাত ক'বলৈ গ'লে, 'অইন এখন ৰাজ্যৰ লগত খাপ খোৱাকৈ আৰু এজন মানুহৰ আলোচনাত নধৰিম জানো? নে, আমাৰ আঁচনি অনুসৰি প্ৰথমতে ৰাজ্যৰ কথাতে ধৰিম?"

তেওঁ উত্তৰ দিলে, "নিশ্চয় ধৰিম।"

"বাৰু তেন্তে। ক্ৰম অনুসৰি ইয়াৰ পিচৰখন ৰাজ্য হ'ব অল্পতন্ত্ৰ।"

"কিন্তু, অল্পতন্ত্ৰ মানে নো তুমি কেনেকুৱা ৰাজ্যৰ কথা কৈছা?"

মই ক'লোঁ, "সেইখন ৰাজ্য হ'ল সম্পত্তিৰ ভিত্তিত স্থাপন কৰা ৰাজ্য—য'ত ধনীয়ে শাসন কৰিব, দুখীয়াবোৰে শাসনত কোনো অংশ নাপাব।"

"ওঁ, বুজিলোঁ।"

"তেনেহ'লে, আঢ্যতন্ত্ৰই অল্পতন্ত্ৰলৈ মোট সলাওঁতে পোন প্ৰথমে কি হ'ব সেইটো ব্যাখ্যা নকৰিমহক জানো?"

"কৰিব লাগিব।"

"কিন্তু, কণা মানুহ এটায়ো দেখোন এই ৰূপান্তৰ কেনেকৈ হয় ধৰিব পাৰিব।"

"কেনেকৈ?"

"আমি যি খন ৰাজ্যৰ বৰ্ণনা এইমাত্ৰ দিলোঁ সেইখন ধ্বংস পাবলৈ নো কিমান সময় লাগিছে? অৰ্থাৎ গাইগুটীয়া পেৰাত যেতিয়াই ধন-সোণ সোমাবহি তেতিয়াই ধ্বংস পাব। কাৰণ, ধন-সোণৰ আমদানি হ'লেই প্ৰথমে গিৰিহঁতে সেইবোৰ খৰচ কৰিবলৈ হৰেক-ৰকমৰ বাট বিচাৰিব। সেই উদ্দেশ্যে আইনৰ অপব্যাখ্যা কৰিব। সিহঁতে নিজেই আৰু ঘৈনীয়েকহঁতেও আইন অমান্য কৰিবলৈ ধৰিব।"

"এৰা, সেইটো নহ'লেহে আচৰিত কথা হ'ব।"

"আৰু, মোৰ অনুমান যদি সঁচা হৈছে তেন্তে তাৰ পিচত সিহঁতৰ ইটোৱে সিটোক সন্দেহৰ চকুৰে চাবলৈ ধৰিব আৰু সিহঁতৰ মাজত দুৰ্ঘোৰ প্ৰতিদ্বন্দ্বিতা আৰম্ভ হ'ব। আৰু, সিহঁত যিখন ৰাজ্যৰ নাগৰিক, সেই ৰাজ্যৰ সকলোবোৰ মানুহৰ ওপৰতেই সিহঁতৰ প্ৰভাৱ পৰিবগৈ।"

"হয়। ইয়াকে নকৰি আৰু কিটো আশা কৰিবা?"

"ইয়াৰ পাচত সিহঁতে ধন গোটোৱাৰ বাটকে মোৰ বুলি ল'ব। ধনলৈ যিমানে হেপাহ বাঢ়ি যাব সিমানে ধৰ্ম্মলৈ আস্থা কমি যাব। এষাৰ কথা তুমি দুই কৰিব নোৱাৰা যে ধন আৰু ধৰ্ম্মৰ মাজত প্ৰভেদ ইমান বেচি যে একেখন পাল্লাতে এফালে ধন আৰু আনফালে ধৰ্ম্মক যদি তুলি দিয়া তেন্তে এফাল একেবাৰে তললৈ যাব আৰু আনফাল একেবাৰে ওপৰলৈ উঠিব। সমানে থাকিব নোৱাৰে। নহয় জানো?"

"এতেকে যেতিয়া কোনো এখন ৰাজ্যত ধন আৰু ধনীক হে সম্মান কৰা হয় তেতিয়া ধৰ্ম্ম আৰু ধৰ্ম্মাত্মা জনলৈ তাত স্থান নাইকিয়া হৈ পৰিব।"

"হয়।"

"এতেকে যি সময়ত যিটো বস্তুৰ মূল্য বেচি তাকেই সকলোৱে বিচাৰিব আৰু যিটোৰ মূল্য নাই তালৈ আওকাণ কৰিব।"

"সঁচা।"

"গতিকে, হ'ব কি, মানুহবোৰৰ আকাঙ্ক্ষা আৰু প্ৰতিদ্বন্দ্বিতা বাঢ়ি যোৱাত শেহত ধন আৰু ক্ষমতাৰ বাহিৰে একোকে চিনি নোপোৱা হ'বগৈ। অকল ধনীবোৰক হে সিহঁতে প্ৰশংসা কৰিব আৰু শাসন-ক্ষমতাৰ অধিকাৰী পাতিব। দুখীয়াবোৰক সিহঁতে দেখিবই নোৱৰা হ'ব। ধনীবোৰে ক্ষমতা পাব, দুখীয়াবোৰ আঁতৰি পৰিব।"

"এৰা, সিয়েই হ'বগৈ।"

"এইদৰেই, শেহান্তত ধনী শাসকবোৰে কিছুমান বিধি প্ৰণয়ন কৰিব। এই বিধিবোৰেই হ'ল অল্পতান্ত্ৰিক ৰাজ্যৰ ভিত্তি। ৰাজ্য-শাসনত কোনে কি সুবিধাৰ অধিকাৰী হ'ব পাৰিব এই বিধিৰ জৰিয়তেই নিৰ্ণয় কৰি দিয়া হয়। এই বিধিমতে ধন-সম্পত্তিৰ পৰিমাণ বান্ধি দিয়া হয়। অল্পতান্ত্ৰিক চৰিত্ৰ প্ৰবল হ'লে এই পৰিমাণ বৃদ্ধি পায় আৰু সেই চৰিত্ৰ সিমান প্ৰবল নহ'লে এই পৰিমাণ কম হয়। এইদৰে বান্ধি দিয়া নিৰিখত যাৰ হাতত ধন-সম্পত্তি নেথাকে তাক শাসনকাৰ্য্যত ভাগ ল'বলৈ দিয়া নহয়। এইদৰেই অল্পতান্ত্ৰিক

ৰাজ্য স্থাপন কৰিবলৈ যাওঁতে সিহঁতে প্ৰথমে চেষ্টা কৰিব কেউপিনে এক সন্ত্ৰাসৰ ভাব সৃষ্টি কৰিবলৈ। সেই ভাগে যদিহে নোৱাৰে তেতিয়া-হ'লে সিহঁতে অস্ত্ৰ ব্যৱহাৰ কৰিব। নে, মোৰ ভুল হৈছে?"

"ওহোঁ। তোমাৰ ভুল হোৱা নাই।"

"অৰ্থাৎ একেষাৰতে ক'বলৈ হ'লে, অল্পতন্ত্ৰৰ আবিৰ্ভাব এইদৰেই হয়।"

"পিচে, এইখন ৰাজ্যৰ নো চৰিত্ৰ কি আৰু তাৰ গাত নো কি কি দোষ থাকিব পাৰে বুলি আমি ধৰিছোঁহক?"

মই উত্তৰ দিলোঁ, "এই ৰাজ্যৰ মূল আইনতেই দোষ বৈ গৈছে। বাৰু কোৱাঁচোন, ধন-সম্পত্তিৰ ভিত্তিতহে যদি আমাৰ নাবিকহঁতক নিৰ্ব্বাচন কৰিলোঁহেঁতেন আৰু দুখীয়া হোৱা বাবেই অধিক কাৰ্য্যদক্ষ নাবিক এটাক সেই কামত নিদিলোঁহেঁতেন, তেতিয়া বাৰু পৰিণাম কি হ'লহেঁতেন?"

তেওঁ উত্তৰ দিলে, "তেতিয়া আমাৰ সমুদ্ৰ-যাত্ৰাত বিপদ অনিবাৰ্য্য হ'ব। তাৰ বাদে আৰু কি হ'ব?"

"তেনেহ'লে, অন্যান্য সকলো বিধৰ পৰিচালনাৰ ক্ষেত্ৰতো জানো একে কথাই নেখাটিব?"

"মই ভাবোঁতে খাটিব।"

মই সুধিলোঁ, "ৰাজ্য-পৰিচালনাৰ কথা বাদ দি কৈছাঁ, নে, ৰাজ্যকো সামৰি লৈছাঁ?"

তেওঁ উত্তৰ দিলে, "ৰাজ্যৰ কথা বিশেষ ভাৱে ধৰিছোঁ। কিয়নো ৰাজ্য-পৰিচালনা কৰাটোৱেই হ'ল সকলোতকৈ কঠিন আৰু গুৰুত্বপূৰ্ণ কাম।"

"তেনেহ'লে এইখিনিতেই অল্পতন্ত্ৰৰ এটা দোষ আমি দেখা পালোঁহঁক। আৰু, সেইটোৱেই অতি মাৰাত্মক।"

"হয়। সেইটো ওলায়েই আছে।"

"বাৰু কোৱাঁচোন, এইটো দোষ প্ৰথমটোতকৈ কিবা প্ৰকাৰে কম বিপদজনক বুলি ক'বপৰা হ'ব নে?"

"এইটো দোষ মানে কোনটো?"

"কিয়? এই যে ৰাজ্যখনৰ সংহতি নষ্ট হ'ব; হৈ, একেখন

ৰাজ্যয়েই দুখনত বিভক্ত হৈ পৰিব—এখন ধনীৰ, আনখন দুখীয়াৰ। এই দুই শ্ৰেণী মানুহ একে ঠাইতে থাকিব, অথচ অহৰহ ইটো শ্ৰেণীয়ে সিটোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি থাকিব।"

"কিন্তু মই দেখাত এইটো ব্যাধিও প্ৰথমটোৰ সমানেই অনিষ্টকাৰী।"

"এইবিধ শাসকৰ আন এটা বদনামৰ কথা হ'ল যে যুদ্ধক্ষেত্ৰত নামিবলৈ সিহঁতৰ গাত শক্তি নাই। ইফালে, সৰ্ব্বসাধাৰণৰ হাতত অস্ত্ৰশস্ত্ৰ দি যুদ্ধলৈ নিলেও বিপদ; শত্ৰুপক্ষতকৈও নিজৰ মানুহলৈকে সিহঁতৰ ভয় বেচি। আকৌ, যদি সাধাৰণ মানুহেই যুদ্ধক্ষেত্ৰলৈ যাবলৈ নহয় তেন্তে ৰাজ্যখনত যে এমুঠিমান ধনী মানুহেই হে শাসন চলাইছে সেই কথা আকৌ ওলাই পৰে। ইয়াৰ উপৰিও কথা হ'ল, এই শাসকশ্ৰেণীৰ ধনৰ আক্ৰোহ ইমান বেচি যে সিহঁতে যুদ্ধৰ খৰছৰ বাবেও কৰ দিবলৈ ৰাজী নহয়।"

"ঠিক ধৰিছা।"

"বাৰু। অলপ আগতে যে আমি বেয়া বুলি কৈছিলোঁ সেই কথাটোকে আকৌ এবাৰ চাওঁহকচোন—একেবিধ মানুহকে একে সময়তে কৃষি, বেপাৰ-বাণিজ্য আৰু যুদ্ধ-বিগ্ৰহ আদি সকলো কামতে লগোৱাটো তুমি বাৰু উচিত বুলি ভাবাঁ নে? অথচ এইখন ৰাজ্যত এই কামকেই কৰা হৈছে।"

"ওহোঁ। তেনে ব্যৱস্থা সমৰ্থন কৰিব নোৱাৰি।"

"এতিয়া বাৰু আৰু এটা দোষৰ কথা কওঁ, যিটো বাকী আটাই-বোৰতকৈ ডাঙৰ। এই দোষটো আগৰ কেইখন ৰাজ্যত নাই; কিন্তু এইখনত আছে নে নাই চোৱা যাওকচোন।"

"কোনটো দোষ?"

"মই ক'ব খুজিছোঁ, এজনে তেওঁৰ সকলো সা-সম্পত্তি বিক্ৰী কৰি দিয়া আৰু আন এজনে সেইবোৰ সোপাকে কিনি লোৱা নিয়মৰ কথা। এইদৰে যিজনে নিজৰ সকলো বস্তু হেৰুৱায় সি বেহা-বেপাৰ, শিল্পকাৰ্য্য বা সেনাবাহিনী ক'তো ঠাই নাপায়। সৰ্ব্বস্বান্ত হৈ সি ভিকহুত পৰিণত হয়।"

"কিন্তু আগৰ ৰাজ্য কোনো খনতেই এই ধৰণৰ কথা নাছিল।"

"অল্পতান্ত্রিক ৰাজ্যত হে এনে কথা সম্ভৱ হ'ব পাৰে। অন্ততঃ এনে কথা নিষেধ কৰা নহয়। নহ'লে নো, কিছুমান মানুহ উৎপাতকৈ ধনী হৈ আন কিছুমান বাটৰ ভিকহু কেনেকৈ হ'ব পাৰিব ?"

"সঁচা কথা।"

"পিচে, আৰু এটা কথা তুমি বিবেচনা কৰি চোৱাঁচোন। এতিয়াৰ ভিকহু এটাই আগতে ধনী হৈ থকা অৱস্থাত যেতিয়া ধন খৰছ কৰিছিল, তেতিয়া বাৰু তাৰপৰা ৰাজ্যখনৰ কিবা লেশমাত্রও উপকাৰ হৈছিল নে ? অর্থাৎ আমি উল্লেখ কৰা কামবোৰৰ কিবা এটা তাৰপৰা পোৱা হৈছিল নে ? নহ'লে, এইটোহে হৈছিল নে কি যে যদিও দেখাত সি শাসকৰ ভিতৰৰে এজন যেন আছিল, প্রকৃততে কিন্তু সি ৰাজ্যৰ শাসকো নহৈছিল, সেৱকো নাছিল। সি আছিল মাথোন ৰাজ্যৰ অন্ন ধ্বংসকৰোঁতা হে। কোনটো সঁচা হ'ব বাৰু ?"

তেওঁ উত্তৰ দিলে, "পিচৰ কথাষাৰহে শুদ্ধ হ'ব। দেখাত চৰকাৰৰ ভিতৰতে এজন আছিল, কিন্তু আচলতে বহিখোৱা হে।"

"তেনেহ'লে, আমি বাৰু এই বুলিয়েই ক'ম নে কি যে মতা-মৌবোৰ যেনেকৈ মৌ-চাকৰ ভিতৰত মৌ-বাহৰ বাবে আপদ হে হৈ পৰে, সেইদৰেই এইবিধ মানুহেও সমাজৰ বাবে একো কাম-বন নকৰি ৰাজ্যৰ বাবে আপদ হে হৈ পৰে ?"

"হয়, ছক্রেটিচ, এই বিধ মানুহ আপদ হে হৈ পৰে।"

"বুজিছাঁ এডিমেণ্টুচ, ঈশ্বৰে উৰণীয়া মতা-মৌবোৰক কাকো শুং নিদিলে। উৰিব-নোৱৰাবোৰৰ কিছুমানক শুংবিহীন কৰিলে। কিন্তু কিছুমানক আকৌ অতি মাৰাত্মক শুং দিলে। শুং-নথকাবোৰে শেষ বয়সত লোকৰ ওচৰত মাগি ফুৰিব লগা হয়। ইফালে, শুং থকা মতা-মৌবোৰৰ মাজৰপৰাই ওলায়গৈ সেইবিধ, যাক আমি মাৰাত্মক অপৰাধী বুলি কওঁ। হয় নে নহয় বাৰু ?"

"হয়। একেবাৰে সঁচা কথা।"

"এতেকে এইকথা এতিয়া ঠিৰাং হ'ল যে যেতিয়াই তুমি ৰাজ্যৰ ভিতৰত মগনিয়াৰ দেখিবলৈ পাবাঁ তেতিয়াই বুজিবাঁ যে সেই ঠাইতে চোৰ, জেপলোকুকা, মন্দিৰ-অপহৰণকাৰী আৰু তেনেবিধৰ সকলো পাপী পিয়াপি দি ফুৰিছে।"

"সঁচা কথা।"

"বাৰু। পিচে, অল্পতান্ত্রিক ৰাজ্যবোৰত জানো মগনিয়াৰ দেখিবলৈ নোপোৱা ?"

"তেওঁ ক'লে, "কিয় নেদেখিম ? শাসকশ্রেণীৰ বাদে বাকী আটাইবোৰেই ভিকছু।"

"তেনেহ'লে, এনেবোৰ ৰাজ্যত অনিষ্টকাৰী লোক বহুত থাকে বুলি ক'ম নে নক'ম ? সিহঁতৰ অনিষ্ট কৰিবপৰা শক্তি আছে— সিহঁতৰ গাত শুং আছে। আৰু, শাসকশ্রেণীয়ে সিহঁতক দমন কৰি ৰাখিবৰ বাবে শক্তিপ্রয়োগ কৰে। হয় নে নহয়।"

"এইটোৱেই আমাৰ ধাৰণা।"

"তেন্তে, শিক্ষাৰ অভাৱ, প্রতিপালনৰ দোষ আৰু শাসনপদ্ধতিৰ দুৰৱস্থায়েই এনেবিধ মানুহৰ উৎপত্তিৰ মূল বুলি আমি জানো নধৰিম ?"

"হয়, ধৰিম।"

"তেনেহ'লে, এইটোৱেই নাইবা এইটোৰ নিচিনা কিবা এটাই হ'ব ধনীশ্রেণীৰ শাসনাধীন ৰাজ্যৰ বৈশিষ্ট্য। এনে ৰাজ্যত এই সকলোবোৰ দোষ থাকিবই। হয়তো তাতোকৈ বেছি হে থাকিব।"

তেওঁ ক'লে, "তুমি এতিয়া আচল কথাৰ ওচৰ চাপিছাঁহি।"

"তেনেহ'লে ইমানতে অল্পতন্ত্র বোলা বিধ ৰাজ্যৰ আলোচনা সামৰোঁহঁক। অর্থাৎ, যি ৰাজ্যই ধন-সম্পত্তি থকাসকলক হে শাসনৰ ভাৰ দিয়ে তেনে ৰাজ্যৰ আলোচনা সামৰোঁ। এতিয়া, এই ৰাজ্যৰ অনুৰূপ ব্যক্তি এজন কেনেকৈ ডাঙৰ-দীঘল হয় আৰু ডাঙৰ হৈ কি হয়গৈ সেইকথাৰ আলোচনাত ধৰোঁহঁক।"

"হয়। সেইটো লাগিবই।"

"তেন্তে কোৱাঁচোন, আমি যিবিধ আঢ্যতন্ত্রীয় মানুহৰ বর্ণনা দিছিলোঁহঁক সেইবিধ মানুহ বাৰু কেনেকৈ অল্পতান্ত্রিক মানুহলৈ ৰূপান্তৰিত হয়গৈ, অথবা প্রায় অল্পতান্ত্রিকৰ দৰে হয়গৈ ?"

"অর্থাৎ ?"

"আঢ্যতন্ত্রীয় মানুহজনৰ এটা পুতেক আছে। পুতেকে প্রথম ছোৱাত বাপেকৰ পদকে অনুসৰণ কৰিব আৰু বাপেকতকৈও একোৰ

চৰা হ'বলৈহে চেষ্টা কৰিব। কিন্তু পাচত হঠাতে সি দেখিব যে সাগৰৰ তলিত থকা শিলত খুন্দা খাই উফৰিপৰা জাহাজ এখনৰ দৰেই তাৰ বাপেকে ৰাজ্যৰ ভিতৰত খুন্দা-খুন্দলি খাই ধন-সম্পত্তিৰে সৈতে মানুহটোৰেই উফৰি পৰিছেগৈ। তদুপৰি, সি দেখিব যে তাৰ বাপেকে ৰাজ্যৰ সেনাবাহিনী পৰিচালনা কৰা নাইবা আন কোনো উচ্চ-ক্ষমতাৰ পদবী উপভোগ কৰাৰ অন্তত বিচাৰৰ সম্মুখীন হ'ব লগা হৈছে; সেই বিচাৰত বাপেকক মিছা-সাক্ষীয়ে সৰ্ব্বনাশ কৰিছে; বাপেকক মৃত্যুদণ্ড দিয়া হৈছে নাইবা দেশান্তৰ কৰা হৈছে নাইবা ভোটাধিকাৰ তথা সকলো সা-সম্পত্তিৰপৰা বঞ্চিত কৰা হৈছে।"

তেওঁ উত্তৰ দিলে, "এই সকলো কথাই ঘটিব পাৰে। আচৰিত হ'বলগীয়া একো নাই।"

"বাৰু বন্ধু, যি মুহূৰ্ত্তেই পুতেকে এইবোৰ দেখিলে আৰু ধন-সম্পত্তিৰ হেৰুৱাব লগা হৈ নিজৰ দুৰৱস্থা বুজি পালে, সেই মুহূৰ্ত্তেই মোৰ বোধেৰে সি আতঙ্কগ্ৰস্ত হৈ পৰিব আৰু তাৰ অন্তৰৰ সিংহাসনৰ-পৰা উচ্চআদৰ্শ আৰু সৎসাহসক দলিয়াই পেলাই দিব। দাৰিদ্ৰ্যৰ অৱস্থাত পৰি সি এতিয়া জীৱন-নিৰ্ব্বাহৰ বাবে ধন বিচাৰি ফুৰিব। সৰুসুৰা কামতে আৰম্ভ কৰি, কঠোৰ পৰিশ্ৰমেৰে সি ক্ৰমাৎ অজস্ৰ ধন-সম্পত্তি আহৰণ কৰিবগৈ। তেতিয়া সেই অৱস্থাত এই মানুহটোৱে বাৰু তাৰ হৃদয়ৰ সিংহাসনত সুখ-সম্ভোগ আৰু ধন-সম্পত্তিৰ আকাঙ্ক্ষাকে স্থাপন নকৰিব নে? সেইবোৰকে সেই সিংহাসনত পুবদেশৰ মহাৰজাক বহুৱাদি বহুৱাই শিৰত মুকুট, ডিঙিত হাৰ আৰু হাতত তৰোৱাল পিন্ধাই নিদিব নে?"

তেওঁ উত্তৰ দিলে, "হয়, দিব।"

"আনহাতে, সি তাৰ বিবেচনা-শক্তি আৰু উৎসাহী উপাদান-বোৰক নি গোলামক বন্ধা দি সিংহাসনৰ দুয়োফালে মাটিত বান্ধি থব। এইদৰে গোলাম হোৱাৰ পাচত বিবেচনা শক্তিয়ে ধন-সম্পত্তিৰ বাদে আৰু অইন কথাৰ বিচাৰ বা অনুসন্ধান কৰিব নোৱাৰিব। সেইদৰে সৎসাহসেও ধন আৰু ধনীৰ বাহিৰে আন কাকো প্ৰশংসা বা সম্মান কৰিব নোৱাৰিব। আৰু ধন-সংগ্ৰহৰ বাদে অন্য কোনো আদৰ্শ থাকিব নোৱাৰিব।"

"উচ্চ আদৰ্শৰ মানুহ এটা গৈ একেবাৰে ধন-লোভীত পৰিণত হ'বলৈ এইটোৱেই আটাইতকৈ দ্ৰুত আৰু প্ৰশস্ত পথ।"

"তেনেহ'লে কোৱাঁচোন এনেকুৱা মানুহেই অল্পতান্ত্ৰিক হ'ব নে নহয় ?"

"এৰা, আগৰ যিটো মানুহৰপৰা এই মানুহটোৱে গঢ় লৈছে সি অৱশ্যে অল্পতন্ত্ৰৰ পূৰ্ব্ববৰ্ত্তী ৰাজ্যৰ অনুৰূপ আছিল।

"চাওঁহক তেন্তে, অল্পতন্ত্ৰৰ লগত এইটো মানুহৰ সাদৃশ্য আছে নে নাই।"

"বাৰু, চোৱা যাওক।"

"বাৰু, তেনেহ'লে, প্ৰথম কথা হ'ল, ধন-সম্পত্তিৰ ওপৰত আটাইতকৈ বেচি মূল্য দিয়া বিষয়ত এই মানুহটো অল্পতন্ত্ৰৰ সদৃশ নহ'ব জানো ?

"হয়। নিশ্চয় হ'ব।"

"তদুপৰি আৰু এটা কথাত সাদৃশ্য আছে। এই মানুহটো অতি বান্ধকেৰেপ আৰু কষ্টসহিষ্ণু হ'ব। সি কোনোমতে পেটৰ ভোক গুচাবৰ বাবেহে যি সামান্য খৰছ কৰিব, তাতকৈ আৰু বেচি ক'তো এপইচাও তাৰ হাতৰপৰা সৰকি নেযায়। মনৰ সকলো আশা-আকাঙ্ক্ষাকেই অদৰকাৰি বুলি কৈ হেচাঁ মাৰি থব।"

"ঠিক ধৰিছাঁ।"

"অৰ্থাৎ ইয়েই হ'ল সেই অধম মানুহটো যাৰ অহৰহ চিন্তা হৈছে কেনেকৈ ধন সৰহকৈ গোটাব পাৰি আৰু সৰহকৈ সাঁচিব পাৰি আৰু যাক সাধাৰণ তৰপৰ সৰহভাগ মানুহেই বৰ প্ৰশংসা কৰে। এতেকে এই মানুহটোৱেই অল্পতন্ত্ৰীয় ৰাজ্যৰ সদৃশ হ'ব বুলি ধৰিলে ভুল হ'ব জানো ?

"ভুল হোৱা নাই। যেই হওক, কথা হ'ল অল্পতান্ত্ৰিক ৰাজ্য আৰু আমাৰ আলোচ্য ব্যক্তি এই দুই বিধে ধনকেই সকলোতকৈ মূল্যবান বুলি ধৰিব।"

"মই জনাত এইবিধ মানুহে মানসিক উৎকৰ্ষ সাধনৰ অৰ্থে শিক্ষা লাভ কৰিবলৈ কোনো চেষ্টাই নকৰিলে।"

"নাই, কোনো চেষ্টাই নাই কৰা। কৰাহেঁতেন ধন-সম্পত্তিৰ

কণা দেৱতাকে সি নৃত্যপৰিচালক হিচাপে নিয়োগ নকৰিলেহেঁতেন আৰু সেই দেৱতাকে ইমান উচ্চ সম্মানো নিদিলেহেঁতেন।"

"একেবাৰে সত্য কথা। এইখিনিতে পিচে তোমাক কথা এষাৰ বিবেচনা কৰিবলৈ কওঁচোন। আমি বাৰু এতিয়া এই বুলি ধৰিলে কেনে হয়—শিক্ষাৰ অভাৱ হেতুকেই এই মানুহটোৰ গাত নিষ্কৰ্মা মতা-মৌৰ প্ৰবৃত্তিয়ে বাহ ল'লেও অৰ্থাৎ মগনিয়াৰ প্ৰবৃত্তি বা দুষ্ট প্ৰকৃতি সোমালেও কিন্তু তাৰ স্বাভাৱিক সতৰ্কতা-প্ৰবৃত্তিৰ বলত এইবোৰ ক্ষুধা-প্ৰবৃত্তিক দমন কৰি ৰাখিব পাৰিছে।"

"হয়। আমি সেই বুলিয়েই ক'ব পাৰিম।"

"কিন্তু তাৰ দুষ্ট প্ৰবৃত্তিবোৰে কি অনিষ্ট কৰে জানিবলৈ হ'লে তুমি নো ক'ত চাব লাগিব গম পাইছা জানো?"

"কত?"

"সিহঁতে যেতিয়া অনাথ শিশুৰ ৰখীয়া হ'বলৈ পায় বা সেই নিচিনা সুবিধাজনক অৱস্থাত নিৰাপদে অন্যায় কাৰ্য্য কৰাৰ সুযোগ লাভ কৰে তেতিয়াহে সিহঁতৰ দুষ্ট প্ৰবৃত্তিবোৰৰ কাৰ্য্য ধৰা পেলাবপৰা হ'ব।"

"হয়।"

"এতেকে ইয়াৰ পৰাই এটা কথা ধৰা পৰে—অৰ্থাৎ অন্যান্য ব্যৱসায় চলাওঁতে এনেবিধ মানুহে বৰ ধৰ্ম্মপ্ৰাণ হৈ চলি সকলোৰে প্ৰশংসাৰ পাত্ৰ হয়। পিচে তেনে কৰোঁতে সিহঁতে আচলতে অন্তৰত থকা কুপ্ৰবৃত্তিবোৰ অতি কষ্টেৰে হে দমাই ৰাখে। বিবেকৰ দ্বাৰা পৰিচালিত হৈ যে তেনে কৰে সেইটোও নহয়। আনকি, কুপ্ৰবৃত্তি চৰিতাৰ্থ কৰাটো অন্যায় বুলি বিশ্বাস কৰিও সেইবোৰক দমন কৰা হোৱা নাই। অৱস্থাৰ তাৰণাত পৰি হে আৰু ভয়ত হে সেই প্ৰবৃত্তিবোৰ দমন কৰি ৰাখিছে। তেনে দৰে দমন কৰি নেৰাখিলে জানোচা সিহঁতৰ বাকীখিনি সম্পত্তিও হেৰুৱাব লগা হয় তাৰ ভয়তে হে সি এইদৰে চলে। নহয় জানো?"

"হয়।"

"পিছে বন্ধু, মই কিন্তু এইটো ভালকৈ জানো যে যেতিয়াই

এইবিধ মানুহে লোকৰ ধনত হাত দিবলৈ পায় তেতিয়াই সিহঁতৰ সৰহ ভাগতেই মতা-মৌবোৰৰ প্ৰবৃত্তি দেখিবলৈ পাবাঁ।”

“হয়। ঠিক কৈছা।”

“এতেকে এনে মানুহৰ অন্তৰত কেতিয়াও শান্তি বিৰাজ কৰিব নোৱাৰে। মনৰ ভিতৰত সদায় উত্তম আৰু অধম প্ৰবৃত্তিৰ যুদ্ধ চলি থাকিব। অৱশ্যে সাধাৰণতে তাৰ অধম প্ৰবৃত্তিবোৰক উত্তম প্ৰবৃত্তিবোৰে দমাই ৰাখে।”

“সচাঁ কথা।”

“এই কাৰণেই এনে বিধ মানুহে বাহিৰে দেখুৱাই বহুততকৈ ভাল মানুহ হৈ থাকিব পাৰিব। কিন্তু অন্তৰ্দ্বন্দ্ব আৰু অশান্তিত ভোগা অন্তৰেৰে এনে মানুহ কেতিয়াও সজ পুৰুষ হ'ব নোৱাৰে।”

“মইও সেইদৰেই ভাবোঁ।”

“আনহাতে, নিজৰ উন্নতি কৰিবলৈকো, এনে মানুহে কৃপণালিৰ কাৰণেই কোনো সম্মান বা যশস্যা লাভৰ ফালেও হাত নেমেলে আৰু সেইফালে ধন খৰছ কৰিবলৈ নাযায়। মনতে ভয় জানোচা এবাৰমান সেইবোৰত লাগিলে আকাঙ্ক্ষা বাঢ়িয়েই যায় আৰু অধিক খৰছ কৰাৰ প্ৰবৃত্তি শক্তিশালী হৈ পৰে। গতিকে, অল্পতন্ত্ৰীয় শাসকে সেনাবাহিনীৰ এক অংশক মাত্ৰ যুদ্ধলৈ পঠাই পৰাজয় বৰণ কৰাৰ দৰেই, এই কৃপণ মানুহটোৱে তাৰ ধনৰ মোনা খুলি নিদিয়ে লাগিলে যশস্যা-সম্মানৰ প্ৰতিযোগিতাত সি হাৰকেই মানি ল'ব।”

“একেবাৰে ঠিক কথা কৈছাঁ।”

মই সুধিলোঁ, “তেনেহ'লে ধনী শ্ৰেণীৰ শাসনত থকা অল্পতান্ত্ৰিক ৰাজ্য আৰু ধনলোভী কৃপণৰ মাজত থকা সাদৃশ্যৰ বিষয়ত জানো আমাৰ কিবা সন্দেহ থাকিলগৈ ?”

“তেওঁ উত্তৰ দিলে, “নাই। অকণো সন্দেহ নাই।”

“এতেকে এতিয়া ইয়াৰ পাচত গণতন্ত্ৰৰ বিষয়ে আলোচনালৈ আহোঁ। চোৱা যাওক গণতন্ত্ৰৰ নো কেনেকৈ উৎপত্তি হয় আৰু উৎপত্তি হোৱাৰ সময়ত ইয়াৰ চৰিত্ৰ নো কেনেকুৱা। তেতিয়াহে আমি গণতন্ত্ৰৰ অনুৰূপ ব্যক্তিকো লগ পাম আৰু তাক আনি আন কেইটাৰ সৈতে একেলগে বহুৱাই মিলাই চাব পাৰিম।”

"হয় হয়। সেইদৰে কৰিলে হে আমাৰ আঁচনিমতে কাম হ'ব।" "ধন-সম্পত্তিৰ বাবে হোৱা অতিপাত লোভেই জানো অল্পতন্ত্ৰক গণতন্ত্ৰলৈ টানি নিয়া নাই? অল্পতন্ত্ৰৰ আটাইতকৈ কাম্য বস্তু হ'ল অগাধ ধন-সম্পত্তি আৰু তাকে আহৰণ কৰাটোৱেই হ'ল অল্পতন্ত্ৰীয় জীৱনৰ উদ্দেশ্য। গতিকে, অল্পতন্ত্ৰই গণতন্ত্ৰলৈ কেনেকৈ মোট সলাব শুনা।"

"কেনেকৈ সলাব?"

"শুনা। অল্পতান্ত্ৰিক ৰাজ্যত শাসকবৰ্গৰ ক্ষমতাৰ মূলতে হ'ল অগাধ ধন-সম্পত্তি। এই সম্পত্তিৰ বলতেই ক্ষমতা ধাৰণ। গতিকে ৰাজ্যৰ ভিতৰত কোনোবা ধোৱাঁখুলীয়া ডেকাই উস্তগালি কৰি ধন-সম্পত্তি নষ্ট কৰা দেখি থাকিলেও এই শাসকবৰ্গই তাত বাধা দিবলৈ নাযায়। বৰঞ্চ সেইবোৰ দেখি তেওঁলোকে ভাল হে পায়; কিয়নো তেতিয়াহে শাসকবৰ্গই সেই ডেকাহঁতকে ধন ধাৰলৈ দি সিহঁতৰ সম্পত্তিখিনি কিনি ল'ব পাৰিব আৰু অধিক ধনী-মানী হ'বলৈ সুবিধা পাব।"

"হয়। এই কথাত কোনো সন্দেহেই নাই।"

এতেকে এতিয়া জানো এইষাৰ স্পষ্ট হৈ নপৰিল যে যিখন ৰাজ্যৰ নাগৰিক সকলে ধনক পূজা কৰে সেইখন ৰাজ্যৰ নাগৰিক জীৱনত সংযম থাকিব নোৱাৰে। ধন আৰু সংযমৰ ভিতৰত যেই কোনো এটাক হে পাব পাৰি। ধন বিচাৰিলে সংযম নেপায়, সংযম বিচাৰিলে ধন নেপায়।"

তেওঁ উত্তৰ দিলে, "হয়। এইষাৰ কথা ওলায়েই আছে।" "সেইবাবেই, এনে বিধ ৰাজ্যত শাসকসকলে এনেদৰে অবাধে উস্তগালি চলিবলৈ এৰি দি বহুত সময়ত উচ্চবংশজাত ভালেমান নাগৰিকক ভিকহুত পৰিণত কৰিছে।"

"হয়, সেইটো হৈছে।"

"কিন্তু এইদৰে ভিকহুত পৰিণত হোৱা মানুহবোৰও ৰাজ্যৰ ভিতৰতে ৰৈ যায়। সিহঁতৰ কিছুমানৰ টেটুলৈকে ধাৰ, কিছুমান দেৱলীয়া আৰু বাকী কিছুমান দুৰ্দ্দশাত জৰ্জ্জৰিত। ইহঁতবোৰ শুং থকা মতা-মৌ স্বৰূপ। গাত থকা শুঙেৰে ইহঁতে বিন্ধিব পাৰে।

সিহঁতৰ সম্পত্তি হস্তগত কৰি যিবোৰ নতুন মালিক হ'ল সেইবোৰক সিহঁতে ঘিণ কৰে। সেইবোৰৰ বিৰুদ্ধে আৰু লগতে আন যিবোৰৰ অৱস্থা সিহঁততকৈ ভাল সেইবোৰৰ বিৰুদ্ধেও সিহঁত ষড়যন্ত্রত লিপ্ত হয়। এই ভাৱেই সিহঁত বিপ্লবৰ পথত ওলায়।"

"সচাঁ কথা।"

"আনহাতে, এই ধনী মানুহবোৰে নিজৰ সম্পত্তিৰ স্বাৰ্থ লৈকে জুপি জুপি চোৰাত মগ্ন হৈ থাকোঁতে সিহঁতৰ বিৰুদ্ধে ষড়যন্ত্র কৰা-বোৰৰ কথা সিহঁতে গমেই নেপায়। এই ধনীবোৰে সিহঁতৰ ধনৰ বিষাক্ত শুং নতুনকৈ কাৰ ওপৰত বহুৱাব পাৰে তাৰ সুযোগ বিচৰাতেই ব্যস্ত। এইদৰেই সিহঁতে নতুন নতুন সম্পত্তি হস্তগত কৰি সিহঁতৰ মুলধন বহুত গুণে বৃদ্ধি কৰে। কিন্তু তাৰ লগতে সিহঁতে নিষ্কৰ্ম্মা মতা-মৌ আৰু দৰিদ্ৰৰ সংখ্যাও বৃদ্ধি কৰে।

"হয়। সিহঁতে ইয়াকেই কৰে।"

"পিচে, ধনী শ্ৰেণীয়ে এই বিপদৰ জুই নুমাবলৈ উপায়-বুদ্ধি বিচাৰি নোপোৱা হৈ পৰে। সম্পত্তি কিনা-বেচা কৰাটো একেবাৰে বন্ধ কৰি দিবৰ বাবে আইনৰ ব্যৱস্থাকে ল'ব নে, এই বিপদ নিবাৰণৰ কাৰণে অইন কিবা সুকীয়া আইনকে প্ৰৱৰ্ত্তন কৰিব একো সিদ্ধান্তলৈ আহিব নোৱাৰে।

"তুমি নো কেনেকুৱা আইনৰ কথা কৈছা মই ধৰিবপৰা নাই।"

"প্ৰথম বিধ এৰি যিটোৱেই আটাইতকৈ ভাল ব্যৱস্থা হ'ব পাৰে তাৰ কথাই মই ক'ব খুজিছোঁ। তাৰমানে, নিজ ইচ্ছামতে চুক্তি কৰিলে সেই চুক্তি পালন কৰাটোত ইচ্ছাসাপেক্ষ হৈ থাকিব বুলি যেতিয়া আইন কৰা হ'ব তেতিয়া কিন্তু ৰাজ্যৰ ভিতৰত ধনৰ লেনদেন কৰোঁতে মানুহে ইমান নিৰ্লজ্জভাৱে ধন আৰ্জিবলৈ আগ নেবাঢ়িব আৰু তেতিয়া, আমি উল্লেখ কৰা অনৰ্থবোৰো ইমানদৰে নঘটিব।"

"ঠিক কৈছা। ইমানকৈ নঘটিব।"

"কিন্তু বৰ্ত্তমান পৰিস্থিতিত ধনী শাসকশ্ৰেণীয়ে প্ৰলোভনত পৰিয়েই শাসিত প্ৰজাক এনে দুৰৱস্থাত পেলাইছেগৈ। ইপিনে, শাসকশ্ৰেণীৰ আৰু সিহঁতৰ সন্তি-সন্ততিবোৰৰ কালে চালেও

নেদেখোঁহক নে যে সিহঁতৰ ডেকা পুতেকহঁতৰ দেহা হ'ল অলস আৰু মন হ'ল বিলাসী। এই ডেকাবোৰ ইমান এলেহুৱা আৰু দুৰ্ব্বল যে সুখ-সম্ভোগৰ প্ৰলোভন প্ৰতিৰোধ কৰিবলৈ সিহঁতৰ শক্তি নাই আৰু দুখ-কষ্ট বৰণ কৰিবলৈকো সাহস নাই। নহয় জানো?"

"ঠিক ধৰিছা।"

"সিহঁতৰ ভিতৰত জ্যেষ্ঠবোৰৰো ধন ঘটাৰ বাহিৰে অন্য কোনো চিন্তাই নাই। দৰিদ্ৰ শ্ৰেণীৰ দৰেই বাপেকহঁতৰ জীৱনতো কোনো উচ্চ আদৰ্শৰ স্থান নাই। সজগুণ বা ধৰ্ম্মৰ প্ৰতি দৰিদ্ৰবোৰৰ সমানেই উদাসীন।"

"হয়। সিহঁত তেনেই উদাসীন।"

"এই পৰিস্থিতিতেই জানিবাঁ শাসকশ্ৰেণী আৰু শাসিতশ্ৰেণী উভয়েই ক'ৰবাত একেলগে একেঠাইতে থাকিবলগীয়াত পৰিল। তেতিয়া বাৰু কি হ'ব? জানিবাঁ এই দুই পক্ষই সহযাত্ৰী হিচাপে তীৰ্থ ভ্ৰমণলৈ গৈছে, বা সহযোদ্ধা হিচাপে যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হৈছে নাইবা কিবা বিপদৰ সময়ত ইপক্ষই সিপক্ষৰ ওচৰতে থাকি পৰস্পৰৰ কথা-বতৰাবোৰ দেখি আছে। তেতিয়া কিন্তু ধনীবোৰে দুখীয়াবোৰক হাঁহিবলৈ বা দুখীয়াবোৰতকৈ নিজকে উচ্চথাপৰ বুলি ভাবিবলৈ থল নেপাব। বৰঞ্চ, খীনোৱা-শুকোৱা আৰু ৰ'দত ক'লা পৰি যোৱা দেহাৰে দুখীয়া মানুহবোৰৰ সৈতে যেতিয়া বিলাস-সম্ভোগত উঠা ধনীবোৰে একেলগে যুদ্ধক্ষেত্ৰত ঠিয় দিয়ে তেতিয়া ধনীবোৰে কেনেকৈ ফোপাই-জোপাই ঘনাই উশাহ টানিবলৈ ধৰি দুৰৱস্থাত পৰে সেইটো দুখীয়াবোৰে দেখি থাকে। চকুৰ আগতে এই সকলোবোৰ দেখাৰ পাচতো বাৰু দুখীয়াবোৰে নভবাকৈ থাকিব নে যে সিহঁতৰ নিজৰ ভীৰুতাৰ সুবিধা লৈয়েই এই অকৰ্ম্মণ্য মানুহবোৰ ধনী হ'ব পাৰিছে? আৰু, তাৰ পাচত 'আমাৰ এই শাসকবোৰ একেবাৰে অপদাৰ্থ। আমি নহ'লেই ইহঁত মৰিব' বুলি সিহঁতৰ মাজতে আলোচনা নকৰিব নে?"

"কিয় নকৰিব? এইদৰে ক'বই।"

"গতিকে বুজিলা নহয়, এই ৰাজ্যখনৰ অৱস্থা বেমাৰী দেহাৰ লগৰেই। নিশকতীয়া মানুহৰ গাত ক'ৰবাৰপৰা আহি অকণমান

চেঁচা বতাহ লাগিলেই বেমাৰে হেঁচা মাৰি ধৰেহি। কেতিয়াবা আকৌ ঘৰৰ ভিতৰতেই সোমাই থাকোঁতে নানান ব্যাধিয়ে এনে মানুহক জুকলা কৰি পেলায়। আমাৰ ৰাজ্যখনৰ অৱস্থাও তদ্রূপ। ইও বেমাৰী দেহাৰ লগৰে একে বেমাৰী। এই বাজ্যতো বেমাৰ ওলাবলৈ বা ইয়াৰ ভিতৰত কন্দল সোমাবলৈ বেচি সময় নেলাগে। বাহিৰৰপৰা সামান্য জোকাৰ এটা আহিলেই হ'ল। এই ৰাজ্যৰ ভিতৰত থকা কোনোবা দলে অন্য কোনোবা এখন অল্পতান্ত্রিক ৰাজ্যৰ কোনোবা দলৰ লগত মিত্রতা স্থাপন কৰাৰ কথা নাইবা আন কোনোবা গণতান্ত্রিক ৰাজ্য এখনৰ লগত যোগাযোগ কৰাৰ কথা এষাৰ ওলালেই হ'ল ; লগেলগেই এই ৰাজ্যখনৰ ভিতৰত কাজিয়াৰ সূত্রপাত হ'ব। আকৌ কেতিয়াবা কেতিয়াবা জানো বাহিৰা প্ৰভাব নথকা স্থলতো নিজৰ ভিতৰতেই কন্দলৰ সৃষ্টি হৈ গৃহযুদ্ধ আৰম্ভ নহয় ?"

"নহ'ব কিয় ?"

"এতেকে যেতিয়াই দুখীয়াশ্রেণীয়ে জয়লাভ কৰে তেতিয়াই গণতন্ত্রৰ স্থাপন হয়। দুখীয়াবোৰে ধনীবোৰৰ কিছুমানক একেবাৰে মাৰি পেলায় আৰু কিছুমানক দেশৰপৰা বাহিৰ কৰি দিয়ে। বাদবাকীবোৰক সিহঁতৰ লগতে সমানে নাগৰিক অধিকাৰ উপভোগ কৰিবলৈ আৰু শাসনকার্য্যত অংশীদাৰ হ'বলৈ দিয়ে। অৱশ্যে এনে ৰাজ্যত সাধাৰণতে সৰহভাগ পদত মানুহ বহুৱাওঁতে যোগ্যাযোগ্যৰ বিচাৰ কৰা নহয়।"

"ঠিক কৈছা। অস্ত্রশস্ত্রৰ বলতেই কৰা হওক বা বিপক্ষ দলৰ ভয়ত পলাই যোৱাৰ বাবেই হওক, গণতন্ত্রৰ আবির্ভাব এইদৰেই হ'ব।"

মই তেতিয়া ক'লোঁ, "বাৰু, এতিয়া কোৱাচোন, এই মানুহবোৰে ৰাজ্যশাসন কৰোঁতে কেনে ধৰণে কৰিব ? এই তৃতীয় বিধ ৰাজ্যৰ চৰিত্র কেনে হ'ব ? এই কথা কেইটা জানিব পাৰিলেই আমি এই ৰাজ্যৰ অনুৰূপ ব্যক্তিৰ বিষয়েও গম পাম—কিয়নো, ৰাজ্যৰ গাত থকা বৈশিষ্ট্যবোৰ এই ব্যক্তিৰ গাতও বহুতখিনি দেখা পোৱা যাব।"

তেওঁ ক'লে, "হয়। সঁচা।"

"এতিয়া, প্ৰথমতে কোৱাঁচোন বাৰু, এই ৰাজ্যৰ নাগৰিকবোৰ জানো স্বাধীন নহয়? সিহঁতে জানো যেতিয়াই যি ইচ্ছা তাকে ক'ব বা কৰিব নোৱাৰে? সিহঁতে জানো যি কোনো কাম কৰিবলৈ অবাধ স্বাধীনতা পোৱা নাই?"

"হয়। আমি জনাত পাইছে।"

"এতেকে, য'ত এনে ধৰণৰ স্বাধীনতা পোৱা হয়, ত'ত প্ৰত্যেক নাগৰিকে নিজৰ অভিৰুচি অনুসৰি নিজ নিজ জীৱন গঢ় দি ল'বই।"

"হয়, ল'ব।"

"গতিকে মই ভাবোঁতে এনে এখন ৰাজ্যতেই বিভিন্ন প্ৰকাৰ চৰিত্ৰৰ মানুহ আটাইতকৈ সৰহ-সংখ্যক ওলাব।"

"হয়, ওলাব।"

মই তেতিয়া ক'লোঁ, "তেনেহ'লে এইখন ৰাজ্যয়েই এটাইতকৈ ধুনীয়াও হ'ব। নানাবিধ ৰঙেৰে ৰংচঙীয়াকৈ ফুলবছা কাপোৰ এখনৰ দৰেই সকলো চৰিত্ৰেৰে ফুল বাছি থোৱা এই ৰাজ্যখনো দেখিবলৈ ধুনীয়া হৈ পৰিব। তদুপৰি, ৰংচঙীয়া সাজপাৰক সৰু ল'ৰা-ছোৱালী আৰু তিৰোতাবোৰে প্ৰশংসা কৰাৰ দৰে বহুত মানুহেই এই বিধ ৰাজ্যকে আটাইতকৈ ধুনীয়া বুলি শলাগিব।

"বহুতেই শলাগিব। সন্দেহেই নাই।"

"সি যি কি নহওক, আমিও যেতিয়া ৰাজ্য এখনকে বিচাৰি ফুৰিছোঁ, সেই ঠাইলৈকে গ'লেই ভাল হ'ব।"

"কিয়?"

"কাৰণ, মই কোৱা বিধৰ অবাধ স্বাধীনতা থকা বাবেই গণতান্ত্ৰিক ৰাজ্য এখনতেই হৰেক ৰকমৰ ৰাজ্যও সোমাই থাকিব। কোনোবাই নতুন ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিলে—যেনেকৈ আমি বিচাৰিছোঁ—তেওঁ গণতান্ত্ৰিক ৰাজ্য এখনলৈকে হে যাব লাগিব। গণতান্ত্ৰিক ৰাজ্যই হ'ল ৰাজ্যৰ বজাৰ। তাতে হৰেক-ৰকমৰ ৰাজ্য দেখা পোৱা যায়। যাৰে যেনে বিধ চৰিত্ৰত মন যায় সিয়েই তেনে বিধকে বাছি ল'ব আৰু সেইমতে নিজৰ মনোমত ৰাজ্য পাতি ল'ব পাৰিব।"

"এৰা, তেতিয়া আৰু নতুন ৰাজ্য পাতিবলৈ বিচৰাজনে চানেকিৰ অভাৱত হাবাথুৰি খাই ফুৰিব নেলাগে।"

"তদুপৰি আৰু এটা কথা মন কৰাঁচোন বাৰু। গণতান্ত্রিক ৰাজ্যত কিবা এবিধ কামৰ বাবে তুমি উপযুক্ত হ'লেও সেই কামৰ দায়িত্ব ল'বলৈ তুমি বাধ্য নহয়। ভাল নেপালে তুমি চৰকাৰৰ নির্দ্দেশো মানিব নেলাগে। তোমাৰ লগৰীয়া নাগৰিক সকল যুদ্ধ-ক্ষেত্রলৈ গ'লেও তুমি নাযাওঁ বুলি থাকিব পাৰাঁ। যদি তুমি শান্তিত থাকিবলৈ নিবিচাৰাঁ তেনেহ'লে বাকীবোৰ নাগৰিকে শান্তিৰে থাকিলেও তুমি শান্তি ভঙ্গ কৰিব পাৰাঁ। এনে ৰাজ্যত চৰকাৰী পদৱী লাভ কৰিবলৈ বা বিচাৰকৰ আসনত বহিবলৈ আইনমতে তোমাৰ অধিকাৰ নেথাকিলেও কোনো চিন্তা নাই। তোমাৰ মন গ'লেই সেইবোৰ আসনত তুমি নিৰ্ব্বিঘ্নে বহিবগৈ পাৰাঁ। এতিয়া কোৱাঁচোন, এনে ধৰণে থাকিবপৰাটো জানো স্বৰ্গীয় সুখৰ জীৱন নহ'ব।"

তেওঁ উত্তৰ দিলে, "হয়। যিমান দিনলৈকে এইদৰে থাকিব পাৰি সিমান দিনলৈকে সুখৰ কথাই হ'ব।"

"আকৌ চোৱাঁ। যি বোৰক আদালতত শাস্তি দিয়া হৈছে, সেইবোৰৰো ভালেমানে যেনে ধৰণে অমায়িকতাৰ নিদৰ্শন দেখুৱায় সেইটোও অভিনব যেন নেলাগেনে বাৰু? গণতন্ত্রত এইটোও দেখিবলৈ পাৰাঁ যে যিবোৰ মানুহক মৃত্যুদণ্ড বা যাবজ্জীৱন দ্বীপান্তৰৰ শাস্তি দিয়া হৈছে সেইবোৰেও নিঃসংস্কোচে সমাজতে থাকি বীৰদৰ্পে ঘূৰি ফুৰে, যেন সিহঁতক কোনেও দেখাই নাই বা সিহঁতলৈ কোনেও কাণকে কৰা নাই। এনেবোৰ কথা বাৰু তোমাৰ চকুত কেতিয়াও পৰা নাই নে?"

"তেওঁ উত্তৰ দিলে, "এনে দৃষ্টান্ত ভালেমান দেখিবলৈ পাইছোঁ।

"তেনেহ'লে দেখা গ'ল গণতান্ত্রিক ৰাজ্যত থকা এনে সহনশীলতা আৰু ক্ষুদ্র কথাৰ প্ৰতি উদাসীনতাৰ এক অভিনৱত্ব আছে। অকল সেয়েই নহয়, আমাৰ ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ লওঁতেই আমি যিটো কথাত বিশেষ গুৰুত্ব দিছিলোঁ, অৰ্থাৎ আমি যে কৈছিলোঁ, অসাধাৰণ চৰিত্রৰ অধিকাৰী হোৱা জনেহে শিশু অৱস্থাৰে পৰা সুন্দৰ বস্তুৰ

মাজত নথকাকৈও বা সুন্দৰ বস্তুৰ অধ্যয়ন নকৰাকৈও সুপুৰুষ হ'বগৈ পাৰিব। আমাৰ এই সিদ্ধান্তটো এনে ৰাজ্যই একেবাৰে দলিয়াই পেলালে। চোৱাঁচোন, সকলোবোৰ কথা কেনে সুন্দৰ ভাৱে গণতন্ত্ৰই গছকি-মোহাৰি পেলাইছে। গণতন্ত্ৰত জনতাৰ হিতাকাঙ্ক্ষী বন্ধু বুলি কোনোবা এজনে ঘোষণা কৰি দিলেই হৈ গ'ল। ৰাজনীতি-ক্ষেত্ৰলৈ অহাৰ আগৰ ডোখৰত নো মানুহজন কেনে বিধৰ আছিল বা কি নো কৰিছিল, বিচাৰ কৰিবলৈ কাৰো সময় নাই। একে কোবে নি সেইজনক সন্মানৰ শীৰ্ষস্থানত বহুৱাই দিয়া হয়।"

তেওঁ ক'লে, "এৰা, এনে ৰাজ্যৰ কথা-বতৰাবোৰ অতি অভিনব।"

"এতেকে এইবোৰেই আৰু এনেবোৰেই হ'ল গণতন্ত্ৰৰ বৈশিষ্ট্য। অৱশ্যে ইয়াৰ লগৰীয়া বৈশিষ্ট্য কিছু আৰু আছে। যেই হওক, গণতন্ত্ৰ হ'ল সকলোৰে সমাদৰ কৰা এক অৰাজক পৰিস্থিতি, য'ত কোনো শৃঙ্খলা নাই, য'ত অলেখ প্ৰকাৰৰ নাগৰিক আছে আৰু য'ত সমান-অসমান, যোগ্য-অযোগ্য সকলোকেই একে শাৰীতে থোৱা হয়।"

"এইবোৰ কথা সকলোতে জনাজাত।"

"বাৰু, এতিয়া গণতন্ত্ৰৰ অনুৰূপ ব্যক্তি এজনৰ চৰিত্ৰ বিশ্লেষণ কৰিবলৈ তোমাক কম নে কি? নে, গণতান্ত্ৰিক ৰাজ্যখনৰ বেলিকা কৰা দি এই গণতান্ত্ৰিক চৰিত্ৰৰ উৎপত্তিৰ কথাতে পোনতে ধৰিম?"

তেওঁ উত্তৰ দিলে, "ওঁ, উৎপত্তিৰ অনুসন্ধান হে প্ৰথমে কৰাটো ভাল হ'ব। গণতান্ত্ৰিক পুৰুষেই হ'ল অল্পতন্ত্ৰীয় কৃপণ মানুহটোৰ সন্তান। সেই বাপেকৰ শিক্ষাতে আৰু সেই বাপেকৰ আৰ্হিতে সি গঢ়ি উঠিছে বুলি ধৰি ল'লে জানো শুদ্ধ নহ'ব?"

"কিয় নহ'ব? সেই মানুহ তেনেকুৱাই হ'ব।"

"যিবোৰ আনন্দ উপভোগ কৰাৰপৰা ধন লাভ কৰিব নোৱাৰি, বৰঞ্চ অবাবত খৰছান্ত হে হোৱা যায়, তেনেবোৰ আনন্দ উপভোগৰ আকাঙ্ক্ষাক এই পুতেকেও বাপেকৰ দৰেই দৃঢ়ভাৱে দমন কৰি ৰাখিব। তুমি জানাই নহয়, এনে বিধ আনন্দকে অদৰ্কাৰি আনন্দৰ লেখত ধৰা হৈছে।"

"সি সেইটো কৰিবই।"

"বাৰু, পিচে এতিয়া আমি আন্ধাৰত খপিয়াই খুৰুকি পোহৰলৈ ওলোৱা হে ভাল হ'ব যেন পাওঁ। এতেকে, প্ৰথমে লাগতিয়াল ক্ষুধা আৰু অলাগতিয়াল ক্ষুধাৰ মাজত নো পাৰ্থক্য কি বুজি লোৱাটো দৰ্কাৰি নহ'ব জানো ?"

"হ'ব।"

"আমাৰ কিছুমান ক্ষুধা আছে যিবোৰ আমি পূৰণ নকৰি নোৱাৰোঁ আৰু যিবোৰ পূৰণ কৰাৰ পৰা আমাৰ উপকাৰ হয়। এনেবিধৰ ক্ষুধাকে লাগতিয়াল ক্ষুধা বুলি ক'লে উচিত নহ'ব জানো ? এই দুই বিধ ক্ষুধাই হ'ল আমাৰ স্বভাৱজাত লগৰীয়া। এই দুই বিধৰ পৰা আমি কোনোমতেই এৰাব নোৱাৰোঁ। পাৰিম জানো ?"

"ওহোঁ, কেতিয়াও নোৱাৰি।"

"এতেকে, এই কেইবিধ ক্ষুধাকে লাগতিয়াল ক্ষুধা বুলি ক'লে উচিত কোৱা হ'ব।"

"কিয় নহ'ব ? হ'ব।"

"আকৌ বাৰু। সৰু কালৰেপৰা অভ্যাস কৰিলে আমি কিছুমান ক্ষুধাৰ পৰা আঁতৰি থাকিব পাৰোঁ। সেইবোৰকে অলাগতিয়াল বুলি ক'ব নোৱাৰি জানো ? বিশেষতঃ যিবোৰ ক্ষুধা নিবাৰণে আমাৰ কোনো উপকাৰ নকৰে ; বৰঞ্চ বহুত ক্ষেত্ৰত দস্তুৰমত অনিষ্ট হে কৰে, সেইবোৰেই অলাগতিয়াল ক্ষুধা নহয় জানো ?"

"বাৰু, প্ৰতি বিধ ক্ষুধাৰ একোটা উদাহৰণ ললেই আমি সকলোবোৰ ক্ষুধাৰেই সম্যক ধাৰণা এটা কৰিব নোৱাৰিমহঁক জানো ?"

"পাৰিম। কিয় নোৱাৰিম ?"

"আমাৰ দেহাৰ বল অটুট ৰাখি স্বাস্থ্য ৰক্ষা কৰিবলৈ হ'লে আমি পেটৰ ভোক গুচাই খাব লাগিব। এতেকে এই ভোকক (অৰ্থাৎ সাধাৰণ ভাত-ৰুটি, মাংস আদি যিখিনি লাগে) লাগতিয়াল ক্ষুধা বুলিব নোৱাৰিম জানো ?"

"পাৰিম।"

"এই ক্ষেত্ৰত ৰুটিৰ ক্ষুধা কিন্তু লাগতিয়ালৰ লেখত পৰিবই। এই বিষয়ত ৰুটিয়ে দুটা দাবী কৰিব পাৰে—এক হ'ল, ই উপকাৰী, আৰু দুই হ'ল, জীৱন ধাৰণৰ বাবে ৰুটি অপৰিহাৰ্য্য।"

"হয়।"

"আনহাতে, মাংসই দেহাৰ শক্তি ৰক্ষা কৰাত সহায় কৰে। এতেকে মাংসৰ ক্ষুধাও লাগতিয়ালৰ লেখত পৰিব।"

"নিশ্চয়।"

"এনে সাধাৰণ খাদ্যৰ বাবে হোৱা ক্ষুধাক এৰি যি কোনো বিলাসী আহাৰৰ ক্ষুধা হ'ল অলাগতিয়াল ক্ষুধা। সৰু কালৰেপৰা অভ্যাস কৰিলে আৰু শিক্ষা পালে মানুহে এনেবোৰ ক্ষুধা অনুভৱ নকৰে। এইবোৰ ক্ষুধা শৰীৰ আৰু মন উভয়ৰে অনিষ্টকাৰী আৰু জ্ঞানলাভ আৰু সংযম লাভৰ পথত অন্তৰায়। এনেবোৰেই তেনেহ'লে অলাগতিয়াল ক্ষুধা নহয় জানো?"

"নিশ্চয়।"

"তেনেহ'লে, লাগতিয়াল ক্ষুধাবোৰ হ'ল লাভজনক। এনে ক্ষুধা নিবাৰণে মানুহক পৰিশ্ৰম কৰিবলৈ সমৰ্থ কৰি ধন আৰ্জ্জনৰ পথ মুকলি কৰি দিয়ে। কিন্তু অলাগতিয়াল ক্ষুধা নিবাৰণ কৰিবলৈ যোৱা মানে অবাবত ধন ভঙা। এতেকে প্ৰথম বিধক লাভজনক আৰু দ্বিতীয় বিধক খৰছী ক্ষুধাই বুলিব নেলাগিব জানো?"

"নিশ্চয় লাগিব।"

"পিচে, যৌন-ক্ষুধা আৰু তেনে অন্যান্য ক্ষুধাৰ বেলিকাও একে কথাকে ক'ব পৰা যাব নে বাৰু?"

"যাব।"

"বাৰু, আমি যিটো মানুহক 'মতা-মৌ' বুলি অলপতে কৈছিলোঁ তাক জানো তেনে ধৰণৰ খৰছী সম্ভোগ-কামনাযুক্ত অলাগতিয়াল ক্ষুধাৰ বশৱৰ্ত্তী বুলিয়েই বৰ্ণনা কৰা নাছিলোঁ? আনহাতে, যিটো মানুহ লাগতিয়াল ক্ষুধাৰ বশৱৰ্ত্তী তাকেই আমি কৃপণ আৰু অল্প-তন্ত্ৰীয় বুলি বৰ্ণনা কৰিছিলোঁহক হ'বলা।"

"হয়, হয়। আমি সেইদৰেই কৈছিলোঁ।"

মই তেতিয়া ক'লোঁ, "বাৰু, আমি আকৌ এবাৰ অল্পতন্ত্ৰীয় মানুহজন কেনেকৈ গণতান্ত্ৰিক মানুহলৈ ৰূপান্তৰিত হয় ব্যাখ্যা কৰোঁহঁকচোন।"

"এই ৰূপান্তৰ নো কেনেকৈ হয়?"

"মই ভাবোঁতে ৰূপান্তৰ হয় এনেভাৱে—আমি কোৱাৰ দৰেই অজ্ঞ আৰু কৃপণ পৰিয়ালৰ মাজত ডাঙৰ-দীঘল হোৱা ডেকা ল'ৰা এটাই মতা-মৌৰ দৰে মৌৰ সোৱাদ ল'বলৈ পায় আৰু ধূৰ্ত্ত-দগা-বাজৰ সঙ্গ লয়। তেতিয়াই সেই ডেকাৰ অল্পতন্ত্ৰীয় প্ৰবৃত্তিয়ে গণতান্ত্ৰিক প্ৰবৃত্তিলৈ ঢাল লয়। এই ধূৰ্ত্ত-দগাবাজবোৰেই তাক হৰেক-ৰকমৰ আমোদ-প্ৰমোদৰ যোগান ধৰে।"

"হয়। সেয়ে নহৈ আৰু কি হ'ব?"

"বাৰু তেনেহ'লে, এবিধ ৰাজ্য আন এবিধলৈ ৰূপান্তৰিত হোৱাৰ বিষয়ত আমি কৈছিলোঁ যে যেতিয়াই ৰাজ্যৰ ভিতৰত দুটা পক্ষৰ এটাক একে ধৰ্ম্মী বিদেশী পক্ষ এটাই সহায় কৰে তেতিয়াই ৰাজখনৰ ৰূপান্তৰ ঘটে। সেই একে দৰেই, বাহিৰৰ পৰা পোৱা সাহায্যই ডেকাটোকো সলনি কৰি পেলাব। ডেকাৰ ভিতৰতো দুবিধ ক্ষুধাৰ দ্বন্দ্ব চলি থাকে। এই দুবিধৰ কোনোবা এবিধৰ লগত বাহিৰৰ এবিধ ক্ষুধাৰ মিল হ'লেই তাৰেই ফলত এই ৰূপান্তৰ ঘটিব বুলিয়েই জানো আমি ক'ব নোৱাৰিম?"

"নিশ্চয় পাৰিম।"

"কিন্তু যদি হে বাপেক বা আন সম্বন্ধীয় মানুহে ডেকাটোক ডাবি-ধমকি দিয়ে আৰু তিৰস্কাৰ কৰে তেতিয়া হ'লে বাপেকহঁতৰ সহায়ত তাৰ ভিতৰত থকা অল্পতন্ত্ৰীয় মনটোৱে প্ৰতিৰোধ শক্তি লাভ কৰিব। তেতিয়াই দুই পক্ষৰ মাজৰ প্ৰকৃত যুদ্ধ আৰম্ভ হ'ব আৰু ডেকাৰ মনৰ ভিতৰতো দ্বন্দ্বৰ সৃষ্টি হ'ব।"

"তাত কোনো সন্দেহেই নাই।"

"আৰু মই ভাবোঁতে, কোনো ক্ষেত্ৰত অল্পতান্ত্ৰিক শক্তিৰ হাতত গণতান্ত্ৰিক শক্তি পৰাজিতও হ'ব আৰু ডেকা মানুহটোৰ মনত অনুশোচনা আহিব। তেতিয়াই তাৰ কিছুমান ক্ষুধা ধ্বংস হ'ব আৰু কিছুমান বহিষ্কৃত হ'ব।

তেতিয়াই মনৰ ভিতৰত পুনৰ শান্তি আৰু সংযম স্থাপন হ'ব।"

"হয়, কেতিয়াবা এনে ঘটনাও ঘটে।"

"কিন্তু বহিষ্কাৰ কৰি দিয়া এই ক্ষুধাবোৰৰ লগৰে কিছুমান নতুন

ক্ষুধা আহি ডেকাৰ মনত গোপনে বাহ ললেহি। আৰু, বাপেকৰ পৰা ভাল শিক্ষা নোপোৱাৰ বাবে এই নতুন ক্ষুধাবোৰৰ প্ৰকোপ বাঢ়িছে গ'ল।"

"এৰা হয়। সাধাৰণতে এনে হোৱাই দেখা যায়।"

"এই নতুন ক্ষুধাবোৰে আহি আকৌ পুৰণি বন্ধুবোৰৰ ওচৰলৈ ডেকাক টানি নিয়ে আৰু সেইবোৰৰ সৈতে গোপন মিলনৰ ফলত আৰু অনেক নতুন ক্ষুধাৰ জন্ম হয়।"

"ঠিক কৈছা।"

"শেহান্তত এনেবোৰ অজস্ৰ ক্ষুধাই ডেকাৰ মনৰ দুৰ্গ সম্পূৰ্ণ দখল কৰি পেলায়গৈ। কথা হ'ল, প্ৰকৃত জ্ঞান, সুস্থ নৈতিকতা আৰু শুদ্ধ চিন্তাৰ যিবোৰ প্ৰহৰীয়ে জ্ঞানী জনৰ মনত চাৰিওফালে চৌকা পহৰা দি থাকে তেনে প্ৰহৰী এই ডেকাৰ কাষত নাই। গতিকে ক্ষুধাবোৰে ডেকাৰ অৰক্ষিত মনৰ দুৰ্গ সহজে জয় কৰি পেলায়।

"হয়। জ্ঞান, নীতিবোধ আৰু সুবুদ্ধিয়েই হ'ল আচল প্ৰহৰী।"

"আনহাতে, ডেকাৰ মনৰ দুৰ্গত এইবোৰ প্ৰহৰীৰ শূন্যস্থান অধিকাৰ কৰি লয়হি কিছুমান মিছা, প্ৰবঞ্চক ধাৰণাই।"

"হয়।"

"এনে হোৱাৰ পাচত বাৰু সি কেলেহুৱা দলটোৰ লগলৈকে উলটি গৈ সিহঁতৰ লগতে মিতিৰালি নেপাতিবগৈ নে? পৰিয়ালৰ শুভাকাঙ্ক্ষী সকলে যেতিয়া তাৰ মনৰ সংযমী প্ৰবৃত্তিৰ বাবে সাহায্য প্ৰেৰণ কৰে তেতিয়া সেই সাহায্য তাৰ ওচৰ পাবলৈ নিদি এই প্ৰবঞ্চক ধাৰণাবোৰে তাৰ মনৰ দুৰ্গটোৰ দুৱাৰকে বন্ধ কৰি নিদিয়েনে? প্ৰকৃত সহায়ক-সেনা দলটোকতো দুৰ্গত সোমাবলৈ নিদিয়েই, আনকি হিতাকাঙ্ক্ষী উপদেশৰূপে যোৱা ৰাজদূতকো অভ্যৰ্থনা কৰিবলৈ অমান্তি হয়। এইদৰেই জানো প্ৰবঞ্চক ধাৰণাবোৰে জয়লাভ নকৰে? অনুশোচনাৰ ভাবক মুৰ্খামি বুলি অভিহিত কৰি সিহঁতেই জানো নিৰ্ব্বাসন নিদিয়ে? সংযমক কাপুৰুষালি নাম দি খেদাই নপঠায়? নানান প্ৰকাৰৰ অলাগতিয়াল ক্ষুধাৰ সহায়ত সিহঁতে জানো এইটো প্ৰমাণ কৰি নিদিয়ে যে হাত ধৰি নিয়মীয়াকৈ খৰছ কৰাটোৱেই হ'ল চূড়ান্ত অভদ্ৰতা আৰু কৃপণালিৰ কথা?

আৰু, এনেদৰে প্ৰমাণ কৰিয়েই জানো মিতব্যয়িতাক সিহঁতে শিশুপাল খেদা নধৰে ?"

"ঠিক কৈছাঁ। সিহঁতে সেইটোকে কৰে।"

"এইদৰে সকলোবোৰ সজ ভাব-চিন্তাক উলিয়াই দি প্ৰবঞ্চক ধাৰণাবোৰে তাৰ মনৰ মন্দিৰ তেনেই শূণ্য কৰি পেলায়। তেতিয়া আৰু সি সিহঁতৰ সম্পূৰ্ণ বশ হৈ পৰে। তাৰ পিচত সিহঁতৰ গুপ্ত ৰহস্যত দীক্ষা দি তাৰ মন-মন্দিৰত অবাধ্যতা, উচ্ছৃঙ্খলতা, ব্যাভিচাৰিতা, নিলৰ্জ্জতা আদি প্ৰবত্তিবোৰৰ শিৰত মুকুট পিন্ধাই জাক-জমককৈ প্ৰতিষ্ঠা কৰে আৰু এইবোৰৰ গুণ-গৰিমা গাবলৈ ধৰে। সুমধুৰ ভাষাত অবাধ্যতাক সাধুতা, উচ্ছৃঙ্খলতাক স্বাধীনতা, ব্যাভি-চাৰিতাক গৌৰৱ আৰু নিলৰ্জ্জতাক সাহসিকতা বুলি প্ৰশংসা কৰে। যি জনে একমাত্ৰ লাগতিয়াল ক্ষুধা পূৰণ কৰাটো হে শিকি আহিছিল সেই জনেই জানো ডেকা বয়সত সম্পূৰ্ণ সলনি হৈ পৰি সকলো প্ৰকাৰৰ অদৰ্কাৰি আৰু অহিতকাৰী আমোদ-প্ৰমোদত উতলা হৈ সংযমৰ সকলো বান্ধৰ পৰা মুক্ত হৈ নপৰে ?"

তেওঁ উত্তৰ দিলে, "হয়। ঠিক এইদৰেই হয়গৈ।"

গতিকে সেই দিন ধৰি এইবিধ মানুহে লাগতিয়াল আমোদ-প্ৰমোদৰ বাবে যিমান ধন আৰু সময় খৰছ কৰিব আৰু যিমানে কষ্ট স্বীকাৰ কৰিব সিমানেই অলাগতিয়াল আমোদ-প্ৰমোদতো কৰিব। কিন্তু সৌভাগ্যক্ৰমে যদি কেনেবাকৈ সকলো সীমা চেৰাই নোযোৱাকৈ থাকিব পাৰে তেনেহ'লে বয়স হৈ অহাৰ লগে লগে যেতিয়া তাৰ কামনা-বাসনাবোৰ শাম কাটিব, তেতিয়া ইতিমধ্যে নিৰ্ব্বাসিত হোৱা কিছু সজগুণক হয়তো সি তাৰ মনত পুনৰ প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব পাৰিব। যি বোৰ প্ৰলোভনে এই সজ প্ৰবৃত্তিবোৰক তাৰ মনৰপৰা বহিষ্কাৰ কৰি দিছিল সেই প্ৰলোভনৰ ওচৰতো তেতিয়া সি একেবাৰে আত্মসমৰ্পণ নকৰিব। তেতিয়া সি লাগতিয়াল আৰু অলাগতিয়াল দুয়ো বিধ ক্ষুধাৰ মাজত পক্ষপাতিতা নকৰি উভয়কে সমান স্থানত থব। যি বিধেই যেতিয়াই তাৰ সমুখলৈ আহে তাকেই সুবিধা দিব। এবিধে যদি আমুৱায় তেন্তে আন বিধত ধৰিব। মুঠতে সি দুয়ো বিধ ক্ষুধাকে সমানে প্ৰশ্ৰয় দিব।"

"হয়, ঠিক ধৰিছা।"

মই তেতিয়া ক'লোঁ, "বাৰু, তুমি যদি তাক এই বুলি কোৱাঁগৈ যে সি যিবোৰ-আমোদ-প্ৰমোদত ধৰিছে তাৰ কিছুমান হে উত্তম আৰু উচ্চশ্ৰেণীৰ ক্ষুধা পূৰণৰ বাবে লাগে, বাকীবোৰ হৈছে অধম ক্ষুধাৰ সৃষ্টি, আৰু যদি কোৱাঁগৈ যে সি প্ৰথম বিধৰ আমোদ-প্ৰমোদক হে সম্মানীয় বুলি ধৰিব লাগে আৰু উপভোগ কৰিব লাগে কিন্তু দ্বিতীয় বিধক গৰিহণা দিব আৰু বান্ধি থবহে লাগে, তেতিয়া বাৰু সি কি ক'ব? সি তোমাৰ সত্য কথাষাৰ মানিবলৈ নিশ্চয় ৰাজী নহ'ব আৰু এনে ধাৰণা তাৰ মনৰ দুৰ্গত সোমাবলৈ নিশ্চয় নিদিব। তোমাৰ কথা শুনাৰ সময়ত সি মুৰ দুপিয়াই ক'ব যে সকলো বিধ ক্ষুধা একেই, গতিকে সকলোবোৰকে সমান মৰ্য্যাদা দিব লাগে।"

"হয়। এইটোৱেই হ'ব তাৰ অৱস্থা আৰু এনে বিধেই হ'ব তাৰ কথা।"

মই তেতিয়া ক'লোঁ, "এতেকে, সাময়িক ক্ষুধা পূৰণতেই সি নিমগ্ন হৈ থাকিব—কেতিয়াবা গান-বাজনা আৰু মদত মতলীয়া হ'ব, কেতিয়াবা আকৌ সংযমী হৈ সাধাৰণ আহাৰকে খাব আৰু পানীৰ বাদে একোকে নুচুব, কেতিয়াবা কোনো কাম-বন নকৰি নিৰ্ব্বিকাৰ হৈ বহি থাকিব, কেতিয়াবা আকৌ খুব পৰিশ্ৰম কৰিবলৈ ল'ব আৰু তাৰ ঠিক পাচতেই হয়তো দাৰ্শনিক ছাত্ৰৰ দৰে অধ্যয়নত মন পুতি বহি যাব। মাজে-সময়ে সি ৰাজনৈতিক জীৱনতো ভাগ ল'বলৈ যাব আৰু কেতিয়াবা হঠাতে উঠি উত্তেজনাপূৰ্ণ বক্তৃতা এটাকে দিবগৈ নাইবা অইন কিবা এটাকে কৰি পেলাবগৈ। ইফালে, সেনাধ্যক্ষৰ সম্মানৰ প্ৰতিও তাৰ সদায় এটা মোহ আছে, গতিকে কেতিয়াবা সেনাধ্যক্ষ হ'বলৈকে যাব। আকৌ, সফল ব্যৱসায়ী হ'বলৈও তাৰ অন্তৰত হেপাহ আছে, গতিকে কেতিয়াবা হঠাতে গৈ ব্যৱসায়তো ধৰিবগৈ। এতেকে দেখা যায়, তাৰ জীৱনত আৰু কোনো ৰকমৰ শৃঙ্খলা বা বান্ধোন নাইকিয়া হৈ পৰে। কিন্তু সি এইবিধ জীৱনকে সুন্দৰ, সবল আৰু সুখৰ বুলি সাৰটি ধৰিব আৰু তেনে জীৱন-ধাৰাকেই শেষ পৰ্য্যন্ত অনুসৰণ কৰিব।"

তেওঁ ক'লে, "বুজিলোঁ। স্বাধীনতা আৰু সমতাই যাৰ জীৱনৰ মূলমন্ত্ৰ, তেনে মানুহৰ জীৱনধাৰা নো কেনেকুৱা হ'ব পাৰে তাকেই তুমি বৰ্ণনা কৰিলাঁ।"

মই উত্তৰ দিলোঁ, "হয়। তাকেই বৰ্ণনা কৰিলোঁ। ইয়েই হ'ল গণতান্ত্ৰিক ৰাজ্যৰ অনুৰূপ চৰিত্ৰ। এনে জীৱনতে অলেখ চৰিত্ৰ সোমাই আছে। সুন্দৰ, বিচিত্ৰ চৰিত্ৰৰ এইটো মানুহেই হ'ল আমি বৰ্ণনা কৰা গণতান্ত্ৰিক ৰাজ্যৰ উপযুক্ত নাগৰিক। এনে মানুহৰ আদৰ্শকে অনেক মুনিহ-তিৰোতাই ল'বলৈ সদায় হেঁপাহ কৰে। এই মানুহৰ চৰিত্ৰতেই অনেক বিধ ৰাজ্য আৰু অনেক বিধ ব্যক্তিৰ চৰিত্ৰৰ চানেকি ওলাব।"

"সঁচা কথা।"

"এতিয়া পিচে কি কৰিম? এই মানুহটোক গণতন্ত্ৰৰ শাৰীতে বহুৱাই গণতান্ত্ৰিক মানুহ বুলিয়েই সম্বোধন কৰিব নোৱাৰিম জানো?"

তেওঁ ক'লে, "সেই বুলিয়েই নিশ্চয় সম্বোধন কৰিম।"

মই আকৌ ক'লোঁ, "তেনেহ'লে এতিয়া বাকী থাকিলগৈ এটা কথাহে—ৰাজ্যবোৰৰ ভিতৰত আটাইতকৈ বেচি সমাদৰ লাভ কৰা আৰু মানুহৰ ভিতৰত সকলোতকৈ প্ৰশংসাৰ পাত্ৰ হোৱা মানুহটোৰ অৰ্থাৎ স্বেচ্ছাচাৰতন্ত্ৰ আৰু স্বেচ্ছাচাৰীজনৰ বৰ্ণনা দিবলৈ হে থাকিলগৈ।"

"ঠিক ধৰিছা।"

"তেন্তে বন্ধু, কোৱাঁচোন বাৰু স্বেচ্ছাচাৰতন্ত্ৰৰ উৎপত্তি নো কেনেকৈ হয়? গণতন্ত্ৰয়েই ৰূপান্তৰ হৈ যে স্বেচ্ছাচাৰতন্ত্ৰত পৰিণত হয় সেই কথা জানো জনা কথাই নহয়?"

"হয়। সেইটো জনা কথা।"

"অল্পতন্ত্ৰই যেনেকৈ গণতন্ত্ৰৰ জন্ম দিছিল, ঠিক তেনেকৈ গণতন্ত্ৰয়ো স্বেচ্ছাচাৰতন্ত্ৰক জানো জন্ম নিদিয়ে?"

"কথাষাৰ বুজাই কোৱাঁচোন।"

"যিটো বস্তুক অল্পতন্ত্ৰই অতি শ্ৰেষ্ঠ বুলি ধৰিছিল আৰু যিটোৰ

সহায়তেই অল্পতন্ত্ৰৰ প্ৰতিষ্ঠা হৈছিল, সেইটো জানো অগাধ ধন-সম্পত্তিয়েই নাছিল ?"

"হয়। আছিল।"

"কিন্তু, ধন-সম্পত্তিৰ বাবে হোৱা অনন্ত হুতাহ আৰু ধন ঘটিবলৈ যাওঁতে আন সকলো বিবেচনাকে জলাঞ্জলি দিয়াৰ ফলতেই পিচে অল্পতন্ত্ৰ ধ্বংস পালে।"

"ঠিক কথা।"

"সেইদৰেই, গণতন্ত্ৰই যিটো বস্তুকে অতি শ্ৰেষ্ঠ সম্পদ বুলি বিবেচনা কৰে সেইটোকে লাভ কৰিবৰ বাবে গণতন্ত্ৰৰো এক অনন্ত হুতাহ আছে। এতেকে অল্পতন্ত্ৰৰ নিচিনাকৈ গণতন্ত্ৰকো এই হুতাহেই ধ্বংস কৰে বুলি জানো ক'ব নোৱাৰিম ?"

"তোমাৰ মতে এই হুতাহৰ বস্তুটো নো কি ?"

মই উত্তৰ দিলোঁ, "সেইটোৱেই হ'ল স্বাধীনতা। গণতান্ত্ৰিক ৰাজ্যত তোমাক ক'ব যে স্বাধীনতাই সেই ৰাজ্যৰ আটাইতকৈ শ্ৰেষ্ঠ সম্পদ। এতেকে স্বাধীন মানুহ এজনৰ বাবে এই ৰাজ্যই হ'ল একমাত্ৰ উপযুক্ত নিবাসস্থল।"

"হয়। এই বুলিয়েই সাধাৰণতে কয়।"

"ক্ষন্তেক আগতে মই কৈছিলোঁৱেই যে আন সকলো কথালৈ পিঠি দি একেটা মাত্ৰ লক্ষ্যবস্তুৰ প্ৰতি অপৰিসীম আকাঙ্ক্ষা হ'লেই গণতন্ত্ৰ আৰু অল্পতন্ত্ৰ উভয়ৰে মৌলিক পৰিবৰ্ত্তন ঘটে। তেতিয়াই সাধাৰণতঃ স্বেচ্ছাচাৰতন্ত্ৰৰ বাবে পথ মুকলি হৈ পৰে। তুমি কি কোৱা বাৰু ?"

"এইটো নো আকৌ কেনেকৈ সম্ভৱ ?"

"অবাধ স্বাধীনতা ভোগ কৰিবলৈ ব্যগ্ৰ হৈ থকা গণতান্ত্ৰিক ৰাজ্য এখন যেতিয়া ভ্ৰষ্টাচাৰী নেতা এজাকৰ শাসনত পৰে আৰু স্বাধীনতাৰ ৰাগীত মতলীয়া হৈ যায়, তেতিয়া বাৰু কি হ'ব গম পাইছা নে ? তেতিয়া নাগৰিকবোৰৰ কথামতে নচলিলে আৰু নাগৰিকবোৰে বাধাহীন ভাৱে স্বাধীনতা উপভোগ কৰিবলৈ নেপালে সেই নেতাবোৰকে অধম অল্পতান্ত্ৰিক বুলি শাও দিব আৰু লগতে শাস্তিও দিব।"

"এৰা। এনে ঘটনাই ঘটিব।"

"আৰু সেইদৰেই যিবোৰ নাগৰিকে শাসন আৰু আইন মানি চলিব সেই সকলকেই অধম গোলাম আৰু অপদাৰ্থ নাগৰিক বুলি অপমান কৰা হ'ব। আনহাতে, যিবিলাক শাসকে শাসিতৰ দৰে চলিব আৰু যিবোৰ শাসিত প্ৰজাই শাসকৰ দৰে থাকিব সেই-বিলাকক সকলোৱে বাহিৰে-ভিতৰে প্ৰশংসা আৰু সম্মান কৰিব। গতিকেই এনে এখন ৰাজ্যতেই স্বাধীনতাৰ আকাঙ্ক্ষাই চৰম সীমা নেপাবগৈ নে?"

"নিশ্চয় পাবগৈ।"

"বুজিলা নহয়? এতেকে, তেনে অৱস্থাত যি অৰাজকতাৰ সৃষ্টি হ'ব সিয়েই সকলো মানুহকে আগুৰি নেপেলাব নে? কেউপিনে বাঢ়ি গৈ এই অৰাজকতাই আনকি গোলামবোৰকো সুচুবগৈ নে?"

"কিন্তু, তুমি এইষাৰ কথা কি অৰ্থত নো ক'লা?"

"ইয়াৰ অৰ্থ হ'ল, বাপেকহঁতে তেতিয়া কেচুৱাৰ আচৰণ কৰিব আৰু পুতেকহঁতক দেখিলেই ভয়তে পেপুৱা লাগিব। ইফালে পুতেকহঁতে বাপেকহঁতৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিব। সিহঁত যে কাৰো তলতীয়া নহয় সেই কথা দেখুৱাবলৈকে মাক-বাপেকহঁতক সম্মান দেখুৱাবলৈ বা সমীহ কৰি চলিবলৈ এৰি দিব। ইয়াৰ লগতে মই এইটোও বুজাব খুজিছোঁ যে এই ক্ষেত্ৰত ৰাজ্যত থকা নাগৰিক, অন্যদেশীয় নিবাসী আৰু বিদেশী এটাইবোৰ একাকাৰ হৈ পৰিব।"

"হয়, এনে এটা অৱস্থাৰ পৰিণতি সম্পৰ্কত তুমি ঠিকেই ধৰিছা।"

"তোমাক এতিয়ালৈকে কিছু কিছু পৰিণতিৰ কথা কলোঁ। এতিয়া আৰু কিছু সৰুসুৰা বিষয়ৰ কথাও কওঁ বাৰু, শুনা। এনে পৰিস্থিতিত পঢ়াশালীৰ শিক্ষকে নিজৰ ছাত্ৰবোৰলৈকে ভয় কৰিব আৰু সিহঁতকে তোষামোদ কৰিবলৈ ল'ব। শিক্ষাৰ্থীয়ে নিজৰ শিক্ষকক আৰু ৰখীয়া সকলক অৱজ্ঞা কৰিব। কেউপিনেই ডেকা-বোৰে বয়সিয়ালবোৰৰ আঁহিত তৰ্ক-বিতৰ্ক কৰিবলৈ ল'ব আৰু জ্যেষ্ঠবোৰৰ হাক-বচন নুশুনা হ'ব। বুঢ়াবোৰেও ডেকাবোৰক ভালৰি বোলাবলৈ ডেকাবোৰৰ দৰেই হাঁহি-খিকিন্দালি কৰিবলৈ ল'ব, যাতে

তেওঁলোকক কোনেও নীৰস বা বৰ গহীন-গম্ভীৰ হৈ গৈছে বুলি বুলি দোষাৰোপ কৰিবলৈ নাযায়।"

"হয়। হয়। একেবাৰে সঁচা কথা।"

"কিন্তু বন্ধু, এনে ৰাজ্যৰ মানুহবোৰৰ স্বাধীনতাই চূড়ান্ত পৰ্য্যায় পাবগৈ তেতিয়াহে, যেতিয়া কিনা-গোলামবোৰৰ সকলো মতা-তিৰোতাই গিৰিহঁতবোৰৰ সমানেই স্বাধীন হৈ পৰিবগৈ। এৰা, এইখিনিতে মই আৰু এটা কথা ক'বলৈ পাহৰিয়েই গৈছিলোঁ। অৰ্থাৎ, মুনিহ-তিৰোতাৰ সম্বন্ধৰ বেলিকা এই স্বাধীনতা আৰু সমতা কিমান দূৰলৈকে গৈছে সেই বিষয়ে কোৱাই নহ'ল।"

তেওঁ ক'লে, "অৰ্থাৎ, এস্কিলুচৰ ভাষাত ক'বলৈ গ'লে, আমাৰ জিভাৰ আগত অতপৰে ৰৈ থকা কথাষাৰকেই এতিয়া প্ৰকাশ কৰোঁচোন।"

মই উত্তৰ দিলোঁ, "এৰা, কৰিবই লাগিব। এনে শাসনৰ অধীনত ঘৰচীয়া জন্তুবোৰেও অইন বিধৰ শাসনত থকাতকৈ কিমান বেচি স্বাধীনতা পায় তাক নিজ চকুৰে নেদেখালৈকে কোনেও বিশ্বাস কৰিব নোৱাৰে বুলি মই নিজে কওঁতেও দেখোন এই কথাকে প্ৰকাশ কৰিছিলোঁ। পটন্তৰত কোৱাৰ দৰে বাস্তৱিকে চিকাৰী কুকুৰেই হ'ল ঘৰখনৰ গৃহকৰ্ত্ৰী। ঘোঁৰা আৰু গাধবোৰেও আনকি খোজকাটলত বিশেষ স্বাধীনতা আৰু মৰ্য্যাদাৰ চিন দৰ্শায়। আলিবাটত কোনো-বাই সিহঁতক বাট এৰি নিদিলে সিহঁতে মহতিয়াই লৈ যাব। অন্যান্য জন্তুবোৰেও সেইদৰেই স্বাধীনতাৰ গৰ্ব্বত ওফন্দি থাকিব।"

"তুমি একেবাৰে মোৰ মনৰ ভাবটোকে কাঢ়ি নিলা দেখোন। গাঁৱৰফালে ওলাই যাওঁতে মই নিজেই এই শিক্ষা পাই থৈছোঁ।"

মই তেতিয়া ক'লোঁ, "এতিয়া এটাইবোৰ কথা জুকিয়াই লৈ তুমি ভাবাঁচোন বাৰু এই সকলোবোৰৰ অৰ্থ কি হ'বগৈ পাৰে। নাগৰিকৰ অন্তৰাত্মাক ইমান স্বাধীনতা-সচেতন কৰি পেলোৱা হ'ল যে পৰাধীনতাৰ নামমাত্ৰ চিন দেখা পালেই খঙতে একেবাৰে একোনাই হৈ পৰে। সিহঁতৰ ওপৰত শাসনৰ বা কৰ্ত্তৃত্বৰ ছাঁটোও পৰিবগৈ নোৱৰা কৰিবলৈকে নাগৰিকবোৰে সকলো বিধ লিখিত-অলিখিত আইন-বিধি অৱমাননা কৰি চলিব।"

"হয়। মই গম পাইছোঁৱেই।"

"এতেকে বন্ধু, এনে পৰিস্থিতিতেই স্বেচ্ছাচাৰতন্ত্ৰই শিপা মেলিবলৈ অপূৰ্ব্ব সুযোগ পায়। নহয় জানো?"

"অতি সুন্দৰ সুযোগ! বাৰু, তাৰ পিচত?"

মই উত্তৰ দিলোঁ, "যি বিধ ৰোগে বাহ লৈ অল্পতন্ত্ৰক ধ্বংস কৰিলে সেই বিধেই অধিক প্ৰকোপেৰে আৰু অতি মাৰাত্মক ভাৱে গণতন্ত্ৰতো আবিৰ্ভাব হ'ব। গণতন্ত্ৰৰ অবাধ স্বাধীনতাই এই ৰোগক আৰু বিষময় কৰি তুলিব আৰু সিয়েই গণতন্ত্ৰকো শেষ কৰি পেলাব। কথা হ'ল, যি কোনো বিষয়তে অতিমাত্ৰা হ'লেই প্ৰবল প্ৰতিক্ৰিয়াই দেখা দিব। প্ৰকৃতিৰ ঋতু, জীৱজন্তু আৰু গছ-গছনিৰ ক্ষেত্ৰত যেনেকৈ এই কথা সঁচা, মানুহৰ সমাজৰ বেলিকাও তেনেকৈয়ে সঁচা।"

"ওঁ। অতি স্বাভাৱিক কথা।"

"এতেকে, অতিমাত্ৰা স্বাধীনতাই গৈ শেহত অতিমাত্ৰা দাসত্বৰ ৰূপ লোৱাৰ বাদে অন্য পৰিণতি নহ'ব। এই কথা, ৰাজ্য আৰু ব্যক্তি উভয় ক্ষেত্ৰতে সমানে সত্য।"

"হয়।"

"গতিকে, স্বেচ্ছাচাৰতন্ত্ৰৰ ভেঁটি যে গণতন্ত্ৰই, অৰ্থাৎ অকল গণতন্ত্ৰই হে বান্ধিব পাৰে সেই কথা আমি ক'ব পৰা হৈছোঁ। অইন-ভাগে ক'বলৈ হ'লে, অতিমাত্ৰা স্বাধীনতাতেই অতিশয় অসহনীয় দাসত্বৰ উৎপত্তি হয়।"

"হয়। তোমাৰ কথাষাৰ যুক্তিসঙ্গত হৈছে।"

"সি যি কি নহওক, পিচে তোমাৰ প্ৰশ্নটো আছিল সুকীয়া হে। তুমি সুধিছিলা, গণতন্ত্ৰ আৰু অল্পতন্ত্ৰ উভয়তে উদ্ভৱ হোৱা বেমাৰটো নো কি—যিটো বেমাৰেই গণতন্ত্ৰক দাসত্বত পৰিণত কৰে?"

"হয়, মোৰ প্ৰশ্ন সেইটোৱেই আছিল।"

"বাৰু, ধোৱাঁখুলীয়া অকৰ্ম্মন্য মানুহ শ্ৰেণীৰ কথা মই উল্লেখ কৰিছিলোঁৱেই নহয়। সেই শ্ৰেণীৰ ভিতৰত আটাইতকৈ সাহসী-খিনিয়েই হ'ল নেতা আৰু অতিপাত ভীৰুখিনি হ'ল অনুচৰ। তোমাৰ মনত থাকিবই পায়। এই দুই বিধকে আমি যথাক্ৰমে শুংথকা আৰু শুংনথকা মতা-মৌৰ লগত তুলনা কৰিছিলোঁ।"

"হয়। সেইদৰেই কৰিছিলোঁ।"

"এতিয়া তেনেহ'লে, দেহাৰ ভিতৰত থকা কফ আৰু পিত্তৰ দৰেই এই দুই শ্ৰেণী লোকৰ অৱস্থিতিয়েও ৰাজ্যৰ ভিতৰত সকলোবোৰ অশান্তিৰ সৃষ্টি কৰে। সেইবাবেই এই দুটাই যাতে কোনোমতে বাহ বান্ধিব নোৱাৰে তাৰ বাবে ৰাজ্যৰ অভিজ্ঞ চিকিৎসক স্বৰূপ বিধায়ক সকলে মৌ-পালকৰ দৰেই আগতীয়াকৈ প্ৰতিষেধক ব্যৱস্থা ল'ব লাগিব। কেনেবাকৈ সেইবোৰে দেখা দিলেও ততালিকে শুঙে সৈতে সিহঁতক কাটি পেলাব লাগিব।"

"ওঁ, সেই কাম কৰিবই লাগিব।"

"তেনেহ'লে, আমি বিচৰা বস্তুটো স্পষ্টকৈ দেখা পাবলৈ হ'লে কথাটো এইদৰেই বিচাৰ কৰোঁহঁক।"

"কেনেকৈ?"

"ধৰি লোৱাঁ জানিবাঁ গণতান্ত্ৰিক ৰাজ্য এখনক তিনিটা ভাগত বিভক্ত কৰি লোৱা হৈছে। বাস্তৱতেও অৱশ্যে এনে তিনিটা ভাগ আছেই। যেই হওক, মতা-মৌ বুলি আমি যিটো শ্ৰেণীৰ বৰ্ণনা দিলোঁহক সেইটোৱেই গণতান্ত্ৰিক ৰাজ্যৰ এটা অঙ্গ। অল্পতান্ত্ৰিক ৰাজ্যত হোৱাৰ নিচিনাকৈয়ে গণতান্ত্ৰিক ৰাজ্যত অতিমাত্ৰা স্বাধীনতা বা স্বেচ্ছাচাৰিতাৰ পৰাই এই শ্ৰেণীটো বৃহৎ সংখ্যাত আবিৰ্ভাব হয়।"

"ঠিক কৈছা।"

"কিন্তু অল্পতান্ত্ৰিক ৰাজ্যতকৈ গণতান্ত্ৰিক ৰাজ্যত এই শ্ৰেণীটো বেচি শক্তিশালী।"

"কেনেকৈ?"

"অল্পতন্ত্ৰত এই শ্ৰেণীটোক হেয়জ্ঞান কৰা হয় আৰু সিহঁতক শাসনৰ ক্ষমতাত বহিবলৈ দিয়া নহয়। গতিকে এইবোৰ সুযোগৰ-পৰা বঞ্চিত হোৱাত এই শ্ৰেণীটো দুৰ্ব্বল হৈ থাকে। কিন্তু গণতন্ত্ৰত সাধাৰণতেই এই শ্ৰেণীটোৱেই শাসনৰ ক্ষমতা লাভ কৰে। সিহঁতৰ ভিতৰত যি কেইজন চোকাবিধৰ আছে সেই কেইজনেই শাসনকাৰ্য্য পৰিচালনা কৰে। শাসনকাৰ্য্যৰ ক্ষেত্ৰত যি য'ত বক্তৃতা দিব লাগে বা যি য'ত কৰিব লাগে সিহঁতেই কৰে। বাকীখিনিয়ে সিহঁতৰ

সমৰ্থনত হাত চাপৰি দিবলৈ চাৰিওপিনে মতা-মৌৰ দৰে বহি থাকে আৰু শাসক কেইজনৰ বিৰুদ্ধে কোনোবাই কিবা এষাৰ মাতিলেই চিঞৰ-বাখৰ কৰি বিৰোধীবোৰৰ কথা তল পেলাবলৈ চায়।"

"ঠিক কৈছা।"

"ইয়াৰ লগতে আৰু এটা ঘটনা ঘটে, সাধাৰণ মানুহখিনিৰ মাজৰপৰাই দ্বিতীয় এবিধ মানুহৰ আৱিৰ্ভাব হয়।"

"সেইবিধ নো কেনেকুৱা ?"

"যেতিয়া সকলোৱেই ধন উপাৰ্জ্জনতে একানপতীয়াকৈ লাগি যায় তেতিয়া তাৰ ভিতৰত যি বোৰৰেই ধৈৰ্য্য বেচি সিহঁতেই আটাইতকৈ সৰহ ধন গোটাই ধনী হৈ পৰে।"

"এৰা, এইটো হয়গৈ।"

"এতেকে বহি-খোৱা মতা-মৌবোৰে এইশ্ৰেণী মানুহৰপৰাই যিমান লাগে সিমানে মৌ-ৰস সহজে টানিব পাৰে।"

"ঠিক কৈছা। দুখীয়া শ্ৰেণীৰপৰা নো আৰু ক'ৰ মৌ-ৰসখন পাব ?"

"এই শ্ৰেণী মানুহকে সিহঁতে ধনী বুলি কয়। অৰ্থাৎ এই শ্ৰেণীয়েই হ'ল বহিখোৱা-শ্ৰেণীটোক পোহপাল দিওঁতা।"

"হয়। পোহপাল দিওঁতাই।"

"ইয়াৰ পাচত, এই ৰাজ্যৰ তৃতীয় শ্ৰেণীটো হ'ল দেহা-মাৰি কাম কৰি খোৱা সাধাৰণ শ্ৰেণীৰ মানুহখিনিৰ। ৰাজনীতিৰ লগত এইবোৰৰ কোনো সম্বন্ধ নাই। সিহঁতৰ আৰ্থিক অৱস্থাও ভাল নহয়। এই শ্ৰেণীটোৰ সংখ্যাই গণতন্ত্ৰত আটাইতকৈ সৰহ। মুঠ বান্ধি গোট খালে এই শ্ৰেণীটোৱেই আটাইতকৈ শক্তিশালী হ'ব।

"সঁচা কথা। পিচে এই শ্ৰেণীটো কেতিয়াও একগোট নহয়। অৱশ্যে মৌ-জোলৰ ভাগ যদি একেবাৰে নোপোৱা হয় তেতিয়া হ'লে মুঠ বান্ধিব।"

"সেইবাবেই এই শ্ৰেণীকো মৌ-জোলৰ ভাগ এটা সদায় দিয়া হয়। নেতাসকলে ধনী শ্ৰেণীৰপৰা যিখিনি ধন আদায় কৰে তাৰে এভাগ সিহঁতকো দিয়ে। অৱশ্যে নেতাসকলে সেই ধন ভগাওঁতে

পৰাপক্ষত নিজলৈ যিমান পাৰে সৰহকৈ ৰাখিহে বাকীখিনি এই শ্ৰেণীৰ মাজত বিতৰণ কৰে।”

“ঠিক কৈছা। সাধাৰণ ৰাইজৰ ভাগত সেই হিচাপত হে পৰিবগৈ।”

“ধন-সম্পত্তিৰপৰা বঞ্চিত হৈ ধনী শ্ৰেণীয়ে তেতিয়া নাগৰিক সভাত আপত্তি তুলিব। তদুপৰি অন্য যি প্ৰকাৰেই পাৰে নিজৰ স্বাৰ্থ ৰক্ষাৰ্থে চেষ্টা কৰিব।”

“হয়। সিহঁতে সেইটো কৰিবই।”

“পিচে, এইদৰে আত্মৰক্ষা কৰাৰ চেষ্টা কৰোঁতে ধনী শ্ৰেণীয়ে বিপ্লব কৰিবলৈ নেযায়। তথাপিও কিন্তু সিহঁতে সাধাৰণ ৰাইজৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি শাসক দলে ঘোষণা কৰিব আৰু সিহঁতৰ বিৰুদ্ধে প্ৰতিক্ৰিয়াশীল অল্পতন্ত্ৰী হোৱাৰ অভিযোগ আনিব।”

“ঠিক ধৰিছা।”

“শেহান্তত ধনী শ্ৰেণীটোৱে দেখেগৈ যে এনে অপপ্ৰচাৰতে ভোল গৈ সাধাৰণ ৰাইজেও আচল কথা নুবুজি সিহঁতক অন্যায় কৰিবলৈ ধৰে। তেনে অৱস্থাত সিহঁতেও বাধ্যত পৰি প্ৰতিক্ৰিয়াশীল অল্পতন্ত্ৰবাদী হোৱাৰ ফালেই ঢাল লয়। বহি-খোৱা-মৌ এক শ্ৰেণীৰ কথা কৈছিলোঁৱেই নহয়। ইহঁতৰ শুঙে যি বিহ ঢালি দিয়ে সেই বিহেই হ'ল এই ধনী শ্ৰেণীৰ দুৰৱস্থাৰ এটা ঘাই কাৰণ।”

“হয়, ঠিক কৈছা।”

“আৰু, তাৰ পাচতেই এই দুই পক্ষৰ ইটোৰ বিৰুদ্ধে সিটোৰ অভিযোগ হ'ব, আদালতৰ বিচাৰ হ'ব আৰু শাস্তিবিধান হ'ব।”

“একেবাৰে সঁচা কথা।”

“তেনে অৱস্থাতেই জানো সাধাৰণ ৰাইজে তেওঁলোকৰ মাজৰে-বিশেষ প্ৰতিনিধি হিচাপে একোজনক বাছি নল'ব? আৰু, সেইজনকে ভৰণ-পোষণ দি ডাঙৰ মানুহ পাতি নল'ব?”

“হয়। সাধাৰণতে এইটোকে সকলোৱে কৰে।”

“এতেকে, এইদৰেই স্বেচ্ছাচাৰী শাসকৰ আবিৰ্ভাব হয়। অৰ্থাৎ, যেতিয়াই এইদৰে কোনোবা এজন ৰাইজৰ প্ৰতিনিধি হৈ ওলায়

তেৰেঁই গৈ স্বেচ্ছাচাৰী শাসক হয়গৈ। এই প্ৰতিনিধিতে স্বেচ্ছাচাৰী শাসকৰ গজালি মেলে।

"হয়। কথা সেইটোৱেই।"

"জনসাধাৰণৰ এই প্ৰবক্তা জনে তেনেহ'লে বাৰু প্ৰথমে প্ৰথমে কোন সময়ত স্বেচ্ছাচাৰী শাসকৰ খোজত ভৰি দিলে? সেই যে আৰ্কাডিয়াত থকা লিচীয় জীউচৰ মন্দিৰ সম্পৰ্কত প্ৰচলিত উপাখ্যানটোত মানুহ এটাৰ বৰ্ণনা কৰা হৈছে—যিদিনাৰ পৰা এই প্ৰবক্তাই সেই মানুহটোৰ দৰেই আচৰণ কৰিবলৈ ধৰিলে, সেই দিনাৰে পৰাই এই পৰিবৰ্ত্তন আৰম্ভ হোৱা নাই জানো?"

"সেইটো আখ্যানতনো কি কৈছে?"

"সেই উপাখ্যানমতে মানুহৰ মঙ্গহৰ লগতে, বলি দিয়া অইন জীৱ-জন্তুৰ মাংসও একেলগে মিহলি কৰি যিজনেই খায় সিয়েই কুকুৰনেচীয়া বাঘত ৰূপান্তৰিত হৈ পৰে। এইটো উপাখ্যান তুমি শুনাই নাই নে?"

"অ', শুনিছোঁ। হয়, হয়।"

"ঠিক সেইদৰেই জনতাৰ প্ৰতিনিধি জনে যেতিয়া দেখিবলৈ পায় যে সাধাৰণ মানুহবোৰ তেওঁৰ ওচৰত তেনেই বশীভূত হৈ পৰিছে, তেতিয়া আৰু তেওঁ কুটুমৰ তেজ খাবলৈ কোনো দ্বিধা-সংকোচ নকৰা হয়। তেওঁৰ ফান্দতপৰা সকলৰ বিৰুদ্ধে তেতিয়া তেওঁ নানা প্ৰকাৰ অন্যায় অভিযোগ আনিব। এনে কাম কৰাত তেওঁ সিদ্ধহস্ত হৈ পৰে। সেইবোৰ মানুহকে আদালতলৈ টানি নি নগুৰনাগতি কৰিবগৈ। সেই মানুহবোৰৰ জীৱন সম্পূৰ্ণ ধ্বংস কৰি আৰু পাপী জিভাৰে কুটুমৰ তেজৰ সোৱাদ লৈ জনতাৰ এই প্ৰতিনিধি জন তেজ-পিপাসুত পৰিণত হয়গৈ। তৃতীয়া শ্ৰেণীক ঋণমুক্ত কৰি দিয়াৰ আৰু ধনীশ্ৰেণীৰ মাটিখিনি সিহঁতৰ মাজত বিতৰণ কৰি দিব বুলি প্ৰতিশ্ৰুতি দি এই জন প্ৰতিনিধিয়ে ধনী মানুহবোৰক হত্যা কৰিব বা নিৰ্ব্বাসন দিব। এনে অৱস্থাতেই, এই প্ৰতিনিধি জনক হয় বিপক্ষ দলে হত্যা কৰিব, নহয় সি সৰ্ব্বক্ষমতা দখল কৰি স্বেচ্ছাচাৰী শাসক হৈ মানুহ গুছি কুকুৰনেচীয়া বাঘত পৰিণত হ'ব।"

"হয়। আৰু অন্য কোনো পথ নেথাকিব।"

"এতেকে, ধনী শ্ৰেণীৰ ধন-সম্পত্তিৰ বিৰুদ্ধে যুঁজিবলৈ যোৱা নেতা জনৰ দশা এনেকুৱাই হ'বগৈ।"

"হয়।"

"আৰু, এবাৰ দেশান্তৰিত হোৱাৰ পাচত যদি কেনেবাকৈ এই নেতাই বিপক্ষ দলৰ প্ৰতিৰোধ খৰ্ব্ব কৰি পুনৰ ৰাজ্যত সোমাবহি পাৰে, তেতিয়া বাৰু তেওঁ একেবাৰে দুৰন্ত অত্যাচাৰী শাসক হৈ নপৰিবহি নে?"

"সেইটো হ'বই।"

"তাৰ পাচত যেতিয়া বিপক্ষ দলে তেওঁৰ বিৰুদ্ধে ৰাষ্ট্ৰবিৰোধী কাৰ্য্য কৰাৰ অভিযোগ আনিও তেওঁক দেশান্তৰ কৰিব বা প্ৰাণদণ্ড দিব নোৱাৰে, তেতিয়া তেওঁক গোপনে হত্যা কৰিবলৈ চেষ্টা কৰিব।"

"হয়। সচৰাচৰ সেই পন্থাকে লোৱা হয়।"

"এনে পৰিস্থিতিত পৰিলে যি কোনো দুৰন্ত অত্যাচাৰী শাসকে সচৰাচৰ যি ফন্দি উলিয়াব এই জনেও তাকেই কৰিব। অৰ্থাৎ, তেওঁৰ নিচিনা জনতাৰ হিতাকাঙ্ক্ষী বন্ধু এজনৰ প্ৰাণৰক্ষা কৰিবলৈ জনসাধাৰণক অনুৰোধ কৰিব আৰু তেওঁৰ বাবে এজন গা-ৰক্ষী দিবলৈ ক'ব।"

"জনসাধাৰণে অৱশ্যে ভালকৈয়ে জানে যে তেনে কোনো প্ৰাণৰ আশঙ্কা নাই, কিন্তু তথাপিও প্ৰতিনিধি জনৰ কথাত ভয় খায়। সেই-বাবেই প্ৰতিনিধি জনৰ অনুৰোধ ৰক্ষা কৰিবলৈ তেওঁবিলাক মান্তি হ'য়।"

"হয়, হয়।"

"তেতিয়া এইবোৰ পৰিস্থিতি দেখি-শুনি ধনী-শ্ৰেণী আতঙ্কগ্ৰস্ত হৈ উঠিব। তদুপৰি এই শ্ৰেণীক, ধন-সম্পত্তিৰ অধিকাৰী হোৱা বাবে গণতন্ত্ৰৰো শত্ৰু বুলি অভিহিত কৰা হ'ব। এতেকে এই ধনীবোৰে তেতিয়া দৈববাণীয়ে ক্ৰেচুচক দিয়া উপদেশ মানি ভীৰুতাৰ অপযশলৈকো আওকাণ কৰি শিলেৰে বন্ধোৱা হাৰ্মিয়ুচৰ নদীতীৰেদি পলাই যাব।"

"হয়। সিহঁতে তেতিয়াই সাৰি নগ'লে দ্বিতীয় বাৰলৈ আৰু সুযোগ নেপাব।"

"সিহঁতৰ ভিতৰত যি বোৰ ধৰা পৰিব সিহঁতক মই ভাবোঁতে হত্যা কৰা হ'ব।"

"হয়। কৰিবই।"

"কিন্তু, ইফালে জনতাৰ প্ৰতিনিধি জনৰ ফালে চালে কি দেখিবাঁ? তেওঁৰ 'বিৰাট দেহাটো ধৰাশায়ী কৰিব তো' কোনেও নোৱাৰিলেই, তেওঁ হে বৰঞ্চ বহুতকে ঘাইল কৰি ৰাজক্ষমতাৰ ৰথত উঠি বীৰদৰ্পে ঠিয় দি থাকিব। ইয়াৰ পাচত আৰু প্ৰতিনিধি জনে জনতাৰ ৰক্ষক হৈ নেথাকি পৈনত স্বেচ্ছাচাৰীৰ ৰূপ ধাৰণ কৰিব।"

মই তেতিয়া সুধিলোঁ, "তেনেহ'লে, এই মানুহটো নো কেনে সুখত থাকিবগৈ আৰু সি থকা ৰাজ্যখনৰ নো কেনে সুখ হ'ব গৈ, সেই বিষয়েও আলোচনা কৰিব লাগিব নে কি?"

তেওঁ উত্তৰ দিলে, "নিশ্চয় কৰিব লাগিব।"

"বাৰু, এই প্ৰবক্তা জনে আগ ডোখৰত, আৰু স্বেচ্ছাচাৰী জীৱনৰ আৰম্ভণি ছোৱাত যাকেই লগ পাইছিল তাকেই সদায় মিচিকিয়া হাঁহিৰে সম্ভাষণ জনোৱা নাছিল নে? স্বেচ্ছাচাৰী হোৱাৰ কথাটোকেই সি গৰিহণা দিয়া নাছিল জানো? তদুপৰি, সি জানো ৰাজহুৱা ভাৱে সকলোকে আৰু ভিতৰুৱাকৈ বন্ধু-বান্ধৱক নানান প্ৰতিশ্ৰুতি দিয়া নাছিল? সকলোৰে প্ৰতি সমানে অতি উদাৰ আৰু সহানুভূতিশীল যেন দেখুৱাই সি জানো ঋণগ্ৰস্ত সকলৰ ঋণ মাফ কৰি দিয়া বা জনসাধাৰণৰ মাজত আৰু লগতে তাৰ সমৰ্থক সকলৰ মাজত মাটি বিতৰণ কৰা নাছিল?"

"সেইবোৰ কৰিবই।"

"কিন্তু, দেশান্তৰী হৈ যোৱা তাৰ বিপক্ষদলৰ কিছুমানৰ লগত আকৌ মিত্ৰিবালি পাতি আৰু বাকীবোৰক ধ্বংস কৰি লৈ সি যেতিয়া নিশ্চিন্ত হ'ব তেতিয়াই তাৰ প্ৰথম কাম হ'ব সকলো সময়তে যুদ্ধৰ পৰিস্থিতি এটা সৃষ্টি কৰি ৰখা; কাৰণ, তেনে পৰিস্থিতি থাকিলে হে জনসাধাৰণে নেতা বিচাৰিব, নহ'লে নিবিচাৰে।"

"তাৰ বাবে এইটোৱেই স্বাভাৱিক পন্থা।"

"যুদ্ধ-কৰ আদিৰ বোজা জাপি দি ৰাজ্যৰ প্ৰজাবোৰক দৰিদ্ৰ কৰি ৰখাটোৱেই এই শাসকৰ অন্যতম উদ্দেশ্য হ'ব, যাতে মানুহ-

খিনিয়ে পেটৰ ভাত মোকলোৱাৰ বাহিৰে অন্য চিন্তা কৰিবলৈ সময় নেপায় আৰু তাৰ অত্যাচাৰৰ বিৰুদ্ধে মূৰ দাঙি উঠিব নোৱাৰে ?”

“হয়। ঠিক কৈছা।”

“আৰু, এই বুলি ভাবিলেও ভুল হ'ব নে যে কোনোবাই যদি সাহসেৰে তাৰ শাসনৰ প্ৰতিবাদ কৰাৰ গম পায় আৰু সেই প্ৰতিবাদে তাক সুখেৰে থাকিবলৈ নিদিব বুলি সন্দেহ হয়, তেতিয়া বাৰু কোনেও গম নোপোৱাকৈ তেনে মানুহক শত্ৰুৰ মুখত পেলাই দি সি নিষ্কণ্টক হ'বলৈ নেচাব নে ? এই সকলোবোৰ কাৰণতেই স্বেচ্ছাচাৰী শাসকে অনবৰতে যুদ্ধৰ পৰিস্থিতি এটা ৰাখি নথব নে ?”

“নিশ্চয় সেই কাম কৰিব।”

“পিচে, যিমানে এনে বিধৰ কাৰ্য্যত আগবাঢ়িব সিমানে জানো নাগৰিকৰ অসন্তুষ্টি আৰু বিদ্বেষ বাঢ়ি নেযাব ?”

“জৰুৰ যাব।”

“তেতিয়াই জানো তেওঁৰ সমৰ্থক সকলৰেই নিৰ্ভীক কেইজনে সাহসেৰে তেওঁলোকৰ অসন্তুষ্টিৰ কথা স্বেচ্ছাচাৰী শাসকৰ আগত প্ৰকাশ নকৰিব ? তেওঁলোকৰ ভিতৰতো জানো আলোচনা নহ'ব আৰু স্বেচ্ছাচাৰী শাসকৰ কাৰ্য্যৰ প্ৰতিৰোধ তেওঁলোকে নকৰিব ?”

“হয়। এইটো হ'বই।”

“এতেকে, স্বেচ্ছাচাৰী শাসকে নিজৰ ক্ষমতা নিষ্কণ্টক কৰিবলৈ হ'লে এনে ধৰণে বিক্ষুব্ধ হোৱা সকলোকে এটি এটিকৈ নিঃশেষ কৰিবলৈ লাগি যাব যাতে বন্ধুৰ ভিতৰতেই হওক বা শত্ৰুৰ ভিতৰতেই হওক তেওঁক সমালোচনা কৰিবলৈ আৰু কোনো নৰয়গৈ।”

“হয়। ইয়াকে কৰিব।

“তাৰ পাচত, এই শাসকে ৰাজ্যৰ ভিতৰত যি সকল মানুহ সাহসী, উচ্চমনা, বিবেচক বা ধনী সেই সকলৰ ওপৰত চোকা নজৰ ৰাখিব। কাৰণ, এতিয়া তেওঁ এনে এক অৱস্থাৰ মাজত সোমাই পৰিছে যে এই সকলো বিধ মানুহৰ বিৰুদ্ধে যোৱাৰ বাহিৰে অন্য গতি নাই। ৰাজ্যৰপৰা বাহিৰ কৰিব নোৱৰালৈকে সেই সকলৰ বিৰুদ্ধে তেওঁ ষড়যন্ত্ৰ কৰিবই লাগিব। এইদৰেই তেওঁ ৰাজ্যখন সংস্কাৰ কৰিবলৈ ল'ব।”

"এৰা, কেনে চমৎকাৰ সংস্কাৰ !"

মই ক'লোঁ, "হয়। কিন্তু এই পদ্ধতিয়েই হ'ব চিকিৎসকে মানুহৰ শৰীৰ সংস্কাৰ কৰা পদ্ধতিৰ সম্পূৰ্ণ বিপৰীত পদ্ধতি। চিকিৎসকে শৰীৰৰপৰা বেয়া বস্তুবোৰ বাহিৰ কৰি দিয়ে আৰু ভালবোৰ ৰক্ষা কৰে। স্বেচ্ছাচাৰী শাসকে তাৰ ওলোটাতো কৰে, অৰ্থাৎ ৰাজ্যৰ পৰা ভালবোৰক বাহিৰ কৰি দিয়ে আৰু বেয়াবোৰক ৰাখে।"

"এইটোৱেইতো হ'ব লাগিব। ক্ষমতা নিষ্কণ্টক কৰি ৰাখিবলৈ এইয়েই হ'ল একমাত্ৰ পথ।"

"বাস্তবিকে এই মানুহটো অৱস্থাৰ তাড়নাত পৰি এনে দৰেই বান্ধ খাই পৰি ওলাব নোৱৰা হ'ব। হয়, সি তেতিয়া এনে এসোপা মানুহৰ লগতে থাকিব লাগিব যিবোৰৰ সৰহ ভাগেই একেবাৰে নিৰ্ব্বোধ আৰু যিবোৰেই সদায় তাক শাও দি থাকিব, নহয়, সি মৃত্যুকে বৰণ কৰিব লাগিব।"

"হয়। তাৰ বাবে আৰু তৃতীয় পথ নাই।"

"তাৰ এনেবোৰ কাৰ্য্যকলাপে নাগৰিক সকলক দিনক দিনে বেচিকৈ বিতুষ্ট কৰি তুলিব আৰু, নাগৰিকৰ মাজত অসন্তোষ যিমানে বাঢ়িব সিমানে গা-ৰক্ষী বাহিনীৰ ওপৰতো তাৰ বিশ্বাস নোহোৱা হ'বগৈ আৰু এই বাহিনীৰ সংখ্যা বঢ়াবলৈ বিচাৰিব। নিবিচাৰিব জানো ?"

"নিশ্চয় বিচাৰিব।"

"পিচে সি নো বিশ্বাস কৰিবগৈ কাক ? বিশ্বাসী ৰক্ষক পাবই বা ক'ৰপৰা ?"

"ইঃ, সেইবোৰৰ কি অভাৱ আছে ! সৰহীয়াকৈ ধন দিলে কতই আহি জাক পাতি পৰিবহি !"

"তুমি হ'বলা বিদেশৰপৰা নতুনকৈ এজাক অকৰ্ম্মন্য ধোদ আমদানি কৰাৰ কথাকে ক'ব খুজিছা ?"

"ওঁ। ঠিকেই ধৰিছা।"

"পিচে এটা কথা নহয়। ৰাজ্যৰ ভিতৰতে থকা মানুহক গা-ৰক্ষী হিচাপে ল'বলৈ এই শাসকে সঙ্কোচ কৰিব নে কি ?

"এইবোৰ নো ক'ৰপৰা আহিব ?"

কিয়, নাগৰিকৰ হাতৰ পৰা গোলামবোৰ কাঢ়ি আনিলেই হ'ল দেখোন। এই গোলামবোৰকে মুক্তি দি সিহঁতকে তাৰ গা-ৰক্ষী বাহিনীত ভৰ্ত্তি কৰিব পাৰিব।"

"অৱশ্যে হয়। এই কাম কৰিবলৈ চিন্তা কৰিব নেলাগে। এই গোলামবোৰ তাৰ অতি বিশ্বাসী অনুচৰ হ'ব।"

"তেনেহ'লে, তোমাৰ মতে যি স্বেচ্ছাচাৰী শাসকেই এনেদৰে নিজৰ সকলোবোৰ পুৰণি বন্ধুবৰ্গ আৰু বিশ্বাসী লোকক নিঃশেষ কৰি নতুন মানুহ কিছুমানক বন্ধু আৰু অনুচৰ হিচাপে গ্ৰহণ কৰিব সিয়েই হ'ব মহাসুখী পুৰুষ।"

"কি কৰিবাঁ! এনে মানুহে এই পথকে নলৈ আৰু ৰক্ষা নাই।"

"তেনেহ'লে, এই শাসকক সুনাগৰিক সকলে ঘিণ কৰিলেও নাইবা অসহযোগ কৰিলেও নতুন বন্ধুবোৰে জানো তাক ভুৰি ভুৰি প্ৰশংসা নকৰি আৰু নতুনকৈ হোৱা নাগৰিকবোৰে জানো তাৰ লগত সহযোগ নকৰিব ?"

"ইয়াৰ বাহিৰে আৰু কি হ'ব ?"

মই ক'লোঁ, "তেনেহ'লে, বিয়োগান্ত নাটকৰপৰা শিকিবলগীয়া ভালেমান আছে বুলি আৰু তেনেবিধ নাটক লিখাত ইউৰিপাইডিচক সিদ্ধহস্ত বুলি কোৱা কথাষাৰত যুক্তি আছে।"

"কি কাৰণেনো এই বুলি ক'লাঁ ?"

"ইউৰিপাইডিচে অন্যান্য বহুত কথাৰ মাজতে এষাৰ গভীৰ কথা কৈ গৈছে। কথাষাৰ হ'ল, "জ্ঞানীৰে সৈতে হোৱা আলোচনাই স্বেচ্ছাচাৰী শাসককো জ্ঞানী কৰে।" ইয়াত 'জ্ঞানী' মানে তেওঁ স্বেচ্ছাচাৰী শাসকৰ নতুন সঙ্গীবোৰৰ কথাকে কৈছে।"

"হয়। সেইবাবেই স্বেচ্ছাচাৰী শাসকৰ গাত অন্যান্য গুণৰ লগতে দৈৱসুলভ গুণটোও আছে বুলি ইউৰিপাইডিচে কৈছে। আন আন কবি-নাট্যকাৰসকলেও সেই বুলিয়েই কৈছে।"

"দেখা গ'ল, বিয়োগান্ত নাটকৰ ৰচক সকলেই হ'ল স্বেচ্ছাচাৰী শাসকৰ স্তুতিকাৰক। এতেকে তেওঁলোকক আমাৰ ৰাজ্যত বা আমাৰ নিচিনা ৰাজ্যত প্ৰবেশ কৰিবলৈ দিবপৰা নহ'ব। জ্ঞানীলোক

হিচাপে তেওঁলোকেও নিশ্চয় বুজি পাব আৰু সেইবাবে আমাৰ দোষ নধৰিব।"

"অন্ততঃ, বিয়োগান্ত নাটকৰ বিশিষ্ট লেখক সকলে আমাক মাৰ্জ্জনা কৰিব বুলি ধৰি ল'ব পাৰোঁ।"

"ইয়াৰ লগতে আমি এইটোও আশা কৰিম যাতে এই লেখক-সকল বাকীবোৰ ৰাজ্যলৈও যাব, গৈ তাত ৰাইজ গোটাই সভা পাতিব আৰু সেই সভাবোৰত ভাষণ দিবলৈ গলগলীয়া, সুমধুৰ ওজস্বী বক্তা ভাৰা কৰি আনিব আৰু তেনে বক্তাৰ বক্তৃতাৰ যোগে সেইবোৰ ৰাজ্যৰ মানুহক স্বেচ্ছাচাৰী শাসন নাইবা গণতন্ত্ৰৰ সমৰ্থক কৰিবলৈ চেষ্টা কৰিব।"

"এই চেষ্টা কৰিবই।"

"আৰু, এইখিনি কাম কৰি দিয়াৰ বাবে লেখকসকলে স্বেচ্ছাচাৰী শাসক সকলৰ পৰাতো ধন আৰু পুৰস্কাৰ দুয়োটাকে পাবই, গণতন্ত্ৰৰ নেতা সকলৰপৰাও নোপোৱাকৈ নেথাকে। পিচে, ৰাজ্যৰ পৰ্ব্বতটোত স্তৰে স্তৰে যিমানে ওপৰলৈ উঠি যাব সিমানে কিন্তু তেওঁলোকৰ সম্মান কমি আহিব—যেন ক্ৰমাৎ শ্বাসৰোধ হৈ ওপৰলৈ উঠিব নোৱৰা হৈ হে গৈছে।"

"ঠিক কৈছা।"

"যেই হওক, আমাৰ আচল কথাৰ পৰা বহুত ফালৰি কাটিয়েই আহিলোহঁক। এতিয়া মূল কথালৈ ঘূৰি আহোঁহক। কথা হ'ল, স্বেচ্ছাচাৰী শাসকৰ সেই বাহিনীটো, অৰ্থাৎ সেই অভিনব, বিৰাট, বাৰেবৰণীয়া আৰু নিত্য-নতুন বাহিনীটো পিচে কেনেকৈনো পোহপাল যাব ?"

তেওঁ উত্তৰ দিলে, "কেনেকৈ পোহপাল যাব জানাই দেখোন। ৰাজ্যৰ মন্দিৰ বোৰত[২] যি য'ত ধন-সম্পত্তি থাকিব সকলোতে স্বেচ্ছাচাৰী শাসকে হাত দিবগৈ। এইবোৰ বিক্ৰী কৰি সময়ে সময়ে

২। প্ৰাচীন কালত মন্দিৰৰ বস্তু অপহৰণ কৰাটো দেৱতাৰ ওচৰত ডাঙৰ অপৰাধ বুলি গণ্য কৰা হৈছিল। গতিকে ধন-সোণ নিৰাপদে ৰাখিবলৈ এই মন্দিৰবোৰতে জমা দিয়া হৈছিল।

যিমান খিনি পাব সিমান খিনিলৈকে জনসাধাৰণক বাধ্যতামূলক যুদ্ধ-কৰৰপৰা ৰেহাই দিব।”

“পিচে, যেতিয়া এই সকলোবোৰ ভাণ্ডাৰ শেষ হ’ব তেতিয়া নো কি কৰিবগৈ?”

“কি কৰিবগৈ আৰু! নিজৰ জন্মদাতা সকলৰ ধন-সম্পত্তিকে আদায় কৰি তাৰ ওপৰতে নিজেও চলিব আৰু লগৰীয়া বন্ধু-বান্ধৱ, অনুচৰবৰ্গ আৰু সঙ্গিনী সকলকো পোহপাল দিব।”

“ওঁ, এতিয়া বুজি পাইছোঁ। অৰ্থাৎ যি জনতাই এই স্বেচ্ছাচাৰী শাসকক জন্ম দিলে সেই জনতায়েই তাক লগৰীয়াবোৰৰে সৈতে পোহপাল দি থাকিব লাগিব।”

“তাকে নকৰি আৰু উপায় কি?”

মই তেতিয়া ক’লোঁ, “কিন্তু তোমাৰ কথাষাৰ অলপ বুজাই কোৱাঁচোন। জনসাধাৰণে এইটোত আপত্তি কৰি যদি কয় যে ডেকা পুতেকক পোহপাল দিবলৈ বাপেকক বাধ্য কৰোৱাটো অন্যায় কথা, বুঢ়া অৱস্থাত বাপেকক পুতেকেহে খুৱাব লাগে; আৰু যদি কয় যে তেওঁলোকে তাক জন্ম দি শাসনত বহুৱাওঁতে এইটো কেতিয়াও ভবা নাছিল যে ডাঙৰ হৈ তেওঁলোককেই তাৰ গোলামৰো গোলামত পৰিণত কৰিব আৰু লগৰীয়া প্ৰজাকৰ সৈতে তাক তেওঁলোকেই পুহিব লাগিবগৈ; বৰঞ্চ ভাবিছিল, তাৰ শাসনে ৰাজ্যত থকা সম্ভ্ৰান্ত নামধাৰী ধনী শ্ৰেণীৰ কবলৰপৰা তেওঁলোকক হে মুক্ত কৰিব। এইদৰে কৈ যদি জনসাধাৰণে লগলাগি এই শাসকক লগৰীয়াসহ ৰাজ্যৰ পৰা বাহিৰ কৰি দিয়ে—যেনেকৈ দুৰ্দ্দান্ত বন্ধুবান্ধৱৰে সৈতে দুষ্ট পুতেকক ঘৰৰ পৰা বাপেকে খেদি দিয়ে—তেতিয়া বাৰু কি হ’ব বুলি ভাবাঁ?”

“কি হ’ব আৰু! শেহত জনসাধাৰণে নিজৰ অক্ষমতা বুজি পাবগৈ। যি শিশুক তেওঁলোকেই জন্ম দিলে, যাৰ ওপৰতেই বহুত আশা আছিল আৰু যাক বহুত ওপৰলৈ তুলিলে তাকেই এতিয়া খেদাবলৈ যোৱা মানে দুৰ্ব্বলজনে শক্তিশালীজনৰ বিৰুদ্ধে যোৱা হে হ’ব।”

“কি ক’লাঁ তুমি! বাপেকে যদি স্বেচ্ছাচাৰী পুতেকৰ ইচ্ছা পূৰণ নকৰে তেন্তে সেই পুতেকে বাপেকৰ গাত অস্ত্ৰ বহুৱাবলৈকে আগবাঢ়িব নে?”

"ওঁ আগবাঢ়িবতো। বাপেকৰ হাতৰ অস্ত্ৰ সি কাঢ়ি ললেই যেতিয়া সেইটো কৰা নো কি কথা?"

"তুমি তেন্তে স্বেচ্ছাচাৰী শাসকক পিতৃঘাতক তথা পুৰণিকালৰ নিষ্ঠুৰ ধাত্ৰী বুলি ক'ব খুজিছাঁ? অৰ্থাৎ এতিয়া আৰু সেই শাসকৰ শাসন দেখদেখকৈ পূৰ্ণমাত্ৰায় স্বেচ্ছাচাৰী শাসনত পৰিণত হৈ পৰিল! কথাতে কয় নহয় বোলে তপত খোলাৰ পৰা গৈ পকা-অঙঠাত পৰিলগৈ। এই মানুহ খিনিও গণতন্ত্ৰত স্বাধীন মানুহৰ শাসনৰ তপত খোলাৰপৰা স্বেচ্ছাচাৰতন্ত্ৰত গোলামৰ নিষ্ঠুৰ শাসনৰ পকা-অঙঠাত পৰিবগৈ। অৰ্থাৎ, অবাধ আৰু অপৰিপক্ক স্বাধীনতাৰ পোছাকৰ সলনি অতিপাত জঘন্য দাসত্বৰ নতুন পোছাক গাত সুমুৰাই ল'ব।"

"এৰা। এয়েই হ'ল ঘটনাচক্ৰ।"

"বাৰু তেনেহ'লে, গণতন্ত্ৰই কেনেদৰে স্বেচ্ছাচাৰতন্ত্ৰৰ ৰূপ লয়গৈ আৰু স্বেচ্ছাচাৰী শাসনৰ চৰিত্ৰ কেনে বিধৰ হয়গৈ—এই তুইটা কথা সুন্দৰকৈ দেখুৱালোঁহক বুলি এতিয়া আমি ক'লে কোনোবাই নহয় বুলি ক'ব নে?"

তেওঁ উত্তৰ দিলে, "আমাৰ আলোচনাত ইমান সুন্দৰকৈ দেখুৱাই দিয়াৰ পাচত আৰু কোনে তেনেকৈ ক'ব?"

## ৯ম খণ্ড

তাৰ পাচত মই ক'লোঁ, "এতিয়া গণতান্ত্রিক মানুহ এজন কেনেকৈ নো স্বেচ্ছাচাৰী শাসকত পৰিণত হয়গৈ, এই পৰিবৰ্ত্তন হোৱাৰ পিচত নো সেই স্বেচ্ছাচাৰী জনৰ চৰিত্ৰ কেনে হয়গৈ আৰু তেওঁৰ জীৱন নো সুখৰে হয় নে দুখৰে হয়গৈ—এই খিনি কথাৰ হে মাথোন অনুসন্ধান কৰিবলৈ বাকী আছে।"

তেওঁ ক'লে, "হয়। এইখিনি এতিয়াও বাকী ৰৈছে।"

মই সুধিলোঁ, "পিচে, মই বাৰু এতিয়াও কিটো বিচাৰি ফুৰিছোঁ ক'ব পাৰানে ?"

"কি নো বিচাৰিছাঁ ?"

"কথা হৈছে, ক্ষুধা কিমান বিধৰ আৰু তাৰ প্ৰকৃতি কি—এই কথাৰ সঠিক ব্যাখ্যা এতিয়াও কৰা হোৱা নাই। এইটো অভাব পূৰণ নোহোৱালৈকে আমাৰ অনুসন্ধানৰ পথ মুকলি নহয়।"

"এই অভাৱ পূৰণৰ বাবে এতিয়াও সময় উকলি যোৱা নাই নহয়। গ'ল জানো ?"

"নাই, নাই যোৱা। প্ৰথমতে বাৰু আমাৰ আলোচ্য বিষয়টোৰ বৈশিষ্ট্যৰ কথাকে কওঁ। সেই বৈশিষ্ট্য হ'ল এনে। অলাগতিয়াল সুখ-সম্ভোগৰ ক্ষুধাৰ ভিতৰত কিছুমান হ'ল নিষিদ্ধ। অথচ এই-বোৰেই প্ৰত্যেক মানুহৰ জন্মগত প্ৰবৃত্তি। অৱশ্যে আইনৰ শাসন আৰু বিবেকৰ নিৰ্দ্দেশত চলা উৎকৃষ্ট বিধ ক্ষুধাৰ নিয়ন্ত্ৰণত পৰি এভাগ মানুহে এনে অলাগতিয়াল ক্ষুধাৰপৰা একেবাৰে হাত সাৰি থাকে ; একেবাৰে নোৱাৰিলেও অন্ততঃ সেইবোৰৰ ভিতৰত দুৰ্ব্বল দুই-চাৰিটাৰ বাদে বাকীবোৰৰ হাত সাৰিব পাৰে। কিন্তু বাদ-বাকী মানুহখিনিৰ মনত এইবোৰ ক্ষুধা উগ্ৰ আৰু অসংখ্যাত ৰূপতেই থাকে।"

"কিন্তু, তুমি নো কোনবোৰ ক্ষুধাৰ কথা কৈছা ?"

"আত্মা নিদ্ৰাত থকা অৱস্থাত উত্তেজিত হৈ পৰা ক্ষুধাবোৰৰ কথাকে কৈছোঁ। যেতিয়াই আত্মাৰ বিবেচক আৰু সংযমী অংশটো নিদ্ৰাত পৰে আৰু বিবেকৰো টোপনি যায় তেতিয়াই আত্মাৰ ইটো অংশই অৰ্থাৎ, বনৰীয়া জন্তুস্বৰূপ অংশটোৱে, মদ-মাংসেৰে তৃপ্ত হৈ উত্তেজিত হৈ পৰে আৰু সি তেতিয়া টোপনিক খেদি দি সপোনত তাৰ বাসনা চৰিতাৰ্থ কৰিবলৈ আগবাঢ়ে। তুমি দেখোন জানাই যে এনে মুহূৰ্ত্তত ই কৰিব নোৱাৰা কাম একো নাই। সেই সময়ত সি সকলো লাজ-চৰম বা যুক্তি-বিবেচনা জলাঞ্জলি দিব। স্বপ্ন-জগতত তেতিয়া সি আনকি কোনোবা মাতৃ বা যেই কোনো মানুহ বা দেব-দেবী নাইবা জীৱ-জন্তুৰ লগত অপৱিত্ৰ কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈকো পাচ নুহুঁহকিব। আনকি জঘন্য হত্যাকাণ্ড আৰু ভ্ৰষ্টাচাৰৰ বাবেও কোনো সঙ্কোচ নকৰিব। একে আষাৰে ক'বলৈ গ'লে, অবিবেচনা আৰু দুঃসাহসৰ সকলো সীমা চেৰাই যাব।"

"তোমাৰ বৰ্ণনাটো বৰ সুন্দৰ হৈছে।"

"কিন্তু যেতিয়া মানুহৰ মন সংযমী আৰু দেহা সুস্থ হয় আৰু যেতিয়া মানুহে শুবলৈ যাওঁতে আত্মাৰ বিবেকী অংশটোক সজ চিন্তা আৰু শুদ্ধ বিচাৰত নিযুক্ত কৰি ৰাখে তেতিয়া হ'লে কথা সুকীয়া হ'ব। তদুপৰি, যেতিয়া ক্ষুধাৰ অংশটোক একেবাৰে লঘোনে থাকিবলৈও দিয়া নহয় আৰু অতিৰিক্ত ভোজন কৰিবলৈকো দিয়া নহয়, তেতিয়াও ই টোপনিত লাল-কাল দিব। তেতিয়া এই অংশটোৰ আনন্দ-বেজাৰে আত্মাৰ শ্ৰেষ্ঠ অংশটোক আমনি দিবগৈ নোৱাৰে। শ্ৰেষ্ঠ অংশটোৱেও সেইবাবে মুক্ত হৈ পৱিত্ৰ ভাৱে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ কথা চিন্তা কৰিবপৰা হয়। সেই একে-দৰেই যদি তেওঁ খং-ৰাগৰ উদণ্ড প্ৰবৃত্তিবোৰ দমন কৰি লৈ টোপনিত পৰেগৈ, আৰু যদি প্ৰকৃততে তেওঁৰ আত্মাৰ তিনিটা অংশৰ দুটা অংশক শান্ত কৰি আৰু তৃতীয় অংশটোক অৰ্থাৎ চেতনাৰ অংশটোক জাগ্ৰত ৰাখি শুবলৈ যায়, তেতিয়াই তেওঁৰ বাবে সত্য উপলব্ধিৰ পথ প্ৰশস্ত হৈ পৰিব। তেতিয়া সপোনতো তেওঁ কোনো অসঙ্গত বস্তু দেখিবলৈ নাপাব।"

"এই বিষয়ত তোমাৰে মোৰে একেবাৰে একে মত।"

"কিন্তু, ৰ'বাঁ, আমি এইবোৰ আলোচনা কৰিবলৈ গৈ বহুত দূৰ আঁতৰিয়েই আহিলোঁ দেখোন। আমি উলিয়াব খোজা কথাষাৰ হ'ল যে আমাৰ প্ৰত্যেকৰে মনত এই বিধ বনৰীয়া, উদণ্ড ক্ষুধা থাকেই, যদিও কোনো কোনো মানুহ দেখাত বৰ শান্ত-শিষ্ট হৈ থাকে। টোপনিৰ অৱস্থাত হে এই কথা ধৰা পৰে। কোৱাঁচোন বাৰু, মই কোৱা কথাষাৰ সঁচা নে মিছা? মোৰ লগত তোমাৰ মত মিলিছে নে নাই?"

"তোমাৰ লগত মোৰ মত সম্পূৰ্ণ মিলিছে।"

"তেনেহ'লে, জনতাৰ প্ৰতিনিধি জনৰ গাত যি চৰিত্ৰ আছে বুলি আমি কৈছিলোঁ তালৈকে চোৱাঁচোন। এইবিধ মানুহৰ গুৰি-গোষ্ঠীৰ পম খেদিলে দেখিবাঁ, সৰুৰেপৰা সি কৃপণ বাপেকৰ শাসনতেই উঠিছে। তাৰ বাপেকে একমাত্ৰ ধন ঘটা প্ৰবৃত্তিকে হে সম্মানৰ চকুৰে চাইছিল আৰু আমোদ-প্ৰমোদ কৰা বা ধুন-পেঁচ মৰাৰ কথা সমূলি দেখিব নোৱাৰিছিল।"

"হয়।"

"কিন্তু, এই পুতেক ডেকা হৈ যেতিয়া চৌখীনবোৰৰ সংস্পৰ্শত আহিবলৈ ধৰিলে তেতিয়া সি বাপেকৰ কৃপণালিক ঘিণ কৰিবলৈ ল'লে। আমি এতিয়া যিবোৰ অসঙ্গত ক্ষুধাৰ কথা ক'লোঁ এই চৌখীন মানুহবোৰ তেনে ক্ষুধা পূৰণতেই তেনেই মজি থাকে। সিহঁতকে অনুকৰণ কৰি ডেকা পুতেকো উন্মত্ত হৈ পৰে। পিচে, এই ডেকাৰ চৰিত্ৰ প্ৰলোভনকাৰী বোৰতকৈ উন্নত হোৱাত তাৰ মনত দুফালৰ পৰা টনা-আজোৰা আৰম্ভ হয়। শেহান্তত সি মধ্যম পন্থাটোকে বাছি লয়। এই মধ্যম পথকে গ্ৰহণ কৰি সি দুই বিধকে উপভোগ কৰিবলৈ ধৰে। এতিয়া সি ভাবে, সি আনন্দ উপভোগত মিতাচাৰী হৈ মধ্যম পন্থাত চলিছে অৰ্থাৎ কৃপণালি কৰি ঠেক মনৰ পৰিচয়ো দিয়া নাই আৰু অবাধ আনন্দ উপভোগত গা ঢালিও দিয়া নাই। এইদৰেই অল্পতান্ত্ৰিক মানুহটো গণতান্ত্ৰিক মানুহলৈ পৰিবৰ্ত্তিত হয়গৈ।

"হয়। এনে মানুহৰ বিষয়ত আমাৰ ধাৰণা এইটোৱেই হৈছিল। অৱশ্যে এতিয়াও সেই ধাৰণায়েই আছে।"

মই তেতিয়া ক'লোঁ, "এতিয়া বাৰু মনতে ভাবি লোৱাঁচোন জানিবা এই ডেকা মানুহটোও গৈ বুঢ়া হ'লগৈ আৰু তাৰ পুতেকটোও তাৰ নিচিনা হৈয়েই উঠিছে।"

"লৈছোঁ বাৰু।"

"লগতে, এই পুতেকো তাৰ বাপেকৰ নিচিনাকৈয়েই ডাঙৰ-দীঘল হৈছে বুলি ভাবি লোৱাঁ। ডেকা বয়সত উদণ্ড হৈ তাকো আইনৰ সীমা পাৰ হৈ যাবলৈ ফুচুলোৱা হৈছে, নাইবা তাৰ প্ৰলোভন-কাৰীহঁতৰ ভাষাত ক'বলৈ গ'লে, তাক পূৰ্ণ স্বাধীনতা উপভোগ কৰিবলৈ দিয়া হৈছে। আনহাতে তাৰ বাপেক আৰু সম্পৰ্কীয় মানুহবোৰে তাক সীমা চেৰাই নগৈ মধ্যম পন্থা ল'বলৈ কৈছে। যেতিয়া এই ভয়ঙ্কৰ প্ৰলোভনকাৰীৰ দলটোৱে ডেকা মানুহক স্বেচ্ছাচাৰী শাসকৰ চৰিত্ৰ অনুকৰণ কৰাবলৈ অন্য প্ৰলোভনেৰে নোৱাৰে, তেতিয়া সিহঁতে ডেকাবোৰৰ মনত এবিধ ভয়ানক উত্তেজনাৰ সৃষ্টি কৰি দিয়ে। এই উত্তেজনাই সিহঁতৰ অন্তৰত শুই থকা ক্ষুধাবোৰক জগাই দিয়ে, আৰু তেতিয়া এই ক্ষুধাবোৰে ধাহিমুহি য'তেই যিহকে পায় তাকেই গ্ৰাস কৰিবলৈ ধৰে। এই উত্তেজনাকে এবিধ প্ৰকাণ্ড পাখীলগা মতা-মৌ বুলিব পাৰোঁ। তাৰ বাহিৰে নো, এনে মানুহৰ মনত হোৱা এনে উত্তেজনাক আৰু কি বুলি ক'বাঁ?"

"ওহোঁ, অইন কোনো প্ৰকাৰে বৰ্ণাব নোৱাৰি।"

"তাৰ পাচতে আন আন বাসনাবোৰে ধুপধুনা, সুগন্ধি দ্ৰব্য আৰু ফুলৰ মালা লৈ আহি মৌ-জাকৰ দৰে মতা-মৌটোৰ চাৰিওকাষে গুণগুণাই ফুৰেহি। এই গুণগুণনিয়ে মতা-মৌটোৰ অন্তৰত ইন্দ্ৰিয়-সুখৰ ক্ষুধা জগাই তোলে। ইফালে, তাৰ মনত অনন্ত কামনাৰ কামোৰণি তুলিব নোৱৰালৈকে সেই বাসনাবোৰে তাক পৰিচৰ্য্যা কৰিবলৈ নেৰে। সেই মুহূৰ্ত্তৰপৰা আত্মাৰ ওপৰত উত্তেজনাই আধিপত্য স্থাপন কৰে। আত্মাৰ গা-ৰখীয়া দলটোৰ ওপৰত উগ্ৰচণ্ডী হৈ বাসনাবোৰ একেবাৰে বলিয়া হৈ পৰে। তেনে অৱস্থাত সি যদি তাৰ অন্তৰত এনে কিবা অনুভূতি বা বাসনা থকা যেন পায় যাৰ পৰা হয়তো কিবা অনুশোচনাৰ ভাব আহিব পাৰে, তেনেহ'লে সেইবোৰ অনুভূতিক ততালিকে সি মষিমূৰ কৰি পেলাব নাইবা সেইবোৰক

অন্তৰৰপৰা বাহিৰ কৰি দিব। এই দৰেই সি সকলো সংযম ভাবক নির্বাসন দি অন্তৰ শূন্য কৰি পেলাব; পেলাই, উন্মত্ততাক আদৰি আনি সেই শূন্য ঠাইত প্রতিষ্ঠা কৰিব।"

"ঠিক। স্বেচ্ছাচাৰী পুৰুষৰ জন্মবৃত্তান্ত তুমি অতি সুন্দৰকৈ দিব পৰিছাঁ।"

"এই কাৰণেই জানো অতীজৰে পৰা প্রেমক স্বেচ্ছাচাৰী বোলা হোৱা নাই?"

"বোধহয় বোলা হৈছে।"

"আকৌ বন্ধু; মতলীয়া মানুহকো এনে স্বেচ্ছাচাৰী মেজাজ থকা বুলিয়েই ক'ব নোৱাৰি জানো?"

"হয়, পাৰি।"

"আকৌ, আমি এইটোও জানো যে বলিয়া বা বাতুল এটাই সমগ্র পৃথিবীৰে সম্রাট কিয়, স্বর্গৰো অধিপতি বুলি ভাবে আৰু তেনে সম্রাট হোৱাৰ সপোন দেখে।"

"হয়।"

"এতেকে প্রিয় বন্ধু! জন্মগত চৰিত্রৰ কাৰণেই হওক, সঙ্গদোষতেই হওক, নাইবা দুয়োটাৰ কাৰণতেই হওক, সুৰা, প্রেম আৰু বাতুলতাৰ দাস হৈ পৰিলেই মানুহ স্বেচ্ছাচাৰী হয়।"

"হয়, ঠিক ধৰিছাঁ।"

"গতিকে, এয়েই হ'ল স্বেচ্ছাচাৰী শাসকৰ উৎপত্তি আৰু এয়েই হ'ল তেনে শাসকৰ প্রকৃতি। বাৰু, এতিয়া কোৱাঁচোন, এই মানুহটোৰ জীৱন কেনে ধৰণৰ হ'ব?"

তেওঁ উত্তৰ দিলে, "ওহোঁ। মই নকওঁ। তুমিয়েহে ক'ব লাগিব।"

"বাৰু তেন্তে! মই ক'বলৈ গ'লে, তেতিয়াৰেপৰা সেই মানুহটোৰ সমস্ত আত্মা স্বেচ্ছাচাৰী উন্মত্ততাই সম্পূর্ণ দখল কৰি ল'ব। আৰু সি ভোজ-ভাত, আমোদ-প্রমোদ আৰু নাৰী-সঙ্গতে বিভোল হৈ থাকিব।"

"ওঁ, এইটোৱেই হ'ব গৈ।"

"তেনেহ'লে জানো নিতৌ ন-ন বিধৰ ক্ষুধা উদ্ভৱ নহ'ব?"

"কিয় নহ'ব? অলেখ জন্ম হ'ব।"

"তেন্তে, সেই ক্ষুধা চৰিতাৰ্থ কৰিবলৈ যাওঁতে তাৰ উপাৰ্জ্জনৰ ধন সকলো শেষ হ'বগৈ।"

"নহৈ আৰু কি হ'ব ?"

"এতেকে তাৰ পাচতেই সি ধাৰ-ঋণ কৰি ধন গোটোৱাৰ নানান্ কৌশল অৱলম্বন কৰিব আৰু যি য'ত আছে নিজৰ সম্পত্তিও বিক্ৰী কৰিবলৈ ধৰিব।"

"নিশ্চয় ধৰিব।"

"যেতিয়া তাৰ হাতত ধন নোহোৱা হৈ যাব তেতিয়া জানো তাৰ অন্তৰত থিতাপি লোৱা দুৰ্দ্দান্ত ক্ষুধাবোৰে মূৰ দাঙি নুঠিব ? সেই ক্ষুধাবোৰৰ তাড়নাতে আৰু বিশেষকৈ যি উদণ্ড প্ৰবৃত্তিক এই ক্ষুধাবোৰে সেৱা কৰি কৰিছে সেই প্ৰবৃত্তিৰ তাড়নাত এই বিধ মানুহ জানো উন্মত্ত হৈ নুঠিব ? আৰু, এইদৰে উন্মত্ত হৈ সম্পত্তিশালী ধনীবোৰক লুটপাত কৰিবলৈ হত্যাকাণ্ড আৰু প্ৰৱঞ্চনাৰ আশ্ৰয় নল'ব ?"

"হয়, সেইটো কৰিবই।"

"গতিকে য'তে যেনেকৈ পায় লুটিপুতি হ'লেও সি ধন যোগাৰ কৰিবই লাগিব। তাকে নোৱাৰিলে অশেষ যন্ত্ৰণা ভুগিব লাগিব।"

"হয়, ভুগিব লাগিব।"

"কিন্তু, পাচত উদ্ভৱ হোৱা বাসনাবোৰে পুৰণিবোৰক যেনেকৈ খেদি দি আত্মাত থিতাপি ল'লেহি, ঠিক তেনেকৈয়েই জানো এই ডেকা পুতেকেও তাৰ বৃদ্ধ পিতা-মাতাক খেদি দিবলৈ চেষ্টা নকৰিব ? তদুপৰি, তাৰ নিজৰ ভাগৰ ধন-সম্পত্তি উপান্ত কৰাৰ পাচত মাক-বাপেকৰ ধন-সম্পত্তিতো হাত দিবলৈ নেযাব ?"

"সেই বিষয়ে আৰু কোনো সন্দেহেই থাকিব নোৱাৰে।"

"আৰু যদিহে মাক-বাপেকে তাক সেই কামত বাধা দিয়ে তেন্তে সি জানো প্ৰথমতে তেওঁলোকক প্ৰবঞ্চনা কৰিবলৈ নেচাব ?"

"চাবই।"

"যদিহে ভুৱা দিয়াটো বা ঠগিবপৰাটো সম্ভৱ নহয় তেনেহ'লে সি জানো জোৰকৈ, মাৰধৰ কৰি তেওঁলোকৰ সম্পত্তি দখল কৰিবলৈ নেযাব ?"

"যাব।"

"যদি তাৰ বুঢ়া মাক-বাপেকে আত্মৰক্ষা কৰিবলৈ সাজু হয় আৰু তাক বাধা দিয়ে তেতিয়াও জানো তাৰ বিবেক উদয় হ'ব আৰু তাৰ অত্যাচাৰী কামবোৰ এৰি দিব?"

"এনে মানুহৰ মাক-বাপেক কোনোমতেই সাৰি যাব পাৰিব বুলি মই হ'লে বিশ্বাস নকৰোঁ।"

"নহয়, এডিমেণ্টচ। তোমাক বিবেচনা কৰিবলৈ কৈছোঁ এইষাৰ কথা হে। অৰ্থাৎ তাৰে সৈতে তেজ-মঙ্গহৰ সম্বন্ধ নথকা প্ৰেমিকাৰ প্ৰতি তাৰ যি আসক্তি সেই আসক্তি হ'ল নতুন বন্ধু; কিন্তু আপোন মাঁকজনীলৈ তাৰ যিটো মৰম সেই মৰমৰ সম্বন্ধ হ'ল বহুত পুৰণি। সেইদৰে, তাৰ যি বোৰ নতুন বন্ধু গোট খাইছে সেইবোৰ যৌৱনৰ ভৰত প্ৰফুল্লিত হৈ থাকিলেও তাৰ আপোন হ'ব নোৱাৰে। আনহাতে, বাৰ্দ্ধক্যত জুৰুলা হৈ পৰিলেও তাৰ বাপেক হ'ল তাৰ অতি আপোন আৰু পুৰণি বন্ধু। বাপেকলৈ থকা গভীৰ স্নেহৰ তুলনাত নতুন বন্ধুলৈ হোৱা মৰম মাত্ৰ সৌ-সিদিনাৰ হে। এনে অৱস্থাত বাৰু তাৰ নতুন প্ৰেমিকা আৰু নতুন বন্ধু-বান্ধবৰ বাবেই সি মাক-বাপেকক মাৰধৰ কৰিব বুলি তুমি বিশ্বাস কৰাঁ নে? আৰু, সি বাৰু এই প্ৰেমিকা-তিৰোতা আৰু বন্ধুবোৰক তাৰ ঘৰত সুমুৱাই তাৰ মাক-বাপেকক সেইবোৰৰ দাস-দাসীত পৰিণত কৰিব বুলি তুমি ভাবাঁ নে?"

তেওঁ উত্তৰ দিলে, "মোৰ বিশ্বাস সেইটোকে কৰিব।"

"তেনেহ'লে অত্যাচাৰী পুত্ৰ জন্ম দিয়াটো সুখৰ কথা নহ'ব।"

"এৰা নহ'ব।"

"বাৰু, পিচে যেতিয়া তাৰ মাক-বাপেকৰ ধন-সম্পত্তিও অন্ত পৰিবগৈ আৰু ইফালে ন-ন বিধ আমোদ-প্ৰমোদৰ বাসনাই তাক জুমুৰি দি ধৰিবহি, তেতিয়া বাৰু সি কি কৰিব?—তেতিয়া, প্ৰথমতে সি গৈ পৰৰ ঘৰত সিন্ধি দিবলৈ নেযাব নে নাইবা নিশা আশ্ৰয় লোৱা পথিকক আক্ৰমণ কৰি লুটপাত কৰিবলৈ নেযাব নে? আকৌ, সেইবোৰ কৰাৰ পাচত সি বাৰু মঠ-মন্দিৰৰ ভঁৰাল উদং কৰি নেপেলা বগৈ নে? ইফালে, ন্যায়-অন্যায়ৰ বিশ্বাসো তাৰ সলনি

হৈ নপৰিব নে? ভাল কাম-বেয়া কামৰ যিবোৰ বিশ্বাস সৰু কালৰেপৰা ইমান দিনে ন্যায্য বুলি মানি আহিছিল সেইবোৰ এতিয়া তল পৰিব আৰু এতিয়া নতুনকৈ যিবোৰ ধাৰণা মনত সোমাইছে সেইবোৰ ওপৰ উঠিব। এই নতুন বিশ্বাসবোৰেই হ'ল উদণ্ড অনুৰাগৰ সমৰ্থক আৰু সেই অনুৰাগৰ সহায়তেই এই বিশ্বাসবোৰেও প্ৰাধান্য লাভ কৰিছে। অৰ্থাৎ, গণতান্ত্ৰিক জীৱন যাপন কৰি আইনৰ অনুশাসন আৰু বাপেকৰ কৰ্তৃত্ব মানি চলা দিনলৈকে এই বিধ নতুন বিশ্বাস আৰু বাসনাই কেতিয়াবা টোপনি অৱস্থাত হে দেখা দিব পাৰিছিল; কিন্তু এতিয়া উদণ্ড প্ৰবৃত্তিয়ে তাৰ মনত পূৰ্ণ কৰ্তৃত্ব স্থাপন কৰাৰ পাচত সেইবোৰ বিশ্বাসেই দিঠকতো জয় লাভ কৰিব পৰা হ'ল। আগতে নিদ্ৰা অৱস্থাত স্বপ্নত হে কেতিয়াবা কেতিয়াবা যি বিলাক অপকৰ্ম্ম কৰিছিল, এতিয়া সেই সকলোবোৰকে সি জাগ্ৰত অৱস্থাতেই কৰিবলৈ ধৰিব। এতিয়া আৰু সি যি কোনো অমানুষিক হত্যাকাণ্ড কৰিবলৈ বা যি কোনো নিষিদ্ধ খাদ্য খাবলৈ বা যি কোনো অন্যায় কাম সমাধা কৰিবলৈ অকণো পাচ নোহোহঁকে। উদণ্ড ক্ষুধাই এই ডেকাৰ উচ্ছৃঙ্খল মনত সম্পূৰ্ণ আধিপত্য বিস্তাৰ কৰিব। উদণ্ড ক্ষুধাক সহায় কৰিবলৈ চাৰিওপিনে বেৰি থাকিব অলেখ অনুগামী বাসনাই, যি বোৰৰ কিছুমান আহিছে এই ডেকাৰ কুসঙ্গীবোৰৰপৰা আৰু কিছুমানৰ উৎপত্তি হৈছে ডেকাৰ নিজৰ সংযমহীন মনতেই। এনে এটা অৱস্থাত, স্বেচ্ছাচাৰী শাসকে নিজক আৰু তাৰ অনুগামীবোৰক ৰক্ষা কৰিবলৈ যি কৰিছিল তাকেই এই মনৰ অধিপতি উদণ্ড ক্ষুধায়ো কৰিব। অৰ্থাৎ, উদণ্ড ক্ষুধাই নিজক ৰক্ষা কৰিবলৈ আৰু অনুগামী বাসনাবোৰক বচাবলৈ যি কোনো কদৰ্য্য কাৰ্য্যলৈকে আগবাঢ়িব। হয় নে নহয় বাৰু? এই মানুহটোৰ জীৱন বৰ্ণনা কৰোঁতে মোৰ ভুল হৈছে নে কি?"

তেওঁ উত্তৰ দিলে, "ওহোঁ, নাই হোৱা"

তেতিয়া মই আকৌ ক'লোঁ, "ৰাজ্যৰ ভিতৰত এনে উদণ্ড বিধ চৰিত্ৰৰ মানুহ যেতিয়া এমুঠিমান হে হৈ থাকে আৰু বাকী সৰহভাগ শান্তিপ্ৰিয় হয়, তেতিয়া উদণ্ডবোৰে নিজৰ দেশ এৰি অন্য দেশৰ অত্যাচাৰী শাসকৰ লগৰীয়া হয়গৈ, নাইবা ক'ৰবাত যুদ্ধ লাগিলে

সৈন্যবাহিনীত যোগ দিয়েগৈ। কিন্তু যুদ্ধ-বিগ্ৰহ নোহোৱা সময়ত সিহঁতে ৰাজ্যৰ ভিতৰতে সৰুসুৰা অপকৰ্ম্ম কৰিবলৈ লয়।"

"কেনে বিধ অপকৰ্ম্মৰ কথা নো কৈছা?

"যেনে, চুৰ কৰা, সিন্ধি দিয়া, জেপলোৰোকা, কাপোৰ-কানি সৰকোৱা, মন্দিৰৰ বস্তু অপহৰণ কৰা ইত্যাদি। আৰু, যিবোৰ কথকী আৰু চতুৰ সিহঁতে লগনীয়া-টুটকীয়াৰ কাম কৰে, মিছা সাক্ষী দিয়ে আৰু প্ৰবঞ্চনা কৰি পইচা খায়।"

"সঁচা কথা। অপকৰ্ম্মকাৰীৰ সংখ্যা সামান্য হ'লে অৱশ্যে এইবোৰ কামক সৰুসুৰা অপকৰ্ম্ম বুলিবপৰা হয়।"

মই ক'লোঁ, "সৰুসুৰা বোলা কথাষাৰ তুলনামূলক কথা হে। আমি যে অপকৰ্ম্মবোৰৰ কথা ক'লোঁ সেই আটাইবোৰ লগলাগি ও অতি বেচি অপকাৰ সাধিব নোৱাৰে। মানুহে কোৱাৰ নিচিনাকৈ, স্বেচ্ছাচাৰী শাসকৰ শাসনে ৰাজ্য এখনৰ যিমান বেচি অধঃপতন আৰু দুৰ্গতি কৰে সিমানখিনিৰ ওচৰ এই অপকৰ্ম্মকাৰীবোৰ চাপিব নোৱাৰেগৈ। এনে অপকৰ্ম্মত লিপ্ত থকা মানুহ আৰু সিহঁতৰ সহযোগীবোৰৰ সংখ্যা ৰাজ্যৰ ভিতৰত যেতিয়াই অতিপাতকৈ বাঢ়িবলৈ ধৰে, তেতিয়া হে সিহঁত পৰাক্ৰমী হৈ উঠে। সৰ্ব্বসাধাৰণৰ অজ্ঞতা আৰু উদাসীনতাৰ সুযোগ গ্ৰহণ কৰি তেতিয়া সিহঁতৰ মাজৰেপৰা স্বেচ্ছাচাৰী শাসক ওলায়। সিহঁতৰ ভিতৰত যিটোৰেই মন অতিপাত স্বেচ্ছাচাৰী হৈ উঠিছে সিয়েই স্বেচ্ছাচাৰী শাসক হয়গৈ।

"হয়। তেনে মানুহেই হ'ব, কিয়নো তাৰ মনৰ ভিতৰতে স্বেচ্ছাচাৰী মানুহটো সোমাই আছে।"

"নাগৰিকবোৰে যদি একো মাত নমতাকৈ এনে অত্যাচাৰী শাসকক মানি লয় সকলো সুকলমে চলি যাব। কিন্তু যদি হে নাগৰিকে প্ৰতিবাদ কৰিবলৈ ওলায় তেন্তে এই স্বেচ্ছাচাৰী শাসকে, আগতে তাৰ মাক-বাপেকক যেনেকৈ দমন কৰিছিল তেনেকৈয়ে এতিয়া তাৰ পিতৃ ভূমিক বা ক্ৰীটীয় সকলৰ মতে মাতৃভূমিক, দমন কৰিবলৈ ল'ব। মাক-বাপেকৰ প্ৰতি যেনেকৈ এসময়ত তাৰ মৰম-স্নেহ আছিল, এই পিতৃভূমি বা মাতৃভূমিৰ প্ৰতিও আছিল। কিন্তু

এতিয়া সেই পিতৃভূমিকে দমন কৰিব। এই কাম কৰাত তাক সহায় কৰিবলৈ সি তাৰ উদণ্ড লগৰীয়াবোৰক আহ্বান কৰিব। যি মাতৃভূমিক সি এসময়ত ভক্তি কৰিছিল সেই মাতৃভূমিকে সি এতিয়া এই উদণ্ড সহযোগীবোৰৰ দাম্ভিক ক্ষমতাৰ দাস কৰি পেলাব। ৰাজ্যৰ নাগৰিকবোৰক এইদৰে দাসত্বৰ শিকলিৰে বান্ধি স্বেচ্ছাচাৰী শাসকে এইদৰেই উদণ্ড ক্ষুধা চৰিতাৰ্থ কৰিব।"

"হয়। ঠিক কথা কৈছা।"

"পিচে, ক্ষমতা পোৱাৰ আগতেও জানো এইবোৰ মানুহৰ চৰিত্ৰ এনেকুৱাই নাছিল? তেতিয়াও অৱশ্যে ইহঁতক তোষামোদ কৰা বা ইহঁতৰ আশ্ৰয়প্ৰাৰ্থী হোৱাবোৰেই হে ইহঁতৰ একমাত্ৰ লগৰীয়া আছিল। আনহাতে, ইহঁতৰ চৰিত্ৰ আছিল এনেকুৱা যে কাৰোবাৰপৰা কিবা সুবিধা আদায় কৰিবলৈ হ'লে ইহঁতে পোনেই ভৰিত ধৰিবগৈ আৰু অতি আপোন বন্ধু যেন হৈ পৰিবগৈ, কিন্তু যি মুহূৰ্ত্তেই কাৰ্য্য-সিদ্ধি হ'ল সেই মুহূৰ্ত্তেই অচিনাকি ভাও ধৰি আঁতৰ হ'ব।"

"সঁচা কথা।"

"গতিকে এইদৰেই সিহঁতে গোটেই জীৱনটো বন্ধুহীন ভাৱেই কটাব লগা হয়। সিহঁত, হয় শাসক, নহয়, গোলাম। স্বেচ্ছাচাৰী শাসকে যথাৰ্থ স্বাধীনতা আৰু নিস্বাৰ্থ বন্ধুত্বৰ সোৱাদ কোনো কালেই নাপায়।"

"কেতিয়াও নাপায়।

"তেন্তে এই মানুহবোৰকে বিশ্বাসঘাতক বুলিব নেলাগিব জানো?"

"কিয় নেলাগিব? লাগিবই।"

"অকল বিশ্বাসঘাতকেই নহয়। ন্যায়ধৰ্ম্ম সম্পৰ্কে আমি কৰি অহা সিদ্ধান্ত যদি অভ্ৰান্ত হৈছে তেনেহ'লে ইহঁতবোৰেই হ'ল চৰম অন্যায়ধৰ্ম্মী।"

"আমাৰ সেই সিদ্ধান্ত নো শুদ্ধ নহ'ব কিয়?"

"এতেকে স্বেচ্ছাচাৰী মানুহটোৰ চৰিত্ৰ হ'ল এইটোৱেই। মানুহে যি বোৰ কদৰ্য্য কাম সপোনত হে কৰে বুলি আমি কৈছিলোঁ এই মানুহটোৱে তেনেবোৰ কাম সাৰে থকা অৱস্থাতেই কৰে।"

"হয়। ঠিক ধৰিছাঁ।"

"অবাধ ক্ষমতা লাভ কৰা স্বেচ্ছাচাৰী শাসকৰ অৱস্থা এনেকুৱাই হয়গৈ। তাৰ স্বেচ্ছাচাৰী জীৱন যিমানে দীঘলীয়া হ'ব, সিমানে আমাৰ এই বৰ্ণনা তাৰ গাত বেচিকৈ খাপ খাই পৰিব।"

এনেতে গ্লকনে মাত লগালে, "এইটো অৱশ্যম্ভাবী।"

মই তেতিয়া আকৌ সুধিলোঁ, "তেনেহ'লে, অতি দুৰাচাৰী মানুহেই জানো অতি দুৰ্ভগীয়াও হৈ নপৰিবগৈ? আৰু এইটোও জানো দেখা নাযাব যে যিটো মানুহে দীৰ্ঘকাল জুৰি স্বেচ্ছাচাৰ কৰিছে সেই মানুহটোৰ বিষয়ে সৰ্ব্বসাধাৰণ মানুহে যিয়েই ধাৰণা নকৰক লাগিলে, সি জানো তাৰ অত্যাচাৰী জীৱনত জোখাৰে যাতনা ভোগা নাই?"

তেওঁ উত্তৰ দিলে, "হয়। সেইটো সত্য।"

"তেন্তে আমি এতিয়া এই স্বেচ্ছাচাৰী মানুহটোকেই স্বেচ্ছাচাৰ-তন্ত্ৰৰ কৰলত পৰা ৰাজ্যখনৰ অনুৰূপ হ'ব বুলি নকৈ কি বুলি ক'ম? আৰু, সেইদৰে গণতান্ত্ৰিক মানুহটোকো গণতান্ত্ৰিক ৰাজ্যৰ অনুৰূপ বুলি নকম জানো?"

"নিশ্চয় সেইদৰেই ক'ব লাগিব।"

"এতেকে ৰাজ্যবোৰৰ মাজত যেনেকৈ এবিধৰ শ্ৰেষ্ঠতা আৰু সুখ-সম্পদৰ লগত আন এবিধৰ শ্ৰেষ্ঠতা আৰু সুখ-সম্পদৰ তুলনা কৰিব পাৰি সেইদৰে এবিধ ব্যক্তিৰ লগত আন এবিধ ব্যক্তিকো পাৰি।"

"নিঃসন্দেহে পাৰি।"

"এই ক্ষেত্ৰত প্ৰথমতেই আমি দাৰ্শনিক ৰজা এজনৰ শাসনত থকা ৰাজ্যখনৰ বৰ্ণনা দিছিলোঁহক নহয়। বাৰু, সেইখন ৰাজ্যৰ শ্ৰেষ্ঠতাৰ সৈতে স্বেচ্ছাচাৰীজনে শাসন কৰা ৰাজ্যৰ কিবা তুলনা হ'ব নে?"

তেওঁ উত্তৰ দিলে, "এই দুখন ৰাজ্য ইখন সিখনৰ সম্পূৰ্ণ বিপৰীত হ'ব। এখন হ'ব আটাইতকৈ উৎকৃষ্ট।

"কোনখন উৎকৃষ্ট আৰু কোনখন নিকৃষ্ট হ'ব সেই কথা আৰু সুধিবই নেলাগে। কিন্তু, উৎকৃষ্টখনেই যে সুখী আৰু নিকৃষ্টখনেই

যে দুৰ্ভগীয়া হ'ব সেই বুলি নো কেনেকৈ নিৰ্ণয় কৰিবাঁ? এই কথাৰ সিদ্ধান্ত কৰিবলৈ যাওঁতে অকল স্বেচ্ছাচাৰী শাসকৰ চৰিত্ৰলৈকে চালেই নহ'ব আৰু তাৰ ক্ষমতাৰ পয়োভৰৰ বাহ্যিক ৰূপটোকে চালেও নহ'ব; কিয়নো সমাজৰ ভিতৰত তাৰ নিচিনা আৰু অলেখ আছে। নাইবা, তাৰ লগৰীয়াবোৰৰ চৰিত্ৰলৈকে চাইও আমি কথাটো নিৰ্ণয় কৰিব নোৱাৰিম। আমাৰ সিদ্ধান্তলৈ অহাৰ আগতে সমগ্ৰ ৰাজ্যখনকে পৰীক্ষা কৰি চাব লাগিব আৰু চুকে-কোণে থকা আটাইবোৰ মানুহৰ চৰিত্ৰও নিৰীক্ষণ কৰিব লাগিব।"

"কথাটো তুমি ঠিকেই ধৰিছাঁ। এৰা, সকলোৱেতো ধৰিয়েই লৈছে যে স্বেচ্ছাচাৰী শাসকৰ তলত থাকিলেই ৰাজ্য এখন অতি দুৰ্ভগীয়া হ'ব আৰু দাৰ্শনিক ৰজাৰ তলত থাকিলেই আটাইতকৈ সুখী হৈ পৰিব।"

"তেনেহ'লে স্বেচ্ছাচাৰী শাসকৰ অনুৰূপ মানুহবোৰক চিনি পাবলৈ হ'লে আমি এনে এজন বিচাৰকৰ হে ওচৰ চাপিব লাগিব যি জনে মানুহৰ চৰিত্ৰৰ ভিতৰখন ভালকৈ চাব পাৰিব। সৰু ল'ৰা-ছোৱালীয়ে বাহিৰৰ জাক-জমকতা দেখিয়েই ভোল যোৱাৰ দৰে এই বিচাৰকে, স্বেচ্ছাচাৰী শাসকৰ বাহ্যিক প্ৰতাপ দেখিয়েই ভোল নাযায়। তেনে শাসকৰ অন্তৰত কি আছে সেইটোও তন্নতন্নকৈ তেওঁ পৰীক্ষা কৰি চাব। গতিকে মোৰ কথা হ'ল আমাক এনেকুৱা এজন বিচাৰক লাগে যাৰ হাতত বিচাৰৰ ৰায় দিয়াৰ ক্ষমতাতো থাকিবই, তদুপৰি যাৰ বিচাৰ তেওঁ কৰিব তাৰ সৈতে নিজে একেলগেই আছেও, তাৰ ভিতৰুৱা জীৱনৰ কথা-বতৰাও দেখিছে, আৰু পৰিয়ালৰ বাকীবোৰৰ লগত তাৰ চাল-চলন কেনে তাকো দেখিবলৈ পাই আহিছে অৰ্থাৎ, ভাৱৰীয়াৰ পোছাকটো সোলোকাই থৈ ঘৰত থকাৰ সময়তো তাক বিচাৰকে দেখিবলৈ পাইছে। ইফালে ৰাজহুৱা ক্ষেত্ৰত সি কি কৰে সেইবোৰো দেখি আছেই। এনেকে স্বেচ্ছাচাৰী শাসকৰ ভিতৰ-বাহিৰ ভালকৈ পৰীক্ষা কৰি এইজন বিচাৰকেই আমাক কওক এই স্বেচ্ছাচাৰী শাসকৰ দুখ-কষ্ট, আনন্দ-বিষাদৰ জীৱনৰ লগত আনবোৰ মানুহৰ নো কিমান মিল আছে বা থাকিব পাৰে। গতিকে, তুমি বাৰু মোৰ এই প্ৰস্তাৱটো কেনে দেখা?"

তেওঁ উত্তৰ দিলে, "এইটোৱেই আটাইতকৈ যুক্তিসঙ্গত প্ৰস্তাৱ হ'ব।"

"আমিয়েই দেখোন এই স্বেচ্ছাচাৰী শাসকক ভালকৈ চিনি পাওঁ। গতিকে যোগ্য বিচাৰকৰ আসনত আমিয়েই নিশ্চয় বহিব পাৰোঁ। আমাৰ প্ৰশ্নৰ উত্তৰ দি বিচাৰত কোনে আমাক সহায় কৰিব তাকো স্থিৰ কৰি ল'ব পাৰোঁ।"

"নিশ্চয় পাৰোঁহক।"

"বাৰু তেন্তে, আলোচনাত আমি এই ভাগেই ধৰোঁহক। ৰাজ্য আৰু ব্যক্তিৰ মাজত থকা সাদৃশ্যলৈ চকু ৰাখি প্ৰত্যেকটোকে স্বকীয়া স্বকীয়াকৈ পৰীক্ষা কৰোঁচোন; কৰি, মোক কোৱা এই দুইৰো প্ৰত্যেকেই কেনে পৰিস্থিতিত আছে।"

"তুমি নো কোন বিধ পৰিস্থিতিৰ কথা কৈছা?"

"প্ৰথম কথা হ'ল, স্বেচ্ছাচাৰী শাসকৰ অধীনত থকা ৰাজ্যখনক স্বাধীন হৈ থকা বুলি ক'বা নে গোলাম হৈ থকা বুলি কবা?"

"চূড়ান্ত গোলামী বুলি ক'ম।"

"কিন্তু, তাৰ ভিতৰতে কিছুমানক স্বাধীন নাগৰিক হৈ থকা দেখিবলৈ পাবা।"

"সঁচা, এনে বিধৰ দুই-চাৰিজন দেখা পোৱা যাব। কিন্তু মই ক'বলৈ গ'লে সৰ্ব্বসাধাৰণ ৰাইজ আৰু এই সকলৰ মাজত মূৰ জিলিকা কেইজনৰ অৱস্থাও অতিশয় ঘৃণনীয় দাসত্বৰ অৱস্থাহে হ'ব।"

"তেনেহ'লে, ব্যক্তিও যেহেতু ৰাজ্যৰে অনুৰূপ, গতিকেই সেই একে দশাই ব্যক্তিৰ বাবেও নহ'ব জানো? মানুহৰ আত্মায়ো জানো দাসত্ব আৰু নীচতাৰ গধূৰ বোজা কঢ়িয়াব লগা নহ'ব? অৰ্থাৎ, আত্মাৰ যিটো অংশ উৎকৃষ্ট সেইটোৱেই দাসত্বত থাকিব আৰু বাকী যিটো সৰু অংশ দুৰ্নীতিপূৰ্ণ আৰু উদণ্ড সেইটোৱেই শাসনৰ গাদীত বহিব। নহয় জানো?"

"হয়। সেইটোৱেই হ'বগৈ।"

"সেয়েই যদি হয়, তেন্তে আত্মাৰ এনে অৱস্থাক দাসত্ব বুলিবা নে স্বাধীনতা বুলিবা?"

"কি হ'ব আৰু, দাসত্বৰ।"

"এতিয়া বাৰু ৰাজ্যৰ কথাটো চাওঁচোন। স্বেচ্ছাচাৰী শাসকৰ পদদলিত ৰাজ্য এখনে জানো স্বাধীন ভাৱে চলিব পাৰিব ?"

"ওহোঁ, তেনেই দাসত্বত হে চলিব।"

"তেনেহ'লে, সেইদৰেই নিজৰে এটা অংশৰ স্বেচ্ছাচাৰত জুৰুলা হৈ পৰি আত্মাইও স্বাধীন ভাৱে একো কৰিব নোৱৰা হৈ পৰিব। ইফালে আত্মাৰ ইচ্ছাৰ বিৰুদ্ধে অনন্ত ক্ষুধাৰ আসুৰিক শক্তিয়ে অনবৰতে আত্মাক টানি থাকিব। ফলত, এনে অৱস্থাত পৰি আত্মাই বিবুদ্ধি আৰু অনুশোচনাৰ মাজত কাল কটাব।"

"কোনো সন্দেহেই নাই।"

"বাৰু, পিচে স্বেচ্ছাচাৰী শাসকৰ কৱলত পৰা ৰাজ্যখন ধনী হ'ব নে দৰিদ্ৰ হ'ব ?"

"দৰিদ্ৰ হ'ব।"

"তেন্তে স্বেচ্ছাচাৰ-জৰ্জ্জৰিত আত্মা সদায়েই দাৰিদ্ৰ্যপীড়িত হৈ হা-হুতাহ কৰি থাকিব।"

"হয়। ঠিক সেয়েই হ'ব।"

"আকৌ বাৰু এনে বিধ ৰাজ্য আৰু এনে বিধ ব্যক্তি স্বভাৱত সদায় ভয়াতুৰ নহ'ব নে ?"

"হয়। নিশ্চয় হ'ব।"

"আন কোনোবা ৰাজ্যত বাৰু ইয়াতোকৈ বেচি হা-হুতাহ, বেজাৰ-অনুশোচনা দেখা পোৱা হ'ব বুলি ভাবাঁ নে ?"

"ওহোঁ। কেতিয়াও নেভাবোঁ।"

"বাৰু, আকৌ ব্যক্তিৰ কথালৈ আহোঁহক। অদম্য ক্ষুধা আৰু বাসনাত বলিয়া হৈ পৰা এনে স্বেচ্ছাচাৰী ব্যক্তিৰ বাদে অইন কাৰোবাৰ অন্তৰত এনে হা-হুতাহ, বেজাৰ-অনুশোচনা জানো থাকিব ?"

"ওহোঁ, নেথাকে।"

"তেন্তে, এইবোৰ সকলো কথাৰ বিবেচনা কৰিয়েই তুমি বোধ কৰোঁ এই ৰাজ্যখনকেই আটাইতকৈ দুৰ্দ্দশাগ্ৰস্ত হ'ব বুলি কৈছা ?"

"কেলৈ, মোৰ কথাষাৰ শুদ্ধ নহ'ল নে কি ?"

"নহয়। তোমাৰ ভুল হৈছে বুলি কোৱা নাই। কিন্তু, সেইবোৰ

কথাকে আকৌ এবাৰ চাই-চিতি কোৰাঁচোন বাৰু স্বেচ্ছাচাৰী মানুহটো কেনে হ'ব।"

"মোৰ মতে সিয়েই মানুহৰ ভিতৰত আটাইতকৈ দুৰ্ভগীয়া হব।"

"পিচে, এইখিনিতেই তোমাৰ অলপ ভুল হ'ল হ'বলা!"

"কিয়?"

"মই দেখাত এই মানুহটো এতিয়াও আটাইতকৈ 'দুৰ্ভগীয়া হোৱাগৈ নাই।"

"তেনেহ'লে, তাতোকৈনো দুৰ্ভগীয়া হোৱা জন কোন?"

"কওঁ বাৰু। যিটো মানুহৰ কথা মই এতিয়া ক'ম সিয়েই সকলোতকৈ দুৰ্ভগীয়া।"

"কোন, কোৰাঁচোন।"

"এওঁৱেই হ'ল সেই স্বেচ্ছাচাৰী প্ৰবৃত্তিৰ মানুহজন। নিজৰ স্বেচ্ছাচাৰী প্ৰবৃত্তিৰ বাবেই তেওঁ নিজে স্বাধীন ভাৱে থকাৰপৰা বঞ্চিত হ'ল। ঘটনাচক্ৰত পৰি তেওঁ ইমান দুৰ্ভগীয়া হ'ল যে নিজেই স্বেচ্ছাচাৰী শাসকৰ আসনত বহিবলগীয়া হ'লগৈ।"

"তোমাব আগৰ কথা মতে চালে এই কথাই সত্য হ'ব।"

মই ক'লোঁ, "হয়। কিন্তু এতিয়া তুমি অনুমানতে সন্তুষ্ট হ'লে নহ'ব। আমি যি পদ্ধতিত আমাৰ অনুসন্ধান চলাই আহিছোঁহক সেইমতে ভালকৈ চাব লাগিব। কথাটো অতিশয় গুৰুত্বপূৰ্ণ; দ-কৈ বিবেচনা কৰিব লাগিব। এই বিচাৰৰ ওপৰতেই নিৰ্ণয় হ'ব আমি উত্তম জীৱন অনুসৰণ কৰিম নে অধম জীৱন।"

"এৰা সেইটো সত্য।"

"মই কোৱাটো ঠিক হৈছে নে নাই চাবাঁ। মই ভাবোঁতে এই বিষয়ৰ অনুসন্ধান কৰিবলৈ লওঁতে আমি কেইটামান কথা ভালকৈ বিবেচনা কৰিব লাগিব।"

"কোনবোৰ কথাৰ?"

"যিবোৰ ধনী নাগৰিক বহুত দাস-দাসীৰ মালিক হৈ থাকে সেইবোৰৰ কথা প্ৰথমে চাব লাগিব; কিয়নো স্বেচ্ছাচাৰী শাসকৰ সৈতে এইবিধ নাগৰিকৰ এটা বিষয়ত মিল আছে। স্বেচ্ছাচাৰী শাসকৰ দৰেই এই নাগৰিকেও ভালেমান মানুহৰ ওপৰত প্ৰভুত্ব

খটুৰায়। দুয়োৰে ভিতৰত পাৰ্থক্য হ'ল এইখিনিতেই যে স্বেচ্ছাচাৰী শাসকৰ অধীনত থকা মানুহৰ সংখ্যা সৰহ, ধনী নাগৰিকৰ অধীনত কম।"

"হয়। প্ৰভেদ ইমানেই।"

"তদুপৰি, জানাই নহয় এই মানুহবোৰৰ সাহ আছে আৰু সিহঁতে সিহঁতৰ দাস-দাসীবোৰলৈ ভয় নকৰে।"

"দাস-দাসীবোৰলৈ ভয় কৰিবলৈ আকৌ কিটো আছে?"

"একোটা নাই হয়। পিচে, ভয় নোহোৱাৰ আচল কাৰণটো জানো গম পাইছা?

"ওঁ, পাইছোঁ। আচল কথা হ'ল এই নাগৰিক খিনিক ৰাজ্যৰ অইন এটাইবোৰ নাগৰিকে সমৰ্থন কৰে।"

"ঠিক ধৰিছা, সেইটো হয়। কিন্তু, মনতে ভাবাঁচোন বাৰু জানিবাঁ পঞ্চাশ বা ততোধিক দাস-দাসীৰ মালিক কোনোবা এজন নাগৰিকক কোনোবা দেৱতাই হঠাতে উৰুৱাই লৈ গ'লহি। ল'ৰা তিৰোতা, ধন-সম্পত্তি, দাস-দাসী সোপাকে লগত লৈ তেওঁক নি ক'ৰবাত মৰুভূমিৰ মাজত পেলাই দিলেগৈ। য'ত পেলালেগৈ তাত তেওঁক সহায় কৰিবলৈ আৰু তেওঁৰ সেই নাগৰিক বন্ধুসকল নাই। তেনে অৱস্থাত বাৰু সেই নাগৰিক জন ভয়তে পেপুৱা নেলাগিব নে, জানোচা তেওঁৰ দাস-দাসীবোৰেই তেওঁৰ ল'ৰা-তিৰোতাক মাৰি পেলায়?"

"নিশ্চয়, সি ভয়ত অত্ৰাহি হ'ব।"

"তেনে অৱস্থাত সি তাৰ ইচ্ছাৰ বিৰুদ্ধেও দাস-দাসীবোৰৰ কিছুমানক খোচামত কৰিবলৈ আৰু নানা প্ৰকাৰৰ প্ৰতিশ্ৰুতি দিবলৈ, আৰু কিছুমানক মুক্তি দিবলৈও, বাধ্য নহ'ব নে? অৰ্থাৎ, সি তাৰ নিজৰ দাস-দাসীবোৰৰে তোষামোদকাৰী যেন হৈ নপৰিব নে?"

"মৃত্যুৰ হাত সাৰিবলৈ হ'লে তাৰ বাবে সেই এটাই হে মাত্ৰ পথ থাকিব।"

"কিন্তু, যদি হে যি ঠাইত তাক পেলাই দিয়া হ'ল তাতেই জানিবাঁ হঠাতে মানুহ এজাকে কেয়োপিনৰপৰা তাক বেৰি ধৰিলেহি। সেই মানুহবোৰো এনেকুৱা যে সিহঁতে কাৰো ওপৰত কোনেও

আধিপত্য চলাবলৈ বা কোনেও কাকো দাস কৰি ৰাখিবলৈ নিদিয়ে। ক'ৰবাত এনে কাম কৰা দেখিলেই আধিপত্য চলোৱা জনক সিহঁতে উগ্র শাস্তি দিয়ে। এনে পৰিস্থিতিত বাৰু সেই দাস-দাসীৰ গিৰিহঁতটোৰ অৱস্থা কি হ'ব গৈ?"

"তেনে অৱস্থাত, মই ভাবোঁতে তাৰ দুৰ্গতিৰ সীমা নাইকিয়া হৈ পৰিবগৈ। একেবাৰে শত্রুৰ বেহুত সোমাই ওলাব নোৱৰা হ'ব।"

"তেনেহ'লে, স্বেচ্ছাচাৰী শাসকজনো এই নিচিনা কাৰাগাৰৰ ভিতৰতে বন্দী হৈ থকা নাই জানো? আমি দেখোন এই শাসকৰ চৰিত্র বৰ্ণনা কৰিছোঁৱেই। তেওঁৰ অন্তৰতেই অসংখ্য বিধ ভয়, আশঙ্কা আৰু অজস্র বিধৰ বাসনাই বাহ বান্ধি আছে। পিচে, অন্তৰত যিমানেই হাবিলাষ ভৰি নাথাকক সেইবোৰ পূৰণ কৰিবলৈ কিন্তু তেওঁ মুক্ত নাগৰিকৰ দৰে য'লৈকে যাবৰ মন যায় যাব নোৱাৰে বা যিহকে চাবৰ মন চাব নোৱাৰে। স্বেচ্ছাচাৰী শাসকে জানো ঘৰৰ ভিতৰতে সদায় সোমাই থাকি সৰহভাগ সময় তিৰোতাৰ দৰে অন্তেষপুৰতে কটাবলগীয়া নহয়? এনেস্থলত আনবিলাক মুক্ত নাগৰিকে দেশ-দেশান্তৰ ভ্ৰমণ কৰি নানান মনোৰম দৃশ্য উপভোগ কৰা দেখিলে এইজন শাসক হিংসাত ডেই-পুৰি মৰিব লগা নহয় জানো?"

"ওঁ। সেয়েই হ'ব।"

মই তেতিয়া ক'লোঁ, "স্বেচ্ছাচাৰী চৰিত্রৰ কথা কওঁতে তুমি অলপ আগতে কৈছিলা নহয় যে নিজৰ মনতেই অশান্তি থকাৰ বাবে এনে মানুহ অতি দুৰ্ভগীয়া হৈ পৰে। ভাগ্যৰ ফেৰত সকলো হেৰুৱাই নিজক নিঠৰুৱা কৰি যেতিয়া সি স্বেচ্ছাচাৰী শাসক হ'ব লগা হয় তেতিয়া তাৰ দুখ-দুৰৱস্থা কুলায়-পাচিয়ে নধৰা হৈ পৰে। ইন্দ্ৰিয়পৰৱশ হৈ জুৰুলা হোৱা দেহাৰে যিজনে নিজকে চম্ভালিব নোৱাৰে তেৱেঁই যেতিয়া আনৰ ওপৰত শাসন কৰিবলৈ যায় তেতিয়া তেওঁ গোটেই জীৱন যুঁজ-বাগৰ কৰাতেই কটাব লাগিব, এদিনলৈও শান্তিৰে থাকিব নোৱাৰে।"

"ঠিক কৈছা, ছক্রেটিচ। দৃষ্টান্ত কেইটা খাপ খাই পৰিছে। একেবাৰে সঠিক বৰ্ণনা হৈছে।"

"বাৰু গ্লকন, এই স্বেচ্ছাচাৰী শাসকৰ অৱস্থাও বৰ দুখ লগা নহয় জানো? যি জনৰ জীৱনকে তুমি অসহনীয় বুলি কৈছিলা সেই জনতকৈও জানো এই স্বেচ্ছাচাৰীয়ে অধিক কষ্টকৰ জীৱন যাপন নকৰে?"

তেওঁ উত্তৰ দিলে, "নিঃসন্দেহে।"

"এতেকে যেয়েই যি বুলি নকওক, কথা হ'ল, যিজনেই স্বেচ্ছাচাৰী শাসক সিয়েই হ'ল প্ৰকৃত অৰ্থত অধমতকৈও অধম গোলাম আৰু অতি জঘন্য চৰিত্ৰৰ তোষামোদকাৰী। সি কোনো কালেই তাৰ অভিলাষৰ লেশ মানো পূৰণ কৰিবলৈ নেপায়। বৰঞ্চ তাৰ অভাব অজস্ৰ ৰূপত বাঢ়ি হে যায়। যি সকলে আত্মাক সম্পূৰ্ণ ৰূপত বুজি পাইছে তেওঁলোকে দেখিবলৈ পায় যে এই মানুহটো যথাৰ্থতে একেবাৰে নিঠৰুৱা হৈ পৰিছে। তাৰ নিজৰ অৱস্থাও সি শাসন কৰা ৰাজ্যৰ অনুৰূপেই হৈ পৰে আৰু ওৰে জীৱন ভয়, অশান্তি আৰু আশঙ্কাৰ বোজা কঢ়িয়াই ফুৰিব লগা হয়। হয় নে নহয় বাৰু?"

"নিশ্চয় হ'ব।"

"তেনেহ'লে, আমি আগেয়ে কোৱাখিনিও ইয়াৰ লগতে এতিয়া যোগ দিব পাৰোঁহক। অৰ্থাৎ, তাৰ ক্ষমতায়েই তাক ইদিনতকৈ সিদিন অধিক হিংসুক, অবিশ্বাসী, অধৰ্ম্মী, নিঃসঙ্গ, পাপী আৰু যত মানে কুকৰ্ম্মৰ গৰাকী কৰি পেলাব। এই সকলোৰে ফলত সি নিজেও অশান্তিত মৰিব আৰু লগৰ লগৰীয়াবোৰকো মাৰিব।"

"তোমাৰ এইষাৰ কথা কোনো বিবেচক লোকেই নুই কৰিব নোৱাৰে।"

তেতিয়া মই ক'লোঁ, "তেন্তে এতিয়া তোমাৰ কাম হ'ল— বিচাৰকৰ দৰে সকলো কথা গমিপিটি চাই বিচাৰৰ ৰায় দিয়া। সুখ-সৌভাগ্যৰ অধিকাৰী হিচাপে তোমাৰ মতে প্ৰথম, দ্বিতীয়, তৃতীয় আদি স্থান কোনে পাব, নিৰ্ণয় কৰিব লাগিব। অৰ্থাৎ ৰাজতন্ত্ৰীয়, আঢ্যতন্ত্ৰীয়, অল্পতন্ত্ৰীয়, গণতান্ত্ৰিক আৰু স্বেচ্ছাচাৰী এই পাঁচবিধ মানুহৰ ভিতৰত কোন বিধৰ স্থান কাৰ আগত পৰিব সেই কথাকে তুমি এতিয়া ঘোষণা কৰিব লাগে।"

তেওঁ ক'লে, "এইটো তেনেই সহজ কথা। নাচনিয়াৰৰ দলটো

নাটঘৰলৈ সোমাই আহোঁতে যেনেকৈ ইজনীৰ পিচত সিজনীক আহিবলৈ দিয়া হয় সেইদৰেই মইও ধৰ্ম্ম-অধৰ্ম্ম, সদগুণ-বদগুণ, সুখ-দুখৰ বিচাৰত এই মানুহ কেইজনক ইজনৰ পাচত সিজনক ঠিয় কৰাই দিম।

"আমি এতিয়া তেনেহ'লে ঘোষকৰ যোগাৰ কৰিম নেকি? নে, মই নিজেই ঘোষণা কৰি দিওঁ নে কি যে এৰিষ্টনৰ পুতেকে এইবুলি ৰায় দিছে, যি জনেই সকলোতকৈ উত্তম আৰু ন্যায়ধৰ্ম্মী সৰ্ব্বগুণী ৰাজপুৰুষ আৰু যি জনেই নিজৰ ওপৰতো ৰজাৰ দৰে কৰ্ত্তৃত্ব চলাব পাৰে তেৱেঁই হ'ল আটাইতকৈ সুখী পুৰুষ; আৰু যি জনেই আটাইতকৈ নিকৃষ্ট আৰু অধৰ্ম্মী অৰ্থাৎ যি জনেই অতিপাত স্বেচ্ছাচাৰী আৰু যি নিজৰ ওপৰত বা নিজৰ দেশখনৰ ওপৰত চূড়ান্ত অত্যাচাৰ চলায়, সেইজনেই হ'ল সবাতোকৈ দুৰ্ভগীয়া লোক?"

তেওঁ উত্তৰ দিলে, "ওঁ, এইটো ঘোষণা কৰিব পাৰোঁ।"

"আৰু, লগতে মই এইটোও যোগ দিম নেকি যে এই দুই বিধ চৰিত্ৰ সকলো মানুহে বা দেৱতা সকলৰো আটায়ে দেখিবলৈ নেপাবও পাৰে; কিন্তু, সেইসকলে পালেও বা নেপালেও, এই ঘোষণাৰ লৰচৰ নহ'ব?"

"যোগ দিব পাৰোঁ।"

মই তেতিয়া ক'লোঁ, "তেনেহ'লে, এটা প্ৰমাণ আমাৰ হৈ গ'ল। এতিয়া তোমালোকে ক'লে দ্বিতীয় প্ৰমাণটো দিওঁ।"

"সেইটো নো কি?"

"ৰাজ্যৰ ভিতৰত থকা তিনি শ্ৰেণী মানুহৰ অনুৰূপে মানুহৰ আত্মাকো তিনিটা অংশত বিভক্ত কৰা হৈছে। গতিকে দ্বিতীয় প্ৰমাণটোও সহজে দিবপৰা হ'ব।"

"দ্বিতীয় প্ৰমাণটো নো তেনে কি?"

"সেইটো হ'ব এই। যেহেতু আত্মাৰ তিনিটা অংশ আছে, সেই বাবেই প্ৰতিটো অংশৰ লগতে একোবিধ নিৰ্দ্দিষ্ট আনন্দ জড়িত আছে। এতেকে তিনিটা অংশৰ লগত তিনি বিধ ক্ষুধা-প্ৰবৃত্তি আছে। তাৰে যেই কোনো এটাই আত্মাক শাসন কৰিব পাৰে।"

"কথাটো বুজাই কোৱাঁচোন।"

"আমি আগতে কৈছিলোঁৱেই নহয়, আত্মাৰ এটা অংশ হ'ল যিটোৰে মানুহে জ্ঞান লাভ কৰে আৰু দ্বিতীয়টো হ'ল যিহেৰে মানুহে সাহস, বীৰত্ব দেখুৱায়। তৃতীয় অংশটো ইমান বহুৰূপী যে তাক কি নাম দিম ঠিক কৰাই টান ; গতিকেই, ভোক, পিয়াহ, কাম-প্রবৃত্তি আদি ক্ষুধাবোৰৰ উগ্ৰতালৈ চায়েই তাক আমি ক্ষুধামূলক বুলি কৈছিলোঁ আৰু ধনেই এইবোৰ ক্ষুধা নিবাৰণৰ ঘাই উপায় হোৱা বাবে এই অংশক ধনলোভী আখ্যা দিছিলোঁ।"

"আমি ঠিকেই কৈছিলোঁ।"

"ধনলাভতেই এই তৃতীয় অংশটোৰ আনন্দ আৰু ধনলাভেই হ'ল তাৰ সকলো চেষ্টাৰ উদ্দেশ্য। এতেকে আমাৰ আলোচনাৰ বাবে আত্মাৰ এই অংশটোৰ প্ৰকৃতিক চমুতে ধনপ্ৰেমী বা লাভপ্ৰেমী বুলি কোৱাটোৱেই জানো ঠিক নহ'ব ?"

তেওঁ উত্তৰ দিলে, "ঠিক হ'ব।"

"আনহাতে, সাহসী অংশটো সদায় ক্ষমতা, বিজয় আৰু খ্যাতি লাভ কৰাতেই ব্যস্ত থাকে বুলি জানো আমি কোৱা নাই ?"

"কৈছিলোঁ।"

"তেন্তে, যুদ্ধপ্ৰেমী আৰু সন্মানপ্ৰেমী বিশেষণেই জানো এই অংশৰ লগত খাপ নেখাব ?"

"হয়। বঢ়িয়াকৈ খাব।"

"বাৰু। কিন্তু যিটো অংশেৰে জ্ঞান লাভ কৰিব পাৰি সেই অংশৰ একমাত্ৰ লক্ষ্য হ'ল সত্য অন্বেষণ কৰা। আমাৰ তিনিওটা প্ৰবৃত্তিৰ ভিতৰত এই জ্ঞানলাভৰ প্ৰবৃত্তিয়েই হ'ল ধন-সম্পত্তি বা যশস্যাৰ প্ৰতি একেবাৰে নিস্পৃহ।"

"হয়, আটাইতকৈ নিস্পৃহ।"

"এতেকে এই অংশটোক জ্ঞানপ্ৰেমী বা দাৰ্শনিক বা তত্ত্বজ্ঞানী বুলি কোৱাটোৱেই উচিত নহ'ব জানো ?"

"কেলৈ নহ'ব ?"

"তেনেহ'লে সময় অনুসৰি কিছুমান মানুহৰ আত্মাক এই শেহৰ প্ৰকৃতিটোৱে আৰু অন্য কিছুমানৰ আত্মাক আগৰ দুটা প্ৰবৃত্তিৰ কোনোৱাটোৱেই জানো শাসন নকৰে ?"

"ঠিক ধৰিছা।"

"এতেকে মানুহৰ ভিতৰত জ্ঞানপ্ৰেমী বা দাৰ্শনিক, যুদ্ধপ্ৰেমী বা সন্মানপ্ৰেমী, আৰু ধনপ্ৰেমী বা লাভপ্ৰেমী এই তিনি বিধেই থাইকৈ আছে বুলি আমি ক'ব পাৰোঁহক।"

"হয় পাৰোঁ।"

"আনহাতে, এই তিনিও শ্ৰেণীৰ প্ৰত্যেকৰে নিজ নিজ একোটা বিশিষ্ট ক্ষুধা বা আকাঙ্ক্ষা বা বাসনা আছে।"

"হয়।"

তেতিয়া মই ক'লোঁ, "এতিয়া তেন্তে বুজিলা নে যে যদি হে এই তিনিও জন মানুহক এজন এজনকৈ সোধা, কোনবিধ জীৱননো আটাইতকৈ সুখকৰ আৰু আনন্দবৰ্দ্ধক, তেতিয়া প্ৰত্যেকেই নিজ নিজ জীৱনক বাকী দুবিধতকৈ সুন্দৰ বুলি ক'ব। ধনপ্ৰেমীজনে ক'ব যে ঘনঘটাৰ আনন্দৰ তুলনাত সন্মানলাভৰ আনন্দ বা জ্ঞান আহৰণৰ আনন্দ একোৱেই নহয়। সন্মান বা জ্ঞান লাভৰপৰা যদি ধন নাহে তেন্তে ধনপ্ৰেমীৰ বাবে সন্মান বা জ্ঞানৰ কোনো মূল্য নাই।"

"সঁচা কথা।"

"পিচে, সন্মানপ্ৰেমীজনে নো কি বুলি ক'ব? ধনৰপৰা পোৱা আনন্দক জানো তেওঁ একেবাৰে নিকৃষ্ট বুলি নক'ব? ইফালে আকৌ, জ্ঞান-আহৰণৰপৰা পোৱা আনন্দয়ো যদি যশ আহৰণ কৰিব নোৱাৰে তেন্তে তেনে আনন্দও তেনেই ফুটুকাৰ ফেন বুলিহে তেওঁ নক'ব জানো?"

"হয়। ঠিক কৈছা।"

"কিন্তু জ্ঞানপ্ৰেমী বা দাৰ্শনিকজনে সত্য উপলব্ধি বা ন-ন জ্ঞান আহৰণ কৰি পোৱা আনন্দৰ তুলনাত আন সকলোবোৰ আনন্দকে একেবাৰে তুচ্ছ জ্ঞান কৰে। অৱশ্যে এই বাকীবোৰ আনন্দও একেবাৰে অলাগতিয়াল বুলি তেওঁ নকয়। সেইবোৰ একেবাৰে অলাগতিয়াল হোৱা হ'লে তেওঁ নিজেও সেইবোৰ অনুভৱ নকৰিলে-হেঁতেন।"

তেওঁ উত্তৰ দিলে, "এই কথাও সত্য বুলি ক'ব লাগিব।"

"কিন্তু যেতিয়াই এই তিনিও বিধৰ ভিতৰত কোন বিধ আনন্দ

বা কোন জনৰ জীৱন সকলোতকৈ উৎকৃষ্ট সেই লৈ মতভেদ হয় আৰু তেতিয়া যদি প্ৰত্যেকেই নিজৰ নিজৰ ক্ষেত্ৰত কোন কিমান সৌন্দৰ্য্য বা নৈতিকতাৰ অধিকাৰী হ'ব পাৰিছে তালৈ চকু নিদি, মাথোন কোনে কিমান সুখ ভোগ কৰিব পাৰিছে বা কোনে কিমান দুখৰ হাত সাৰি থাকিব পাৰিছে তাকেই বিবেচনা কৰি কয়, তেনেহ'লে নো এই তিনিজনৰ কোন জন শুদ্ধ কেনেকৈ ধৰিবাঁ ?"

"এইষাৰ কথাৰ উত্তৰ মই হ'লে দিবলৈ টান পাইছোঁ।"

"বাৰু, কথাটো অইন এফালৰপৰা চোৱাঁচোন। উচিত সিদ্ধান্তত উপনীত হ'বলৈ হ'লে আমাক তেন্তে কিহৰ সহায় লাগিব ? অভিজ্ঞতা, জ্ঞান আৰু যুক্তিৰ বাহিৰে অইন কিহবাই জানো আমাক সহায় কৰিব পাৰিব ?"

"নাই, নোৱাৰে।"

"আমি যিবোৰ আনন্দৰ কথা ক'লোঁহক সেই আটাইবোৰৰ সৈতে কোন জনৰ বাৰু আটাইতকৈ ভাল অভিজ্ঞতা আছে ? জ্ঞান-প্ৰেমীজনে ধন লাভৰ মূল্য যিমান ভালকৈ বুজি পায়, তাতোকৈ ভালকৈ জ্ঞানলাভৰ মূল্য বুজি পাবৰ বাবে ধনপ্ৰেমীজনে জানো সত্য উপলব্ধি কৰিব পাৰিছে ?"

"এই দুই জনৰ মাজত ডাঙৰ প্ৰভেদ বৈছে জ্ঞানপ্ৰেমী জনক সৰুকালৰেপৰা ধনলাভৰ আনন্দৰ সোৱাদ বুজিবলৈ সুবিধা দিয়া হ'ল। কিন্তু ধনপ্ৰেমীজনে আচল সত্যৰ সোৱাদ বুজিবলৈ সুযোগ নেপালে ; গতিকে ধনপ্ৰেমীয়ে প্ৰকৃত সত্য উপলব্ধিৰ আনন্দ নো কি জানিবলৈকে নেপালে। গতিকে এতিয়া যিমানেই চেষ্টা নকৰক, এই আনন্দৰ সোৱাদ পোৱাটো তেওঁৰ বাবে বৰ কঠিন হ'ব।"

"এতেকে দুয়ো বিধ আনন্দৰ অভিজ্ঞতালৈ চাই জ্ঞানপ্ৰেমী-জনৰ স্থান ধনপ্ৰেমী জনতকৈ বহুত ওপৰত হ'ব।"

"হয়, বহুত ওপৰত।"

"পিচে, যশস্যাপ্ৰেমী জন একা ? জ্ঞানপ্ৰেমী জন যেনে দৰে সম্মান-যশৰপৰা পোৱা আনন্দৰ লগত সুপৰিচিত, যশপ্ৰেমীজন ঠিক তেনে-দৰেই জ্ঞানৰপৰা পোৱা আনন্দৰ লগত সুপৰিচিত বাৰু হয় নে ?"

তেওঁ ক'লে, "নহয়। নিজৰ নিজৰ কাম সুচাৰুৰূপে সম্পাদন

কৰিলে সকলোৱেই সন্মান-যশস্যাৰ অধিকাৰী হ'ব পাৰিব। ধনী মানুহক যেনেকৈ বহুতে সন্মান কৰে, তেনেকৈয়ে সাহসী আৰু জ্ঞানী-মানুহকো কৰে। এতেকে সন্মান লাভ কৰিবলৈ পালে কেনে আনন্দ পোৱা যায় সেই কথা সকলোৱে জানে। পিচে, সত্য উপলব্ধিৰপৰা পোৱা আনন্দৰ সোৱাদ কেনেকুৱা সেইটো কিন্তু জ্ঞানপ্ৰেমীৰ বাহিৰে অইন কোনেও পোৱা নাই।"

"তেনেহ'লে, বাস্তৱ অভিজ্ঞতা থকাৰ ফালৰপৰা চালে জ্ঞান-প্ৰেমীজনেই তিনিওৰো ভিতৰত উৎকৃষ্ট বিচাৰক হ'ব।"

"ঠিক কৈছা।"

"আৰু আমি এইটোও জানো যে একমাত্ৰ তেওঁৰেই হে জ্ঞান আৰু অভিজ্ঞতা উভয়ৰে অধিকাৰী বুলি দাবী কৰিব পাৰে।"

"নিশ্চয়।"

"যি ক্ষমতাৰ সহায়ত বিচাৰৰ ৰায় দিয়া হয় সেইটো জ্ঞান-প্ৰেমীৰ হে আছে, ধনপ্ৰেমী বা যশস্যাপ্ৰেমীৰ নাই।"

"সেইটো নো আকৌ কি?"

"যুক্তি-বিচাৰৰ ক্ষমতাৰ সহায়ত হে ৰায় দিয়া হয় বুলি জানো আমি আগতেই কোৱা নাই?"

"কৈছিলোঁ।"

"এই যুক্তি-বিচাৰৰ ক্ষমতাই হ'ল জ্ঞানপ্ৰেমীৰ ঘাই বৈশিষ্ট্য।"

"হয়।"

"এতেকে, কিবা এটা প্ৰশ্ন উত্তৰ হ'লেই তাক মীমাংসা কৰাৰ উপায় ধন বা লাভেই হোৱা হ'লে, ধনপ্ৰেমীৰ মুখৰ প্ৰশংসা বা সমালোচনাই আটাইতকৈ উচিত ৰায় হ'লহেঁতেন।"

"ঠিক কৈছা।"

"আৰু যদিহে যশস্যা, যুদ্ধজয় আৰু সাহসেই এইবাবে উৎকৃষ্ট উপায় হ'লহেঁতেন, তেন্তে যশপ্ৰেমী বা যুদ্ধপ্ৰেমী জনৰ বিধানেই আটাইতকৈ শুদ্ধ হ'লহেঁতেন। নহয় জানো?"

"কিয় নহ'ব?"

"কিন্তু অভিজ্ঞতা, জ্ঞান আৰু যুক্তি-বিচাৰেই যি স্থলত আটাইতকৈ উৎকৃষ্ট উপায়, তেতিয়া কি হ'ব?"

তেওঁ উত্তৰ দিলে, "কিয় ? তেতিয়া যুক্তি-বিচাৰৰ ভিত্তিত কৰা জ্ঞানপ্ৰেমীৰ ৰায়েই হ'ব আটাইতকৈ শুদ্ধ মীমাংসা।"

"তেন্তে, যদিহে আনন্দৰ সংখ্যা তিনি হয়, তেতিয়া আত্মাৰ যি অংশৰ মাধ্যমত আমি জ্ঞান লাভ কৰোঁ সেই অংশৰ আনন্দই আটাইতকৈ উৎকৃষ্ট নহ'ব জানো ? এতেকে আমাৰ মাজৰ যি জনত এই অংশটোৱে প্ৰাধান্য লাভ কৰে সেইজনৰ জীৱনেই সবাতোকৈ উত্তম নহ'ব জানো ?"

"নিঃসন্দেহে উৎকৃষ্ট হ'ব। অন্ততঃ জ্ঞানী পুৰুষজনে তেওঁৰ জীৱন উৎকৃষ্ট বুলি নিঃসন্দেহে ক'ব পাৰিম।"

মই সুধিলোঁ, "তেন্তে বিচাৰক জনে কোন বিধ জীৱনক বা কোন বিধ আনন্দক দ্বিতীয় স্থান দিব ?"

"দ্বিতীয় স্থান আৰু কোনে পাব ?—যুদ্ধপ্ৰেমী আৰু যশস্যাপ্ৰেমীৰ আনন্দই পাব—কিয়নো ধনপ্ৰেমীৰ আনন্দতকৈ যুদ্ধপ্ৰেমী বা যশস্যা-প্ৰেমীৰ আনন্দ জ্ঞানপ্ৰেমীৰ আনন্দৰ বেচি ওচৰ চাপি আছে।"

"তেতিয়া হ'লে দেখা গ'ল ধনপ্ৰেমীৰ আনন্দৰ স্থান একেবাৰে তলত পৰিলগৈ।"

তেওঁ ক'লে, "নিঃসন্দেহে।"

"এতেকে, অন্যায়ধৰ্ম্মী জনক ন্যায়ধৰ্ম্মী জনে একেৰাহে দুবাৰো পৰাজিত কৰিলে। এতিয়া তৃতীয় আৰু শেহ শেষবাৰৰ মল্লযুদ্ধখন চোৱা যাওক। মল্লযোদ্ধা সকলৰ দৰে তুমিও এই যুদ্ধলৈ ত্ৰাণকৰ্ত্তা অলিম্পীয় জিয়ুচক আহ্বান কৰাঁ। দেখিবাঁ যে জ্ঞানী পুৰুষৰ বাদে বাকী সকলোৰে আনন্দত কিবা এক অসত্যতা আৰু কৃত্ৰিমতা আছে। সেই আনন্দ যেন, কোনো কোনো পণ্ডিতে কোৱাৰ দৰে, চিত্ৰপটৰ অস্পষ্ট ৰেখা হে। এই খিনিতে মই এইটোও কৈ থওঁ। এই মল্লযুদ্ধত পৰাজিত হোৱা জনেই বিষম আঘাত খাই চূড়ান্ত পৰাজয় বৰণ কৰিব লাগিব।"

"ঠিকেই কৈছাঁ অৱশ্যে। কিন্তু কথাটো আৰু অলপ বুজাই কোৱাঁচোন।"

মই উত্তৰ দিলোঁ, "মই যি প্ৰশ্ন কৰিম তাৰ উত্তৰ দি তুমি মোক সহায় কৰিলে মই ইয়াৰ অৰ্থ বুজাই দিব পাৰিম।"

"তোমাৰ নো কি প্ৰশ্ন কৰিবলগীয়া আছে কৰাঁ তেন্তে।"

মই তেতিয়া প্ৰথমে সুধিলোঁ, "তেন্তে বাৰু কোৱাঁচোন। বেদনাক আমি আনন্দৰ বিপৰীত বুলি কওঁ নে নকওঁ।"

"কেনৈ নক'ম ?"

"বাৰু, আনন্দ আৰু বেদনা দুয়োটাৰ এটাও নথকা অৱস্থা এটা হ'ব পাৰে নে কি ?"

"নিশ্চয় পাৰে।"

"অৰ্থাৎ তুমি ক'ব খুজিছাঁ যে দুইটাৰ মাজতে এক মধ্যবিন্দু আছে য'ত মনে আনন্দ আৰু বেদনা উভয়ৰেপৰা আঁতৰি শান্তিত থাকেগৈ। তোমাৰ অৰ্থ এইটোৱেই নহয় জানো ?"

"পিচে, অসুখ এটাত পৰিলে মানুহে কি বুলি কয় তুমি ক'ব পাৰাঁ নে ?"

"উদাহৰণ এটা দিলে হে পাৰিম।"

"মানুহে কয় বোলে নিৰোগী হোৱাতকৈ আৰু পৰম সুখৰ কথা একো হ'ব নোৱাৰে। পিচে অসুখত ভোগাৰ আগলৈকে কিন্তু এইদৰে কোৱাসকলে নীৰোগী অৱস্থাৰ পৰম সুখ কি বুজি পোৱা নাছিল।"

"অ', এতিয়া বুজিলোঁ।"

"বেদনা উপশম পোৱাতকৈ আৰু আৰামদায়ক কথা একো হ'ব নোৱাৰে বুলি জানো অসহ্য বেদনাত ভোগা সকলেও কোৱা শুনা নাই ?"

"শুনিছোঁ।"

"তদুপৰি, তুমি বোধকৰোঁ এইটোও দেখিছাঁ যে এনে বিধৰ বহুত কথাই মানুহে এই ধৰণে কয়। যেতিয়াই অশান্তিত পৰে তেতিয়াই ঠিক আনন্দক সুখৰ কথা বুলি নকৈ অশান্তি নোহোৱাটোক আৰু অশান্তিৰপৰা ৰক্ষাপৰাটোক হে সুখৰ কথা বুলি বৰকৈ কয়।"

তেতিয়া তেওঁ উত্তৰ দিলে, "সঁচা কথা। ইয়াৰ কাৰণ বোধকৰোঁ এইটোৱেই হ'ল যে তেনে সময়ত এনে সকাহেই প্ৰকৃততে আনন্দ আৰু সুখৰ কথা হৈ পৰে।"

"সেই একেদৰেই আমি ক'ব পাৰোঁ যে যেতিয়াই আনন্দ মৰহি

গৈছে তেতিয়াই আনন্দ নাইকিয়া হোৱাটোৱেই বেদনাদায়ক হৈ পৰে।"

"বোধকৰোঁ হয়।"

"এতেকে যি শান্তিক আমি আনন্দ আৰু বেদনা দুয়োটাৰে মধ্যস্থল বুলি কৈছিলোঁ সেই শান্তিয়েই কেতিয়াবা আনন্দ আৰু কেতিয়াবা বেদনাও হ'ব।"

"তেনে যেনেই অনুমান হৈছে।"

"তেন্তে যিটো আনন্দও নহয়, বেদনাও নহয়, সেইটো একেলগে দুইটাই হ'ব পাৰিব নে?"

"মই ভাবোঁতে নোৱাৰে।"

"আকৌ যেতিয়া মনত আনন্দ বা বেদনা উপস্থিত হয় তেতিয়া দুয়োটাই জানো মনৰ প্ৰক্ৰিয়া বা অনুভূতিয়েই নহয়?"

"হয়।"

"কিন্তু প্ৰকৃত শান্তিৰ অৱস্থা বুজাবলৈ আমি এইমাত্ৰ কোৱা আনন্দ-বেদনাৰ এটাও নথকা অৱস্থাটোৱেই জানো দুয়োৰে মধ্যৱৰ্ত্তী অৱস্থা নাছিল?"

"আছিল।"

"তেনেহ'লে, বেদনা নোহোৱাটোকে আৰামদায়ক নাইবা আনন্দ নোহোৱাটোকে বেদনাদায়ক বুলি ক'লে কেনেকৈ শুদ্ধ হ'ব?"

"শুদ্ধ হ'ব নোৱাৰে।"

"এতেকে, আমি কোৱা সময়টোত অনুভব কৰা যি শান্তি সেই শান্তি আচলতে প্ৰকৃত আৰামো নহয় বা প্ৰকৃত বেদনাও নহয়। এই শান্তি হ'ল বেদনাৰ কাষত থাকোঁতে আৰামদায়ক যেন লগা এটা ভাব আৰু আৰামৰ কাষত থাকোঁতে বেদনাদায়ক যেন লগা ভাব। যথাৰ্থ আনন্দৰ লগত এনে অনুভূতিক তুলনা কৰিবলৈ যোৱাটো ভুল হ'ব। এইবিধৰ অনুভূতি এক প্ৰকাৰৰ মোহ হে মাথোন।"

"এবা আমাৰ যুক্তিয়ে সেইটোকে ক'ব।"

"এইবোৰ দেখি-শুনি তুমি হয়তো ভাবিছা যে প্ৰকৃতিৰ নিয়ম মতে আনন্দ মানেই বেদনাৰ অন্ত আৰু বেদনা মানেই আনন্দৰ শেষ।

এতিয়া বাৰু তুমি সেইবোৰ আনন্দলৈ মন কৰাঁচোন যিবোৰৰ উৎপত্তি বেদনাৰপৰা হোৱা নাই।"

"কিন্তু মই নো এতিয়া কোনফালে মন কৰিম ? কোনবোৰ আনন্দৰ কথা নো তুমি কৈছাঁ ?"

মই তেতিয়া উত্তৰ দিলোঁ, "তেনে আনন্দ বহুত আছে। সেই-বোৰৰ ভিতৰৰেপৰা বাৰু উৎকৃষ্ট উদাহৰণ হিচাপে ঘ্ৰাণৰ আনন্দকে লোৱাঁচোন। এই আনন্দৰ বাবে আগতীয়াকৈ কোনো অশান্তিকৰ অৱস্থাৰ দৰ্কাৰ নহয়। এই আনন্দ হঠাতে খুব বেচিকৈ পোৱা যায়। আকৌ যেতিয়া ই নাইকিয়া হৈ পৰে তেতিয়াও কোনো অশান্তি নহয়।"

"হয়। সেইটো সঁচা কথা।"

"তেনেহ'লে, বেদনাৰপৰা মুক্ত হোৱাটোকে বিমল আনন্দ আৰু আনন্দ লাভৰপৰা বঞ্চিত হোৱাটোকে বিশুদ্ধ বেদনা বুলি আমি কৈ দিব নোৱাৰোঁ।"

"নোৱাৰোঁ।"

"কিন্তু সাধাৰণ ভাৱে ক'বলৈ গ'লে দেহাৰ ভিতৰেদি গৈ মনত হোৱা তীব্ৰ অনুভূতিবোৰকে ধৰি সকলোবোৰ আনন্দৰ নিচিনা ভাবেই এই শ্ৰেণীত পৰিব। অৰ্থাৎ এইবোৰেই হ'ল এবিধ বেদনা-মুক্তিৰ অনুভূতি।"

"হয়।"

"তেনেহ'লে, আনন্দ বা বেদনা নৌ হওঁতেই সেইবোৰৰ কথা ভাবি যিখিনি আনন্দ বা বেদনা পোৱা যায় সেইবোৰৰ বেলিকাও একে কথাই নহ'ব জানো ?"

"হ'ব।"

"তেন্তে, এই আনন্দবোৰ প্ৰকৃততে কি আৰু কাৰ লগত নো সেইবোৰৰ আটাইতকৈ সাদৃশ্য আছে সেই বিষয়ে কিবা ধৰিব পাৰিছাঁ নে ?"

"কথাটো মই বুজি পোৱা নাই।"

"অৰ্থাৎ, প্ৰকৃততে বাৰু ওপৰ, তল আৰু মাজ বুলি কিবা আছে বুলি তুমি ভাবাঁ নে ?"

"ওঁ, ভাবোঁ।"

"তদুপৰি কোনোবা এজনক তলৰপৰা মাজলৈ দাঙি নিওঁতে তেওঁ বাৰু দাঙি নিয়া নাই বুলি ভাবিব পাৰে নে? আৰু, মাজৰ অৱস্থাতে ৰৈ, তাতে ঠিয় দি তেওঁ যদি হে তেওঁক য'ৰপৰা দাঙি নিয়া হৈছিল সেই ঠাই ডোখৰলৈ চাই পঠিয়ায় তেতিয়া বাৰু তেওঁ ওপৰ পোৱাগৈ নাই বুলি ভাবিব পাৰিব নে—যদি হে অৱশ্যে তেওঁ তেতিয়ালৈকে প্ৰকৃততে ওপৰ নো কি দেখিবলৈ পোৱাগৈ নাই?"

তেওঁ তেতিয়া ক'লে, "সেইজন মানুহে সেইদৰে নাভাবি অন্য প্ৰকাৰে ভাবিব বুলি মোৰ হ'লে ধাৰণা নহয়।"

"বাৰু, জানিবাঁ তেওঁক আগৰ ঠাইলৈ আকৌ লৈ অহা হ'ল; তেতিয়া তেওঁক তললৈ নমাই অনা বুলি নেভাবিব জানো? আৰু, এইদৰে ভবাটো জানো তেওঁৰ শুদ্ধ নহ'ব?"

"নিশ্চয় শুদ্ধ হ'ব।"

"তেন্তে, ওপৰ, মাজ আৰু তলৰ সঠিক ধাৰণা নথকাৰ বাবেই জানো মানুহ জনৰ এইটো অৱস্থা হোৱা নাই?"

"হয়, হ'ব।"

"গতিকে সত্যৰে সৈতে পৰিচয় নঘটা মানুহে নানান প্ৰকাৰৰ ভুল ধাৰণা লোৱাৰ উপৰিও আনন্দ, বেদনা আৰু এই দুইটাৰ মাজৰ অৱস্থাটোৰ সম্পৰ্কে ধাৰণা কৰোঁতে এয়ে হ'ব যে বেদনাদায়ক অৱস্থালৈ নমাই দিওঁতে তেওঁ নিজৰ প্ৰকৃত অৱস্থা বুজি পাব আৰু প্ৰকৃত কষ্ট উপলব্ধি কৰিব। অথচ যেতিয়া বেদনাদায়ক অৱস্থাৰপৰা নি তেওঁক বেদনা আৰু আনন্দৰ মাজৰ স্তৰলৈ লৈ থোৱা হয় তেতিয়া কিন্তু তেওঁ পূৰ্ণ আনন্দ লাভৰ পিনে যোৱা বুলি হে সম্পূৰ্ণ বিশ্বাস হ'ব। কথা হ'ল, পূৰ্ণ আনন্দৰ অভিজ্ঞতা নথকাৰ বাবেই এনে ভুল ধাৰণা হ'বলৈ পালে আৰু সেইবাবেই বেদনাহীনতাকে বেদনাৰ বিপৰীত বুলি ধৰি নিজকে প্ৰৱঞ্চনা কৰে—যেনেকৈ, বগা কি বস্তু নজনা মানুহে মটিয়া বৰণকে ক'লা ৰঙৰ বিপৰীত বুলি ধৰে আৰু সেইবাবে মটিয়াকে বগা বুলি কয়। এতেকে, এইবোৰত কিবা আচৰিত হ'বলগীয়া আছে জানো?"

"নাই। মইও আচৰিত হোৱা নাই। বৰঞ্চ, এইটো নোহোৱা হ'লেহে আচৰিত হ'লোঁহেঁতেন।"

"বাৰু, কথাটো আৰু এফালৰপৰা চোৱাঁচোন। ভোক, পিয়াহ আদি অনুভূতিবোৰেই জানো একপ্ৰকাৰ দৈহিক শূন্যতাৰ চিন নহয় ?"

"কিয় নহয় ?"

"সেইদৰেই অজ্ঞানতা আৰু নিবুৰ্দ্ধিতাও জানো মনৰ শূন্য অৱস্থাই নহয় ?"

"হয়।"

"তেনেহ'লে, আহাৰ খালে দেহৰ, আৰু জ্ঞান আহৰণ কৰিলে মন পৰিপুষ্ট নহ'ব জানো ?"

"হ'বই।"

"তেন্তে, পুষ্টিকৰ খাদ্যই যেনে ভাৱে পৰিপুষ্টি সাধন কৰিব, পুষ্টিকৰ নোহোৱা খাদ্যই তেনে ভাৱে পাৰিব জানো ? অৰ্থাৎ, পুষ্টিকৰ খাদ্যৰপৰা হোৱা পৰিপুষ্টি অধিক সত্য হ'ব নে পুষ্টিকৰ নোহোৱা খাদ্যৰপৰা হোৱা পৰিপুষ্টি ?"

"ঠিকেই, বস্তু যিমানে শুদ্ধ হ'ব, সিমানেই তাৰ পুষ্টিও বাঢ়িব।"

"তেনেহ'লে, কোন বিধ পুষ্টি সত্য হ'ব—ৰুটি, মঙ্গহ, মদ আদি যাবতীয় খাদ্যদ্ৰব্যৰ পৰিপুষ্টি, নে, সঠিক ধাৰণা, জ্ঞান, বুদ্ধি আদিৰ সকলো বিধৰ মানসিক উৎকৰ্ষ ? উত্তৰটো দিওঁতে তুমি এইদৰে ভাবাঁচোন। অৰ্থাৎ, মূল সত্তা বাৰু প্ৰকৃততে কিহৰ চিন ? যিটোৱেই নিত্য, শাশ্বত আৰু সত্য জগতৰ হে বস্তু, নিজ গুণেই যি নিত্য আৰু শাশ্বত, আৰু নিজৰ অনুৰূপ বস্তুত হে যি প্ৰকাশ পায়, তাৰেই চিন নহয় জানো ? নহ'লে, যিটো অনিত্য আৰু নশ্বৰ জগতৰ বস্তু, যি নিজেও অনিত্য আৰু নশ্বৰ, আৰু যি প্ৰকাশ পায় অনিত্য আৰু নশ্বৰ বস্তুত হে, তেনে বস্তুৰ হে চিন নে কি ?"

তেওঁ ক'লে, "মূল সত্তা, দ্বিতীয় বিধতকৈ প্ৰথম বিধৰ হে ঘাই চিন।"

"তেনেহ'লে, শাশ্বত জগতৰ উপলব্ধিৰ বাবে মূল সত্তাৰ উপলব্ধিতকৈ জ্ঞানৰ উপলব্ধি কম হ'লেও হ'ব নে কি বাৰু ?"

"কেতিয়াও হ'ব নোৱাৰে।"

"বাৰু, সত্য উপলব্ধি কম হ'লেও হ'ব নে কি ?"

"ওহোঁ, নহ'ব ।"

"অৰ্থাৎ, সত্য উপলব্ধিৰ মাত্ৰা যদি কম হয় তেন্তে মূল সত্তাৰ উপলব্ধিও সেই মাত্ৰাত কমি যাব । এতেকে, জ্ঞানৰ মাত্ৰাত যিমানে বেচ-কম হ'ব, অৰ্থাৎ যিমানে সত্য উপলব্ধিত বেচ-কম ঘটিব সিমানে মূল সত্তাৰ উপলব্ধিতো বেচ-কম হ'ব ।"

"হয় ।"

"তেন্তে, সাধাৰণ ভাৱে ক'বলৈ গ'লে, আত্মাৰ সকলো অংশৰ উৎকৰ্ষ সাধনতকৈ শৰীৰৰ সকলো অংশৰ উৎকৰ্ষ সাধনত সত্য আৰু মূল সত্তাৰ উপলব্ধি কম হ'ব । নহয় জানো ?"

"হয় । বহুত কম হ'ব ।"

"পিচে, শৰীৰক জানো আত্মাৰ সমান সত্য আৰু সৎ নহয় বুলি নধৰিবাঁ জানো ?"

"ধৰিম ।"

"তেন্তে যিটোৱেই অধিক সৎ বস্তুৰে পৰিপূৰ্ণ আৰু যিটো নিজেই অধিক সৎ সেইটোৱেই জানো, কম পৰিমাণে সৎ বস্তুৰ সমষ্টি তথা নিজস্ব সত্যতাও কম পৰিমাণে থকা বস্তুতকৈ অধিক পূৰ্ণতাপ্ৰাপ্ত নহ'ব ?"

"নিঃসন্দেহে ।"

"এতেকে, যদি হে স্বাভাৱিক অভাৱ পূৰণৰ বাবে দৰ্কাৰ হোৱা সকলো খিনি বস্তু সম্পূৰ্ণকৈ পোৱাটোৱেই আনন্দ হয়, তেনেহ'লে যিয়েই যিমান সৰহকৈ আচল বস্তুখিনিকে পায় সিয়েই সিমানে মৌলিক আনন্দৰপৰা অধিক সন্তোষ পাব । আনহাতে, যিয়েই যিমান অসম্পূৰ্ণকৈ পাব আৰু আচল বস্তুটো নাপাব সিয়েই সিমানে মৌলিক আনন্দ লাভৰ সন্তুষ্টিৰপৰা বঞ্চিত হ'ব ।"

তেওঁ উত্তৰ দিলে, "এৰা । এই বুলিয়েই ক'ব লাগিব ।"

"সেই গতিকেই, জ্ঞান আৰু ধৰ্মৰ সৈতে যিবোৰৰ সম্বন্ধ নাই আৰু যিবোৰে অনবৰতে ভোজ-ভাত খাই ভোগ-বিলাসতে সময় কটায়, সেইবোৰ তললৈ বাগৰি গৈ থাকিব আৰু তলৰপৰা ওপৰলৈ উঠিবলৈ ধৰোঁতে আহি আহি মাত্ৰ মধ্যস্তৰ হে পাবহি । সমগ্ৰ

জীৱনেই এই দুই স্তৰৰ মাজতেই উঠা-নমা কৰি থাকিব লাগিব। সিহঁতে কোনো কাহানিও ওপৰ স্তৰলৈ গে তাৰপৰা দৃষ্টি নিক্ষেপ কৰিব নোৱাৰিব। সিহঁতক ওপৰলৈ টানি নিবও পৰা নহ'ব। তদুপৰি, সৎ আৰু সত্য উপলব্ধিৰ আনন্দ নোপোৱা বাবে সিহঁতে সদায় তললৈ মূৰ কৰি আৰু ডিঙি ওলোমাই ভাতখোৱা মেজৰ কাষতে থাকি অনবৰতে খাবলৈ হে বিচাৰি ফুৰিব; আৰু পথাৰত মুকলি মনেৰে ঘাঁহ খাই খাই নোদোকা হৈ পোৱালি জগোৱাতে হে মাথোন লাগি থাকিব। ভোগ-বিলাসৰ উদৰ পূৰাবলৈ যাওঁতে সিহঁতে সদায় যুঁজ-বাগৰ কৰি লো-যেন খুৰা আৰু শিঙেৰে লঠিয়াই-বগৰাই ইটোৱে সিটোক বধ কৰি শেষ কৰিবগৈ। এনে দুৰৱস্থা হোৱাৰ কাৰণ হ'ল যে সিহঁতৰ মনৰ অসৎ আৰু অসংযত অংশক অসত্য বস্তুৰেই পূৰ্ণ কৰি ৰখা হৈছে। এনে বিধ অস্থায়ী বস্তুৱে সিহঁতক কেতিয়াও সন্তুষ্ট কৰিব নোৱাৰে।"

গ্লকনে তেতিয়া ক'লে, "ছক্ৰেটিচ, পৃথিবীৰ সৰহ ভাগ মানুহেই কেনে ভাৱে জীৱন কটাব তাৰ ওপৰত যি খিনি ক'লা একেবাৰে দৈববাণী যেনেই লাগিল।"

"তেনেহ'লে, কথা জানো এইটোৱেই নহয় যে এইবোৰ মানুহে সদায় বেদনামিহলি আনন্দৰ জীৱন হে যাপন কৰিবলগা হয়? সিহঁতৰ এই আনন্দ হ'ল—মৌলিক আনন্দৰ অস্পষ্ট ৰেখা তথা ছয়ামময়া ৰূপ হে। আনন্দ আৰু বেদনা একেলগে থাকি কেতিয়াবা আনন্দই বেদনাৰ, আৰু কেতিয়াবা বেদনাই আনন্দৰ ৰূপ ধৰে। সেইটো হ'লেই আনন্দও হৈ পৰে অতিশয় উগ্ৰ আৰু তাকে লাভ কৰিবলৈ মূৰ্খ মানুহৰ অন্তৰত জন্মে দুৰ্দ্দান্ত হেপাহ। তেতিয়া তেনে বিধ আনন্দই বিবাদৰ স্থল হৈ পৰে—ষ্টেচিকৰাচে কোৱাৰ দৰে যেনেকৈ আচল হেলেনৰ বিষয়ে নাজানি হেলেনৰ ছায়া মূৰ্ত্তিকে খেদি উভয় পক্ষৰ যোদ্ধাই ট্ৰয়ত যুদ্ধ কৰিলেগৈ। নহয় জানো?"

তেওঁ উত্তৰ দিলে, "হয়। এনে অৱস্থাৰ স্বাভাৱিক পৰিণতি এইটোৱেই হ'বগৈ।"

"বাৰু, এতিয়া তেজস্বী উপাদানৰ কথালৈ অহা যাওক। তেনেহ'লে, যুক্তি-বিবেচনা সকলো জলাঞ্জলি দি, ক্ষমতাৰ লোভত

ঈৰ্ষাপৰায়ণ হৈ বা জয়লাভৰ আশাত হিংসাপৰায়ণ হৈ নাইবা মনৰ ক্ষোভত ক্ৰোধ-পৰায়ণ হৈ মানুহে তেজস্বী উপাদানটোক সন্তুষ্ট কৰিবলৈ চালেও জানো একে পৰিণতিয়েই নহ'বগৈ।

"হয়। এই ক্ষেত্ৰতো পৰিণতি সেই একেই হ'ব।"

"তেনেহ'লে আমি এতিয়া কি বুজিলোঁ বাৰু? এইটোৱেই জানো নহয় যে লাভপ্ৰেমী আৰু যশপ্ৰেমী অংশৰ ক্ষুধাবোৰে যদি যুক্তি বিবেচনা মানি চলে আৰু জ্ঞানৰ নিৰ্দ্দেশ মতে হে আনন্দলাভৰ অনুসৰণ কৰে তেতিয়া হে উপযুক্ত আনন্দ বিচাৰি পাব আৰু ন্যায্য লাভৰ অধিকাৰী হ'ব পাৰিব। এই বুলিয়েই জানো আমি সিদ্ধান্ত কৰিব নোৱাৰিম? কিয়নো, প্ৰথমে এই আনন্দই সত্যৰ নিৰ্দ্দেশত লাভ কৰা আনন্দ আৰু দ্বিতীয়তে, যিটোৱেই যিহৰ বাবে উৎকৃষ্ট সেইটোৱেই তাৰ বাবে যদি হে উপযুক্তও হয় তেতিয়া হ'লে এই আনন্দই হ'ব যশপ্ৰেমী আৰু লাভপ্ৰেমীৰ বাবে উৎকৃষ্ট, এতেকে উপযুক্তও।"

"হয়। এইটোৱেই আটাইতকৈ উপযুক্ত।"

"এতেকে, কোনো প্ৰকাৰৰ অন্তৰ্দ্বন্দ্ব নোহোৱাকৈ সমগ্ৰ আত্মাই যেতিয়ালৈকে জ্ঞানপ্ৰেমী উপাদানৰ নিৰ্দ্দেশত চলিব পাৰিব, তেতিয়ালৈকে আত্মাৰ প্ৰতিটো অংশই সকলো প্ৰকাৰে নিজ নিজ কাম সুচাৰুৰূপে সমাধা কৰাৰ উপৰিও, অৰ্থাৎ আত্মা ধৰ্ম্মজ্ঞ হোৱাৰ উপৰিও, উৎকৃষ্টতাৰ মৌলিক ৰূপত প্ৰাপ্য আনন্দ লাভ কৰিব।"

"হয়। ঠিক ধৰিছা।"

"আনহাতে, যেতিয়াই বাকী দুটা উপাদানৰ কোনোবাটোৱে আধিপত্য বিস্তাৰ কৰিব, তেতিয়াই আত্মাৰ কোনোটো অংশই প্ৰাপ্য আনন্দ ক'ত বিচাৰি উলিয়াব নোৱৰা হ'ব। অকল সেয়েই নহয়। অধিপতি অংশটোৱে তেতিয়া বাকী অংশ কেইটাকো অহিতকাৰী আৰু অন্যায় আনন্দ অনুসৰণত লগাই দিব।

"হয়। একেবাৰে ঠিক কথা কৈছা।"

"তেনেহ'লে। তত্ত্বজ্ঞানৰ সৈতে সম্বন্ধ যিমানে দূৰলৈ যাব সিমানে এনে বিধ কুপৰিণতিৰ সম্ভাৱনা বেচি হৈ পৰিব? নপৰিব জানো?"

"কিয় নপাৰিব, পাৰিবই।"

"আনহাতে, যিটোৱেই আইন-শৃঙ্খলাৰ বান্ধোনৰপৰা একেবাৰে আঁতৰত থাকে সেইটোৱেই বিবেকৰ শাসনৰপৰাও একেবাৰে বাহিৰত থাকে নে নেথাকে?"

"কিয় নাথাকিব।"

"তেন্তে, উদণ্ড অথবা স্বেচ্ছাচাৰী ক্ষুধা আইন-শৃঙ্খলাৰ সম্পূর্ণ বাহিৰত বুলিয়েই জানো প্রমাণ নহ'ল?"

"হয়। সম্পূর্ণ বাহিৰত।"

"আনহাতে কিন্তু আইন-শৃঙ্খলাৰ সৈতে ৰাজতুল্য নিয়মীয়া ক্ষুধাৰ সম্বন্ধ তেনেই ওচৰ হ'ব। নহ'ব জানো?"

"হ'ব।"

"এতেকে, মানুহে প্রকৃততে যি বিমল আনন্দ উপলব্ধি কৰিব লাগে তেনে আনন্দৰপৰা স্বেচ্ছাচাৰী শাসক বহু যোজন দূৰৈত থাকিব লাগিব। কিন্তু দার্শনিক ৰজা থাকিব একেবাৰে কাষতে।"

"এই কথাত কোনো সন্দেহেই নাই।"

"গতিকে স্বেচ্ছাচাৰী শাসকৰ জীৱন হ'ব অতিকৈ নিৰানন্দ; কিন্তু তত্ত্বজ্ঞানী শাসকৰ জীৱন হ'ব সকলোতকৈ আনন্দময়।"

"এই কথাতো সন্দেহ নাই।"

বাৰু, পিচে এইটো ক'ব পাৰিবাঁ নে দার্শনিক ৰজাতকৈ স্বেচ্ছাচাৰী শাসক কিমান বেচি অসুখী?"

"উত্তৰটো বাৰু তুমিয়েই দিয়াঁচোন।"

"আনন্দ হৈছে তিনি বিধৰ—এবিধ হ'ল আচল; আন দুবিধ হ'ল নকল; অর্থাৎ এবিধ হ'ল বিমল আনন্দ আৰু আন দুবিধ হ'ল আনন্দৰ ছাঁয়া বা মৰীচিকা। বিবেকৰ বান্ধোনৰপৰা মুক্ত হ'বলৈ যাওঁতে স্বেচ্ছাচাৰী শাসকে নকল আনন্দবোৰৰ সীমাও চেৰাই গৈ কিছুমান অধম বাসনাৰ বশৱৰ্ত্তী হৈ পৰে, যিবোৰে তাৰ চাৰিওফালে বেৰি ধৰি থাকে। এনেদৰেই এই স্বেচ্ছাচাৰী শাসকৰ যি অধঃপতন হয় তাক বর্ণনাই কৰিব নোৱাৰি। অৱশ্যে আৰু একপ্রকাৰে ক'ব পাৰি।"

"কেনেকৈ?"

"অল্পতান্ত্রিক পুৰুষকে ধৰি ওপৰৰপৰা তললৈ গণনা কৰি আনিলে স্বেচ্ছাচাৰী পুৰুষ তৃতীয় স্থানত পৰিব; এই দুই জনৰ মাজতে পৰিব গণতান্ত্রিক পুৰুষজন।"

"হয়।"

"তেনেহ'লে আমি আগতে কোৱামতে স্বেচ্ছাচাৰী জনে যিবোৰ আনন্দ উপভোগ কৰিবলৈ হাবাথুৰি খাই ফুৰিব সেইবোৰ জানো অল্পতান্ত্রিক পুৰুষে উপভোগ কৰা আনন্দৰ নকলৰ নকল নহ'ব?"

"ঠিক ধৰিছাঁ।"

"আৰু যদি আমি অভিজাত পুৰুষজন আৰু ৰাজতুল্য বা তত্ত্বজ্ঞানী পুৰুষ জনৰ স্থান নির্ণয় কৰিব খোজোঁ। তেতিয়া হ'লে তত্ত্বজ্ঞানী জনৰপৰা হিচাপ কৰি আহিলে অভিজাতজনক তলৰ ফালে তৃতীয় স্তৰত নাপাম জানো?"

"হয়। তৃতীয় স্তৰত থাকিব।"

"এতেকে, স্বেচ্ছাচাৰী জন বিমল আনন্দ উপভোগৰপৰা তিনিৰ তিনি গুণ[1], নগুণ আঁতৰত ৰ'বগৈ।"

"হয়। নগুণত ৰ'বগৈ।"

"তেন্তে জ্যামিতিৰ সূত্ৰমতে স্বেচ্ছাচাৰী জনৰ আনন্দক ৯ বর্গ-সংখ্যাত প্ৰকাশ কৰিব পৰা হ'ব।"

"ঠিক কথা।"

"গতিকে বর্গ আৰু ঘন উলিয়াই লৈ স্বেচ্ছাচাৰী জন যে বিমল আনন্দ উপভোগৰপৰা একেবাৰে বহুত দূৰ আঁতৰি যাব সেই কথা সহজে বুজাই দিবপৰা হ'ব।"

"হয়। অঙ্কশাস্ত্রবিদক বুজাই দিবপৰা হ'ব।"

"আকৌ, বিপৰীত ফালৰপৰা হিচাপ কৰি যদি তুমি উলিয়াব খোজাঁ। বিমল আনন্দলাভৰ ক্ষেত্ৰত স্বেচ্ছাচাৰী শাসকতকৈ তত্ত্বজ্ঞানী ৰজাজন কিমান ওপৰত উঠি আছে তেতিয়া হ'লে হিচাপ কৰি

---

১। ধৰিলোঁ৷ ক=ৰাজতুল্য আনন্দ; খ=অল্পতন্ত্রীয় আনন্দ; গ=স্বেচ্ছাচাৰী আনন্দ। যদি ক=১, খ=৩ হয়; কিন্তু ক : খ : : খ : গ। গতিকে ক : গ : : ১ : ৯। এতেকে ঘনবর্গ উলিয়ালে ক : গ : ১ : ৭২৯।

দেখুৱাই দিব পাৰিবাঁ যে স্বেচ্ছাচাৰী শাসকতকৈ তত্ত্বজ্ঞানী ৰজাজনে ৭২৯ গুণে বেচি বিমল আনন্দ উপলব্ধি কৰিছে অথবা ৰজাতকৈ স্বেচ্ছাচাৰী শাসকৰ আনন্দ সিমান গুণ কমত আছে।"

"তুমি দেখিছোঁ আনন্দ আৰু বেদনাৰ ভিত্তিত গণনা কৰি ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মীৰ মাজত থকা প্ৰভেদৰ এক অদ্ভুত হিচাপ উলিয়াই পেলালাঁগৈ।"

মই উত্তৰ দিলোঁ, "কিন্তু, যদি হে দিন-ৰাতি, মাহ-বছৰৰ গণনা শুদ্ধ হ'ব পাৰে আৰু সেইবোৰকে মানুহৰ জীৱনত লগাব পাৰি তেনেহ'লে মোৰ এই সংখ্যাটোও শুদ্ধ নোহোৱাৰ আৰু মানুহৰ জীৱনৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব নোৱাৰাৰ কি কাৰণ থাকিব পাৰে।"

"হয়। লগাব পৰা হ'ব।"

"তেন্তে, আনন্দ উপলব্ধিৰ ক্ষেত্ৰত ন্যায়ধৰ্ম্মী পুৰুষজন অন্যায়-ধৰ্ম্মীজনতকৈ যেতিয়া ইমান ওপৰতেই ৰৈছেগৈ তেনে অৱস্থাত সেইজন পুৰুষৰ জীৱন শতগুণে অমায়িক, সুন্দৰ আৰু মহৎ নহ'ব জানো?"

"নিশ্চয় হ'ব। অজস্ৰ গুণে হ'ব।"

মই তেতিয়া ক'লোঁ, "বাৰু তেন্তে। আমাৰ আলোচনা যেতিয়া এইখিনি পালেহিয়েই, এতিয়া আৰম্ভণিতেই কৰা যিষাৰ মন্তব্যই আমাক আনি এইখিনি পোৱালেহি সেইষাৰকে আকৌ এবাৰ মনত পেলাওঁচোন। তেতিয়া এই বুলি কোৱা হৈছিল যে যি মানুহ প্ৰকৃতপক্ষে চূড়ান্ত অন্যায়ধৰ্ম্মী হৈয়ো ন্যায়ধৰ্ম্মী হোৱা বুলি হে যশস্যা লাভ কৰিব পাৰে তেনে মানুহৰ বাবে অন্যায় আচৰণ কৰাটোৱেই লাভজনক হ'ব। মন্তব্যষাৰ এয়েই নাছিল জানো? নে, মোৰ কিবা ভুল হৈছে?"

"নাই। তোমাৰ ভুল হোৱা নাই।"

"ন্যায়কাৰ্য্য আৰু অন্যায় কাৰ্য্যৰ ফলাফল সম্পৰ্কত একমত হৈছোঁহক যেতিয়া আমি এই মন্তব্যৰ গৰাকীজনক এতিয়া আমাৰ কথাটো ক'ব লগা হ'ল।"

"পিচে, আমিনো কেনেকৈ ক'ব লাগিব?"

"আত্মাৰ প্ৰতিমূৰ্ত্তি এটা কল্পনা কৰি ল'ব লাগিব ; যাতে এনে মন্তব্য দিয়াজনে এই প্ৰতিমূৰ্ত্তিটো দেখিলেই তেওঁ নো কি কথাষাৰ ক'লে নিজেই বুজি পাব পাৰে।"

"এইটোনো আকৌ কেনেকুৱা ধৰণৰ প্ৰতিমূৰ্ত্তি হ'ব ?"

মই তেওঁক ক'লোঁ, "পৌৰাণিক আখ্যান মতে অতীজ কালত কিমেৰা, চাইলা, চেৰিবেৰাচ আদিৰ উপৰিও অজস্ৰ দৈত্য আছিল। এইবোৰ দৈত্যৰ প্ৰত্যেকৰে গাত বহুবিধ মূৰ্ত্তি লগলাগি একোটাহঁত ভয়ানক মূৰ্ত্তি হৈ পৰিছিল। আমি এতিয়া এনে বিধৰ দৈত্যমূৰ্ত্তিকে কল্পনা কৰি ল'ব লাগিব।"

"সঁচা। এনে আখ্যানৰ কথা শুনিছোঁহক।"

'তেনেহ'লে প্ৰথমে প্ৰথমে সহস্ৰমূৰীয়া দৈত্য এটা সাজি লোৱাঁ। তাৰ গাত শান্ত, উগ্ৰ দুয়ো বিধ জন্তুৰ মূৰ এসোপা মেৰ খাই থাকিব। জন্তুটোৱে এই মূৰবোৰ এটা এটাকৈ তাৰ গাৰপৰা উলিয়াই দেখুৱাব পাৰিব।"

"এৰা, পিচে, এলাপেচা খনিকৰে এইটো মূৰ্ত্তি সাজিব নোৱাৰিব যেন পাওঁ। যেই হওক, আমাৰ মূৰ্ত্তিটো হ'ল কল্পনাৰ হে। মমেৰে সজাতকৈ কল্পনাত এনে মূৰ্ত্তি সজা সহজ হ'ব। এতেকে ধৰি ল'লোঁ এনে এটা মূৰ্ত্তি তৈয়াৰ কৰা হৈ গ'ল।"

"দ্বিতীয়তে, এতিয়া এটা সিংহৰ মূৰ্ত্তি কৰি লোৱাঁ ; তৃতীয়তে, এটা মানুহৰ মূৰ্ত্তি। কিন্তু প্ৰথমটো, তিনিওটাৰ ভিতৰত ডাঙৰ হ'ব লাগিব। দ্বিতীয়তো, প্ৰথমটোতকৈ অলপ সৰু হ'ব লাগিব।"

"সেইটো তেনেই সহজ কথা। সেইটোও বাৰু হৈ গ'ল বুলিয়েই ধৰাঁ।"

"এতিয়া তিনিওটা এনেদৰে লগলগাই দিয়াঁ যাতে তিনিওটা গোটখাই একেটা হৈ পৰে।"

"বাৰু। সেইটোও কৰিলোঁ।"

"শেহত সিহঁতক বাহিৰৰপৰা দেখাত সিহঁতৰ ভিতৰৰে এটাৰ নিচিনা কৰি দিয়াঁ। অৰ্থাৎ মানুহৰ আকৃতি দি দিয়া। এতিয়া যিয়েই ইয়াৰ বাহিৰৰ ৰূপটো হে দেখিব কিন্তু ভিতৰখন নেদেখে, সিয়েই ইয়াক একেটা প্ৰাণী অৰ্থাৎ মানুহ বুলিয়েই ধৰিব।"

"ওঁ। সেইটোও কৰিলোঁ।"

"আৰু এতিয়া, এই মানুহৰূপী প্ৰাণীটোৰ বাবে অসাধু হোৱা-টোৱেই লাভজনক হ'ব আৰু সাধু হ'লে তাৰ লোকচান হ'ব বুলি যিজনে ক'ব আমি তেওঁক এই বুলি উত্তৰ দিম যে তেওঁ কোৱা কথাৰ অৰ্থ হ'ব এইটোৱেই যে বহুমূৰা দৈত্যটোক তথা সিংহটোক আৰু তাৰ লগৰীয়াবোৰক খুৱাই-বুৱাই বলী কৰি মানুহটোক নিশকতীয়া কৰাটোৱেই হে মানুহটোৰ বাবে লাভজনক হ'ব। ইফালে এই মানুহটো অনাহাৰত থাকি ইমান দুৰ্ব্বল হৈ পৰিব যে বাকী দুটা যিটোৱেই ইচ্ছা সেইটোৱেই তাক টানি-আজুৰি লৈ ফুৰিব পাৰিব। তেতিয়া সি আৰু সিহঁত দুটাক চম্ভালিবও নোৱাৰিব বা দুয়োটাকে মিলাপ্ৰীতিৰে থাকিবলৈও বাধ্য কৰিব নোৱাৰিব; ইটোৱে সিটোক আক্ৰমণ কৰি নিজে নিজেই ধ্বংস হ'বলৈ হে এৰি দিব লাগিব।"

"সঁচা কথা। যি অন্যায়ক প্ৰশ্ৰয় দিবলৈ বিচাৰিব তাৰ কথা এনেকুৱাই হ'ব আৰু।"

"আনহাতে, ন্যায়পথত চলাটো লাভজনক বুলি কোৱা জনে বাৰু কি ক'ব? তেওঁ জানো এইদৰে হে নক'ব যে মানুহৰ কথা আৰু কাম এনে হ'ব লাগে যাতে তাৰ দ্বাৰা অন্তৰত থকা মানুহটোৱে বাকী গোটেইটো মানুহৰ ওপৰত সম্পূৰ্ণ কৰ্ত্তৃত্ব স্থাপন কৰাত সহায় হয়। তেতিয়াহ'লে, পথাৰত খেতিয়কে ঘাঁহ-বনবোৰ উঘালি দি শস্য পুলিবোৰক উঠিবলৈ সুবিধা কৰি দিয়াৰ দৰেই অন্তৰৰ মানুহ-টোৱেও সিংহটোক বশ কৰি বহুমূৰীয়া জন্তুটোক আপডাল কৰিব। অৰ্থাৎ জন্তুটোৰ হিংস্ৰ প্ৰবৃত্তিবোৰ দমাই ৰাখি শান্ত প্ৰবৃত্তিবোৰক বাঢ়িবলৈ দিব। এইদৰে অন্তৰৰ মানুহটোৱে সিংহ আৰু লগৰীয়া জন্তুবোৰক সমানে তদাৰক কৰিব, সিহঁতৰ ভিতৰত মিলাপ্ৰীতি স্থাপন কৰিব আৰু সিহঁতৰ লগত তাৰ নিজৰো সদ্ভাব ৰাখি চলিব; এইমতেই অন্তৰৰ মানুহটোৱে সিহঁতৰ আটাইৰে উচিত বিকাশ সাধন কৰিব।"

"হয়। ন্যায় বিচৰাজনৰ কথাৰ তাৎপৰ্য্য এই খিনিয়েই হ'ব।"

"গতিকে ন্যায়ধৰ্ম্মৰ গুণগান কৰোঁতা জনে কোৱা খিনি কথা হে সত্য, অন্যায়ধৰ্ম্মৰ প্ৰশংসাকাৰী-জনৰ কথা নহয়। আনন্দ, যশস্যা

বা লাভ, যিহৰে কথাই কওক, ন্যায় সমৰ্থনকাৰী জনে প্ৰকৃত সত্য কথাটো কয়। কিন্তু তেওঁৰ বিপৰীত জনে কোৱা কথা খিনিয়ে অবিবেচনা আৰু অজ্ঞানতাৰ হে পৰিচয় দিয়ে।”

তেওঁ ক’লে, “মইও এই কথাত সম্পূৰ্ণ একমত।”

“তেনেহ’লে, তেওঁ যেতিয়া নেজানি হে ভুল কৰিছে, আমি ভালকৈ বুজাই দিব পাৰিলে নিশ্চয় আমাকে সমৰ্থন কৰিব। কিন্তু কোৱঁাচোন, কি বিবেচনাৰ ভিত্তিত বাৰু মানুহৰ স্বভাৱক ভাল বা বেয়া বুলি কোৱা হয়? আমাৰ স্বভাৱৰ আসুৰিক অংশটোক মানবীয় অংশটোৰ, অৰ্থাৎ যাক আমি ঐশ্বৰিক অংশ বুলিয়েই ক’ব পাৰোঁ সেই অংশৰ শাসনত ৰখা হয়, নে মানবীয় শান্ত অংশটোক আসুৰিক অংশৰ দাস কৰি ৰখা হয়, তাৰ বিবেচনাৰ ভিত্তিতেই নহ’ব জানো? আমাৰ এই প্ৰশ্নৰ উত্তৰত বাৰু তেওঁ ‘হয়’ বুলি ক’ব, নে, অইন কিবা বুলি হে উত্তৰ দিব?”

“মোৰ উপদেশ মানিলে তেওঁ ‘হয়’ বুলি ক’ব।”

“সেয়েই যদি হয়, তেনেহ’লে অন্যায়ভাৱে ধন সংগ্ৰহ কৰিবলৈ যাওঁতে মানুহে নিজৰ শ্ৰেষ্ঠ অংশটোক নিকৃষ্ট অংশটোৰ হাতত বিক্ৰী কৰি দিয়াৰপৰা জানো লাভ হ’ব? কোনোবাই হয়তো ধনৰ আশাত নিজৰ ল’ৰা-ছোৱালীকে ভয়ানক দুৰাচাৰী মালিকৰ গোলাম হ’বলৈ সোধাই দিব পাৰে; কিন্তু তেনে কাৰ্য্য কৰি সেই মানুহৰ কিবা লাভ হ’ব বুলি কোনেও নকয়। আকৌ যেতিয়া দেখা যায় যে কোনোবাই নিজৰ আটাইতকৈ দেৱোপম অংশটোকে অতিপাত পাষণ্ড, আসুৰিক অংশটোৰ ওচৰত সমৰ্পণ কৰি দিছে। তেতিয়া জানো এইজন মানুহক এৰিফিলৰ দৰেই দুৰ্ভগীয়া পাপী বুলি নক’ম? এৰিফিলে ডিঙিত পিন্ধা হাৰডাল দেখিয়েই লোভত পৰিল আৰু নিজৰ স্বামীকেই মৃত্যুৰ মুখলৈ ঠেলি দিলেগৈ। কিন্তু, আমাৰ এইজন মানুহৰ লোভ এৰিফিলৰ কাৰ্য্যতকৈও ঘৃণনীয় নহ’ব জানো?”

গ্লকনে ক’লে, “তেওঁৰ হৈ ময়েই বাৰু উত্তৰটো দিওঁ। বহুত বেচি ঘৃণনীয় হ’ব।”

“এতেকে আমিতাচাৰক জানো তুমি নিন্দা নকৰিবা? অমিতাচৰী

হ'লেই মানুহৰ অন্তৰত সেই বিৰাট বহুমূৰীয়া অসুৰটোৱে নাপাব-লগীয়া সুবিধা থিনি পায়। এইবাবেই অনাদি কালৰেপৰা অমিতাচাৰক নিন্দা কৰি অহা হৈছে।"

"হয় তুমি ঠিকেই কৈছা।"

"আৰু এটা কথা। যেতিয়াই সিংহৰ দৰে হোৱা জনক পৰাক্ৰমী বুলি আৰু সাপৰ নিচিনা হোৱাটোক অতি খঙাল বুলি কোৱা হয়, তেতিয়াই জানো পৰাক্ৰম আৰু খং এই শব্দ দুটা নিন্দাসূচক অৰ্থতেই ব্যৱহাৰ কৰা হয় বুলি নেভাবাঁ ?"

"কিয় নেভাবিম ! একেবাৰে সঁচা।"

"আকৌ, সেইদৰেই বিলাসিতা আৰু নাৰী-স্বভাৱসুলভতাই মানুহৰ মন অলস আৰু দুৰ্ব্বল কৰি পেলায় বাবেই জানো সেইবোৰ স্বভাৱক নিন্দা কৰা নহয় ?"

"হয়। ঠিক কৈছা।"

"তদুপৰি কোৱাঁচোন বাৰু। অশিষ্টতা আৰু নীচতাক নো বাৰু লজ্জাজনক বুলি কিয় কোৱা হয় ? অশিষ্ট আৰু নীচ মানুহৰ অন্তৰৰ শ্ৰেষ্ঠ উপাদানটো স্বভাৱতেই ইমান দুৰ্ব্বল যে মানুহটোৰ ভিতৰত থকা নীচ প্ৰবৃত্তিবোৰক সি দমাই ৰাখিব নোৱাৰেগে ; নোৱাৰি, সেই প্ৰবৃত্তিবোৰৰ ওচৰতেই সেও হৈ পৰে আৰু সেইবোৰকে তোষামোদ কৰিবলৈ ধৰে। এইবাবেই জানো লজ্জাজনক বুলি কোৱা নাই ?"

তেওঁ উত্তৰ দিলে, "হয়।"

"তেনেহ'লে, সুপুৰুষ এজন যেনেকৈ নিজৰ শ্ৰেষ্ঠ উপাদানৰ দ্বাৰা পৰিচালিত হয়, ঠিক তেনেকৈয়ে এই অশিষ্ট মানুহটোকো পৰিচালিত কৰিবলৈ কি কৰিব লাগিব ? তেতিয়া জানো যি জনৰ ওপৰত শ্ৰেষ্ঠ উপাদানটোৰ কৰ্ত্তৃত্ব আছে তেনে এজন শ্ৰেষ্ঠ পুৰুষৰ শাসনতেই তাক ৰাখিব নেলাগিব ? এই থিনিতে অৱশ্যে কথা এষাৰ কৈ থওঁ। থ্ৰেচিমাকুচে কোৱাৰ দৰে শাসিতৰ স্বাৰ্থৰ বিৰুদ্ধেই শাসকে শাসন কৰিব লাগে বুলি আমি কোৱা নাই। আমাৰ কথা হ'ল এইটোহে যে প্ৰত্যেক মানুহেই জ্ঞানৰ শ্ৰেষ্ঠ শক্তিৰ দ্বাৰা পৰিচালিত হ'ব লাগে। আৰু, যদি হে মানুহটোৰ অন্তৰত এই শ্ৰেষ্ঠ শক্তিৰ অভাৱ দেখা যায় তেতিয়াহ'লে বাহিৰৰ পৰাই আনি তেনে

শক্তি প্ৰতিষ্ঠা কৰিব লাগিব। তেতিয়া হে একেজন পৰিচালকৰ নিয়ন্ত্ৰণত থাকি সকলোবোৰ মানুহে নিজ নিজ যোগ্যতা অনুযায়ী কাম কৰি সমভাৱে মিলাপ্ৰীতিৰে থাকিব পাৰিব।"

"এৰা, কথাষাৰ ঠিকেই কৈছা।"

মই তেতিয়া ক'লোঁ, "সংবিধানৰ মূল কথাও হ'ল সেইটোৱেই। আমাৰ সংবিধানে সকলো নাগৰিককেই সমানে বিকাশ লাভ কৰাত সহায় কৰিব। আমাৰ শিশুবোৰৰ অৰ্থাৎ ভৱিষ্যত শাসক সকলৰ শিক্ষাৰ কথাও সেয়েই। আমাৰ ৰাজ্যখনে যেনেকৈ উপযুক্ত সংবিধান পাব লাগিব, আমাৰ শিশুবোৰেও সেইদৰে শ্ৰেষ্ঠ শিক্ষা পাব লাগিব। সিহঁতৰ অন্তৰত শ্ৰেষ্ঠ গুণৰ বিকাশ হ'ব লাগিব। দাৰ্শনিকে ৰাজ্যৰ শাসন চলোৱাৰ দৰেই তত্ত্বজ্ঞানে সিহঁতৰ অন্তৰ শাসন কৰিব লাগিব। এই খিনি হ'লে হে সিহঁতক ৰাজ্য পৰিচালনা কৰিবলৈ এৰি দিবপৰা হ'ব।"

"ওঁ, বুজিলোঁ।"

"তেন্তে গ্লকন, ধন-সম্পত্তি আৰু ক্ষমতা বৃদ্ধি কৰিবৰ কাৰণে অন্যায়ধৰ্ম্মী হৈ বা অমিতাচাৰী হৈ নাইবা যি কোনো ঘৃণনীয় কাম কৰি পাপৰ দ-বোকাত ভৰি সুমুৱাবলৈ যোৱাটো লাভজনক কথা হ'ব বুলি প্ৰমাণ কৰিবলৈ আমি বাৰু কিবা নীতি বা যুক্তি দাঙি ধৰিব পাৰিম নে?"

"সেইষাৰ কথা আমি কোনোমতেই সমৰ্থন কৰিব নোৱাৰোঁ।"

"কিন্তু, অন্যায় কাম কৰি লুকুৱাই ৰাখি শাস্তিৰ হাত সাৰিবলৈ চেষ্টা কৰাটো লাভজনক হ'ব বুলি কোন যুক্তিৰে ক'ব পাৰিম? এনে ধৰণে পলাই সৰা মানুহটো আৰু হে দুৰন্ত হৈ নপৰিব জানো? প্ৰকৃততে তাক ধৰা পেলাই উপযুক্ত শাস্তি বিহিলে হে তাৰ অন্তৰত থকা আসুৰিক অংশটো দমি গৈ শান্ত অৱস্থালৈ আহিব আৰু তেতিয়াহে তাৰ ভিতৰত থকা শান্ত অংশটোৱেও গা কৰিব পাৰিব। গতিকে এইদৰে শাস্তি পালে হে তাৰ আত্মাই স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিব পাৰিব। তেতিয়া হে তাৰ মনত জ্ঞানৰ উদয় হ'ব আৰু সি সংযমী আৰু ন্যায়ধৰ্ম্মী হ'বলৈ শিকিব। নিৰোগী অৱস্থাই যেনেকৈ দেহাক শক্তি আৰু সৌন্দৰ্য্য দান কৰে, জ্ঞানলাভেও সেইদৰে মনক

সাধুতা আৰু সংযমৰ অধিকাৰী কৰে। কিন্তু, দেহাতকৈ যেহেতু মন অধিক মূল্যবান, মানসিক সংযম আৰু সাধুতাও শাৰীৰিক শক্তি আৰু সৌন্দৰ্য্যতকৈ অধিক মূল্যবান।”

“একেবাৰে সত্য কথা কৈছাঁ।”

“তেনেহ’লে, আমি এতিয়া এইদৰে ক’ব পাৰোঁ যে বিবেচক জনে প্ৰথমতে এই উদ্দেশ্য সাধনৰ অৰ্থেই জীৱনত সমস্ত শক্তি উচৰ্গা কৰিব। আন সকলোবোৰ কথা এৰি দি তেওঁ একমাত্ৰ সেইবোৰ অধ্যয়নত হে ধৰিব যিবোৰে তেওঁৰ মনক সংযম আৰু সাধুতাৰ অমূল্য সম্পদৰ অধিকাৰী কৰিব পাৰিব।”

“ঠিক ধৰিছাঁ।”

“দ্বিতীয়তে, উত্তেজনামূলক খেল-ধেমালি বা আমোদ-প্ৰমোদত যোগ দিয়াটো দূৰৈৰ কথা, আনকি সাধাৰণ স্বাস্থ্য ৰক্ষাৰ ফালেও তেওঁক পিঠি দিয়া হে দেখা যাব। মনক সংযমী কৰাত সহায় নকৰিলে তেওঁৰ বাবে শৰীৰৰ বল শক্তি, স্বাস্থ্য-সৌন্দৰ্য্যৰো কোনো প্ৰয়োজন নাই। সকলো সময়তে তেওঁৰ এটাই মাত্ৰ চেষ্টা হ’ব—কেনেকৈ দৈহিক সংযমৰ যোগে মনৰ সাম্যভাৱ ৰক্ষা কৰিব পাৰে।”

“হয়। তেওঁ যদি প্ৰকৃততে সমন্বয়ৰ সাধক হয় এইটোকে নিশ্চয় কৰিব।”

“ধন উপাৰ্জ্জনৰ ক্ষেত্ৰতো তেওঁ জানো একে উদ্দেশ্যেৰেই নিজৰ জীৱন কঠোৰ ভাৱে নিয়ন্ত্ৰণ নকৰিব? ধন-সম্পত্তিৰ লালসাই যেহেতু কেয়োপিনে বিপদ হে চপায়, গতিকেই যেয়ে যিমানেই উৎসাহ-উদ্‌গনি নিদিয়ক লাগে, তেওঁ ধন-সম্পত্তি বৃদ্ধি কৰাৰ পথ সদায় এৰি নচলিব জানো?”

“তেওঁ ধন সংগ্ৰহৰ পথত কেতিয়াও নাযায়।”

“আনহাতে, ধনৰ উপাৰ্জ্জন আৰু খৰছ উভয়তে তেওঁ সদায় অতি সাৱধানে এনে নিয়মত চলিব যাতে প্ৰাচুৰ্য্য বা অভাব কোনোটোৱেই মনৰ সাম্যভাব নষ্ট কৰিব নোৱাৰে।”

“হয়। একেবাৰে ঠিক কথা কৈছাঁ।”

“সেইদৰেই যশস্যা বা ক্ষমতা অৰ্জ্জনৰ ক্ষেত্ৰতো তেওঁ সেই একে উদ্দেশ্যকে সদায় আগত ৰাখি চলিব। যি সম্মান আৰু ক্ষমতাই

তেওঁক সুপুৰুষ হোৱাত সহায় কৰিব তেনে সম্মান আৰু ক্ষমতা হে ৰাজহুৱা ক্ষেত্ৰতেই হওক বা নিজৰ জীৱনতেই হওক তেওঁ গ্ৰহণ কৰিব। বাকী যিবোৰ সম্মান আৰু ক্ষমতা ল'লে মনৰ সংযমত বাধা হ'ব বুলি আশঙ্কা কৰিব সেইবোৰৰপৰা তেওঁ সকলো সময়তে আঁতৰি থাকিব।"

"পিচে, সেইটোৱেই যদি মুখ্য উদ্দেশ্য হয় তেনেহ'লে দেখোন তেওঁ ৰাজনীতিত সোমাবলৈকে ইচ্ছা নকৰিব।"

মই উত্তৰ দিলোঁ, "ইচ্ছা নকৰিব কিয়? তুমি হে ভুল বুজিছা। ৰাজনীতিত তেওঁ নামিবই। নিজৰ জন্মস্থানত নহ'লেও অন্ততঃ তেওঁৰ নিজৰ ৰাজ্যৰ ৰাজনীতিত যোগ দিবই। দৈবাৎ কিবা অঘটন ঘটিলে অৱশ্যে সুকীয়া কথা।"

তেওঁ তেতিয়া ক'লে, "অ' বুজিছোঁ। অৰ্থাৎ তুমি ক'ব খুজিছা, যিখন ৰাজ্যৰ সংগঠনৰ কাম আমি এতিয়া সম্পূৰ্ণ কৰিলোঁহক আৰু যিখন এতিয়াও আমাৰ কল্পনা জগততে আছে, সেইখন ৰাজ্যৰ ৰাজনীতিত তেওঁ যোগ দিব। তেনে এখন ৰাজ্য অৱশ্যে তেওঁ এই পৃথিবীত বিচাৰি নাপাব।"

মই ক'লোঁ, "হয়। পিচে যিজনে এই ৰাজ্য চাব খোজে আৰু চাই, সেইমতে নিজৰ অন্তৰতে তেনে ৰাজ্য প্ৰতিষ্ঠা কৰিব খোজে, তেওঁ গৈ দেৱলোকত এই ৰাজ্যৰ চানেকি চাই ল'ব পাৰিব। এই ৰাজ্যখন মৰ্ত্ত্যত বৰ্ত্তমানে আছে নে নাই বা ভৱিষ্যতে হ'ব নে নহয়, সেই প্ৰশ্ন অবাস্তৱ; কিয়নো এই ৰাজ্য থাককেই বা নেথাকক, তেওঁ কিন্তু এইখন ৰাজ্যৰেই হে ৰাজনীতিত অংশ গ্ৰহণ কৰিব পাৰিব। অন্য কোনো বিধ ৰাজ্যতে নোৱাৰিব।"

তেওঁ উত্তৰ দিলে, "হয়। সেইটোৱেই কথা।"

## ১০ম খণ্ড

মই তেতিয়া ক'লোঁ, "বুজিছাঁ, আমাৰ ৰাজ্যখনৰ কেইটামান বৈশিষ্ট্যৰ পৰা আমি এটা কথা নিশ্চয়কৈ ক'ব পৰা হ'লোঁ। অৰ্থাৎ, যিখন আঁচনিৰ ভিত্তিত ৰাজ্যখন ঠিয় কৰোৱা হ'ল সেইখন যে একেবাৰে শুদ্ধ হৈছে তাত কোনো সন্দেহ নাই। বিশেষকৈ, কাব্যৰ বাবে যিবোৰ নিয়ম বান্ধি দিয়া হ'ল সেইবোৰৰ কথা ভাবিলেই মোৰ এই বিশ্বাস আৰু হে ডাঠ হৈ পৰে।"

"সেই নিয়মবোৰ নো কি আছিল?"

"সেইবোৰ আছিল এই ধৰণৰ, যেনে, অনুকৰণশীল কাব্য আমাৰ ৰাজ্যত সোমাবলৈ দিয়া নহ'ব। আত্মাৰ স্বকীয়া স্বকীয়া অংশ কেইটা ভালকৈ চিনি পোৱাৰ পাচত এতিয়া মই এই কথা আৰু দ-কৈ বুজি পালোঁ যে এনে বিধৰ কাব্যক ৰাজ্যৰ বাহিৰ কৰি ৰাখিবলৈ আমি কোন প্ৰকাৰে সংকোচ কৰিবই নেলাগে।"

"কথাটো নো কি ভালকৈ বুজাই কোৱাঁচোন।"

"ট্ৰেজেডিয়ান সকলৰ আগত যে তুমি মোৰ নিন্দা নোগোৱাগৈ সেইটো হওঁতে ভালদৰেই জানো। এতেকে তোমাৰ আগত নিৰ্ভয়ে ক'ব পাৰোঁ। বুজিছাঁ, অনুকৰণশীল কাব্যমাত্ৰেই মানুহৰ মন নষ্ট কৰিব। এই বিধ কাব্যৰ প্ৰভাৱ কি যি সকলে নাজানে, তেওঁলোকৰ মন সহজে নষ্ট হয়।"

"কিন্তু তোমাৰ এইষাৰ কথাৰ অৰ্থ মই হ'লে বুজিব নোৱাৰিলোঁ।"

"এৰা, মোৰ ভাবটো খোলোচাকৈয়ে ক'ব লাগিব এতিয়া। পিচে কথা এটাই হে অলপ অসুবিধাত পেলাইছে। হোমাৰক মই সৰুৰেপৰাই শ্ৰদ্ধা-ভক্তিৰ চকুৰে চাই আহিছোঁ। সেইবাবে হে দ্বিধা হৈছে। ইফালে এই হোমাৰেই হ'ল মনোৰম ট্ৰেজিক কাহিনী লেখক সকলৰ ঘাই গুৰু। কিন্তু, সেইবুলিয়েই এতিয়া মোৰ কথাষাৰ

নোকোৱাকৈ কেনেকৈ থাকিম? যিমানেই শ্ৰদ্ধাৰ পাত্ৰ নহওক, কোনোৱেই সত্যতকৈ ডাঙৰ হ'ব নোৱাৰে।"

"তোমাৰ ক'বলগীয়াটো তুমি ক'বই লাগিব অৱশ্যে।"

"তেনেহ'লে শুনা, বা মোৰ প্ৰশ্নৰ উত্তৰ দি যোৱাঁ।"

"বেচ, তুমিও প্ৰশ্ন কৰি যোৱাঁ।"

"বাৰু, সাধাৰণতে অনুকৰণ মানে কি বুজোৱা হয় ক'ব পাৰাঁ নে? প্ৰকৃততে মই নিজেও ইয়াৰ আচল অৰ্থটো এতিয়ালৈকে ধৰিব-পৰা নাই।"

"অ', সেইবাবেই হ'বলা মোকে উলিয়াবলৈ কৈছাঁ?"

"তুমি উলিয়ালে নো কি বৰ কথাটো হ'ব? কেতিয়াবা কেতিয়াবা এনেও হয় যে তীক্ষ্ণদৃষ্টিৰ মানুহতকৈ স্থূলদৃষ্টিৰ মানুহে সোনকালে হে কথা একোটা ধৰা পেলাব পাৰে।"

"সঁচা কথা। পিচে কিবা উলিয়াব পাৰিলেও তোমাৰ উপস্থিতিত প্ৰকাশ কৰিবলৈ মোৰ সাহে কুলোৱা নাই। গতিকে তুমি নিজেই হে উলিয়াব লাগিব।"

"তেনেহ'লে আমাৰ আগৰ পদ্ধতিতেই আলোচনা চলাবলৈ কোৱাঁ নে কি? এতিয়ালৈকে আমি প্ৰত্যেক বস্তুৰে সত্তাৰ এটা মাত্ৰ মূল স্বৰূপৰ ধাৰণা কৰি আহিছোঁহক। অৰ্থাৎ, একে নামকে দিয়া এক শ্ৰেণীৰ ভালেমান বস্তু সেই একেটা ৰূপৰ ভিতৰতে পৰে। এই সকলোবোৰ ক্ষেত্ৰত সত্তাৰ এটা বিশেষ ৰূপ বা প্ৰকৃতিৰ ধাৰণা কৰি আহিছোঁহক। এতিয়া, কথাটো বুজিব পাৰিছাঁ নে বাৰু?"

"পাৰিছোঁ।"

"তেনেহ'লে, এতিয়া এই ক্ষেত্ৰত সেই একেটা শ্ৰেণীত থকা বস্তুবোৰৰ ভিতৰত যিটোকে তুমি পছন্দ কৰা তাকে লোৱাঁ। উদাহৰণ-স্বৰূপে ধৰাঁচোন জানিবাঁ ভালেমান পালেং আৰু ভালেমান মেজ আছে।"

"বাৰু।"

"কিন্তু, এইবোৰ বস্তুৰ ৰূপৰ ভিতৰত মই দেখাত দুটাহে আছে—এক হ'ল পালেঙৰ ৰূপ আৰু এক হ'ল মেজৰ।"

"হয়।"

"আমাৰ পালেংখন বা মেজখন সাজোঁতে বা যেই কোনো এটা বস্তু তৈয়াৰ কৰোঁতে প্ৰত্যেক কাৰিকৰে পালেংখন বা মেজখনৰ ৰূপটো মনত ৰাখি হে সাজে বুলিও জানো আমি ধৰি লোৱা নাই ? অৱশ্যে কোনো কাৰিকৰেই ৰূপটো তৈয়াৰ নকৰে। সেইটো কৰিবও নোৱাৰে।"

"হয়।"

"পিচে বাৰু, এইজন কাৰিকৰক তুমি কি বুলি কবাঁ ?"

"কাৰ কথা কৈছাঁ নো ?"

"যেই কোনো মিস্ত্ৰীয়ে সাজিবপৰা যি কোনো বস্তুকে যি জন কাৰিকৰে সাজিব পাৰে তেওঁৰ কথাকে কৈছোঁ।"

"এৰা, তুমি হ'লে বেচ তিখৰ মানুহৰ কথাকেই কৈছাঁ দেই।"

"ৰ'বাঁচোন। ইয়াতকৈও ভাল যুক্তি আছে নহয়। একেজন মিস্ত্ৰীয়েই সকলো বিধ নিৰ্ম্মিত বস্তু তৈয়াৰ কৰিব পৰাৰ উপৰিও পৃথিবীত উৎপত্তি হোৱা সকলোবোৰ বস্তু উৎপাদন কৰে আৰু নিজকে ধৰি সকলো বিধ প্ৰাণীকেই সৃষ্টি কৰে। এইবোৰৰ বাদেও স্বৰ্গ, মৰ্ত্ত্য, দেৱ-দেৱতা, গ্ৰহ-নক্ষত্ৰ আৰু পাতালপুৰীত থকা সকলো বস্তুও হ'ল এইজনৰে সৃষ্টি।"

"আও ! তুমি দেখোন অসাধাৰণ কৰ্ম্মকুশল মানুহ এজনৰ বৰ্ণনা কৰি পেলালাঁ !"

"তুমি হ'বলা বিশ্বাস কৰিব খোজা নাই, নহয় ? বাৰু, কোৱাঁচোন, এনে এজন নিপুণ কাৰিকৰ থকাটো একেবাৰে অসম্ভৱ বুলি ভাবাঁ নে বাৰু ? নে, এনে ধৰণৰ বহুত বস্তু একেলগে নিৰ্ম্মাণ কৰিব পৰা কাৰিকৰ একপ্ৰকাৰে থাকিবও পাৰে আৰু একপ্ৰকাৰে নোৱাৰেও বুলি হে তুমি ভাবাঁ ? আনহাতে, তুমি নিজেও যে বহুবিধ বস্তু তৈয়াৰ কৰিব পাৰাঁ সেইটো জানো গম পোৱা নাই।"

তেওঁ সুধিলে, "কেনেকৈ ?"

মই উত্তৰত ক'লোঁ, "টান একো নহয়। চমুতে কৰিব পৰা উপায় বহুত আছে। তাৰ ভিতৰত আটাইতকৈ উজু উপায় হ'ল আৰ্চী এখন হাতত লৈ চাৰিওপিনে ঘূৰাই দিয়াটোৱেই। তেতিয়া একে মুহূৰ্ত্ততে তুমি বেলি এটা সৃষ্টি কৰিব পাৰিবাঁ, গ্ৰহ-নক্ষত্ৰ,

পৃথিবীও পাৰিবাঁ, তোমাৰ নিজকে বা যেই কোনো চেতন প্ৰাণী নাইবা অচেতন পদাৰ্থ, গছ-গছনি অথবা আমি আগতে উল্লেখ কৰা যি কোনো বস্তুকেও সৃষ্টি কৰিব পাৰিবাঁ।

"হয়। প্ৰতিৰূপ কিছুমান সৃষ্টি কৰিব পাৰিম। কোনো সত্য বস্তুৰ সৃষ্টি নহ'ব।"

"ঠিক কৈছাঁ। মোৰ আচল কথাটোলৈকে আহিছাঁ। এতিয়া মোৰ কথা হ'ল, চিত্ৰকৰ জনো এনে বিধৰ কাৰিকৰেই নহয় জানো?"

"কিয় নহ'ব।"

"এই চিত্ৰকৰৰ চিত্ৰবোৰো অবাস্তৱ বুলি এতিয়া তুমিও নিশ্চয় ক'বাঁ। কিন্তু, এই চিত্ৰকৰ জনেও জানো এক প্ৰকাৰে এখন পালেঙকে সজা নাই? নে, মোৰ ভুল হৈছে?"

"এৰা। চিত্ৰকৰ জনেও পালেঙৰ ৰূপ এটাকে আঁকিছে।"

"কিন্তু পালেং সজা কাৰিকৰ জনক তুমি কি সজা বুলি ক'বাঁ? পালেং-মিস্ত্ৰী জনে কোনোবা এখন বিশেষ পালেং হে সাজে, মূল-স্বৰূপ অৰ্থাৎ যাক আমি পালেঙৰ মূল বস্তু বুলি কৈছোঁ সেইটো নাসাজে—এই বুলিয়েই জানো তুমি ক্ষন্তেক আগতে কোৱা নাছিলাঁ?

"হয়। সেই বুলিয়েই কৈছিলোঁ।"

"এতেকে পালেংমিস্ত্ৰীয়ে যিটো নিৰ্ম্মাণ কৰিছে সেইটোৰ বাস্তৱ সত্তা নাই। গতিকে আমি জানো এই বুলিয়েই ক'ব নেলাগিব যে সি প্ৰকৃত বস্তু এটা নাসাজি মাত্ৰ আচল সত্তাৰ অনুৰূপ এটা হে সাজিছে, অৰ্থাৎ অবাস্তৱ বস্তু এটাকেই সাজিছে?' নহয় জানো? আকৌ যদি কোনোবাই পালেংমিস্ত্ৰীয়ে নাইবা অন্যান্য মিস্ত্ৰীয়ে তৈয়াৰ কৰা বস্তুকে সম্পূৰ্ণ সত্তা বুলি কয় তেনেহ'লে তেওঁৰ সেই কথা নিশ্চয় অশুদ্ধ হ'ব, নহ'ব জানো?"

"হয়। তাত্ত্বিক আলোচনাত অভিজ্ঞ সকলে সেই বুলিয়েই ক'ব।"

"তেনেহ'লে, পালেংখনৰ দৰে আচল বস্তু এটাও সত্তাৰ তুলনাত তেনেই অসাৰ বস্তু যেন দেখিলে আচৰিত হ'ব লগীয়া একো নাই।"

"নাই।"

"তেনেহ'লে, এইবোৰ উদাহৰণৰে সহায় লৈ আমি এতিয়া অনুকৰণশীল প্ৰকৃতিৰ অনুসন্ধানত আগবাঢ়িম নে কি ?"

"ওঁ, পাৰিবাঁ ।"

"এতিয়া পালেং, আমাৰ তিনি বিধিৰ হ'ল। তাৰে এবিধৰ প্ৰকৃত সত্তা আছে। এইবিধক ভগৱানৰ সৃষ্টি বুলি মই ক'ব খুজিছোঁ। বাৰু, ভগৱানে নাই কৰা যদি কোনে কৰা বুলি ক'ম ?"

"সেই বিধ একমাত্ৰ ভগৱানে হে সৃষ্টি কৰিব পাৰিব।"

"দ্বিতীয় বিধ কৰিছে পালেংমিস্ত্ৰীয়ে।"

"হয়।"

"আৰু, তৃতীয় বিধ হ'ল, চিত্ৰকৰৰ হাতৰ কাম। নহয় জানো ?"

"হয়।"

"এতিয়া আমি তিনি বিধ পালেং আৰু সেইবোৰৰে তিনি বিধ স্ৰষ্টা পালোঁহক—চিত্ৰকৰ, পালেংমিস্ত্ৰী আৰু ভগৱন্ত।"

"হয়। তিনি বিধ পালোঁ।"

"কিন্তু, এখনতকৈ বেচি পালেং নিৰ্ম্মাণ কৰিবৰ ইচ্ছা নোহোৱাৰ বাবেই হওক বা কিবা অসুবিধাত পৰি এখনতকৈ সৰহ পালেং জগতৰ বাবে নকৰাৰ বাবেই হওক, ভগৱন্তই মাত্ৰ এখন হে পালেং সাজিলে। সেইখনেই হ'ল সকলোৰে মূল পালেং বা আদৰ্শ পালেং। এই পালেঙৰ দুখন বা ততোধিক কিন্তু ভগৱানে নকৰিলে, আৰু নকৰিবও।"

"কিয় নকৰিব ?"

"কাৰণ হ'ল, ভগৱন্তই যদি দুখন পালেং কৰি দিয়ে তেতিয়া আকৌ এখন আদৰ্শ পালেং ওলাব। সেইখন আদৰ্শ পালেঙৰ স্বৰূপটোৱেই তেতিয়া বাকী দুখনত প্ৰকাশ পাব। তেতিয়া সেইখন পালেং হে আদৰ্শ-পালেং হ'বগৈ, বাকী দুখন হ'ব নোৱাৰে।"

"হয়। তুমি ঠিকেই ধৰিছা।"

"বোধকৰোঁ ভগৱন্তই এই কথাকে বুজি পায়েই আদৰ্শ পালেঙৰ আদৰ্শ-নিৰ্ম্মাতা হৈ থাকিবলৈকে বিচাৰিলে, কোনোবা এখন পালেঙৰ কোনোবা এজন মিস্ত্ৰী হ'বলৈ নগ'ল। গতিকে ভগৱন্তই এখন মূল পালেং বা আদৰ্শ পালেঙৰ সৃষ্টি কৰিলে।"

"হয়।"

"তেনেহ'লে, এতিয়া ভগৱন্তক এই মূল বস্তুটোৰ স্রষ্টা বুলি ক'বা নে নোকোৱা ?"

তেওঁ ক'লে, "সেইবুলি ক'বই লাগিব ; কিয়নো তেঁৱেই হ'ল এই মূল বস্তু আৰু অন্যান্য সকলো মূল বস্তুৰ স্রষ্টা। তেওঁৰ সৃষ্টিয়েই হ'ল আদৰ্শ সৃষ্টি।"

"কিন্তু, পালেং-মিস্ত্রী জনক কি বুলিবা ? তেওঁক আমি পালেঙৰ কৃত্রিম নির্ম্মাতা বুলি নক'ম জানো ?"

"ওঁ, ক'ম।"

"কিন্তু, চিত্রকৰ এজনক আমি একেটা বস্তুৰেই কৃত্রিম নির্ম্মাতা ও স্রষ্টাও বুলি কম নে কি ?"

"ওহোঁ, নোৱাৰোঁ ক'ব।"

"তেন্তে পালেংখনৰ সম্পর্কত তুমি চিত্রকৰ জনক কি বুলিবা ?"

"মোৰ মতে অনুকৰণকাৰী বোলা হে উচিত হ'ব। বাকী দুজনে নির্ম্মাণ কৰা বস্তুটোকে এওঁ অনুকৰণ কৰিছে।"

"বাৰু তেনেহলে, কোনোবা এজনে কিবা বস্তু এটা প্রস্তুত কৰোঁতে যদি সেই বস্তুৰ মূল ৰূপৰপৰা দুগুণ আঁতৰি আছে তেতিয়া সেই প্রস্তুতকাৰী জনক অনুকৰণকাৰী বুলিবা জানো ?"

"সেই বুলিয়েই নিশ্চয় ক'ব লাগিব।"

"এতেকে যেহেতু বিয়োগান্ত কাব্যকাৰ জনো এবিধ অনুকৰণ-কাৰীয়েই, গতিকেই তেওঁকো সেই ধৰণেই ক'ব পাৰোঁ যে অন্য অনুকৰণকাৰীৰ দৰেই তেওঁও মূল বস্তু আৰু সত্যৰপৰা নামি তৃতীয় স্তৰত হে ৰ'বগৈ।"

"ৰ'বগৈ।"

"অনুকৰণকাৰীৰ লক্ষণ সম্পর্কে তেনেহ'লে আমি একমত হলোঁ-হক। পিচে বাৰু, চিত্রকৰৰ সম্পর্কত প্রশ্ন এটাৰ উত্তৰ দিয়াঁচোন। চিত্রকৰে বাৰু মূল সৃষ্টিৰ বস্তুটো অনুকৰণ কৰে, নে কৃত্রিম নির্ম্মাণৰ বস্তুটোক অনুকৰণ কৰে ?"

তেওঁ ক'লে, "দ্বিতীয় বিধৰ কৰে।"

"বস্তু এটা যেনে আছে তেনেই অনুকৰণ কৰিব, নে বস্তুটোৰ ৰূপৰ হে অনুকৰণ কৰিব? বুজাই কোৱাঁচোন।"

"তোমাৰ কথাষাৰ মই ধৰিব পৰা নাই।"

"মই ক'ব খুজিছোঁ এইটোকে, অৰ্থাৎ পালেংখন কোনোবা এঁদাত্তিৰপৰা চাওঁতে বা সমুখৰপৰা চাওঁতে নাইবা অইন যেই কোনো এফালৰপৰা চাওঁতে পালেংখন কিবা বেলেগ হৈ পৰে নে কি। নে, পালেংখন বেলেগ বেলেগ যেন দেখিলেও আচলতে একেই থাকে? সেইদৰেই আনবোৰ বস্তুৰ ক্ষেত্ৰতো এনে হয় নে নহয় বাৰু?"

"পিচৰষাৰ হে শুদ্ধ হ'ব। অৰ্থাৎ দেখাত বেলেগ বেলেগ যেন লাগিলেও বস্তুটো আচলতে সলনি নহয়।"

"এতিয়াও কথা হ'ল সেইটোৱেই। তাকেই হে তোমাক ভাবি চাবলৈ কৈছোঁ। বাৰু, চিত্ৰকলাই এই দুই বিধৰ কোনবিধক সদায় বিচাৰে? চিত্ৰকলাই আচল বস্তুটোক অনুকৰণ কৰে নে প্ৰতিকৃতিৰ প্ৰতিকৃতি হে অনুকৰণ কৰে, অৰ্থাৎ চিত্ৰকলা প্ৰতিৰূপৰ অনুকৰণ নে সত্যৰ?"

তেওঁ ক'লে, "প্ৰতিৰূপৰ অনুকৰণ।"

"তেনেহ'লে, সত্যৰ সৈতে অনুকৰণ-কলাৰ কোনো সম্পৰ্ক নাই। এনে কলাই বস্তুটোৰ সামান্য অংশ এটাৰ হে উপলব্ধি কৰিব পাৰে; সেই সামান্য অংশটোও আকৌ হ'ল প্ৰতিৰূপ হে, আচল নহয়। গতিকেই ই যেই কোনো বস্তুকে অনুকৰণো কৰিব পাৰে। উদাহৰণ-স্বৰূপে, মুচীয়াৰ, কাঠমিস্ত্ৰী বা অন্যান্য যেই কোনো বৃত্তিৰ বিষয়ে একোটোকে নজনাকৈয়েই চিত্ৰকৰে মুচীয়াৰ, কাঠমিস্ত্ৰী বা অন্য কাৰিকৰৰ চিত্ৰ আঁকি দিব পাৰে বুলি আমি জানো। এনেদৰে অজ্ঞতাৰ মাজত থাকিও এজন ভাল চিত্ৰকৰ হ'ব পাৰে। এনে চিত্ৰকৰে কাঠমিস্ত্ৰীৰ চিত্ৰপট এখন আঁকি দূৰৈৰপৰা দেখুৱালে সেই চিত্ৰকে শিশু আৰু অজ্ঞলোকে আচল কাঠমিস্ত্ৰী বুলি ভাবিব। এইদৰেই চিত্ৰকৰে সিহঁতক প্ৰৱঞ্চনাও কৰিব পাৰিব।"

"সেইটো যে কৰিব তাত সন্দেহ নাই।"

"বাৰু সেইবোৰ যি হওক, মই এতিয়া তোমাক কওঁ, আমি নো

কি দৰে এই কথাবোৰ লোৱা উচিত। যেতিয়াই কোনোবা এজনে আহি আমাক কয়হি যে তেওঁ এনে এজন মানুহ পাই আহিছে যি জন সকলো বিধ কাৰিকৰী বিদ্যাত পাৰ্গত আৰু যি জনে সকলোৰে জনা কথা এটাইবোৰ অকলেই আয়ত্ত কৰি সকলোকে চেৰ পেলাইছে, তেতিয়া হ'লে সেইদৰে কোৱা জনক আমি তেনেই অঁকৰা বুলি হে ধৰি লম। তেওঁক আমি ক'ম যে তেওঁ কোনোবা বাজীকৰ বা অভিনেতাক হে লগ পাই আহিছে। সত্য, অসত্য আৰু প্ৰতিৰূপ কোনটো কি বস্তু চিনি পোৱাৰ ক্ষমতা তেওঁৰ নাই ; গতিকে তেওঁ বাজীকৰ এটাৰ কথাতে ভোল গৈ জ্ঞানৰ অভিনয় কৰা জনকে সৰ্ব্বজ্ঞ বুলি ধৰিছে।"

"একেবাৰে সঁচা কথা।"

মই তেতিয়া কলোঁ, "এতিয়া বাৰু ট্ৰেজেডি আৰু ট্ৰেজেডিৰ মহান শিল্পী হোমাৰৰ কথাও চাওঁচোন। সকলোৰে কয় বোলে মহাকবি সকল সকলো বিধ কলাতেই পাৰ্গত আৰু তেওঁলোকে পৃথিবীৰ মানুহৰ সকলো কথা আৰু স্বৰ্গৰ দেৱতা সকলৰ সকলো কথা ভালকৈ জানে আৰু সেই সকলে হে বোলে মনোৰম কাব্য লিখিব পাৰে। গতিকে, এতিয়া বাৰু চোৱা যাওকচোন, মহাকবি সকলৰ কথা কওঁতে মানুহে অনুকৰণকাৰীৰ কথা হে কৈছে নে কি। অৰ্থাৎ কবি সকলৰ কাব্যত সাধাৰণ মানুহ ইমান মুগ্ধ হৈ পৰিল নেকি যে কবি সকলে বৰ্ণনা কৰা কথাবোৰ আচল সত্যৰপৰা ত্ৰিগুণে আঁতৰি যোৱাটো ধৰিবই পৰা নাই। আৰু এই বৰ্ণনাবোৰ যে সত্যৰ অভিজ্ঞতা নথকা মানুহৰ মন মুহিবপৰাকৈ দিয়া প্ৰতিৰূপৰ হে বৰ্ণনা, আচল সত্য নহয়, সেই কথাও কিজানি তেওঁলোকে গম পোৱাই নাই। আনহাতে আকৌ সৰ্ব্বসাধাৰণে কোৱা খিনিয়েই সঁচা নে কি ? যি বোৰ কথা মহাকবি সকলে ইমান সুন্দৰকৈ কোৱা বুলিয়েই সৰ্ব্বসাধাৰণে যেতিয়া বিশ্বাস কৰিছে, সেই বোৰ কথা কিজানি কবি-সকলে সুন্দৰকৈ জানেই বা ?"

"এৰা, এই সকলোবোৰ আমি ভালকৈ চাব লাগিব।"

"বাৰু তেনেহ'লে, কোনোবাই যদি মূল আৰু প্ৰতিৰূপ উভয়কে সৃষ্টি কৰিবলৈ সমৰ্থ হয় তেন্তে তেওঁ বাৰু প্ৰতিৰূপ সৃষ্টিৰ কাৰ্য্যকেই

জীৱনৰ একমাত্ৰ কাম্য বুলি ধৰি দেহেকেহে তাতে লাগি যাব নে আৰু তাকেই এক মহৎ আদৰ্শ বুলি ধৰি ল'ব নে?"

"ওহোঁ। মই সেইবুলি কেতিয়াও নেভাবোঁ।"

"বৰঞ্চ, যি বোৰ মহৎ কাৰ্য্য তেওঁ অনুকৰণ কৰিছে সেইবোৰ আচলতে নো কি সেইটো যদি ভালকৈ বুজি পালেহেঁতেন তেতিয়া হ'লে কিন্তু তেওঁ অনুকৰণত নধৰি নিজেই তেনে মহৎ কাৰ্য্য সাধন কৰাৰ চেষ্টা কৰিলেহেঁতেন। এনে মহৎ কাৰ্য্যকে কৰি তেওঁ নিজৰ স্মৃতিও যুগমীয়া কৰি থৈ গ'লহেঁতেন। লোকৰ বীৰত্বৰ গুণগান কৰিবলৈ নগৈ নিজেই বীৰত্ব প্ৰকাশ কৰি আনৰ প্ৰশংসাভাজন হ'বলৈ হে গ'লহেঁতেন।"

তেওঁ তেতিয়া ক'লে, "এই বিষয়ত তোমাৰ লগত মই একমত। লোকৰ বীৰত্বৰ অনুকৰণ নকৰি নিজেই বীৰ হ'লেহে তেওঁৰ সন্মান আৰু যশস্যা বেচি বৃদ্ধি পাব।"

"এইখিনিতে আমি হোমাৰ বা আন সকল মহাকবিক কথা এটা সুধিব পাৰোঁ। অৱশ্যে আমি এনে প্ৰশ্ন নোসোধোঁ, যেনে, প্ৰাচীন কালত বা আধুনিক যুগত মহাকবি সকলে চিকিৎসক সকলৰ ভাষা হে মাথোন অনুকৰণ কৰিছিল নে কি? নে, তেওঁলোক চিকিৎসা-কলাতো পাৰ্গত আছিল? আৰু, যদি হে পাৰ্গতেই আছিল তেনেহ'লে নো তেওঁলোকে এচ্‌ক্লেপিয়ুজৰ দৰে ৰোগীক আৰোগ্য কৰাৰ যশস্যা কিয় আৰ্জ্জন কৰিব নোৱাৰিলে? এচ্‌ক্লেপিয়ুজে শিকাই থৈ যোৱাৰ দৰে এদল চিকিৎসাবিদ সৃষ্টি কৰিব নোৱাৰিলে কিয়? এনে ধৰণৰ অন্যান্য অলাগতিয়াল প্ৰশ্ন সুধিও আমি তেওঁলোকক ব্যতিব্যস্ত কৰিব নোখোঁজোঁ। কিন্তু, যুদ্ধ, যুদ্ধ-পৰিচালনা, ৰাজ্য-প্ৰশাসন, শিক্ষা আদি গুৰুত্বপূৰ্ণ বিষয়ত হ'লে হোমাৰৰ কিমান পাৰদৰ্শিতা আছে পৰীক্ষা কৰাটো নিতান্তই উচিত হ'ব। গতিকে আমি এইবুলি প্ৰশ্ন কৰিম—"শুনক হোমাৰ, কলাকাৰৰ কথা কওঁতে আমি কলাকাৰক সত্যৰ বহুত তলত তৃতীয় স্তৰত হে আছে বুলি কৈছিলোঁ। এতিয়া, আপুনি যদি নিজে সত্যৰ ওচৰ চাপি দ্বিতীয় স্তৰতে আছে বুলি ক'ব খোজে আৰু যদি মানৱ-ধৰ্ম্মৰ বিষয়ে আপুনি সঁচাকৈয়ে জ্ঞান উপলব্ধি কৰিছে বুলি

ক'ব খোজে, নাইবা কেনে ধৰণে চলিলে মানুহ সুপুৰুষ বা সুনাগৰিক হ'ব পাৰে সেই কথাও জানেই, তেনেহ'লে আমাক ক'ব নে কোনখন ৰাজ্যক নো সুসংবিধান লাভ কৰাত আপুনি সহায় কৰিছে—যেনেকৈ লেচিডেমোন ৰাজ্যক লাইকাৰগুচে কৰিছিলে বা অন্যান্য সৰু-বৰ ৰাজ্যক বিভিন্ন দাৰ্শনিকে কৰিছে? এখন ভাল সংবিধান ৰচনা কৰি দি কোনোবা ৰাজ্যক আপুনি উপকাৰ কৰিছে নে বাৰু? এই ক্ষেত্ৰত ইটালী আৰু চিচিলি দেশে কেৰেণ্ডাচৰ প্ৰতিভা স্বীকাৰ কৰিছে। আমিও চ'লনৰ ওচৰত ঋণী। কিন্তু, আপোনাৰ গুণ এতিয়ালৈকে কোনখন ৰাজ্যই স্বীকাৰ কৰিছে বাৰু? আমাৰ এই প্ৰশ্নৰ উত্তৰত হোমাৰে কোনোবা ৰাজ্যৰ নাম ক'ব পাৰিব নে?"

গ্লকনে উত্তৰ দিলে, "বোধকৰোঁ নোৱাৰিব। আনকি হোমাৰক আটাইতকৈ ভালপোৱা কবি সকলৰ ভিতৰতো কোনেও এনে এটা দাবী কৰা নাই।"

"বাৰু তেন্তে। হোমাৰৰ সময়ত তেওঁৰ নিজৰ পৰিচালনাতে হওক বা তেওঁৰ বুধি-পৰামৰ্শমতেই হওক কোনোবা যুদ্ধত জয়লাভ কৰা হৈছিল বুলি ক'ৰবাত শুনিছা নে বাৰু?"

"ওহোঁ। তেনে কোনো যুদ্ধৰেই কথা শুনা নাই।"

"বাৰু, ব্যৱহাৰিক কলা বা কাৰিকৰী-বিদ্যা সম্পৰ্কীয় লাগতিয়াল কিবা উদ্ভাৱন কৰা বুলিও হোমাৰৰ নাম শুনিছা জানো, কিজানি সেইফালৰপৰাও আমি হোমাৰক মিলেটুচৰ থেইলচ বা চাইথিয়াৰ আনাকাৰ্চিচৰ দৰে সাংসাৰিক জ্ঞানত জ্ঞানীলোক বুলি ক'ব পাৰোঁৱেই।"

"ওহোঁ। তেনে ধৰণৰ কথাও শুনিবলৈ পোৱা নাই।"

"বাৰু তেনেহ'লে।"

"পাইথাগোৰাচে যি শিক্ষা দি থৈ গৈছে সেয়েই পাইথাগোৰীয় দৰ্শন বুলি জনাজাত হৈ থকা নাই জানো আৰু সেই দৰ্শনকে তেওঁৰ শিষ্যসকলে আজিলৈকে প্ৰচাৰ কৰি ফুৰা নাই জানো? কিন্তু হোমাৰেও তেনেদৰে কিবা শিক্ষা দি থৈ যোৱাৰ কথা ক'ৰবাত গম পাইছা নে? ৰাজহুৱা জীৱনত হোমাৰে কিবা নেতৃত্ব দিছিল নে নাই সেইকথা আমাক নেলাগে। পিচে, তেওঁৰ জীৱনত বাৰু

হোমাৰে কোনোবা মানুহক এনে কিবা শিক্ষা দি গ'ল নে যাৰ বাবে তেওঁৰ প্ৰতি কৃতজ্ঞ হৈ মানুহে তেওঁৰ যশগান গাব পাৰিছে নাইবা যিটোকেই আমি পাইথাগোৰীয় দৰ্শনৰ দৰে হোমাৰীয় দৰ্শন বুলি গৌৰৱ কৰিব পাৰোঁ ?"

"ওহোঁ। ছক্ৰেটিচ, তেনে কোনো কথাও শুনিবলৈ পোৱা নাই। বৰঞ্চ হোমাৰৰ বিষয়ে শুনা কাহিনীবোৰ যদি সঁচা হয়, তেওঁ নিজৰ অন্তৰঙ্গ বন্ধু ক্ৰিয়ফাইলুছক[১] যি শিক্ষা দিছিল সিও তেওঁৰ বদনামৰ কথাহে হ'ল। শুনামতে, জীৱন কালতেই হোমাৰক ক্ৰিয়ফাইলুচে অমান্য কৰিলে।"

"এই কাহিনী অৱশ্যে সঁচা। পিচে গ্লকন, তোমাৰ নিজৰ মত বাৰু কি ? সত্যৰ প্ৰতিৰূপ সৃষ্টি কৰিবৰ বাবেই কাব্য লিখাত ব্যস্ত নাথাকি হোমাৰে যদি সেই সত্যৰ জ্ঞানকে বিতৰণ কৰি মানুহক প্ৰকৃত শিক্ষা দিব পাৰিলেহেঁতেন তেতিয়া বাৰু হোমাৰক কেউপিনে সকলোৱে আদৰ-সম্মান নকৰিলেহেঁতেন নে ? এবডেৰাৰ প্ৰটাগৰাচ আৰু চিয়ুজৰ প্ৰডিকাচ আদি শিক্ষকৰ শ্ৰেণীটোৱে জানো তেতিয়া এনেকৈ শিপাব পাৰিলেহেঁতেন ? এই শ্ৰেণীৰ শিক্ষকে সাধাৰণ মানুহক বুজাই দিলে যে তেওঁলোকৰ শিক্ষা অবিহনে কোনো মানুহেই ব্যক্তিগত জীৱনতো উন্নতি কৰিব নোৱাৰে, ৰাজহুৱা জীৱনতো সফল হ'ব নোৱাৰে। তেওঁলোকৰ কথাত সকলো মানুহ ইমান আকৃষ্ট হৈ পৰিল যেন তেওঁলোকক পাৰিলে মূৰত তুলিয়েই লৈ ফুৰাব। কিন্তু হোমাৰ আৰু হেচিয়দৰ লগৰ কবি সকলে যদি মানুহক সঁচাকৈয়ে প্ৰকৃত শিক্ষাদান কৰিব পাৰিলেহেঁতেন তেন্তে জানো এই শ্ৰেণী শিক্ষকে এনে ভাৱে সম্মান লাভ কৰিব পাৰিলে-হেঁতেন ? তেওঁলোকে উচিত শিক্ষা দিয়া হ'লে এইটোহে বৰঞ্চ হ'লহেঁতেন যে সোণৰ চপৰা দেখিলে কেউপিনৰপৰা উবুৰি খাই

---

১। এই কথাখিনি বৰ স্পষ্ট নহয়। মূল ভাষাৰ অৰ্থ উলিয়াই পঢ়িলে কথাখিনিৰ অৰ্থ এনে হ'ব—জীৱনকালত হোমাৰক সকলোৱেই আওহেলা কৰিছিল। ক্ৰিয়ফাইলুচকে ধৰি আটায়ে তেওঁক দেখিব নোৱৰা হৈছিল। অৰ্থাৎ তেওঁৰ অন্তৰঙ্গ বন্ধু ক্ৰিয়ফাইলুচেই যদি তেওঁক অমান্য কৰিছিল তেন্তে হোমাৰৰ শিক্ষা কিমান নিম্নস্তৰৰ আছিল সেইটো আৰু ক'বই নেলাগে।

ধৰাদি সকলো মানুহেই এই কবি সকলক হেচাঁ মাৰি কেনিও যাবলৈকে নিদিলেহেঁতেন। আৰু, যদি হে কবিসকল একে ঠাইতে থাকি শিক্ষাদান কৰিবলৈ অমান্তি হ'লহেঁতেন তেতিয়াহ'লে মানুহবোৰে শিক্ষা সম্পূর্ণ নোহোৱালৈকে তেওঁলোকৰ লগ নেৰিলেহেঁতেন।"

"ছক্রেটিচ, তোমাৰ কথা একেবাৰে সত্য।"

"তেনেহ'লে এতিয়া আমি এই বুলিয়েই সিদ্ধান্ত নকৰিম জানো যে হোমাৰৰ মহাকাব্যকে ধৰি সকলোবোৰ কাব্যতে যি বোৰ বর্ণনা পোৱা যায় সেইবোৰ আচল ৰূপৰ বর্ণনা নহয়, প্রতিৰূপৰ হে বর্ণনা। উৎকৃষ্ট মানবীয় গুণৰ বর্ণনাৰ ক্ষেত্রতো সেই একে কথাই খাটে। এই কাব্যবোৰত সত্যৰ উপলব্ধিৰ অভাৱ। ক্ষন্তেক আগতে চিত্রকৰৰ কথা কওঁতে আমি কৈছিলোঁৱেই নহয় যে চিত্রকৰ এজনে মুচিয়াৰৰ জীৱনৰ কথা একোটোকে নজনাকৈয়েই হুবহু মুচিয়াৰৰ চিত্র আঁকি মানুহৰ চকুৰ আগত দাঙি ধৰিব পাৰে। মুচিয়াৰৰ বিষয়ত সমানেই অজ্ঞ দর্শক এজনেও চিত্রখনৰ আঁক কেইডাল আৰু ৰং দেখিয়েই তাতে ভোল গৈ মুচিয়াৰৰ চিত্রকে মুচিয়াৰ বুলি ধৰিব। নহয় জানো?"

"হয়। সেইদৰেই ধৰিব।"

"গতিকে কাব্যকাৰৰ বেলিকাও ঠিক একেটাই হ'ব। সত্যৰ জ্ঞান, চিত্রকৰৰ দৰে কাব্যকাৰৰো নাই। কাব্যকাৰেও প্রতিৰূপৰে হে বর্ণনা কৰে। মানুহৰ বিভিন্ন বৃত্তিৰ বিষয়ে তেওঁৰ কোনো অভিজ্ঞতা নাই। গতিকে বিভিন্ন বৃত্তিৰ কথা প্রকাশ কৰিবলৈ তেওঁও চিত্রকৰে বিভিন্ন ৰং লগোৱাৰ দৰেই বিশেষ্য, ক্রিয়াপদ আদি বিভিন্ন সুমধুৰ শব্দ ব্যৱহাৰ কৰে। সুৰ, ছন্দ, ধ্বনি আদিৰ সহায়ত কবিয়ে জোতা তৈয়াৰী, সৈন্য পৰিচালনা আদি বিভিন্ন বিষয়ত কাব্য ৰচনা কৰে। আৰু, সেই সুমধুৰ কাব্যকে শুনি শ্রোতা সকল আকৃষ্ট হৈ পৰে। শ্রোতা সকলো যেহেতু কবিৰ দৰেই অজ্ঞ, গতিকেই তেওঁলোকেও কবিৰ ভাষা, সুৰ আৰু ছন্দৰ মাধুর্য্যতে ভোল গৈ আচল বস্তুৰ কথা পাহৰিয়েই যায়। সুমধুৰ কাব্যৰ এনে হেনেই প্রভাৱ! কিন্তু সুৰ-ছন্দ বাদ দি যদি অকল কথাখিনিকে ৰাখোঁ তেতিয়া মাথোন শুকান হাড় কেইডাল হে ওলাই পৰিবগৈ।"

তেওঁ উত্তৰ দিলে, "এৰা, কথাটো মইও লক্ষ্য কৰিছোঁ।"

"তেনেহ'লে ধৰাঁচোন জানিবাঁ এনে এজন মানুহ আছে যাৰ অন্তৰত সৌন্দৰ্য্য নাই কিন্তু মুখখন হ'লে ধুনীয়া, নিপোটল। এই নিপোটল চেহেৰাটো শুকাই গ'লে মানুহটোৰ যি অৱস্থা হ'বগৈ তাকেই জানো এই কথাষাৰে আমাক সোঁৱৰাই নিদিয়ে ?"

"হয়, সেইটোকে সোঁৱৰায়।"

"এতিয়া বাৰু এইষাৰ কথাও পৰীক্ষা কৰি চোৱাঁচোন। আমি কৈছিলোঁ নহয়, প্ৰতিমূৰ্ত্তিৰ নিৰ্ম্মাণকৰ্ত্তাই অৰ্থাৎ অনুকৰণকাৰীয়ে প্ৰতিৰূপ হে মাথোন চিনি পায়, আচল বস্তুটো নাপায়। কথাটো হয় নে নহয় বাৰু ?"

"হয়।"

"পিচে, আধৰুৱা ব্যাখ্যাতেই কথাটো এৰি দিব নোৱাৰি। ভালকৈ পৰীক্ষা কৰি চাব লাগিব।"

"কৰাঁ তেনেহ'লে।"

"আমি কোৱা মতে চিত্ৰকৰে ঘোঁৰাৰ লেগামৰ মুখৰ অংশ আৰু লেগামডাল চিত্ৰিত কৰিব। নকৰিব জানো ?"

"হয়। কৰিব।"

"কিন্তু লেগামডাল তৈয়াৰ কৰিব চৰ্ম্মশিল্পীয়ে আৰু লেগামৰ মুখৰ অংশ কৰিব কমাৰে।

"হয়।"

"পিচে, লেগামডালৰ মুখটো আৰু লেগামডাল কেনে ভাঁজত কৰিব লাগিব সেইকথা জানো চিত্ৰকৰে জানিব ? নহ'লে কথা এইটো হে নে কি যে সেইবোৰ তৈয়াৰ কৰোঁতা চৰ্ম্মশিল্পী আৰু কমাৰেও সেই বিষয়ে একোকে নেজানে। ঘোঁৰা-চালকে হে সেইবোৰ ব্যৱহাৰ কৰে ; এতেকে কেনে ভাঁজ দিব লাগিব সেইটো অকল ঘোঁৰা-চালকে হে বুজি পাব।"

"হয়। সেইটো হে আচল কথা।"

"তেন্তে, সকলো বস্তুৰ ক্ষেত্ৰতেই একেটাই অসুবিধা হ'ব বুলিয়েই জানো ক'ব নোৱাৰিম ?"

"তাৰ মানে ?"

"অৰ্থাৎ, সাধাৰণ ভাৱে আমি এই বুলি ক'ম যে প্ৰতি বস্তুতে তিনি বিধ কলা জড়িত আছে—প্ৰথম বিধ কলাই বস্তুটো কামত লগায়, দ্বিতীয় বিধে বস্তুটো তৈয়াৰ কৰে আৰু তৃতীয় বিধে বস্তুটো অনুকৰণ কৰে। এইদৰেই ক'ব নোৱাৰিম জানো ?"

"হয়। পাৰিম।"

"যি কোনো নিৰ্ম্মিত বস্তু বা জীৱন্ত প্ৰাণী বা মানুহৰ কৰ্ম্মক উৎকৃষ্ট বা সুন্দৰ বা উচিত বুলি ক'বলৈ যোৱাৰ আগতে কিহৰ উদ্দেশ্যে নো বস্তুটো নিৰ্ম্মাণ কৰা হৈছে বা কিহৰ উদ্দেশ্যে নো প্ৰাণী এটাক সৃষ্টি কৰা হৈছে বা কিহৰ উদ্দেশ্যতনো কৰ্ম্ম এটা কৰা হৈছে তাক পৰীক্ষা কৰি চাব লাগিব।"

"হয়। সেইদৰে পৰীক্ষা কৰি ল'ব লাগিব।"

"এতেকে, কিবা এটা বস্তু ব্যৱহাৰ কৰিবলৈ হ'লে সেই বস্তুটো নো কেনেকুৱা, ভালকৈ চিনি পাব লাগিব আৰু ব্যৱহাৰত লগোৱা অৱস্থাত বস্তুটো ভালেই চলিছে নে বেয়াই চলিছে সেই কথাটো নিৰ্ম্মাণ কৰোঁতা জনক জনাব লাগিব। উদাহৰণ স্বৰূপে, বাঁহী-বাদকে বাঁহীত যেতিয়া সুৰ দিব তেতিয়া বাঁহীটো বজাই কেনে পাইছে বাঁহী-সাজোঁতা জনক জনাব লাগিব। সেইমতে বাঁহী-সাজোঁতা জনেও বাঁহী এটা সজাৰ সময়ত বাঁহী-বাদক জনৰ পৰামৰ্শ মতেই কাম কৰিব।"

"নিশ্চয় কৰিব।"

"অৰ্থাৎ, এজনে কোন বিধ বাঁহী ভাল, কোন বিধ বেয়া সেই কথা ভালকৈ জানে আৰু সেই বিষয়ত উচিত পৰামৰ্শ দিব পাৰে, আৰু আনজনে, সেই পৰামৰ্শ মানি সেই মতে বাঁহী সাজে। এইটোৱেই জানো কথা নহয় ?"

"হয়। সেইটোৱেই।"

"এতেকে বাদ্যযন্ত্ৰ বজোৱা জনৰ হে যন্ত্ৰটোৰ ভাল-বেয়া অভিজ্ঞতা থাকিব ; সেই অভিজ্ঞতা বাদ্যযন্ত্ৰ নিৰ্ম্মাতা জনৰ থাকিব নোৱাৰে। বজোৱা জনে যেনে বুলি কয় তাকে তেওঁ বিশ্বাস কৰিব লাগিব। অৰ্থাৎ বাদ্যযন্ত্ৰটোৰ জ্ঞান থকা জনৰপৰা হে নিৰ্ম্মাতাজনে বাদ্যযন্ত্ৰটোক আচল ধাৰণা কৰিব পাৰিব।"

"ঠিক ধৰিছা।"

"কিন্তু, চিত্ৰকৰৰ বেলিকা নো কোনটো হ'ব—জ্ঞান নে ধাৰণা; তেওঁ অঁকা বস্তুবোৰ ভাল হৈছে নে, শুদ্ধ হৈছে জানিবলৈ হ'লে, যিবোৰ বস্তু তেওঁ চিত্ৰিত কৰিছে সেইবোৰ বস্তুত তেওঁৰ নিজা অভিজ্ঞতা থাকিব লাগিব নে কি? নে, যি জনৰ সেই বস্তুৰ প্ৰকৃত জ্ঞান আছে তেওঁৰপৰা জানি আৰু তেওঁৰ পৰামৰ্শ মতে চিত্ৰ আঁকি হে শুদ্ধ ধাৰণা কৰিব পাৰিব?"

"মোৰ মতে কিন্তু এই দুইটাৰ এটাও নহ'ব।"

"তাৰ মানে, চিত্ৰকৰে যি বোৰ বস্তুৰ চিত্ৰ আঁকে সেইবোৰৰ বিষয়ে তেওঁৰ প্ৰকৃত জ্ঞানো নাই, ভাল ধাৰণাও নাই।"

"নাই হয়।"

"কিন্তু, কাব্যৰ বিষয়-বস্তুৰ ওপৰত কবি সকলৰ সম্পূৰ্ণ জ্ঞান থাকিব নিশ্চয়।"

"ওহোঁ। সেই বুলিও ক'ব নোৱাৰি।"

"অৱশ্যে ভাল কোনটো বেয়া কোনটো সমুলিকে নেজানিলেও কবিয়ে কাব্য লিখিয়েই থাকিব। সেয়েই নহয়, অজ্ঞ সমাজত প্ৰচলিত হোৱা ধাৰণাবোৰকে লৈ তেওঁ কাব্য লিখি সকলোৰে মনোৰঞ্জন কৰিবলৈ চাব।"

"তাকে নকৰি'নো আৰু কৰিব কি?"

"তেনেহ'লে সকলো পিনে চালে 'আমি এটা কথাত সম্পূৰ্ণ একমত হ'ব পাৰোঁ যে অনুকৰণকাৰী অৰ্থাৎ কলাবিদ সকলে যি বস্তু অনুকৰণ কৰে সেইবোৰৰ বিষয়ে তেওঁলোকৰ নিজাকৈ কোনো জ্ঞান নাই। গতিকেই তেওঁলোকৰ কলা-সৃষ্টি মাথোন এবিধ আমোদৰ বস্তু হে, তাত কোনো গভীৰত্ব নাই। তদুপৰি যি সকলে আদি-লঘুদ্বিক ছন্দত নাইবা মহাকাব্যৰ ছন্দত ট্ৰেজিক কাব্য ৰচনা কৰে তেওঁলোকৰ আটাইবোৰেই চূড়ান্ত বিধৰ অনুকৰণকাৰীৰ লেখত পৰিব।"

"হয় ঠিক কৈছা।"

"তেনেহ'লে কবি সকলৰ কাব্যও সত্যৰ তুগুণ আঁতৰত থকা বিধতেই পৰিব। নহয় জানো?"

"হয়।"

"কিন্তু কোৱাঁচোন মানব মনৰ যি অংশত এই অনুকৰণৰ প্রভাৱ পৰে, সেই অংশ নো কোনটো ?"

"তুমি নো কোনটো অংশৰ কথা কৈছা বুজাই দিয়াঁচোন।"

"দিম বাৰু। বাৰু, একেটা বস্তুকে আমি ওচৰৰপৰা চালে ডাঙৰ কিন্তু দূৰৈৰপৰা চালে সৰু দেখোঁ নহয়। নেদেখোঁ জানো ?"

"হয়। দেখোঁ।"

"আকৌ চোৱাঁ। পানীত এফাল সোমাই থকা অৱস্থাত যিটো বস্তুকে বেঁকা যেন দেখিবাঁ, ওপৰলৈ উলিয়াই অনাৰ পাচত সিয়েই আকৌ পোন হৈ পৰিব। সেইদৰেই, বিভিন্ন ৰঙৰ প্রভাৱত চকুত ভ্রম হোৱাৰ বাবে একেটা বস্তুকেই কেতিয়াবা অবতল যেন দেখি আৰু কেতিয়াবা আকৌ উত্তল যেন দেখি। আমাৰ মনৰ ভিতৰতো এনে ধৰণে নানান ভ্রমৰ সৃষ্টি হয়। আৰু মনৰ এই দুৰ্ব্বলতাৰ সুযোগ লৈয়েই চিত্ৰশিল্পৰ নানান বিধ অঙ্কণ-কৌশল আৰু অন্যান্য যাদুকৰী বিদ্যাই মনক ভ্রমত পেলায়।"

"সঁচা কথা।"

"এনে বিধ ভ্রম গুচাবলৈকে জানো জোখ-মাখ আৰু গণনাৰ পদ্ধতি উলিওৱা নাই ? তত্নপৰি, পৰিমাণ, সংখ্যা আৰু ওজনৰ ক্ষেত্ৰত থকা আমাৰ ভুল ধাৰণাবোৰৰপৰা মনক মুক্ত কৰি জোখ-মাখৰ এই পদ্ধতিয়েই জানো আমাক পৰিমাণ, সংখ্যা আৰু জোখৰ সঠিক জ্ঞান লাভ কৰাত সহায় নকৰে ?"

"কৰিব।"

"তেনেহ'লে এই কামটো কোনে কৰিব ? আত্মাৰ পৰিমাপক উপাদানটোৱেই নিশ্চয় কৰিব লাগিব।"

"হয়। সেইটোৱেই কৰিব।"

"কিন্তু, এই উপাদানটোৱে পৰিমাপ কৰি কোনো এটা বস্তু আন এটাতকৈ ডাঙৰ, সৰু বা সমান বুলি কোৱাৰ লগে লগেই আকৌ সেই বস্তুটোৰ বিপৰীত ধাৰণা এটাও আহিব।"

"হয়।"

"কিন্তু, আত্মাৰ একেটা উপাদানৰ মাধ্যমত একে সময়তে একেটা

বস্তুৰ দুটা বিপৰীতমুখী ধাৰণা হোৱাটো অসম্ভৱ বুলি জানো আমিয়েই কোৱা নাছিলোঁ ?"

"হয়। আমি ঠিকেই কৈছিলোঁ।"

"আত্মাৰ যিটো উপাদানৰ ধাৰণা পৰিমাপৰ বিপৰীত হয়, সেই উপাদানটোৰ সৈতে পৰিমাপ কৰা উপাদানটো তেন্তে একে হ'ব নোৱাৰিব ?"

"ওহোঁ। কেতিয়াও নোৱাৰে।"

"কিন্তু যিটো উপাদানে জোখ-মাখ আৰু গণনা কৰি চায় অৰ্থাৎ পৰিমাপ কৰি চায়, সেইটোৱেই আত্মাৰ উৎকৃষ্ট উপাদান হ'ব।"

"নিশ্চয় হ'ব।"

"এতেকে এই উপাদানটোক যিটোৱে বিৰোধিতা কৰিব সিয়েই আত্মাৰ নিকৃষ্ট উপাদান হ'ব।"

"স্বাভাৱিকতেই হ'ব।"

"এতিয়া তেনেহ'লে বুজিলা নে ? চিত্ৰকলা বা ক'বলৈ গ'লে সকলো বিধৰ অনুকৰণশীল কলাৰ কাম প্ৰকৃত সত্য জগতৰপৰা তেনেই আঁতৰত থাকে বুলি যেতিয়া মই কৈছিলোঁ, তেতিয়া আমাৰ মাজত এই কথাটোৰেই মীমাংসা কৰিব খুজিছিলোঁ। সেই সময়তে এইটোও কৈছিলোঁ যে আমাৰ যিটো উপাদান জ্ঞান-জগতৰপৰা বহু দূৰৈত থাকে তাৰ লগত হে অনুকৰণশীল কলাৰ সম্বন্ধ আছে আৰু সেই উপাদানেই হ'ল এনে কলাৰ নিৰ্ব্বোধ প্ৰেয়সী তথা বান্ধৱী।"

"ঠিক কৈছা।"

"সেইবাবেই অনুকৰণশীল কলা হ'ল অপদাৰ্থ বন্ধুৰ অপদাৰ্থ পত্নী আৰু ইয়েই হ'ল অপদাৰ্থ সন্তানৰ জননী।"

"হয়।"

"কিন্তু, যিবোৰ অনুকৰণে চকুৰ তৃপ্তি সাধন কৰে অকল সেই-বোৰতে হে এইষাৰ কথা খাটিব, নে, যি বোৰে কাণৰ তৃপ্তি সাধন কৰে, অৰ্থাৎ যাক আমি কাব্যৰ নাটকীয় উপাদান বুলি কৈছোঁ সেইবোৰতো সমানে প্ৰযোজ্য হ'ব ?"

"কাব্যৰ নাটকীয় উপাদানতো নিশ্চয় প্ৰযোজ্য হ'ব।"

তেতিয়া মই ক'লোঁ, "পিচে, চিত্ৰবিদ্যাৰপৰা পোৱা প্ৰমাণতেই

একমাত্ৰ নিৰ্ভৰ কৰাটো ঠিক নহ'ব হ'বলা। আমি আৰু কিছু অনুসন্ধান কৰি চাওঁহকচোন। কাব্যৰ অনুকৰণশীল কলাৰ লগত মনৰ যি অংশৰ সম্বন্ধ আছে তাকো ভালকৈ চাওঁ। সেই অংশটোও অপদাৰ্থ ই নে গুণীয়েই পৰীক্ষা কৰোঁহক।"

"এৰা, সেইটোও কৰি চোৱা ভাল হ'ব।"

"এই কথাষাৰকে আমি এই ভাগেও ক'ব পাৰোঁ। অৰ্থাৎ, মানুহে যি বোৰ ভাল-বেয়া কাম কৰে আৰু যি সৌভাগ্য-দুৰ্ভাগ্যৰ সম্মুখীন হয় সেইবোৰকে নাটকীয় কাব্যই অনুকৰণ কৰে। ইচ্ছাতে হওক বা বাধ্যত পৰিয়েই হওক, মানুহে যি বোৰ কৰ্ম্ম কৰে, সেই কৰ্ম্মৰ ফলাফল অনুসৰি কেনেভাৱে সুখ-দুখ অনুভব কৰে আৰু সকলো ক্ষেত্ৰতে মানুহৰ কি আনন্দ-বেজাৰ থাকে, এই সকলো-বোৰেই হ'ল নাটকীয় কাব্যই ৰূপদান কৰা একমাত্ৰ বিষয়বস্তু। নহয় জানো? নে আৰু কিবা আছে?"

"নাই, আৰু একো নাই।"

"তেন্তে, এনে এক বিৰুদ্ধ পৰিস্থিতিৰ মাজত কোনোবাই বাৰু স্থিৰ মনে থাকিব পাৰিব নে? মনৰ অন্তৰ্দ্বন্দ্বই সকলো সময়তেই তেওঁৰ কাম-কাজত বাধা নিদিব নে? যেনেকৈ দৃষ্টি-শক্তিৰ ক্ষেত্ৰত একে সময়তে একেলগে দুটা বিপৰীতমুখী বস্তু দেখা বাবে কি বিপদ হৈছিল আমি কৈছিলোঁহক। যেই হওক, এই প্ৰশ্নৰ ওপৰত এতিয়া আমাৰ আলোচনাৰ দৰ্কাৰ নাই। আগতেই এই সকলোবোৰ কথাৰ ভালদৰে মীমাংসা হৈ গৈছে। তেতিয়াই আমি কৈছিলোঁ যে মনৰ ভিতৰত এনে ধৰণৰ সংঘাতৰ হাত সাৰিব কেতিয়াও নোৱাৰি।"

"হয়, সেইটো সঁচা কথা।"

মই তেতিয়া ক'লোঁ, "কথাটো ঠিকেই সিদ্ধান্ত কৰা হৈছিল হয়। কিন্তু তেতিয়া কিছু কথা বাদ পৰি গৈছিল। এতিয়া সেইবোৰৰ বিষয়ে আলোচনা কৰা সমীচীন হ'ব।"

"কোনবোৰ কথা নো থাকি গ'ল?"

"তেতিয়া আমি কৈছিলোঁ যে বিপদত পৰিলে সুপুৰুষ এজন কেতিয়াও অধৈৰ্য্য নহয়। যেনে, নিজৰ সন্তান হানি হোৱা বা অতি মৰমৰ কিবা এটা হেৰুওৱাৰ নিচিনা অৱস্থাতো আন

সকলো মানুহতকৈ ধৈৰ্য্যেৰে তেওঁ সেই দুখ-শোক সহ্য কৰি থাকিব।”

“নিশ্চয় কৰিব।”

“পিচে, এইখিনিতে আমি আৰু অলপমান ভালকৈ চাওঁহক। তেওঁ বাৰু অলপো বেজাৰ নেপাব নে? নাইবা, একেবাৰে বেজাৰ নকৰাকৈ নেথাকিলেও তেওঁ সেই শোকত বিহ্বল নোহোৱাকৈ থাকিবলৈ যত্ন নকৰিব নে?”

“পিচৰষাৰ হে শুদ্ধ হ’ব।”

“বাৰু, এতিয়া তেওঁৰ বিষয়ে তোমাক এটা প্ৰশ্ন কৰোঁচোন। তেওঁ বাৰু কেতিয়া নিজৰ শোকৰ বিৰুদ্ধে যুঁজি মনৰ শোক দমন কৰি ৰাখিব? যেতিয়া লগৰীয়া সকলে তেওঁক বেৰি থাকিব তেতিয়া, নে, যেতিয়া অকলশৰে তেওঁ বহি থাকিব, তেতিয়া?”

“অইন মানুহে বেৰি ধৰি থকাৰ সময়ত হে তেওঁ শোক সম্বৰণ কৰি থাকিবলৈ বেচি চেষ্টা কৰিব।”

“কিন্তু মই ভাবোঁতে, লগত থাকোঁতে চিঞৰ-বাখৰ কৰিবলৈ লাজ পাব হয়, কিন্তু অকলশৰে থাকিলেই বেচিকৈ ৰাউচি জুৰিব। মানুহৰ আগত তেওঁ ববকৈ হিয়া ঢাকুৰিয়াবলৈ নিবিচাৰিব। তেনে কাম ও অকলশৰে থাকোঁতে হে কৰিব।”

“হয়। ঠিক কৈছাঁ।”

“কিন্তু, একেটা কথাতে একে সময়তে একেজন মানুহ দুফালৰ দুটা বিপৰীত আকৰ্ষণত পৰিলে আমাৰ সিদ্ধান্ত অনুসৰি সেই মানুহ জন এজন গুছি দেখোন দুজন হৈ পৰিব।”

“হয়, পৰিবগৈ।”

“তেতিয়া জানো তেওঁৰ মনৰ এটা অংশই বিবেকৰ নিৰ্দ্দেশ মানিবলৈ ৰাজী নহ’ব?”

“সেই নিৰ্দ্দেশ নো কি?”

“অৰ্থাৎ বিবেকে তেওঁক ক’ব যে বিপদৰ সময়ত যিমান পাৰি ধৈৰ্য্য ধৰি থাকিব লাগে আৰু সকলো প্ৰকাৰৰ অশান্তিৰ ভাব দমাই ৰাখিব লাগে। কাৰণ, বিপদ এটা আহিলে সেইটো ভাললৈকে হৈছে নে বেয়ালৈকে হৈছে সেই কথা নিশ্চয়কৈ কোনেও ক’ব

নোৱাৰে। তদুপৰি অধৈৰ্য্য হ'লে আমাৰ কাৰ্য্য সিদ্ধিত সহায় নহয়। আচল কথা হ'ল, জীৱনৰ কোনো কথাতেই মানুহ অতিশয় বিহ্বল হৈ পৰিব নেলাগে। আনহাতে, বিপদত পৰাৰ লগে লগেই আমি যি মতে চলা উচিত সেইমতে চলাত শোক-বেজাৰ কৰি থকাটোৱে সকলো সময়তে বাধা হে দিয়ে।"

"এইটো নো কিহৰ কথা উন্নুকিয়ালাঁ?"

"কথাটো হৈছে, বিপদ এটা ঘটিলে আমি শান্ত ভাৱে চিন্তা কৰি চাব লাগে। বিবেকে যেনেকৈ কয় তেনেকৈ নিজকে চম্ভালি বিপদৰ সম্মুখীন হ'বলৈ সাজু হ'ব লাগে—ঠিক যেনেকৈ পাশা খেলুৱৈয়ে কড়িৰ ঢাল কৰাৰ লগেলগেই গুটি চলাই লৈ যায়। আকৌ, সৰু ল'ৰাই যেনেকৈ ক'ৰবাত পৰি-ধৰি দুখ পালে দুখপোৱা ঠাইডোখৰতে সাৰটি ধৰি কান্দি-কাটি অস্থিৰ হৈ পৰে সেইদৰে অস্থিৰ হ'বলৈ আমাৰ মনটোক দিব নেলাগে। বৰঞ্চ মনক এনে ধৰণেহে সংযত কৰিব লাগে যাতে সকলো দুখ-কষ্ট আওকাণ কৰি মনটোৱে কন্দাকটা বন্ধ কৰি থৈ, দুৰ্ব্বল আৰু অসুস্থ হোৱা অংশটোক ততালিকে সংযমৰ ঔষধেৰে আৰোগ্য কৰি পুনৰ সবল, সুস্থ কৰি তুলিব পাৰে।"

"হয়। বিপদৰ সময়ত এনে ভাৱে হে চলিব লাগে।"

"তেনেহ'লে আমাৰ মনৰ যিটো উপাদানে এইদৰে বিবেকৰ নিৰ্দ্দেশ মানি চলিবলৈ মান্তি হ'ব সেইটোৱেই শ্ৰেষ্ঠ উপাদান হ'ব।"

"নিশ্চয় হ'ব।"

"আনহাতে যিটো উপাদানে আমাক আমাৰ দুৰ্ভাগ্যৰ কথাকে ভাবি থাকিবলৈ আৰু দুখ কৰি থাকিবলৈ উদ্‌গনি দি থাকিব আৰু সদায় শোক-বেজাৰকে কৰি থাকিব, সেইটো উপাদানকে জানো বিবেচনাহীন, অলায়ক আৰু ভীৰু বুলি নক'ম?"

"নিশ্চয় সেই বুলিয়েই ক'ব লাগিব।"

"সেইটোৱেই যদি হয় তেনেহ'লে উগ্ৰ চৰিত্ৰৰ মানুহৰ গাতে অনুকৰণোপযোগী অজস্ৰ বিধ চৰিত্ৰ পোৱা যাব। এইবোৰ চৰিত্ৰ ৰূপায়িত কৰিবলৈও সহজ। কিন্তু জ্ঞানী আৰু শান্ত স্বভাৱৰ জন সকলো সময়তে ইমান ধীৰ আৰু অবিচলিত হৈ থাকে যে তেওঁক

সহজে অনুকৰণ কৰিবপৰাটো টান। এনে চৰিত্ৰ কেনেবাকৈ ৰূপায়িত কৰি দেখুৱাব পাৰিলেও উপলব্ধি কৰাটো কিন্তু সহজ নহয়। অভিনয়প্ৰেমী সৰ্ব্বসাধাৰণ দৰ্শকে এনে চৰিত্ৰ ভাল নেপায়। কাৰণ এনে চৰিত্ৰৰ অভিনয়ত এই সকল দৰ্শকে যিটো দেখিবলৈ পায় সেয়া তেওঁলোকৰ জীৱনৰ অভিজ্ঞতাৰ লগত নিমিলে।"

"তাত কোনো সন্দেহ নাই।"

"এতেকে এই কথা এতিয়া স্পষ্টকৈ বুজা গ'ল যে ধীৰ-স্থিৰ চৰিত্ৰৰ সৈতে কবি-নাট্যকাৰৰ কোনো সম্বন্ধ নেথাকে। কৃতকাৰ্য্যতা লাভ কৰাটোৱেই যেতিয়া এনে কবি-নাট্যকাৰৰ লক্ষ্য, তেনেস্থলত শান্ত স্বভাৱৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণ হ'বই নোৱাৰে। ক্ষণে-ৰুষ্ট-ক্ষণে-তুষ্ট হোৱা উগ্ৰ চৰিত্ৰলৈহে তেওঁলোকৰ আকৰ্ষণ বেচি হ'ব; কিয়নো এই বিধ চৰিত্ৰ ৰূপায়িত কৰি সহজতে জনপ্ৰিয়তা অৰ্জ্জন কৰিব পাৰি।"

"এৰা। এইবাৰ কথাটো ভালকৈ বুজি পাইছোঁ।"

"তেনেহ'লে এইজন কবিক নি চিত্ৰকৰৰ শাৰীত বহুৱাটো হে উচিত হ'ব। কাৰণ, আচল সত্য ৰূপায়ণৰ মানদণ্ডেৰে জুখি চালে দেখা যাব তেওঁও চিত্ৰকৰৰ দৰেই লাগতিয়াল বস্তুৰ হে সৃষ্টি কৰিছে। চিত্ৰকৰৰ লগত আৰু এটা কথাত এইজন কবিৰ মিল দেখা যায়। তেওঁ আত্মাৰ উৎকৃষ্ট উপাদানৰ লগত কোনো সম্বন্ধ নেৰাখি, ৰাখে তেওঁৰ সমানে নিকৃষ্ট উপাদানৰ লগত হে। সুসংগঠিত ৰাজ্যত এনে কবি-নাট্যকাৰক সোমাবলৈ নিদিয়াটো হে উচিত হ'ব। এইজন সোমাব লাগিলে আত্মাৰ নিকৃষ্ট উপাদানটোক উত্তেজিত কৰি আৰু শক্তিশালী কৰি তুলিবহি। লগতে আকৌ উৎকৃষ্ট অংশটোকো ধ্বংস কৰি পেলাব। ৰাজ্যৰ অনাচাৰী শ্ৰেণীটোক শক্তিশালী কৰি তুলিলে যেনেকৈ সিহঁতকেই চৰম ক্ষমতাৰ অধিকাৰী কৰি শিক্ষিত, সংযত মানুহখিনিৰ অৱস্থা শোচনীয় কৰি পেলোৱা হয়, ঠিক সেইদৰেই অনুকৰণশীল কবি-নাট্যকাৰেও প্ৰত্যেক মানুহৰ অন্তৰত অসংযত, অনাচাৰী প্ৰবৃত্তিবোৰক উজাৰি দি আত্মাৰ চৰিত্ৰ নষ্ট কৰি পেলাব। এই অনাচাৰী অংশবোৰে মহৎ কোনটো আৰু ক্ষুদ্ৰ কোনটো, বুজি নেপায়। একেটা বস্তুকে এবাৰ মহৎ আৰু এবাৰ

ক্ষুদ্ৰ বুলি ধৰে। তাকে কৰি, এনে কবিয়ে সত্য উপলব্ধিৰপৰা একেবাৰে আঁতৰি আহি কিছুমান অদ্ভুত অলীক কল্পনাৰ সৃষ্টি কৰে।”

“ঠিক ধৰিছাঁ।”

“পিচে ৰ'বাঁ। আমাৰ আটাইতকৈ ডাঙৰ অভিযোগৰ কথালৈ এতিয়াও অহাই নাই এথোন। সৰহভাগ সুপুৰুষকে মহাকাব্যই খুব অনিষ্ট কৰিছে—এয়েই হ'ল অতি গুৰুতৰ অভিযোগ।”

“এই অভিযোগ এতিয়া প্ৰমাণ কৰিব পাৰিলে হে হ'ব।”

“আগধৰি মোৰ কথা থিনি শুনি লোৱাঁ। তাৰ পাচত তোমাৰ মতামত জনাবাঁ। হোমাৰৰ কাব্যৰ কোনোবা বীৰৰ বচন নাইবা যেই কোনো বিয়োগান্ত নাটকত ৰূপায়িত কৰা বীৰৰ বচন শুনিবলৈ পালে আমাৰ ভালেমান সুপুৰুষে বাৰু কি কৰে? দুখত পৰা কোনোবা বীৰে যেতিয়া ইনাই-বিনাই কান্দিবলৈ ধৰে নাইবা কোনোবা বীৰে যেতিয়া হিয়া ভুকুৱাই বিননি জোৰে, তেতিয়া সেইবোৰকে শুনি আমাৰ সুপুৰুষ সকলেই আপোন-পাহৰা হৈ নপৰে নে? দুখত বিহ্বল হোৱা বীৰৰ দুখত এই সকলৰ হিয়া তেনেই পমি যায় দেখোন। এনেকৈ আমাক আপোনপাহৰা কৰিবপৰা কাব্যকাৰকেই সুকবি বুলি ভূৰি ভূৰি প্ৰশংসা কৰা হয় নে নহয়?”

“এই কথা মই গম পাওঁ।”

“কিন্তু, আনহাতে আমাৰ নিজৰ দুখ-দুৰ্দ্দশাৰ বেলিকা আমি কৰোঁহক কি? ইয়াৰ বিপৰীত আচৰণকে জানো নেদেখুৱাওঁ? আমাৰ ভিতৰত কোনোবা বিপদত পৰিলে আমি আকৌ ধৈৰ্য্য ধৰি থাকিব পৰাটোক হে ভাল গুণ বুলি কওঁ। দুঃখ-কষ্টত পৰিলে স্থিৰেৰে থকাটোহে পুৰুষৰ লক্ষণ বুলি কওঁ। আৰু, কাব্য-নাটকত যি বোৰ চৰিত্ৰৰ অভিনয়কে আমি খুব প্ৰশংসা কৰি আহিলোঁ, সেইবোৰকে এতিয়া আমাৰ মাজত দেখিলে আকৌ তিৰোতাৰ লক্ষণ হে বোলোঁ।”

তেওঁ ক'লে, “ওঁ, বুজি পাইছোঁ।”

“কিন্তু এইদৰে প্ৰশংসা কৰাটো জানো উচিত? অৰ্থাৎ যি কাম তুমি নিজে কৰিবলৈ ঘিণ কৰিবাঁ বা লাজ পাবাঁ, সেই কামকে আন কোনোবা এজনে কৰা দেখিলে আকৌ ঘিণ কৰাৰ পৰিবৰ্ত্তে আনন্দ উৎফুল্ল হৈ তাকে প্ৰশংসা কৰাটো জানো উচিত হ'ব?”

তেওঁ তেতিয়া ক'লে, "কেতিয়াও উচিত হ'ব নোৱাৰে।"

মই ক'লোঁ, "আৰু এফালৰপৰা চাইও এইটো উচিত বুলিব নোৱাৰি।"

"কোন ফালৰপৰা চালে ?"

"কওঁ শুনা। নিজৰ দুখ-যন্ত্ৰণাৰ সময়ত আমাৰ মনৰ যি বোৰ অনুভূতিয়ে স্বাভাৱিকতে হিয়া ধাকুৰি কন্দাকটা কৰি সান্ত্বনা বিচাৰিব খুঁজিব আৰু আমিও যিবোৰ অনুভূতিকে দমাই ৰাখিবলৈ বিচাৰিম, ঠিক সেইবোৰকে হে আকৌ কবি-নাট্যকাৰে উজ্জাৰি দিব। তেওঁ-লোকৰ কাব্য-নাটকৰ দৃশ্য দেখিলে সেইবোৰ অনুভূতিয়েই আনন্দত আত্মহাৰা হৈ পৰিব। তেতিয়াই বিবেকৰ শক্তি হেৰুৱাই মনৰ সংযমী অংশটোও স্বভাৱতঃ দুৰ্ব্বল আৰু উদাসীন হৈ পৰিব। সংযমী অংশই আনন্দত উত্তাৱল হোৱা অংশটোক শাসন কৰিবলৈ নগৈ এই বুলি হে তেতিয়া ক'ব যে যি বোৰ দুখ-যন্ত্ৰণা দেখি সহানুভূতি প্ৰকাশ কৰা হৈছে সেইবোৰ অভিনেতা সকলৰ নিজৰ দুখ-যন্ত্ৰণা নহয়, মহৎ চৰিত্ৰৰ অভিনয়ত কৃতকাৰ্য্য লাভ কৰিবৰ বাবে অতিশয়কৈ দেখুওৱা দুখ-যন্ত্ৰণা হে। এতেকে মনৰ সংযমী অংশটোৱে ক'ব, কাব্য-নাটকক গৰিহণা দি এনে এবিধ বিমল আনন্দ উপভোগৰ পৰা বঞ্চিত হ'ব লাগিছে কিয় ? গতিকেই কথা হৈছে, আনৰ কাৰ্য্য-কলাপে যে আমাৰ ওপৰত কিমান ডাঙৰ প্ৰভাৱ পেলাব পাৰে আৰু আনৰ দুখ-কষ্টত বিচলিত হ'বলৈ গৈ নিজৰ অন্তৰৰ কোমল অনুভূতিবোৰ এবাৰ জগাই দিলে যে পিচত সেইবোৰক নিজৰ দুখ-কষ্টৰ সময়তো সংযত কৰি ৰখাটো টান হয়, সেই কথা বুজিব পৰা মানুহ তেনেই তাকৰ।"

"একেবাৰে সঁচা কথা !"

"পিচে, এই একে যুক্তিয়েই জানো হাঁহি-কৌতুক, ফুৰ্ত্তি-তামাচাৰ বেলিকাও প্ৰযোজ্য নহ'ব ? লোকক আমোদ দিবৰ বাবে পাতল কথা ক'বলৈ যোৱাটো বা কৌতুক কৰিবলৈ যোৱাটো তুমি নিজৰ বাবে অতি লাজৰ কথা বুলি কৰাঁ, কিন্তু বন্ধুবান্ধৱে হাঁহি-কৌতুক কৰোঁতে নাইবা নাটঘৰত হাঁহি-কৌতুকৰ অভিনয় কৰোঁতে হ'লে সেইবোৰতে যোগ দিবলৈ আগ্ৰহেৰে যাবাঁ, আৰু সেইবোৰত যোগ

দি, বীৰৰ বিলাপত তোমাৰ অন্তৰ পমি যোৱাৰ দৰে এতিয়াও হাঁহি-কৌতুক চাই একেবাৰে আত্মহাৰা হৈ পৰিবাঁ। অৰ্থাৎ ঘটনাটো হ'ব এনে—যিটো প্ৰবৃত্তিক দমাই ৰাখি তুমি নিজে হাঁহি-কৌতুক কৰাৰপৰা বিৰত থাকিবলৈ চেষ্টা কৰিছিলাঁ, এতিয়া লোকৰ হাঁহি-কৌতুক উপভোগ কৰি সেই একেটা প্ৰবৃত্তিকে তোমাৰ ভিতৰত জগাই তুলিলাঁ। কেনেবাকৈ জানোচা তোমাৰ ভিতৰত থকা অভিনেতাজন ওলাই পৰে সেই ভয়তে নিজৰ হাঁহি-কৌতুক কৰাৰ হেপাহ দমন কৰি ৰাখিছিলাঁ; কিন্তু এতিয়া যেই আনৰ অভিনয়ৰ ৰস গ্ৰহণ কৰিবলৈ গলাঁ সেই সেইটো প্ৰবৃত্তিকে তুমি সাহস আৰু শক্তিৰ যোগান ধৰিলাঁ। ইয়াৰ লগে লগেই তোমাৰ গাতো অভিনেতাৰ চৰিত্ৰই লগ ল'লে!"

"ঠিক কৈছাঁ।"

"আকৌ, প্ৰেম, ক্ৰোধ আৰু নানান প্ৰকাৰৰ আনন্দ-বেজাৰৰ অনুভূতি আমাৰ লগত সদায় লাগিয়েই আছে। যেতিয়া কাব্য-নাটকৰ অভিনয়ত সেই অনুভূতিবোৰেই ৰূপায়িত হোৱা দেখোঁহক তেতিয়াই একেদৰেই জানো সেইবোৰেও আমাৰ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰিব? তেনেস্থলত সাৰপানীৰ অভাৱত মৰহি যোৱাৰ পৰিবৰ্তে কাব্য-নাটকৰ প্ৰভাৱে সেই অনুভূতিবোৰক দুগুণে জীপাল কৰি হে নুতুলিব জানো? সকলো প্ৰকাৰ যন্ত্ৰণাৰ হাত সাৰি যদি মানুহে সুখে-সন্তোষে থাকিবলৈ বিচাৰে তেনেহ'লে এইবোৰ অনুভূতিক সদায় শাসনত ৰাখিব লাগিব। কিন্তু কাব্য-নাটকে সেইবোৰক শাসনত ৰাখক ছাৰি আমাৰ ওপৰত সেইবোৰক হে শাসক কৰি তোলে।"

"হয়। এই কথা নুই কৰিব নোৱাৰি।"

"বাৰু গ্লকন, হোমাৰৰ সমৰ্থক সকলে আহি জানিবাঁ তোমাক ক'লেহি বোলে হোমাৰৰ শিক্ষাৰপৰা গ্ৰীচ দেশে পোৱা উপকাৰৰ কথালৈ চাই মানব সমাজৰ শিক্ষা-সংস্কৃতি-শাসনৰ উন্নতি সাধন কৰিবলৈ হ'লে হোমাৰৰ কাব্য নিতান্তই অধ্যয়ন কৰিব লাগিব আৰু হোমাৰৰ আদৰ্শমতেই জীৱন পৰিচালনা কৰিব লাগিব, তেতিয়া বাৰু তুমি কি কৰিবাঁ? মোৰ মতে তেতিয়া তুমি তেওঁলোকক

সাদৰ-সম্ভাষণ জনাই কবাঁ, তেওঁলোকে সঁচাকৈয়ে ভাল কথাই কৈছে। হোমাৰ যে ট্রেজেডিয়ান সকলৰ মাজত প্ৰথম আৰু সৰ্ব্বশ্ৰেষ্ঠ সেই কথাও তুমি মুক্তকণ্ঠে স্বীকাৰ কৰিবাঁ। কিন্তু লগতে এষাৰ কথা ক'বলৈ নেপাহৰিবাঁ যে দেৱতা সকলৰ বন্দনা কৰি আৰু সুপুৰুষ সকলক প্ৰশংসা কৰি ৰচনা কৰা কাব্যৰ বাদে অইন কোনো কাব্য-নাটকৰ বাবে আমাৰ ৰাজ্যত স্থান নাথাকিব ; কিয়নো সৰুবৰ যি কোনো সুমধুৰ কাব্যকে সোমাবলৈ দিলেই ৰাজ্যত আইন-শৃঙ্খলাৰ বান্ধোন ঢিলা হৈ পৰিব আৰু সমাজৰ পুৰণি ৰীতি-নীতিৰ নৈতিক শাসনো উফৰি পৰিব আৰু, তেতিয়াই অসংযমী, অনাচাৰী প্ৰবৃত্তিবোৰে পূৰ্ণ আধিপত্য স্থাপন কৰিবলৈ সুবিধা হ'ব।”

“একেবাৰে ঠিক কৈছা।”

মই আকৌ ক'লোঁ, “কাব্যৰ কথালৈকে যেতিয়া আহিলোঁহক, আমি এতিয়া এষাৰ কথা কৈ আমাৰ যুক্তি প্ৰমাণ কৰিব পাৰিম। যি বোৰ কুপ্ৰভাবৰ কথা আমি ইতিমধ্যে ক'লোঁহক সেইবোৰক আমাৰ ৰাজ্যৰপৰা বাহিৰ নকৰি নোৱাৰোঁ। এই কথা সকলোৱেই স্বীকাৰ কৰিব। ইমানুতো যদি কাব্য-নাটৰ প্ৰতি আমি কঠোৰ হোৱা বুলি হে অভিযোগ আহে তেতিয়াহ'লে আমি কাব্য আৰু দৰ্শনৰ মাজত যুগ-যুগান্তৰে চলি অহা বিবাদৰ কথাও উল্লেখ কৰিব লাগিব। এই বিবাদৰ প্ৰমাণো অলেখ পোৱা যাব। উদাহৰণ-স্বৰূপে, কেইশাৰীমান বাক্য আমি উল্লেখ কৰিব পাৰোঁ, যেনে, ‘ভতুৱা কুকুৰটোৱে গিৰিহঁতক দেখি বৰকৈ ভুকিছে', ‘মূৰ্খৰ দৰে বীৰত্ব দেখুৱাত সি বজা', ‘দৰিদ্ৰৰ বেশত সেইবোৰেই দাৰ্শনিক' ইত্যাদি এনে হেজাৰ-হেজাৰ শাৰী বাক্য পাবাঁ য'ত কাব্য আৰু দৰ্শনৰ মাজত থকা বিবাদৰ চিন ওলাব। তথাপিও কওঁ যে মানুহক আনন্দ দিয়াটোৱেই যেহেতু হৈছে কাব্য-নাটকৰ উদ্দেশ্য, গতিকেই সুসংগঠিত ৰাজ্য এখনত কাব্য-নাটকৰ প্ৰয়োজন আছে বুলি কবি সকলে দেখুৱাব পাৰিলে আমিও নিশ্চয় আদৰণি জনাম। কাব্য-নাটকৰ গুণৰ আদৰ আমিও নকৰা নহয়। মাত্ৰ কথা হ'ল, ‘যিটো বস্তুকে আমি সত্য বুলি ধৰিছোঁ সেই সত্যৰ স্বাৰ্থত আমি নিজেই

আঘাত কৰিবলৈ গ'লে কিন্তু আমি দোষত পৰিম। বন্ধু! তুমিও জানো কাব্য-নাটক ভাল নোপোৱাঁ—বিশেষকৈ হোমাৰৰ কাব্য?"

"এৰা, সেই বিধলৈ মোৰ আকৰ্ষণ অলপ বেচিয়েই।"

"তেনেহ'লে, কাব্য-নাটকৰ ওপৰত দিয়া নিৰ্ব্বাসন-দণ্ড বাহাল ৰখাটোৱেই উচিত নহ'ব জানো?—অন্ততঃ যেতিয়ালৈকে ছুটি-ছন্দ বা আন কিবা ছন্দৰ আশ্ৰয় লৈ কাব্যই আত্মৰক্ষা নকৰে তেতিয়ালৈকে?"

"নিশ্চয় উচিত হ'ব।"

"যি সকল নিজে কবি নহয় কিন্তু কাব্যপ্ৰেমী, সেই সকলকো অৱশ্যে কাব্যৰ সমৰ্থনত ঠিয় দিবলৈ দিমহঁক। কাব্যই যে অকল আনন্দকে দান নকৰে, মানব জীৱন আৰু সমাজৰ উপকাৰো কৰে সেই কথা প্ৰমাণ কৰিবলৈ তেওঁলোকক নিজৰ গদ্য ৰচনাৰেই যুক্তি দাঙি ধৰিবলৈ দিয়া হ'ব। তেওঁলোকৰ সকলো যুক্তি আমি মনোযোগেৰে শুনিম; কিয়নো কাব্য-নাটক যে অকল আনন্দদায়কেই নহয় লাভজনকো, সেইটো প্ৰমাণ কৰিব পাৰিলে আমাৰো ডাঙৰ উপকাৰ হ'ব।"

"নিশ্চয়। বহুত উপকাৰ হ'ব।"

"কিন্তু, প্ৰমাণ কৰিব নোৱাৰিলেও লোকচান নাই। সিও আমাৰ বাবে এবিধ শিক্ষাই হ'ব। কিন্তু এটা বস্তুৰ প্ৰতি খুব আসক্ত হোৱাৰ পাচত যেতিয়া বুজা যায় যে তাৰপৰা অপকাৰ হে হ'বগৈ পাৰে, তেতিয়া আৰু তেনে আসক্তি এৰি পেলোৱাই ভাল। গতিকে আমিও এতিয়া চাওঁ কাব্যৰ প্ৰতি আমাৰ আসক্তি এৰি পেলোৱা উচিত হ'বগৈ নে নহয়। আমাৰ আদৰ্শ সমাজ-ব্যৱস্থাত আমিও কাব্য-নাটকৰ সমাদৰ নকৰাকৈ নেথাকোঁ। কিন্তু সেই কাব্য নাটক উৎকৃষ্ট বিধৰ হ'ব লাগিব আৰু আমাক সত্য উপলব্ধিত সহায় কৰিব লাগিব। কাব্য-নাটকৰ উৎকৃষ্টতাৰ প্ৰমাণ নোপোৱালৈকে আমি কাব্যপ্ৰেমী সকলৰ যুক্তি সদায় সহানুভূতি সহকাৰে শুনিম হয়, কিন্তু আমাৰ নিজৰ যুক্তিৰ খোপনিও এৰি নিদিওঁ। সন্তীয়া আমোদ-প্ৰমোদত ভোল গৈ সাধাৰণতে মানুহ যেনেকৈ বিপদত পৰেগৈ, আমিও যাতে তেনে অৱস্থাত পৰিবলগীয়া নহয় তাৰ বাবে সাৱধানে

থাকিম। সি যি কি নহওক, এতিয়া আমি ইয়াকে ক'ব পাৰোঁ যে এনে কাব্য-নাটকে সত্য উপলব্ধি কৰিব নোৱাৰে আৰু গতিকেই আমিও কাব্য-নাটক চৰ্চ্চাত সিমান গুৰুত্ব দিব নোৱাৰোঁ। এতেকে এই কাব্যপ্ৰেমী সকলেও সাৱধানে হে চলিব লাগিব ; যাতে কাব্য-নাটকৰ প্ৰভাবে তেওঁলোকৰ মন বিচলিত কৰিব নোৱাৰে। প্ৰকৃততে কাব্যপ্ৰেমী সকলেও আমাৰ দৰেই কাব্যপ্ৰেমৰ আসক্তি এৰি চলা উচিত।"

"তোমাৰ কথাৰ ওপৰত আৰু মাত মাতিবলৈ স্থলেই নাই।"

"পিচে গ্লকন, এতিয়া বুজিলাঁ নহয়, মানুহে যিমান সহজ বুলি ভাবে কথাটো সিমান সহজ নহয়। কোনটো সুপুৰুষৰ পথ, কোনটো কুপুৰুষৰ পথ সতকাই নিৰ্ণয় কৰা টান। এতেকে চাব লাগিব যাতে ধন, সম্মান, ক্ষমতা বা কাব্যপ্ৰেমৰ ফালে বৰকৈ ঢাল খাবলৈ গৈ ন্যায় আৰু ধৰ্ম্মৰ কথা পাহৰি বিপদ চপাই লোৱা নহয়।"

তেওঁ ক'লে, "তোমাৰ কথাই মোৰ সকলো সন্দেহ দুৰ কৰিলে। মোৰ আৰু ক'বলগীয়া একো নাই। মোৰ বিশ্বাস সকলোৱেই তোমাৰ কথাকে মানিব।"

"কিন্তু ধৰ্ম্ম বা সজ্জগুণৰপৰা কি কি লাভ আৰু সজ্জগুণৰ আটাইতকৈ ডাঙৰ পুৰস্কাৰ কি সেই কথাৰ আলোচনা এতিয়ালৈকে কৰাই নাই নহয়।"

"ইতিমধ্যে আলোচনা কৰাবোৰতকৈও দৰ্কাৰী কিবা আছে বুলি দেখোন মোৰ মনত খেলোৱাই নাই।"

মই উত্তৰ দিলোঁ, "কিন্তু, ভুৰুকাত হাতী ভৰাব পৰাটো জানো সম্ভৱ? অনন্ত কালৰ তুলনাত আমাৰ শিশুকালৰপৰা বুঢ়া বয়সলৈকে পোৱা সময়ছোৱা জানো তেনেই নগণ্য নহয়?"

"নগণ্য বোলাতকৈ একেবাৰে একো নহয়েই বুলিলে হে শুদ্ধ হ'ব।"

"তেনেহ'লে কি কোৱাঁ এতিয়া? অমৰ বস্তু এটাই অনন্তকালৰ বিষয়ে চিন্তা নকৰি জানো মিছাতে ক্ষুদ্ৰ সময় অকণমানৰ বাবে চিন্তা কৰাটো উচিত হ'ব?"

"মই ভাবোঁতে ই অনন্তকাল সম্পৰ্কে হে চিন্তা কৰা উচিত। পিচে, এই অনন্তকাল মানে নো তুমি কি বুজাইছাঁ?"

মই সুধিলোঁ, "কেলৈ, আমাৰ আত্মা যে অমৰণ আৰু অভগন সেই কথা তুমি নাজানা নে কি?

তেওঁ তেতিয়া মোৰ ফালে চাই আচৰিত হৈ ক'লে, "ওহোঁ। সঁচাকৈয়ে নেজানো। কিন্তু তুমি জানো এই কথাৰ প্ৰমাণ দিব পাৰিবাঁ?"

মই উত্তৰ দিলোঁ, "সৎ পুৰুষ হওঁ যদি নোৱাৰিম কিয়? পাৰিম। তুমিও পাৰিবাঁ। তেনেই সহজ কথা।"

তেওঁ ক'লে, "মোৰ বাবে পিচে সহজ নহয় দেই। যেই হওক, তোমাৰ মতে যিটো সহজ বুলিছাঁ সেই বিষয়ে তোমাৰপৰাই শুনোচোন।"

"বাৰু তেনে, শুনা।"

"ওঁ, কৈ যোৱাঁ।"

"তুমি বাৰু এটা বস্তুক সৎ আৰু আন এটাক অসৎ বুলি কোৱাঁ নে নোকোৱাঁ?"

"কওঁ।"

"এই দুই শব্দৰ অৰ্থৰ বিষয়ে তোমাৰ মত একেটাই নে কি?"

"তোমাৰ নো কি অভিমত?"

"মোৰ মতে যি বোৰ বস্তুৱে ধ্বংস কৰে আৰু অপকাৰ কৰে'সেই সকলো বোৰকেই অসৎ বুলিব পাৰি ; আৰু যি বোৰে ৰক্ষা কৰে আৰু উপকাৰ কৰে সেইবোৰকে সৎ।"

"মইও সেইদৰেই ভাবোঁ।"

"আকৌ, প্ৰত্যেক বস্তুৰে সদ্‌গুণো আছে বদ্‌গুণো আছে বুলি জানো নক'বাঁ? উদাহৰণ স্বৰূপে ক'বলৈ গ'লে, চকুত চক্ষুৰোগৰ বদ্‌গুণ, শৰীৰত বেমাৰৰ বদ্‌গুণ, শস্যত পোকেধৰা বদ্‌গুণ, কাঠত ঘূণেধৰা বদ্‌গুণ, তাম আৰু লোত মামৰেধৰা বদ্‌গুণ, অৰ্থাৎ প্ৰতি বিধৰ বস্তুতে একেজাতীয় একো বিধ বদ্‌গুণ বা ব্যাধি হ'ব পাৰেই— এই বুলিয়েই তুমি নকবাঁ নে বাৰু?"

"ক'ম।"

"কিন্তু, যেতিয়াই এই ব্যাধিবোৰৰ কোনোবা এটাই বস্তু এটাক আক্ৰমণ কৰে, তেতিয়াই জানো তাক জুৰুলা কৰি নেপেলায় আৰু শেহত তেনেই জড়াৱস্থা কৰি ধ্বংস নকৰেগৈ ?"

"সেয়েই হ'ব।"

"এতেকে যি কোনো বস্তুৰেই নিহিত অসততা আৰু ভ্ৰষ্টতাৰ-পৰায়েই নাশ পায়। এইটোৱেই তাক নাশ নকৰিলে অইন একোৱেই কৰিব নোৱাৰে। কিয়নো, যিটো বস্তু সৎ সি কাকো ধ্বংস নকৰে ; নাইবা, যিটো সৎও নহয় অসৎও নহয়, সিও নকৰে।"

"নকৰে।"

"এতেকে, যদি হে এনে এটা বস্তু পাওঁ যাক তাৰ নিহিত অসততাই অপকাৰ কৰিব পাৰিলেও সমূলে নাশ কৰিব বা ভাঙোন ধৰাব নোৱাৰে, তেনেহ'লে আমি জানো সেই বস্তুকে অবিনাশী বুলি নধৰিম ?"

"এৰা, সেই বুলিয়েই ধৰিব লাগিব।"

"তেনেহ'লে আত্মাৰ বেলিকা কি হ'ব ? আত্মাৰো জানো এনে ব্যাধি থাকিব নোৱাৰে যি আত্মাক অসৎ কৰিব পাৰে ?"

"কিয় নোৱাৰিব, পাৰিব। আমি অলপতে যি বোৰৰ বিষয়ে আলোচনা কৰিছিলোঁ সেইবোৰেই, অৰ্থাৎ, অন্যায়, অসংযম, ভীৰুতা আৰু অজ্ঞতা এইবোৰেই সেই পৰিণতি ঘটায়।"

"সেইটোৱেই যদি হ'বলৈ হয় তেন্তে এইবোৰ ব্যাধিৰে কোনোবাটোৱেই আত্মাৰ সম্পূৰ্ণ ভাঙোন আৰু ধ্বংস আনে নে কি ? কথাষাৰ এইখিনিতে ভালকৈ চাব লাগিব। ধূৰ্ত্ত, বদমাচ মানুহ এটাই যদি দোষ কৰি ধৰা পৰে তেতিয়া তাৰ নিজৰ অসততায়েই, অৰ্থাৎ আত্মাৰ ভ্ৰষ্ট অৱস্থায়েই তাক ধ্বংস কৰিলে বুলি আমি ধৰি ল'ব নেলাগে। বৰঞ্চ, কথাটো এইভাগে হে বিবেচনা কৰা দৰ্কাৰ। শাৰীৰিক অসততাই অৰ্থাৎ বেমাৰ-আজাৰে শৰীৰ দুৰ্ব্বল কৰি আনি লাহে লাহে নাশ কৰি এনে অৱস্থাত পেলায়গৈ য'ত শৰীৰ আৰু শৰীৰ হে নেথাকেগৈ। সেইদৰেই আমি কোৱা সকলোবোৰ বস্তুৰ ক্ষেত্ৰতেই হ'ব। যাৰ যি ব্যাধি থাকে সিয়েই

গাতে থাকি বা বাহ বান্ধি সেই বস্তুকে বিকাৰগ্ৰস্ত কৰি শেষত একেবাৰে ধ্বংস কৰি পেলায়গৈ।”

“হয়।”

“এতিয়া তেন্তে এইদৰেই আত্মাকো পৰীক্ষা কৰি চোৱা যাওকচোন। অন্যায় তথা আন আন ব্যাধিবোৰে আত্মাতো বাহ লৈ—নাইবা আত্মাৰ সংস্পৰ্শত আহি আত্মাক বিকাৰগ্ৰস্ত কৰি শেহত আত্মাক একেবাৰে ধ্বংস কৰি দেহাৰপৰা বিচ্ছিন্ন কৰি পেলাব নে বাৰু?”

‘ওহোঁ। সেইটো কৰিব নোৱাৰে।”

“কিন্তু আনহাতে, বস্তু এটাক নিজৰ বিকাৰে নাশ কৰিব নোৱাৰে, কিন্তু বাহিৰা বস্তু এটাৰ বিকাৰে পাৰে বুলি কোৱাটো জানো যুক্তিসঙ্গত হ’ব?”

“সঁচা কথা। সেইটোও যুক্তিসঙ্গত নহ’ব?”

“ঠিক ধৰিছাঁ, গ্লকন। গেলা, পচা বা ভেকুৰা বস্তু খালেই মানুহ মৰে বুলি আমি ক’ব খোজা নাই। এনে অখাদ্যই শৰীৰৰ অপকাৰ সধাৰ পাচত বেমাৰ হৈ যেতিয়া মানুহ মৰে তেতিয়া আমি ক’ম যে ঠিক অখাদ্য খাদ্যই শৰীৰ ধ্বংস কৰা নাই, কৰিছে শৰীৰৰ নিজা অধঃপতনে হে; অৰ্থাৎ শৰীৰত উৎপত্তি হোৱা ৰোগে হে। খাদ্য হ’ল এটা আৰু শৰীৰ হ’ল অন্য এটা। এতেকে খাদ্যৰ দোষৰ বাবে শৰীৰৰ বিকাৰ হ’ব পাৰে বুলি আমি কেতিয়াও ক’ব নোৱাৰোঁ। অৰ্থাৎ নিজৰ দোষৰ ক্ৰিয়া নোহোৱাকৈ অইনৰ দোষৰ বাবে দেহা নষ্ট হ’ব নোৱাৰে।”

“ঠিক কথা কৈছাঁ।”

মই তেতিয়া আকৌ ক’লোঁ, “তেনেহ’লে এই যুক্তি অনুসৰিয়েই আমি ক’ব পাৰিম যে যেতিয়ালৈকে শৰীৰৰ অধঃপতনে আত্মাৰো অধঃপতন আনি নিদিয়ে তেতিয়ালৈকে আত্মাৰ নিজৰ ভিতৰত বিকাৰ উদ্ভৱ অবিহনে বাহিৰত হোৱা যি কোনো বিকাৰে আত্মাক ধ্বংস কৰিব বুলি আমি ধৰিব নোৱাৰোঁ। সেইবুলি ধৰিবলৈ গ’লেই এটা বস্তুক অন্য এটা বস্তুৰ বিকাৰে ধ্বংস কৰিব পাৰে বুলি কোৱা হে হ’ব।”

"এইষাৰ যুক্তিযুক্ত কথা কৈছা।"

"বাৰু তেন্তে, এতিয়া আমি হয় এই যুক্তি ভুল বুলি প্ৰমাণ কৰি আমাৰ নিজৰ ভুলটো স্বীকাৰ কৰি লওঁ, নহয়, যেতিয়ালৈকে এই যুক্তি খণ্ডন কৰিব পৰা নহয় তেতিয়ালৈকে আমি যি কোনো প্ৰকাৰৰ জ্বৰ-জাৰি, বেমাৰ-আজাৰ বা মাৰাত্মক বিধৰ শাৰীৰিক আঘাত হ'লেও নাইবা দেহাটোক কাটি টুকুৰাটুকুৰ কৰি পেলালেও আত্মা ধ্বংস পাব বুলি কোৱাটো উচিত নহ'ব—অন্ততঃ যেতিয়ালৈকে এইটো প্ৰমাণ নেপাওঁ যে শৰীৰৰ ওপৰত এনেদৰে অত্যাচাৰ কৰাৰ পৰিণামত অধঃপতন বৃদ্ধি হৈ আত্মা নষ্ট হৈ গৈছেগৈ। গতিকে যেতিয়ালৈকে বস্তু এটাৰ নিজৰ ভিতৰত কোনো ব্যাধি উৎপত্তি নহয় তেতিয়ালৈকে বাহিৰৰ অইন ঠাইত হোৱা ব্যাধিয়ে তাক মাৰিব পাৰিব বুলি আমি কোনোমতেই ক'ব নোৱাৰোঁ। অন্যান্য সকলো বস্তুতে এই কথা যেনেকৈ খাটিব, আত্মাৰ ক্ষেত্ৰতো সমানেই খাটিব।"

"তেনেহ'লে, মৃত্যু হোৱা মানেই এইটো নহয় যে মৃতকৰ আত্মা তেনেই অধঃপতনে গৈছিল।"

"কিন্তু যদি হে কোনোবাই এই যুক্তিৰ বিৰোধিতা কৰে, আৰু আত্মা অমৰণ বুলি স্বীকাৰ কৰাৰপৰা হাত সাৰিবৰ বাবেই যদি কয়হি যে মৃত্যুমুখী হোৱা মানুহটোৰ চৰিত্ৰ একেবাৰে দুষ্ট আৰু অধঃপাতে যোৱা, তেতিয়া বাৰু আমি কি বুলি ক'ম? তেওঁৰ কথাই যদি শুদ্ধ হ'বলৈ হয় তেতিয়াহ'লে আমি এই দুষ্ট প্ৰকৃতিক এবিধ মাৰাত্মক ৰোগ বুলিয়েই ধৰিব লাগিব। যি জনক এনে মাৰাত্মক ৰোগে আক্ৰমণ কৰে তেওঁৰ এই ৰোগৰ প্ৰকোপ বেচি বা কম হোৱা অনুপাতে ততালিকে বা ধীৰে ধীৰে মৃত্যুৰ মুখত পৰিব বুলি হে ক'ব লাগিব। তদুপৰি আমি তেতিয়া এই বুলি হে ক'বগৈ লাগিব যে অধঃপাতে যোৱা মানুহটোক তাৰ নিজৰ দুষ্ট চৰিত্ৰই হে ধ্বংস কৰিলে, তাৰ কুকাৰ্য্যৰ শাস্তি বিহিবৰ বাবে যি সকলে তাক মৃত্যুদণ্ড দিলে সেই সকলে নাই কৰা।"

তেওঁ তেতিয়া ক'লে, "কুকাৰ্য্য কৰা জনক যদি নিজৰ কুকাৰ্য্যয়েই ধ্বংস কৰে তেনেহ'লে দেখোন কুকাৰ্য্যলৈ ভয় কৰিবই নেলাগে।

সেইটো হ'লে দেখোন কুকাৰ্য্যয়েই তাক সকলো বিপদৰপৰা মুক্তি হে দিব। পিচে, মোৰ মতে কথা এইটো নহয়। বৰঞ্চ কথাটো হ'ল এনেকুৱা হে, অৰ্থাৎ, কুকাৰ্য্য যিমানে মাৰাত্মক হ'ব সিমানে লোককো ধ্বংস কৰিব। ইফালে এনে কুকাৰ্য্যই কুকাৰ্য্য কৰোঁতাজনক ধ্বংস কৰক ছাৰি এক নতুন অভাবনীয় শক্তিৰ অধিকাৰী কৰি আৰু কোবাল হে কৰি তুলিব।"

মই ক'লোঁ, "এৰা, তুমি ঠিকেই ধৰিছাঁ। নিজৰ অধঃপতন আৰু অসততাই যেনেকৈ আত্মাক মাৰিব নোৱাৰে, সেইদৰেই অন্য কোনোবা এটা বস্তুক ধ্বংস কৰিব পৰা ক্ষমতা থকা অসততাইও আত্মাকে হওক বা আন বস্তুকে হওক ধ্বংস কৰিব নোৱাৰে।"

"হয়। ঠিক যি অসততাই তাক মাৰিব পাৰে, সি হে তাক মাৰিব; অইনে নোৱাৰে।"

"এতেকে বাহিৰৰ পৰাই হওক বা নিজৰ ভিতৰত থকাই হওক কোনো ব্যাধিয়েই আত্মাক বিনাশ কৰিব নোৱাৰে যেতিয়া, এই কথা স্পষ্ট হৈ পৰিল যে আত্মা চিৰন্তন আৰু গতিকেই অবিনশ্বৰ।"

"হ'বই।"

তেতিয়া আকৌ ক'লোঁ, "বাৰু তেনেহ'লে এই কথা প্ৰমাণ হ'ল বুলিয়েই ধৰিব পৰা হ'লোঁহক। এতিয়া বুজিলাঁ নহয়, আত্মাৰ সংখ্যা সদায় এক হৈয়েই থাকিব। কিয়নো, কোনো আত্মাৰেই ধ্বংস হ'ব নোৱাৰে; এতেকে আত্মাৰ সংখ্যা কমিবও নোৱাৰে। ইফালে, আত্মাৰ সংখ্যা বাঢ়িবও নোৱাৰে; কিয়নো তুমি জানাই নহয়, কিবা এবিধ অবিনশ্বৰ বস্তুৰ সংখ্যা সৰহ হ'বলৈ হ'লে সেই সংখ্যা বৃদ্ধিত নশ্বৰ বস্তু এটাই সহায় কৰিব লাগিব। তেহে হ'ব। সেইটো হ'বলৈ হ'লে আকৌ শেহত সকলো বস্তুৱেই অবিনশ্বৰ হৈ হৈ পৰিবগৈ।"

"ঠিক কৈছাঁ।"

"কিন্তু এটা কথা হ'ল, আমি এনে এটা সিদ্ধান্ত গ্ৰহণ কৰাত কিন্তু যুক্তিৰ ফালৰপৰা বাধা আছে। এতেকে এই সিদ্ধান্ত মতে চলিব নোৱাৰিমহক। আকৌ, আমি আত্মাক স্বভাৱতঃ বিভিন্নতা, বিসাদৃশ্য আৰু অনৈক্যৰ সমষ্টি বুলিও ধৰিব নোৱাৰোঁ।"

"তুমি নো কি ক'ব খুজিছা ?"

"কথাটো এই। আমি কৈছিলোঁৱেই নহয়, আত্মা অবিনশ্বৰ। কিন্তু বস্তু এটা যদি বহুত অংশৰ সংমিশ্ৰণত হয় আৰু সেই সংমিশ্ৰণ যদি উৎকৃষ্ট বিধৰ নহয়, তেতিয়াহ'লে বস্তুটোক কেনেকৈ নো অবিনশ্বৰ বুলি ক'বাঁ ?"

"এৰা কথাটো হয়।"

"বাৰু তেনেহ'লে, আমাৰ শেহতীয়া যুক্তিৰ দ্বাৰা আত্মাৰ অবিনশ্বৰতা প্ৰমাণ কৰা হৈ গ'ল। সেই বিষয়ে আৰু কোনো সন্দেহ থাকিব নোৱাৰে। অৱশ্যে আৰু প্ৰমাণো দিব পৰা গ'লহেঁতেন। যেই হওক, আত্মাৰ প্ৰকৃত স্বৰূপ বুজিবলৈ হ'লে কিন্তু আমি বৰ্ত্তমানে চোৱাদি চালে, অৰ্থাৎ শৰীৰৰ আৰু শৰীৰৰ নানা বিধ ব্যাধিৰ লগত জড়িত হৈ নষ্ট হৈ যোৱা আত্মাৰ ফালে চালে নহ'ব। ব্যাধি-মুক্ত অৱস্থাত আত্মাৰ বিমল প্ৰকাশ গভীৰভাৱে উপলব্ধি কৰিব পাৰিলে হে হ'ব। তেতিয়া হে আত্মাৰ অনাবিল সৌন্দৰ্য্য ধৰা পৰিব। আৰু তেতিয়া হে ন্যায়-অন্যায়ৰ সৈতে জড়িত থকা যি বোৰ প্ৰশ্ন আমি আলোচনা কৰিছোঁহক সেইবোৰৰ উচিত সমাধান বিচাৰি পাম। বৰ্ত্তমান অৱস্থাত আমি মাথোন আত্মাক ঠিক যেনেকৈ দেখা পাইছোঁ তাৰেই হে কথা কৈছোঁ। কিন্তু এতিয়া চাওঁতে, সাগৰ-দেৱতা গ্লকাচ যেনে অৱস্থাত পৰি থাকিব লগীয়া হৈছিল তেনে এটা অৱস্থাত হে আত্মাকো দেখিবলৈ পাইছোঁ। তদুপৰি গ্লকাচৰ যিটো চেহেৰা দেখিছোঁহক সেইটোও আচল চেহেৰা নহয়। গ্লকাচৰ নিজৰ অঙ্গ-প্ৰত্যঙ্গবোৰ হয় জহি-খহি গৈছে, নহয় কোঙা হৈ পৰিছে। ঢৌৰ খুন্দা খাই তেওঁৰ চেহেৰা একেবাৰে বিকৃতাকাৰ হৈ গৈছে। তাৰ উপৰিও শামুক, শেলুৱৈ, বালিৰে পোত খাই তেওঁৰ আচল ৰূপ লুকাই কিম্ভূতকিমাকাৰ জন্তু এটা যেন হৈ পৰিছে। ঠিক এইদৰেই, আমি যি আত্মাৰ কথা কৈছোঁহক সেই আত্মাকো এই নিচিনাকৈয়েই হেজাৰ-বিজাৰ অপকৰ্ম্মই নি এনে এক বিকৃত অৱস্থাত পেলাই থৈছে। কিন্তু এতিয়া কথা হৈছে, আমি আত্মাৰ এটা বিশেষ অংশত হে আমাৰ দৃষ্টি নিবদ্ধ ৰাখিব লাগিব।"

"কোনটো অংশৰ ওপৰত নো বুলিছা ?"

"আত্মাৰ জ্ঞান-প্ৰেমী অংশটোত দৃষ্টি ৰাখিব লাগিব। আত্মাৰ নিবিড় সম্বন্ধ হ'ল জ্ঞান উপলব্ধিৰ লগত। এতেকে আত্মাই কেনেকৈ এই স্বৰ্গীয় অবিনশ্বৰ সনাতনৰ জ্ঞান উপলব্ধি কৰিবলৈ বিচাৰে সেই কথালৈ মন কৰিব লাগিব। সাগৰত পৰি থকা অৱস্থাৰপৰা আত্মা যেতিয়া উঠি আহিব আৰু পাৰ্থিব সুখৰ মৰীচিকা খেদি ফুৰোঁতে মাটি-বালি, শামুক-শেলুৰৈৰ যি বোৰ আবৰ্জ্জনা গাত লাগি ধৰিছিল সেইবোৰ এৰুৱাই পেলাব, তেতিয়া বাৰু আত্মাক কেনে অৱস্থাত দেখিবলৈ পাম? আত্মাক তেতিয়া জানো নিজ ৰূপত দেখিবলৈ নেপামহ'ক? সেই ৰূপ অৱশ্যে সংমিশ্ৰণ ৰূপও হ'ব পাৰে, অভিন্নও হ'ব পাৰে। বাৰু, যেই হওক, মানুহৰ জীৱনত আত্মাৰ বিভিন্ন প্ৰকাশ আৰু প্ৰভাৱ সম্বন্ধে আমি বিস্তৃত ভাৱেই আলোচনা কৰিলোঁহক।"

"হয়। যথেষ্ট কৰা হ'ল।"

"ন্যায়ধৰ্ম্মী হোৱাৰ খ্যাতি অৰ্জ্জন কৰা সকলে সুখ-সুবিধা লাভ কৰাৰ বিষয়ত যিখিনি কথা হোমাৰ আৰু হেছিয়ডে কৈছিল সেইবোৰত তোমালোকৰ আপত্তি উঠিছিল। গতিকে আমিও সেইবোৰ কথা আমাৰ আলোচনাত সোমাবলৈ দিয়া নাই। যেই হওক, আমাৰ আলোচনাৰপৰা এতিয়া এইটো প্ৰমাণ হ'ল যে ন্যায়পালনৰ ফলাফল যিয়েই নহওক লাগিলে, ন্যায়পালনেই হ'ল আত্মাৰ ধৰ্ম্ম। যিটো সত্য আৰু শুদ্ধ তাকেই হে আত্মাই সদায় কৰে। গাইজিচৰ আঙঠি হাতত থাককেই বা নেথাককেই নাইবা আঙঠিৰ লগত হেডিজৰ ঢাল লওকেই বা নলওকেই, আত্মা সকলো সময়তে ন্যায়ধৰ্ম্মী হৈ চলিবই।"

"হয়। এই কথাত আৰু কোনেও মাত মাতিব নোৱাৰে।"

"বাৰু গ্লকন, তোমালোকে বেয়া নোপোৱা যদি এতিয়া সেই ভাল ভাল পুৰস্কাৰবোৰৰ কথালৈকে আহোঁচোন। অৰ্থাৎ, ন্যায়ধৰ্ম্ম বা অন্যায় ধৰ্ম্মৰ বলত দেৱতা আৰু মানুহ উভয়েই যি বোৰ পুৰস্কাৰ লাভ কৰে, আৰু যি বোৰকে মানুহে জীয়াই থাকোঁতে তো উপভোগ কৰেই, মৰণৰ পিচতো উপভোগ কৰিবলৈ পায়, সেইবোৰ পুৰস্কাৰৰ কথা।"

তেওঁ উত্তৰ দিলে, "কিয় বেয়া পাম, কেতিয়াও নাপাওঁ।"

"তেনেহ'লে আলোচনা প্ৰসঙ্গত তুমি মোৰপৰা যিটো আদায় কৰিছিলা তাকেই এতিয়া মোক ঘূৰাই দিবা নে কি?"

"তুমি নো আকৌ মোক কি দিছিলা?"

"ন্যায়ধৰ্ম্মী জনক অন্যায়ধৰ্ম্মী হোৱাৰ বদনাম দিব লাগে আৰু অন্যায়ধৰ্ম্মী জনক ন্যায়ধৰ্ম্মী হোৱাৰ যশস্যা দিব লাগে বুলি ক'বলৈ যেতিয়া তুমি মোক ধৰিছিলা তেতিয়া মইও তোমালোকৰ কথাত মান্তি হৈছিলোঁ। তুমি কৈছিলা যে সেইটো কৰিলেও, যদিও দেৱতা বা মানুহ কাৰোপৰা সত্য কথাটো লুকুৱাব নোৱাৰি তথাপিও, আলোচনাৰ সুবিধাৰ্থে সেই বুলি ধৰিব লাগে—যাতে অবিকল ন্যায়ৰ লগত অবিকল অন্যায়ৰ ফেৰমাৰি চাব পৰা হয়। কথাষাৰ বাৰু তোমাৰ মনত পৰিছে নে?"

"কিয় নপৰিব! নপৰিব লাগিলে দেখোন দোষৰে কথা হ'ব।"

"অবিকল ন্যায় আৰু অবিকল অন্যায়ৰ সম্পৰ্কিত সিদ্ধান্ত হৈ যোৱাৰ পাচত মই মাথোন এটা কথা হে তোমাক ক'বলগীয়া আছে। অৰ্থাৎ, স্বৰ্গৰ দেৱতা আৰু পৃথিবীৰ মানুহ উভয়েই ন্যায়ধৰ্ম্মক এতিয়ালৈকে যি সম্মান দি আহিছে সেই সম্মান যাতে অটুট ৰখা হয়। আমি ইতিমধ্যে দেখিলোঁৱেই নহয়, ন্যায়ধৰ্ম্মৰ প্ৰাপ্য সম্মানৰ-পৰা ন্যায়ধৰ্ম্মী জনক ন্যায়দেৱীয়ে কেতিয়াও বঞ্চিত নকৰে। এতিয়া সকলোৰে চকুত ন্যায়ধৰ্ম্মী হৈ থকাসকলে লাভ কৰা সম্মান খিনিও মাথোন তাৰ লগতে যোগ দিব লাগিব।"

"হয়। তুমি উচিত কথাকে কৈছা।"

"তেনেহ'লে ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মী মানুহৰ প্ৰকৃত চৰিত্ৰ সম্পৰ্কে দেৱতা সকলে অন্ততঃ ভুল নকৰে বুলি জানো তোমালোকে এতিয়া স্বীকাৰ নকৰিবা?"

"কিয় নকৰিম?"

"সেই কথা যদি মানি লোৱা হয় তেন্তে আমি আগতে কোৱামতেই ন্যায়ধৰ্ম্মী মানুহক দেৱতা সকলে সকলো সময়তে মৰম কৰিব আৰু অন্যায়ধৰ্ম্মীক চকু পাৰি দেখিব নোৱৰা হ'ব।"

"ঠিক কৈছা।"

"তেনেহ'লে, এইষাৰো সঁচা নহয় জানো যে যি জন মানুহ

দেৱতা সকলৰ প্ৰিয়পাত্ৰ হ'ব তেন্তেই দেৱতা সকলৰপৰা সকলো প্ৰকাৰৰ কৃপা লাভও কৰিব—যদি হে অৱশ্যে পূৰ্ব্বজন্মত কৰা কিবা পাপৰ বাবে তেওঁলোকে নিকাৰ ভুঞ্জিব লগা হৈ থকা নাই।"

"হয়। কৃপা লাভ কৰিবই।"

"গতিকে ন্যায়ধৰ্ম্মী মানুহ এজন দাৰিদ্ৰ্যৰ কৱলত পৰিলেও বা বেমাৰ-আজাৰত ভোগিলেও নাইবা অইন কিবা বিপদ-আপদ হ'লেও এইবোৰে শেহত তেওঁৰ উপকাৰ হে সাধিব—ইহকালত নহ'লেও অন্ততঃ পৰকালত। যি জনে ন্যায়ধৰ্ম্মী হ'বলৈ আন্তৰিকতাৰে চেষ্টা কৰে আৰু ধৰ্ম্ম আচৰণ কৰি মানুহৰ বাবে সম্ভৱপৰ দেৱত্ব অৰ্জ্জন কৰে তেনে জন কেতিয়াও দেৱতাসকলৰ কৃপাৰপৰা বঞ্চিত হ'ব নোৱাৰে।"

"নিশ্চয়। যি জন দেৱতাৰ আৰ্হিতেই উঠিছে, তেওঁক দেৱতা সকলে কেতিয়াও আওহেলা নকৰে।"

"কিন্তু পিচে অন্যায়ধৰ্ম্মী জনৰ বেলিকা জানো আমি ঠিক ইয়াৰ বিপৰীত অভিমতকে গ্ৰহণ কৰিব নেলাগিব?"

"নিশ্চয় ল'ব লাগিব।"

"গতিকে এইবোৰেই হ'ব ন্যায়ধৰ্ম্মী মানুহৰ ওপৰত বৰ্ষণ কৰা দেৱতা সকলৰ পুৰস্কাৰ।"

"হয়।"

মই তেতিয়া সুধিলোঁ, "পিচে, পৃথিবীৰ মানুহৰপৰা নো ন্যায়-ধৰ্ম্মীজনে কি পুৰস্কাৰ লাভ কৰিব? বাস্তৱ পৰিস্থিতিলৈ লক্ষ্য কৰিলে জানো কথাষাৰ এনেহেনেই নহয়—অতিপাত দুৰন্ত মানুহ-বোৰ হ'ল দৌৰৰ প্ৰতিযোগিতাত প্ৰথম ছোৱাত খুব কোৰত আগবাঢ়ি গৈ শেহৰ ফালে লক্ষ্যস্থল পাবলৈ বাকী থাকোঁতেই ভাগৰি পৰা প্ৰতিযোগীৰ নিচিনা; সিহঁতে আৰম্ভ কৰে অতি কোবেৰেই, কিন্তু শেহত গৈ লাজত পৰেগৈ আৰু জয়লাভৰপৰা বঞ্চিত হৈ ভগ্নোৎসাহ হৈ পৰে। যি সকল নিপুন প্ৰতিযোগীয়ে শেহলৈকে দম ৰাখিব পাৰে সেই সকলে হে পুৰস্কাৰ লাভ কৰি জয়মাল্য পিন্ধিবলৈ পায়। এই একেই কথাই জানো ন্যায়ধৰ্ম্মী সকলৰ ক্ষেত্ৰতো নহ'ব? ৰাজহুৱা আৰু ঘৰুৱা জীৱনৰ যি কোনো ক্ষেত্ৰতেই

তেওঁলোকেই জানো যশস্যা আৰ্জ্জন কৰি সমাজৰ স্বীকৃতি আৰু সম্মান লাভ নকৰিব ?"

"হয়। ন্যায়ধৰ্ম্মী সকলে লাভ কৰিবই।"

"তেনেহ'লে, তুমি অন্যায় ধৰ্ম্মীবোৰৰ বিষয়ত যি খিনি ক'লাঁ সেইখিনিকে মই এতিয়া ন্যায়ধৰ্ম্মী সকলৰ বিষয়ত ক'লে কেনে হ'ব ? ভাটী বয়সত ভৰি দিলে ন্যায়ধৰ্ম্মীসকলে যেতিয়াই মন যায় তেতিয়াই আদৰ্শ ৰাজ্যৰ শাসন-ভাৰ গ্ৰহণ কৰিব পাৰিব। তেওঁলোকে যি পৰিয়ালৰেপৰা ইচ্ছা কৰে ছোৱালী আনিব পাৰিব আৰু যি পৰিয়াললৈকে ইচ্ছা কৰে ছোৱালী দিব পাৰিব। অৰ্থাৎ এক কথাত ক'বলৈ গ'লে, তুমি অন্যায়ধৰ্ম্মীৰ বিষয়ে যিখিনি কৈছিলাঁ মই এতিয়া সেইখিনিকে ন্যায়ধৰ্ম্মীৰ বিষয়ে কৈছোঁ। আনহাতে অন্যায়ধৰ্ম্মীবোৰৰ বিষয়ে মই এই বুলি ক'ম যে ডেকা বয়সত বিপদত নপৰাকৈ কেনেবাকৈ কোনোবাই সাৰি গ'লেও বুঢ়া বয়সত কিন্তু সিহঁতৰ দুৰ্দ্দশাৰ সীমা নাইকিয়া হ'বগৈ। সিহঁতৰ দুৰ্দ্দশা দেখি দেশী-বিদেশী সকলোৱেই ইতিকিং কৰিবলৈ ধৰিব, অৱশেহত সিহঁতে তপত লোহাৰ কোব খাই অবৰ্ণনীয় দুখ-কষ্ট ভোগ কৰিব লাগিব। পিচে এতিয়া, সিহঁতবোৰে এনেকৈ জীয়াতু ভোগিব বুলি মই কোৱাটো তুমি ভাল পাইছাঁ জানো ?"

তেওঁ উত্তৰ দিলে, "কিয় নাপাম ? তুমি উচিত কথাই কৈছাঁ।"

মই কলোঁ, "গতিকে এনে বিলাকেই হ'ল ন্যায়ধৰ্ম্মী পুৰুষে স্বৰ্গৰ দেৱতা সকল আৰু পৃথিবীৰ মানুহৰপৰা জীৱনকালত পাব পৰা নানাবিধ পুৰস্কাৰ, বঁটা আৰু উপঢৌকন। ইফালে, ন্যায়ধৰ্ম্ম পালনৰ বাবে লাভ কৰা আশীষ-নিৰ্ম্মালি আছেই।"

তেওঁ উত্তৰ দিলে, "হয়। এইবোৰেই হ'ল সুন্দৰ পুৰস্কাৰ। এইবোৰ তেওঁলোকৰেই প্ৰাপ্য।"

"পিচে, মৃত্যুৰ পাচত ন্যায়ধৰ্ম্মী আৰু অন্যায়ধৰ্ম্মী প্ৰত্যেক জনেই যি খিনি পাব তাৰ তুলনাত এইবোৰ পুৰস্কাৰৰ লেখ-জোখ কৰিলে একেবাৰে নগণ্য হৈ পৰিব। সেইখিনিৰ কথাকে এতিয়া তোমাৰ আগত ক'ব খুজিছোঁ—যাতে সেইমতে দুইজনৰ যাক যেনেকৈ দিব লাগে অভিনন্দন দিব পৰা হয়।"

"কৈ যোৱাঁ। এইখিনি শুনাতকৈ আৰু আনন্দৰ কথা কি হ'ব পাৰে!"

"এতিয়া তোমাক এটা কাহিনী শুনাওঁ। অৱশ্যে অডিছিয়াচে এলচিনজক কোৱাৰ নিচিনা সাধু নহয়। এই কাহিনী হ'ল পেম্ফিলিয়া চহৰৰ আৰ্ম্মেনিয়াচৰ পুতেক বীৰপুৰুষ আৰৰ কাহিনী। এখন যুদ্ধত এই বীৰৰ মৃত্যু ঘটিছিল। যুদ্ধক্ষেত্ৰৰ গেলি-পচি যোৱা মৰাশবোৰ দহদিনৰ পাচত যেতিয়া সৎকাৰ কৰিবলৈ নিয়া হৈছিল তেতিয়াও কিন্তু আৰৰ জীৱহীন দেহাটো সুন্দৰ হৈয়েই পৰি আছিল। আৰু শ-টো ঘৰলৈ লৈ অহা হ'ল; আনি, বাৰ দিনৰ দিনা সমাধিস্থ কৰিবৰ বাবে চাণ্ডিত তোলোতেই মৰা-শটো আকৌ জী উঠিল। জীউ ঘূৰাই পাই আৰে সিপুৰীত কি কি দেখিলে বৰ্ণনা দিবলৈ ধৰিলে। সেই বৰ্ণনা মতে তাৰ আত্মাটো দেহৰপৰা ওলাই আন আন ভালেমান আত্মাৰ লগত যাত্ৰা কৰি গৈ আছিল। গৈ-গৈ সি এক ৰহস্যময় ঠাই পালেগৈ। সেই ঠাইতে পৃথিবীৰ বুকুত ওচৰা-ওচৰিকৈ ঢুটা সুৰঙ্গ আছিল। ঠিক সেই ঢুটাৰ বিপৰীতে আকাশতো ঢুটা সুৰঙ্গ আছিল। এই সুৰঙ্গ ঢুটাৰ মাজতে বিচাৰক সকল বহি আছিল। বিচাৰৰ ৰায় দি বিচাৰক সকলে ন্যায়-ধৰ্ম্মী সকলক সোঁহাতে ওপৰলৈ যোৱা বাটেদি স্বৰ্গলৈ যাবলৈ হুকুম দিলে আৰু প্ৰত্যেকৰে ডিঙিত সমুখৰ ফালে বিচাৰৰ হুকুমৰ প্ৰতীক একোটা আঁৰি দিলে। আনহাতে, অন্যায় ধৰ্ম্মীবোৰক বাওঁহাতেদি তললৈ যোৱা বাটে যাবলৈ হুকুম দিলে আৰু সিহঁতৰ পিচফালে পিঠিত সিহঁতৰ অপকৰ্ম্মৰ চিন লগাই দিয়া হ'ল। আৰু, আৰ যেতিয়া নিজে সেই ঠাই পালেগৈ তেতিয়া তাক কোৱা হ'ল যে সি সিপুৰীৰ সেই কাৰ্য্যবোৰৰ বিৱৰণ মানুহক দিবগৈ লাগিব। সিপুৰীৰ সকলো কথা ভালকৈ জানি-শুনি, চাই-চিতি ল'বলৈ তাক কোৱা হ'ল। সেইমতেই সি সকলো ঘটনা ভালকৈ চাবলৈ ধৰিলে আৰু চাই দেখিলে যে বিচাৰৰ ৰায় দিয়াৰ পাচত এফালে থকা আত্মা-বোৰে স্বৰ্গৰ এটা সুৰঙ্গয়দি আৰু আনফালে থকাবোৰে পৃথিবীৰ এটা সুৰঙ্গয়দি যাবলৈ ধৰিছে। আন ঢুটা সুৰঙ্গলৈ চাই আত্মা কিছুমানক উঠা-নমা কৰি থকা দেখিবলৈ পালে। পৃথিবীৰপৰা

উঠাবোৰৰ গাত ধূলি-মাটি লগা আৰু লেতেৰা-পেতেৰা; স্বৰ্গৰপৰা নামি অহাবোৰ পৱিত্ৰ আৰু নিকা। আহি পাওঁতে প্ৰত্যেক আত্মাৰ মুখত যাত্ৰাপথৰ দুখ-কষ্টৰ চিন দেখা গৈছিল। আহি পায়েই সিহঁতবোৰে বৰ আনন্দ মনেৰে মুকলি ঠাইডোখৰলৈ লৰ দিলে আৰু উৎসৱ চাবলৈ অহা মানুহৰ দৰে গৈ তাত নিজ নিজ ঠাই অধিকাৰ কৰিলেগৈ। চিনাকিবোৰৰ মাজত ইজনে সিজনক শুভেচ্ছা জনালে। পৃথিবীৰপৰা ওপৰলৈ উঠাবোৰে স্বৰ্গৰপৰা নামি অহা-বোৰক স্বৰ্গৰ বাতৰি সুধিলে; স্বৰ্গৰপৰা নামি অহাবোৰে ইহঁতবোৰৰ পৰা পৃথিৱীৰ খা-খবৰ ললে। পৃথিৱীৰ তলৰপৰা সুৰঙ্গয়দি আহোঁতে হোৱা দুখ-দুৰ্দ্দশা আৰু বাটত পাই অহা ভয়ঙ্কৰ জীৱ-জন্তুবোৰৰ কথা সুঁৱৰি কান্দি কাটি, পৃথিৱীৰপৰা অহাবোৰে সিহঁতৰ দুখৰ কাহিনী বৰ্ণাবলৈ ধৰিলে। সিহঁতে কোৱামতে সিহঁত আহি থকা এহেজাৰ বছৰ হ'ল। ইফালে স্বৰ্গৰপৰা নামি অহাবোৰে সুন্দৰ দৃশ্য আৰু আনন্দ উপভোগ কৰাৰ বৰ্ণনা দিলে। বুজিছাঁ গ্লকন, এওঁলোকৰ কাহিনীবোৰত বৰ্ণনা কৰা নানা ধৰণৰ কথাবোৰ এফালৰপৰা ক'বলৈ হ'লে অন্তই নপৰিব। কিন্তু, আৰৰ মতে সেইবোৰৰ ঘাই কথা কেইটা হ'ল এই—

যি বোৰে পৃথিৱীত অপকৰ্ম্ম কৰি আহিছিল সিহঁতৰ প্ৰত্যেকেই প্ৰতিটো অপৰাধৰ বাবে দহগুণ শাস্তি ভুগিব লাগিছিল। মানুহৰ জীৱনৰ ম্যাদ এশ বছৰ বুলি ধৰি, এশ বছৰৰ মূৰে মূৰে একোবাৰকৈ শাস্তি দিয়া হৈছিল। অৰ্থাৎ, প্ৰতিটো অপৰাধৰ বাবে দহ গুণ শাস্তি দিয়া হৈছিল। এইদৰে যি বোৰ একাধিক হত্যাকাণ্ড কৰাৰ বাবে দোষী আছিল বা যি বোৰে দেশদ্ৰোহিতা কৰিছিল নাইবা সেনা-বাহিনীক প্ৰতাৰণা কৰিছিল অথবা অন্যান্য কিবা নীচ কাৰ্য্যত সহায়ক হৈছিল, সেইবোৰেই প্ৰতিটো দোষৰ বাবে দহগুণ শাস্তি ভুগিব লগা হৈছিল। কিন্তু, যি বোৰে আনৰ ক'ৰবাত কিবা উপকাৰ কৰিছিল আৰু ন্যায়ধৰ্ম্ম পালন কৰি পৱিত্ৰ জীৱন-যাপন কৰিছিল সেইবোৰে তেনেকৈ দহ গুণ যথোচিত পুৰস্কাৰ লাভ কৰিছিল। জন্ম হোৱাৰ পাচতেই যি বোৰৰ মৃত্যু হৈছিল সেইবোৰৰ বিষয়েও আৰে কিবাকিবি কৈছিল; সেইখিনি আমাক নেলাগে। আৰৰ

বৰ্ণনামতে, অধৰ্ম্ম কাৰ্য্য, পিতৃ-মাতৃৰ অৱমাননা আৰু ওচৰ সম্বন্ধীয় মানুহৰ হত্যা আদি অপৰাধৰ বাবে সাধাৰণতে উগ্ৰ শাস্তি দিয়া হৈছিল। কিন্তু, ধৰ্ম্মকাৰ্য্য কৰা আৰু গুৰুজনক মানি চলা সকলে উৎকৃষ্ট পুৰস্কাৰ লাভ কৰিছিল। বিখ্যাত আৰ্ডিয়ুচ ক'ত আছে বুলি এটা আত্মাই আন এটাক সোধোঁতে বোলে আৰে শুনি আছিল। এহেজাৰ বছৰৰ আগতে এই আৰ্ডিয়ুচেই আছিল পেম্ফিলিয়াৰ স্বেচ্ছাচাৰী ৰজা। ককায়েক আৰু বুঢ়া বাপেকক হত্যা কৰাকে ধৰি তেওঁ বহুত পাপকাৰ্য্য কৰিছিল বুলি মানুহে কয়। যিটো আত্মাক কথাটো সোধা হৈছিল সি উত্তৰ দিওঁতে এই বুলি কৈছিল, "তেওঁ ইয়ালৈ অহা নাই। অহাৰ সম্ভাৱনাও নাই। কিন্তু আমি যিটোহে ভয়ঙ্কৰ দৃশ্য দেখি আহিলোঁ এতিয়াও গাৰ নোম সিয়ঁৰি উঠে। সকলো দুখ-কষ্ট অতিক্ৰম কৰি আমি যেতিয়া ঠিক সুৰঙ্গটো পাইছোঁগৈ আৰু ওপৰলৈ উঠিব খুজিছোঁহক, তেনে সময়তেই হঠাতে আৰ্ডিয়ুচক লগৰীয়াবোৰৰে সৈতে তাতে দেখিবলৈ পালোঁ। লগৰীয়াবোৰৰো সৰহভাগেই তেওঁৰ দৰেই স্বেচ্ছাচাৰী শাসক আছিল। অৱশ্যে তাৰ ভিতৰতে কেইজনমান দুৰন্ত বিধৰ নাগৰিকো আছিল। কিন্তু তেওঁলোক এটাইবোৰে যেতিয়া ওপৰলৈ উঠিবৰ আশাৰে সুৰঙ্গটোলৈ আগবাঢ়ি গ'ল, তেতিয়াই সুৰঙ্গটোৱে বিকট চিঞৰ এটা মাৰি তেওঁলোকক ঘূৰাই পঠালে। কোনোবা মহাপাপী নাইবা পাপৰ প্ৰায়শ্চিত্ত নকৰা কোনোবাই এইদৰে ওপৰলৈ উঠিব খুজিলেই বোলে এই সুৰঙ্গটোৱে এনেকৈ গৰ্জ্জন কৰিবলৈ ধৰে। আৰু সেই চিঞৰ শুনাৰ লগে লগেই ওচৰতে ভয়ঙ্কৰ মূৰ্ত্তি ধৰি সাজু হৈ থকা মানুহ এজাক আহি পাপীবোৰৰ কৰ্কালত খামোচ মাৰি টানি লৈ যায়হি। আৰ্ডিয়ুচ আৰু তেওঁৰ লগৰীয়াবোৰকো মূৰৰপৰা ভৰিলৈকে বান্ধি লৈ বগৰাই-বগৰাই চাবুকেৰে কোবাই বথলা-বথল কৰিলে; আৰু কাষৰীয়া বাট এটাইদি উলিয়াই নি কাঁইটিয়া গছ কিছুমানৰ ওপৰেদি চোচঁৰাই উল ফঁহিয়াদি ফঁহিয়াই পেলালে। তেওঁলোকক নো কিয় এইদৰে শাস্তি দিয়া হৈছে সেইফালেদি যোৱা সকলো মানুহকে শুনোৱা হৈছিল। লগতে এইটোও কৈছিল যে এইদৰে চোচঁৰাই নি তেওঁলোকক টাৰ্টাৰুচ নদীত পেলাই দিয়া হ'ব।

ইয়াৰ আগতে আমি বহুতবোৰ ভয়লগা দৃশ্যকে দেখিছিলোঁহক। কিন্তু এই নৃশংস দৃশ্য দেখি যি ভয় খালোঁ। তেনে ভয় আগতে কেতিয়াও খোৱা নাছিলোঁ। সুৰঙ্গয়দি ওপৰলৈ উঠিবলৈ যাওঁতেই আকৌ জানোচা সেই ভয়ঙ্কৰ চিঞৰটো আমাৰ কাণত পৰেহি সেই ভয়তেই আমিও পেপুৱা খাই আছিলোঁ। যেই হওক, আমিবোৰ ওপৰলৈ উঠিবলৈ যাওঁতে ৰেনিবা সেই চিঞৰটো আৰু শুনিবলৈ নেপালোঁ। আমাৰ মুখলৈও তেতিয়াহে পানী আহিছে। যেই হওক, আৰ্ডিয়ুচ আৰু লগৰীয়াবোৰৰ ওপৰত হোৱা উগ্ৰ শাস্তিৰ নমুনা কি আছিল তাক এই বৰ্ণনাৰপৰাই বুজা যাব। পিচে, পুৰস্কাৰৰ ক্ষেত্ৰত সকলো কথা আছিল ইয়াৰ ঠিক বিপৰীত। মুকলি পথাৰ-খনত সাতদিন জিৰণি লোৱাৰ পাচত আত্মাবোৰক সেই ঠাই এৰিবলৈ কোৱা হ'ল। অষ্টম দিনা পুনৰ সিহঁতে যাত্ৰা আৰম্ভ কৰিলে। তাৰপৰা তিনদিনৰ বাট গৈ সিহঁতে চতুৰ্থ দিনা এডোখৰ ঠাই পালেগৈ। সেই ঠাইৰপৰা সিহঁতে তললৈ চাই এটা পোহৰৰ স্তম্ভ দেখিলেগৈ। এই স্তম্ভটো পৃথিবীৰপৰা স্বৰ্গলৈকে জুৰি আছে। দেখিবলৈ ৰামধনুৰ নিচিনাই, মাত্ৰ ৰামধনুতকৈ বেচি উজ্জ্বল আৰু মুকলি। আৰু এদিনৰ বাট আগবাঢ়ি গৈ সিহঁতে এই স্তম্ভটো পালেগৈ। সেই পোহৰৰ স্তম্ভটো পাই সিহঁতে দেখিলেগৈ স্তম্ভটোৰ দুই মূৰে শিকলি লগাই আকাশৰ লগত বান্ধি থোৱা আছে। জাহাজ এখন শিকলি এডালেৰে বান্ধি ৰখাৰ দৰে এই পোহৰৰ ৰচিডালেৰে গোটেই ব্ৰহ্মাণ্ডখন বান্ধি ধৰি ৰাখিছে[২]। অভাৰৰ শলাডালক দুই মূৰৰ সৈতে বান্ধি দিয়া হৈছে। তাৰ সহায়তেই ব্ৰহ্মাণ্ডখন ঘূৰি থাকে। এই শলাডালৰ ডিল আৰু হাকোঁটাডাল তীখাৰে তৈয়াৰী ; তাৰ চকৰিটো তীখাৰ লগত অন্য ধাতু মিহলাই

---

২। গ্ৰীক জ্যোতিষশাস্ত্ৰত আকাশখনক এবিধ গোটা, স্বচ্ছ গম্বুজ বুলি ধৰা হৈছিল। ইয়াত দিয়া বিৱৰণ মতে এই গম্বুজটোৰ দাঁতি দুটা পথালিয়ে পোহৰৰ পোন ৰচি এডালেৰে বন্ধা আছে। "শিকলি ডালৰ মূৰ দুটা আকাশত বন্ধা আছে" মানে "মূৰ আকাশৰ লগত বন্ধা আছে।" কিন্তু এই কথাৰ ব্যাখ্যা বেলেগ বেলেগ প্ৰকাৰেও হৈছে।

কৰোৱা। এই চকৰিটোৰ বৰ্ণনা এনে ধৰণে দিব পাৰি। আকাৰত ই সাধাৰণ চকৰি এটাৰ নিচিনাই। কিন্তু আৰৰ বৰ্ণনা মতে এইটোক আমি এটা প্ৰকাণ্ড ফোপোলা চকৰি ৰূপত কল্পনা কৰিব লাগিব[৩]। ভিতৰখন ৰুকি ফোপোলা কৰি তাতে আৰু এটা সৰু চকৰি সুন্দৰকৈ ভৰাই দিয়া হৈছে—যেন এটা বাকচ আন এটাত খাপ খুৱাই সুমুৱাই হে দিয়া হৈছে। এইদৰেই দ্বিতীয়টো চকৰিৰ ভিতৰত তৃতীয় এটা, তৃতীয়টোৰ ভিতৰত চতুৰ্থ এটা, এনেকৈ আৰু চাৰিটা সুমুৱাই দিয়া হৈছে। সৰ্ব্বমুঠ আঠোটা চকৰি এইদৰে ইটোৰ ভিতৰত সিটোক সুমুৱাই দিয়া হৈছে। প্ৰতিটো চকৰিৰ বাহিৰ ফালটো বৃত্তাকাৰ হৈ আৰু এটাইবোৰ চকৰি জাপ খাই ডিলটোৰে সৈতে গোটা চকা এটা হৈ পৰিছে। এই ডিলটো অষ্টম চকৰিৰ কেন্দ্ৰইদি গৈছে। প্ৰথম আৰু সৰ্ব্বশেষ চকৰিৰ ঘেৰ আটাইতকৈ বহল, ষষ্ঠটোৰ তাতকৈ অলপ ঠেক, তাৰ পিচত চতুৰ্থটো, তাৰ পিচত অষ্টমটো, তাৰ পিচত সপ্তম, তাৰ পিচত পঞ্চম, তাৰ পিচত তৃতীয় আৰু তাৰ পিচত একেবাৰে ঠেক ঘেৰৰ দ্বিতীয়টো। আটাইতকৈ ডাঙৰ চকৰিটোৰ ঘেৰটো ৰং-বেৰঙৰ ; সপ্তম চকৰিৰ ৰং আটাইতকৈ উজ্জ্বল ; অষ্টমটোৱে সপ্তমটোৰপৰা অহা ৰঙৰ পোহৰ পায় ; দ্বিতীয় আৰু পঞ্চমটোৰ বৰণ একে ; কিন্তু এই দুটাৰ বৰণ বাকীবোৰতকৈ ডাঠ ; তৃতীয়টোৰ বৰণ একেবাৰে শেঁতা ; চতুৰ্থটো ৰঙচুৱা ; ষষ্ঠটো তৃতীয়টোৰ দৰেই শেঁতা। এতিয়া গোটেই শলাডাল একেটা বেগতে ঘূৰিবলৈ ধৰে। কিন্তু গোটেই ডাল ঘূৰিবলৈ ধৰোঁতে

---

৩। শলাডালৰ সৈতে চকৰিটোৰ গতিকে, পৃথিৱীক কেন্দ্ৰ কৰি ঘূৰা আকাশৰ আহ্নিক গতি বুজোৱা হৈছে। নিজ নিজ আৱৰ্ত্তনত থকা ভিতৰ ফালৰ সাতোটা চকৰিয়েই হ'ল ক্ৰমান্বয়ে শনি, বৃহস্পতি, মঙ্গল, শুক্ৰ, বুধ, আৰু ৰবি। নানাবিধ ৰঙেৰে সৈতে একেবাৰে বাহিৰৰ চকৰিটোৱেই হ'ল আকাশত স্থিৰ হৈ থকা নক্ষত্ৰবোৰ।

"পোহৰৰ স্তম্ভক" কোনো কোনোৱে হাতীপটী বুলি কৈছে ; কোনো কোনোৱে আকৌ পৃথিৱীৰ মেৰুদণ্ড বুলি কৈছে। কিন্তু এই ব্যাখ্যাৰ এটাও শুদ্ধ নহয় যেন লাগে। খুব সম্ভৱ ইয়াৰ দ্বাৰা পোহৰ সম্বন্ধে পাইথাগোৰাচৰ পুৰণি মতৰ হে উল্লেখ কৰা হৈছে।

ভিতৰৰ সাতোটা চকৰি বিপৰীত দিশত লাহে লাহে হে ঘূৰিবলৈ লয়। তাৰ ভিতৰত অষ্টম চকৰিটো সকলোতকৈ বেগেৰে ঘূৰে; তাৰ পিচতে সপ্তম, ষষ্ঠ আৰু পঞ্চমটো একেলগে ঘূৰে; চতুৰ্থটো পঞ্চমটোতকৈ কম বেগত ঘূৰা যেন লাগে; তৃতীয়টোৰ বেগ চতুৰ্থ স্থানত পৰে আৰু দ্বিতীয়টোৰ পঞ্চম স্থানত। শলাডালে অভাৱ-দেবীৰ আঁঠুৰ চাৰিওফালে পাক দিয়ে। প্ৰত্যেক চকৰিতে একোটাকৈ ঘণ্টা থাকে। এই ঘণ্টাৰ একোটা শব্দত একোটা সুৰ ওলায় আৰু আঠোটা সুৰ লগলাগি এটা ঐকতানৰ সৃষ্টি হয়। সমান সমান দূৰত থাকি, প্ৰত্যেকেই একোখন সিংহাসন লৈ তিনি গৰাকী দেবী ঘূৰণীয়াকৈ বহে। এওঁলোকেই হ'ল ভাগ্যৰ গৰাকী অভাৱ-দেৱীৰ তিনি গৰাকী জীয়েক—লেছেছিচ, ক্লডো আৰু এট্ৰপচ। তিনিওৰে গাত ধকধকীয়া বগা সাজপাৰ আৰু মূৰত একোধাৰি মালা। লেছেছিচে শঙ্খ বজাই বজাই অতীতৰ গীত গাইছে। ক্লডোৱে বৰ্ণনা কৰিছে বৰ্ত্তমান কালৰ ঘটনা আৰু এট্ৰপচে ভৱিষ্যতৰ। সোঁহাত খনেৰে ক্লডোৱে শলাডালৰ বাহিৰৰ পিনৰ ঘেৰটোক ধৰি মাজে মাজে ঘূৰাই আছে; এট্ৰপচে বাওঁ হাতেৰে ধৰি ভিতৰৰ চকৰিটো সেইদৰে ঘূৰাইছে আৰু লেছেছিচে এই দুইটাকে এবাৰ সোঁ হাতেৰে এবাৰ বাওঁ হাতেৰে ধৰিছে। আত্মাবোৰ আহি পোৱা মাত্ৰকেই লেছেছিচৰ ওচৰত হাজিৰ কৰোৱা হ'ল। দোভাষী এজন আহি তাৰ পাচত সিহঁতক শাৰী পাতি ঠিয় কৰালে আৰু লেছেছিচৰ কোলাৰপৰা ভাগ্যৰ নমুনা থকা ভালেমান কাগজৰ টুকুৰা হাতত লৈ ওখ মণ্ডপ এটাত উঠি লৈ এইদৰে ক'বলৈ ধৰিলে "অভাৱদেবীৰ জীয়াৰী লেছেছিচ দেবীয়ে এইদৰে কৈছে—হেৰা, ক্ষন্তেকীয়া আত্মাবোৰ! তোমালোকৰ পাৰ্থিৱ জীৱনৰ এক নতুন অধ্যায় আৰম্ভ হৈছে; সেই অধ্যায় মৰণত শেষ হ'বগৈ। কিন্তু তোমালোকক এতিয়া কোনো ভাগ্য দান কৰা নহ'ব। যাক যি ভাগ্য লাগে তোমালোকে নিজে নিজেই বাছি ল'বাঁহক। নিজে নিজে কাগজ টানি যাৰ হাতত যি ভাগ্য উঠে তাকেই চিৰ জীৱনৰ বাবে সাৰটি ল'ব লাগিব। ধৰ্ম্ম-দেবীৰ কোনো গৰাকী নাই। যিয়েই তেওঁক সম্মান কৰিব তেওঁৰেই তেওঁৰপৰা সকলো অনুগ্ৰহ লাভ কৰিব; যি অসম্মান কৰিব

তেওঁৰেই সেই অনুগ্ৰহৰপৰা বঞ্চিত হ'ব। সকলো নিৰ্ভৰ কৰিব বাছোঁতাজনৰ ওপৰত। সেইবাবে দেৱতা সকলক দায়ী কৰিব নোৱাৰিবাঁ।" এইখিনি কথা কৈ দোভাষীজনে কাগজৰ টুকুৰাবোৰ আত্মাবোৰৰ মাজলৈ দলিয়াই দিলে। যাৰ কাষত যি টুকুৰা কাগজেই পৰিলে তাকেই প্ৰত্যেক আত্মাই বুটলি ললে। মাত্ৰ আৰে নললে। আৰক ল'বলৈ মানা কৰা হৈছিল। ভাগ্যৰ নমুনাৰ সংখ্যা, আত্মাৰ সংখ্যাতকৈ বহুত বেচি আছিল। নমুনাবোৰ সকলো বিধৰে আছিল। সকলো বিধ জীৱলগা বস্তুৰ নমুনাৰ ভিতৰত আছিল সকলো প্ৰকাৰৰ মানুহৰ জীৱনৰ নমুনা। ৰজাৰ জীৱনৰ ভিতৰত কিছুমান আছিল বহুত দিন ৰাজত্ব ভোগ কৰি থকা ৰজাৰ আৰু কিছুমান আছিল অলপ দিন মাত্ৰ ৰাজত্ব কৰিয়েই ৰাজ্যহীন হৈ পলাই গৈ দাৰিদ্ৰ্যৰ জীৱন যাপন কৰি ভিখাৰী হোৱা ৰজাৰ। তদুপৰি বহুত বিখ্যাত মানুহৰো জীৱনৰ নমুনা আছিল। কোনোজন ৰূপ-লাৱণ্যৰ বাবে বিখ্যাত, কোনোজন আকৌ শাৰীৰিক শক্তি আৰু চিকাৰ নৈপুণ্যৰ বাবে বিখ্যাত, কোনোজন উচ্চ-বংশজাত হোৱাৰ বাবে বিখ্যাত নাইবা কোনোজন উপৰি পুৰুষ সকলৰ প্ৰতিভাৰ বাবেই বিখ্যাত। সেইদৰেই, অখ্যাত পুৰুষৰ জীৱনৰ নমুনাও আছিল। লগতে, বিখ্যাত-অখ্যাত নানান মহিলাৰ জীৱনো আছিল। কিন্তু সেই জীৱনবোৰৰ বাবে আত্মাৰ কোনো নিৰ্দ্দিষ্ট চৰিত্ৰ স্থিৰ কৰি দিয়া হোৱা নাছিল; কিয়নো জীৱন সলনি হোৱাৰ লগে লগে আত্মাও সলনি হৈ পৰে। অৱশ্যে বাকী সকলো বিষয়তে উপাদানবোৰ বিভিন্ন প্ৰকাৰে মিহলি কৰি দিয়া হৈছিল—ক'ৰবাত ধন-সম্পত্তি, ক'ৰবাত দাৰিদ্ৰ্য, ক'ৰবাত বেমাৰ-আজাৰ, আন ক'ৰবাত সুস্বাস্থ্য; আন এটাত আকৌ এনে দুই বিপৰীত সীমাৰ মাজৰ অৱস্থাহে আছে। বুজিছাঁ গ্লকন, এই সময়টোৰেই হ'ল মানুহৰ বাবে আটাইতকৈ ডাঙৰ পৰীক্ষাৰ সময়। গতিকে, এই খিনিতেই প্ৰত্যেকেই আন সকলো কথা এৰি এটা কথাৰ অনুসন্ধানত হে ধৰিব লাগিব—অৰ্থাৎ, সুজীৱন আৰু কুজীৱনৰ পাৰ্থক্য বুজিবলৈ কিহে মানুহক সহায় কৰিব, আমি এইমাত্ৰ উল্লেখ কৰা কোনবোৰ উপাদানে অকলশৰীয়াকৈ বা মুঠৰূপতেই থাকি জীৱনৰ মহত্ব দান কৰে সেইটো ঠিক মতে নিৰ্ণয়

কৰি সকলো সময়তে শ্ৰেষ্ঠ জীৱনৰ বাছনিত কোনে সহায় কৰিব, দাৰিদ্ৰ্য বা প্ৰাচুৰ্য্যই জীৱনত ক'ত কেতিয়া কি বিধৰ ভাল বা বেয়া প্ৰভাব পেলাব তাক বুজাত কোনে সহায় কৰিব, এই সকলোবোৰ কথা উপলব্ধি কৰাত জ্ঞানে কেনেবাকৈ মানুহক সহায় কৰে নে নকৰে তাৰ অনুসন্ধান কৰিব লাগিব। তদুপৰি উচ্চ বংশত জন্ম আৰু নীচ বংশত জন্ম, ঘৰুৱা জীৱন আৰু ৰাজহুৱা জীৱন, শাৰীৰিক শক্তি আৰু শাৰীৰিক দুৰ্ব্বলতা, বোধশক্তিৰ প্ৰখৰতা আৰু বোধ-শক্তিৰ দুৰ্ব্বলতা ইত্যাদিবোৰৰ বিভিন্ন সংমিশ্ৰণৰ ফলত কি হয় সেইটোও অনুসন্ধান কৰিব লাগিব। এনে অনুসন্ধানৰ যোগেদি হে সকলোবোৰ পৰীক্ষা কৰি স্থিৰ সিদ্ধান্তলৈ আহিব পৰা যাব। এই ক্ষেত্ৰত সু-জীৱন আৰু কু-জীৱনৰ ভিতৰত বাছিবলৈ হ'লে আত্মাৰ মূল প্ৰকৃতিৰ ওপৰত অনবৰতে চোকা নজৰ ৰাখিব লাগিব। যিটো জীৱনেই আত্মাক টানি নি অধিক অন্যায়ধৰ্ম্মী কৰেগৈ তাকে কু-জীৱন বুলিব লাগিব; আৰু যিটো জীৱনে আত্মাক অন্য সকলো কথাৰেপৰা আঁতৰাই আনি অধিক ন্যায়ধৰ্ম্মী হোৱাৰ পথত লৈ যায় তাকেই সু-জীৱন বুলিব লাগিব। জীয়াই থাকোঁতেই হওক মৰণৰ পাচতেই হওক, এইদৰে বাছি লোৱাটোৱেই উত্তম হ'ব। পৰলোকত গৈও মানুহে এই সিদ্ধান্তত দৃঢ় ভাৱে থাকিয়েই চলিব লাগিব। তেতিয়াহে মানুহে ইহলোকৰ দৰে পৰলোকতো ধন-সম্পত্তি বা তেনেবিধৰ বেয়া বস্তুৰ প্ৰলোভনৰপৰা সাৰি থাকিব পাৰিব; আৰু, লোভ বা আত্মসাৎ কৰা কাৰ্য্যৰপৰা নিজকে আঁতৰাই ৰাখি পৰৰ হানি কৰা অথবা নিজকো অশান্তিত পেলোৱাৰপৰা মুক্ত থাকিব পাৰিব। তেতিয়া হে মানুহে এনে জীৱন বাছি ল'ব পাৰিব যি জীৱনেই উক্ত দুই বিধৰ মাজত মধ্যম পন্থা হ'ব। তেতিয়া এই দুই বিধ আতিশয্যৰপৰা এই জনমতেই নহয়, পৰজনমতো পাৰ্য্যমানে আঁতৰি থাকিব পাৰিব। এইদৰে চলিব পাৰিলেই মানুহ সৰ্বাতকৈ সুখী হ'ব পাৰিব।

আৰৱ কথালৈকে আকৌ ঘূৰি আহোঁচোন। সেই সময়তে দোভাষীজনে আৰু এষাৰ কথা কৈছিল বুলি সিপুৰীৰপৰা অহা এই দূতজনে কৈছিল। দোভাষীজনে কৈছিল: "নমুনা বাছি লওঁতে বাছি

ভাবি-চিন্তি চাই লয় আৰু সেই নমুনাৰ জীৱনতে উদ্যোগী হৈ চ'লে, তেনেহ'লে দেখা পাব যে তেওঁ লোৱা জীৱনো একেবাৰে বেয়া নহয়। তেনে জীৱন পায়ো তেওঁ অসুখী হ'ব লগা নহবগৈ; বৰঞ্চ সন্তুষ্ট হ'বৰ জোখাৰে ভালেমান পাব হে। গতিকে যি জনে প্ৰথম প্ৰথম নমুনা বাছিবলৈ পায় তেওঁও বৰকৈ উৎফুল্ল হৈ অবিবেচক হৈ পৰিব নালাগে, নাইবা একেবাৰে শেহত অহা জনো বিমৰ্ষ হ'বৰ দৰ্কাৰ নহয়।" দোভাষীজনৰ কথাষাৰ শেষ হোৱাৰ পাচতেই সেই প্ৰথমতে কাগজ-বুটলি লোৱাজন আগবাঢ়ি আহি তেনেই স্বেচ্ছাচাৰী জীৱনৰ নমুনাটোকে বাছি ললেহি। কিন্তু, সি ইমান মূৰ্খ আৰু লুভীয়া আছিল যে ভাবিচিন্তি চাবলৈ সি এক মুহূৰ্ত্তও অপেক্ষা কৰিব নোৱাৰিলে। ফলত যে তাৰ কপালত অলেখ যন্ত্ৰণা লিখি ললেই, তদুপৰি সি তাৰ সতি-সন্ততিবো মূৰটো খালে, সেই কথা তেতিয়া তৰ্কিবই নোৱাৰিলে। গতিকে, পিচত যেতিয়া ধীৰে-সুস্থিৰে বহি কথাটো ভাবি চালে তেতিয়া সি হিয়া ভুকুৱাই অনুশোচনা কৰিবলৈ ধৰিলে। দোভাষীৰ সতৰ্কবাণীলৈ আওকাণ কৰি নিজৰ দুৰ্ভাগ্য নিজে মাতি আনি এতিয়া সি সেইবাৰে ভাগ্যদেবী আৰু অদৃষ্ট-দেবীক হে শাও দিবলৈ ধৰিলে। নিজৰ দুৰ্ভাগ্যৰ বাবে নিজক দোষ নিদি আন সকলোকে সি জগৰীয়া কৰিলে। এই মানুহটোৱেই আছিল স্বৰ্গৰপৰা নামি অহাবোৰৰে এজন। পূৰ্ব্বৰ জীৱনত সি সুসংগঠিত ৰাজ্যত বাস কৰিছিল বাবেই নিজে তত্ত্বজ্ঞান আহৰণ নকৰিলে যদিও দেখি-শুনিয়েই কিছু কিছু সদ্‌গুণ লাভ কৰিছিল। বাস্তৱতে, আৰব বৰ্ণনামতে এইদৰে প্ৰলোভনত পৰি ভুলপথে পৰিচালিত হোৱা সকলৰ ভিতৰত আধাতকৈও সৰহভাগেই স্বৰ্গৰপৰা নামি আহিছিল। নিজৰ জীৱনত দুখ-দুৰ্দ্দশাৰ কোনো অভিজ্ঞতা নাছিল বাবেই তেওঁলোকৰ এনে দুৰৱস্থা হ'বলৈ পালে। পৃথিবীৰ-পৰা যোৱা সকলৰ সৰহ ভাগে কিন্তু এইদৰে জধেমধে বাছনি কৰা নাছিল; কিয়নো দুৰ্দ্দশা কি বস্তু তাৰ প্ৰমাণ তেওঁলোকে নিজেই পাইছে আহিছে আৰু আনৰ জীৱনতো দেখি আহিছে। সি যি কি নহওক, পৃথিবীলৈ ঘূৰি আহি ন-কৈ জীৱন আৰম্ভ কৰাৰেপৰা যদি মানুহে জ্ঞান চৰ্চ্চা কৰিবলৈ ধৰে, আৰু যদি হে জীৱনৰ নমুনা

বাছি ল'বলৈ যাওঁতে তেওঁ একেবাৰে শেহত পৰাগৈ নাই, তেতিয়াহ'লে আৰৰ বৰ্ণনা অনুসৰি সেই মানুহে পৃথিবীত থকা দিন কেইটা সুখেৰেই অতিবাহিত কৰিব তো পাৰিবই, আনকি ইপুৰীৰপৰা সিপুৰীলৈ যাবৰ সময়তো বা ঘূৰি আহিবৰ সময়তো ওখোৰা-মোখোৰা, অকোৰা-পকোৰা আন্ধাৰ বাটেদি নগৈ পোনপটীয়া পোহৰ বাটেদিহে যাব পাৰিব। আৰে আৰু কৈছিল আত্মাবোৰে নিজৰ নিজৰ ভাগ্য বাছি ল'বলৈ যোৱা দৃশ্যটো সঁচাকৈয়ে চাবলগীয়া হৈছিল—এনেকুৱা এক দৃশ্য যে দেখিলে দুখও লাগে, হাঁহিও উঠে আৰু আচৰিত হ'ব লগাও হয়। সাধাৰণতে পূৰ্ব্ব জীৱনৰ অভিজ্ঞতা অনুসৰিয়েই সিহঁতে নিজ নিজ বাছনি কৰিছিল। এইদৰে আৰে দেখিবলৈ পাইছিল যে যি আত্মা আগতে এসময়ত অৰ্ফিয়ুচৰ গাত আছিল সেই আত্মাই এতিয়া ৰাজহাঁহৰ জীৱন বাছি ললে। পূৰ্ব্ব-জন্মত অৰ্ফিয়ুচক তিৰোতাই হত্যা কৰিছিল; গতিকে সি আৰু কেতিয়াও তিৰোতা হৈ জন্ম ল'ব নোখোজে। সেইদৰে তেওঁ থেমিৰাচৰ আত্মাকো কুলি চৰাইৰ জীৱন লোৱা দেখিলে। ৰাজহাঁহ এটাই নিজৰ ৰূপ সলাই মানুহৰ জীৱন লোৱা আৰু আন আন গীতগোৱা চৰাইবোৰেও এই ৰাজহাঁহটোৰে উদাহৰণ লোৱাও দেখিলে। যিটো আত্মাই চিঠিথেলৰ ভাগ্যপৰীক্ষাত বিংশতি টান মাৰিছিলে সি আকৌ সিংহৰ জীৱন বাছি লৈছিল। সেইটোৱেই আছিল টেলামনৰ পুতেক আজাক্সৰ আত্মা। আজাক্সে মানুহ হ'ব সুখুজিছিল; কিয়নো একিলেজৰ অস্ত্ৰশস্ত্ৰবোৰ লাভ কৰিবলৈ গৈ যুদ্ধত হাৰি আত্মহত্যা কৰিব লগা হোৱাৰ কথা তাৰ মনৰপৰা যোৱা নাছিল। আজাক্সকে অনুসৰণ কৰিছিল আগামেম্‌ননে। জীৱনত অশেষ দুখ-কষ্ট ভুগিব লগাত পৰি আগামেম্‌ননেও মানুহৰ জীৱনক ধিক্কাৰ দিছিল। গতিকে তেওঁৰ আত্মাই মানুহৰ জীৱনৰ সলনি ঈগল চৰাইৰ জীৱন ললে। মাজভাগতে কাগজ টানিবলৈ গৈ আটলাণ্টাৰ আত্মাই দেখিলে পালোৱানৰ জীৱনতেই ডাঙৰ সম্মান পোৱা যায়। গতিকে তেওঁ আৰু পালোৱান হোৱাৰ লোভ সামৰিব নোৱাৰিলে। তাৰ পাচত দেখা গ'ল পেনাপিয়ুচৰ পুতেক এপিয়ুচৰ আত্মাই নিপুণ শিপিণী এজনীৰ ৰূপ লৈছেগৈ। তাৰ

অলপ দূৰৈতে একেবাৰে শেহৰ ফালে থকাবোৰৰ ভিতৰত দেখা গ'ল থাৰ্চাইটিচৰ আত্মা। থাৰ্চাইটিচ পূৰ্ব্বজন্মত বহুৱা আছিল। এতিয়া সিয়েই বান্দৰৰ ৰূপ ললে। ইফালে ঘটনাক্ৰমে এনে হ'ল যে ওডিয়ুচৰ আত্মাই একেবাৰে শেহৰ কাগজখন হে টানিবলৈ পালেগৈ। টানিবলৈ আহোঁতেই তেওঁ পূৰ্ব্বজন্মৰ দুখ-কষ্ট সুঁৱৰি ইমান হতাশ হৈ আহিছিল যে অকলশৰীয়া শান্তিপূৰ্ণ জীৱন এটাকে বিচাৰি তেওঁ বহুত সময় ঘূৰা-পকা কৰিবলৈ ধৰিলে। শেহত অশেষ কষ্টৰ মূৰত তেনে জীৱন এটাকে এঁদাতিত পৰি থকা পালেগৈ। সেইটোকে আকৌ তেনেই অলাগতিয়াল বুলি বাকীবোৰে দলিয়াই পেলাইছিল। কিন্তু ওডিয়ুচৰ আত্মাই দেখা মাত্ৰকেই আনন্দ মনেৰে সেইটোকে বুটলি ললে আৰু ক'লে যে তেওঁ যদি প্ৰথমতেও বাছিবলৈ আহিল-হেঁতেন তেতিয়াও সেইটো জীৱনকেই ললেহেঁতেন। ঠিক এইদৰেই, বাকী জন্তুবোৰৰ ভালেমান হৈ গ'ল মানুহ; ভালেমান মানুহ হৈ পৰিল জন্তু। অন্যায়ধৰ্ম্মীবোৰ হল দুৰ্দ্দান্ত আৰু ন্যায়ধৰ্ম্মীবোৰ শান্ত। তদুপৰি দুৰ্দ্দান্ত, শান্তৰ মাজতো থাকিল বহুত।

এতিয়া সকলোবোৰ আত্মাই ভাগ্যপৰীক্ষাৰ ফল অনুসৰি নিজৰ নিজৰ জীৱন বাছি লোৱাৰ পাচত এটা এটাকৈ লেছেছিচৰ কাষলৈ আগবাঢ়ি গ'ল আৰু লেছেছিচেও সিহঁতক যি যেনেকৈ বিচাৰিছিল সেইমতেই নিজ নিজ জীৱন ধাৰণ কৰি নিজৰ নিজৰ অভিলাষ পূৰণ কৰিবলৈ বিধাতাৰ হাতত গতাই দিলে। তেতিয়া বিধাতাই প্ৰথমে প্ৰত্যেক আত্মাকে ক্লডোৰ ওচৰলৈ লৈ গৈ ক্লডোৱে শলাডাল ঘূৰাই থকা হাতৰ তলেদি সৰকাই নিলে। ইয়াৰ লগে লগেই প্ৰত্যেকটো আত্মাৰ ভাগ্য অনুমোদন কৰা হৈ গ'ল। ক্লডোৰ ভৰি স্পৰ্শ কৰি তাৰ পিচত বিধাতাই আত্মাটোক এট্ৰপচে সূতাকাটি থকাৰ ওচৰলৈ লৈ গ'ল আৰু নি, ভাগ্যৰ সূতাদাল কটকটীয়াকৈ বান্ধি দিলে। তাৰ পিচত আত্মাবোৰে কোনোফালে নোচোৱাকৈ পোন কোবেই অভাৱ-দেৱীৰ সিংহাসনৰ তলেদি পাৰ হৈ গ'ল। আত্মাবোৰৰ পিচতে আৰও পাৰ হ'ল। উশাহ-নিশাহ বন্ধ হৈ যোৱা ভয়ানক তাপৰ মাজেদি পাৰ হৈ গৈ আটাইবোৰেই এতিয়া পাহৰণিৰ মৰুভূমিত সোমালগৈ। এই মৰুভূমিত কেনিও ক'তো এজোপা গছও দেখিবলৈ

নাছিল। গধুলি হৈ আহিলত সকলোৱে উদাসীনভাৱ নৈৰ কাষতে থাকিবলৈ দিহা কৰিলে। এই নৈখনৰ পানী আকৌ কোনো পাত্ৰতে ভৰাই ৰাখিব নোৱাৰি। গতিকে প্ৰত্যেকেই এক নিৰ্দ্দিষ্ট পৰিমাণতহে পানী খাব লাগে। কিন্তু যিবোৰ নিৰ্ব্বোধ আছিল সিহঁতে নিৰ্দ্দিষ্ট পৰিমাণতকৈ সৰহকৈ খাই পেলালে আৰু এইদৰে খোৱাৰ লগে লগেই সিহঁতে সকলো কথা পাহৰি গ'ল। সিহঁতবোৰ শুবলৈ যোৱাৰ পাছত মাজনিশা ধুমুহা—ভুইকঁপৰ প্ৰকাণ্ড গোজৰণি হ'ল। মুহূৰ্ত্তৰ ভিতৰতে আকাশৰপৰা তৰা উফৰি পৰাদি আত্মাবোৰ কেউপিনে চিটিকি গৈ নিজ নিজ উৎপত্তি স্থলত পৰিলগৈ। আৰক অৱশ্যে উদাসীনতা নৈৰ পানী খাবলৈ হাক দিয়া হৈছিল। কিন্তু, তথাপি কেনেকৈ আৰু কোন বাটেদি আহি নো সি আকৌ নিজৰ শৰীৰত সোমালহি ক'ব নোৱাৰিলে। মাত্ৰ সি ইমানেহে জানে যে ৰাতিপুৱা পোহৰ হওঁ হওঁ হওঁতেই সি হঠাতে চকু মেলি দেখিলে শ্মশানৰ চিতাত পৰি আছে।"

"গ্লকন, কাহিনীটোৰ এইখিনিকেই নষ্ট নোহোৱাকৈ পোৱা গ'ল। এই কাহিনীৰ সতৰ্কবাণীলৈ কাণ দিলে হে আমিও ৰক্ষা পৰিব পাৰিম। তেতিয়া হে' সকলোৱে লেথে নদী সুকলমে পাৰ হ'ব পাৰিমহঁক আৰু আত্মাবোৰো নষ্ট নোহোৱাকৈ ৰ'ব পাৰিব। এতিয়া মোৰ কথা মানি যদি তোমালোকে আত্মা অবিনশ্বৰ বুলি বিশ্বাস কৰাঁহক আৰু আত্মাৰ ভিতৰত সৎ, অসৎ উভয় উপাদানেই আছে বুলি ধৰাঁহক, তেনেহ'লে আমি সদায় ওপৰলৈ উঠিবলৈকে চেষ্টা কৰিব লাগিব আৰু তত্ত্বজ্ঞান আহৰণ কৰি সকলো সময়তে ন্যায়ধৰ্ম্ম পালন কৰিব লাগিব। তেতিয়া হে পৃথিবীত থকা দিন কেইটাত আমি সকলোৱে মিলা-প্ৰীতিৰে, সুখে-সন্তোষে থাকিব পাৰিমহঁক আৰু দেৱতা সকলৰ কৰুণা লভিবলৈও সক্ষম হ'মহক। তেতিয়াই যুদ্ধত জয়লাভ কৰি অহা বিজয়ী বীৰে যেনেকৈ গুণমুগ্ধ ৰাইজৰ সম্বৰ্দ্ধনা লাভ কৰে তেনেকৈয়েই আমিও আমাৰ ন্যায়ধৰ্ম্মৰ বাবে সকলোৰে সমাদৰৰ পাত্ৰ হ'ম।"

---

# শুধৰণি

| পৃষ্ঠা | সাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ১ | ৩ | এডিমেণ্ট্‌চ | এডিমেণ্ট্ৰচ, |
| ১ | ৫, ৭, ১০ | চেফালুচ | কেফালুচ |
| ১ | ১২ | ছাইমনাডিচে | ছাইমনাইডিছে |